# বিষ্ণু ৰাভা ৰচনাৱলী

## প্ৰথম খণ্ড

—সম্পাদনা—

বিষ্ণুৰাভা সোঁৱৰণী-গবেষণা সমিতি





—পৰিৱেশক—

জাৰ্নাল এম্প'ৰিয়াম

পি, এন, চি, ৰোড

নলবাৰী—৭৮১৩৩৫

BISHNU RABHA RACHANAVALI—Volume One. Collected Works of Kalaguru Bishnu Rabha. Published by Suren Baishya on behalf of BISHNU RABHA SONWARANI SAMITEE Guwahati. Sole Distributor : Journal Emporium, Nalbari-781335, Assam. Year of publication —1982. Price Rs. 30·00 only.

॥ প্ৰকাশক : বিষ্ণুৰাভা সোঁৱৰণী-গৱেষণা সমিতি গুৱাহাটীৰ হৈ শ্ৰীসুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য : প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ১৯৮২ চন। বেটুপাত শ্ৰীধনঞ্জয় শৰ্ম্মা, অলঙ্কৰণ শ্ৰীত্ৰৈলোক্য দত্ত, গ্ৰন্থস্বত্ব শ্ৰীমোহিনী ৰাভা। মুদ্ৰক : লক্ষ্মীজনাৰ্দন প্ৰেছ, ৬ শিবু বিশ্বাস লেন, কলিকতা—৬।

॥ মূল্য : ৩০·০০ টকা ॥

॥ সংকলিত ৰাভাৰ ৰচনাসমূহ ॥

"হাতত ষ্টেনগান লৈ, গান গাই, ছবি আঁকি জীৱন সংগ্ৰামত আগুৱাই যোৱাৰ উদাহৰণ ইটালীৰ নৱন্যাসৰ যুগত আছিল বুলি শুনা যায়, কিন্তু এই দেশত ৰাভাৰ দৰে এনে সাব্যসচীৰ দৃষ্টান্ত বিৰল।···অসম বহুজাতি, বহুভাষা সংস্কৃতিৰ ৰাজ্য হিচাবে ভাৰতৰ অন্যান্য ক্ষুদ্ৰ সংস্কৰণৰ এক ভাৰত, আৰু ৰাভা আছিল সেই অসমৰ সমন্বয়ৰ প্ৰতীক। ৰাভাৰ জীৱন যেনেকৈ জনতাৰ লগত জড়িত আছিল, তেনেকৈ যদি অসমৰ সংস্কৃতি কৰ্মীসকলৰ থাকে তেন্তে অসমৰ সাহিত্য-সংস্কৃতিয়ে অৱশ্যেই উচ্চ আসন লাভ কৰিব।"

—শ্ৰীঅন্নদাশঙ্কৰ ৰায়।

## ॥ আগলতি পাত ॥

শিল্পী সৈনিক বিষ্ণুপ্ৰসাদ ৰাভাৰ সমগ্ৰ ৰচনাৱলীৰ এছোৱা ৰাইজৰ হাতত তুলি দিবলৈ ওলোৱাৰ আগমুহূৰ্ত্তত আমি অনুভৱ কৰা গোটাচেৰেক কথাৰে এই আগলতি পাতখিলা জোৱা লগালো। সচৰাচৰ এনেধৰণৰ সংকলিত গ্ৰন্থৰ আগছোৱাত পাঠকে যি ধৰণৰ বিস্তৃত পাতনি চেৰাই যাবলগীয়া হয়, আমাৰ বাবে ইয়াত সি সম্ভৱ নহব। কাৰণ, ৰাভাৰ বিপুল অপ্ৰকাশিত ৰচনা এৰি থৈ ৰাভা ৰচনাৱলীক বিশেষ সাঁচত বহুৱাবলৈ যত্ন কৰাটো ধৃষ্টতাহে হবগৈ। প্ৰসংগত আমাৰ সীমাবদ্ধতাৰ কথাত এই চেগতে ৰাইজৰ দৃষ্টিগোচৰ কৰিব খুজিছো। আমি এতিয়াও ৰাভাৰ সমগ্ৰ ৰচনা 'বিশেষ কাৰণত' হস্তগত কৰিব পৰা নাই। আমাৰ অনুষ্ঠানৰ জন্মলগ্নত, ৰাভাৰ সমগ্ৰ ৰচনাৱলী যুগুতোৱাৰ যি সংকল্পেৰে কামত অগ্ৰসৰ হোৱা গৈছিল, মূৰকত বিভিন্ন বাস্তৱিক সমস্যাত সি কেৱল আংশিক ৰূপতহে সীমাবদ্ধ থাকিল। আমি ৰাভাদেৱৰ পৰিয়াল বৰ্গৰপৰা যি অলপসংখ্যক ৰচনা লিখি আনিছিলো আৰু যিখিনিক ৰাভা পৰিয়ালে প্ৰকাশৰ বাবে অনুমতি দিছিল, আইনৰ নিৰ্দিষ্ট চাৰিসীমাৰ ভিতৰত আমি মাত্ৰ সেইখিনিকে এই সংকলনত যতনাই দিছো।

আমাৰ সীমাবদ্ধতাৰ বাবে জগৰীয়া কোন?—এই প্ৰশ্নৰ উত্তৰত আমি মাত্ৰ ইয়াকে ক'ম—সাম্প্ৰতিক সময়ত ৰাভাৰ সৃজনশীলতাক লৈ ৰাজ্যখনৰ বিভিন্ন দৃষ্টিকোণে যি ধৰণৰ টনা-আঁজোৰা চলাইছে, সমগ্ৰ ৰচনাৱলী প্ৰকাশৰ ক্ষেত্ৰত ইয়াৰ প্ৰভাৱ নপৰাকৈ থকা নাই। পৰোক্ষভাৱে এনে অশুভ টনা-আঁজোৰাই ৰচনাৱলী প্ৰকাশত জপনাৰ দাং দিছে। প্ৰসংগক্ৰমে ৰাভা পৰিয়াল বৰ্গৰ উদ্যোগো এই ক্ষেত্ৰত কিছু বিতৰ্কিত বুলিবৰ থল থাকে। সি যি কি নহওক, বিতৰ্কিত প্ৰশ্নবোৰ অনুসন্ধিৎসু আলোচকৰ হাতত এৰি আমাৰ সামৰ্থ্যৰে গোটোৱা এই সংকলখন ৰাইজৰ হাতত দিবগৈ পাই আমি কিছু হলেও স্বস্তি অনুভৱ কৰিছো। বৃহৎ ৰচনাৰে এই সংকলন আমি সংকলিত কৰিব পৰা নাই সঁচা, কিন্তু যিখিনি পোৱা গৈছে, সি কেৱল পৰিমাণগত হিচাপে বিবেচ্য নহয়। ৰাভাৰ বিশাল সাংস্কৃতিক চৈতন্যৰ গুণগত প্ৰতিভা এই সংকলনৰপৰা কিছু হলেও বুজিব পৰা যাব। তাৰোপৰি সাম্প্ৰতিক সময়ত, বিভিন্ন দৃষ্টিভংগীৰ মাজেৰে

অসমৰ বৌদ্ধিক পৰিমণ্ডলে ৰাভাৰ প্ৰতিভা সম্পৰ্কে যি ধৰণৰ মন্তব্যবোৰ উপস্থাপন কৰিব ধৰিছে, বাইজক আমাৰ এই সংকলনখনে তেনেবোৰ মতামতৰ বিশুদ্ধতা বা বিভ্ৰান্তি বুজি পোৱাত সহায় কৰিব বুলি আমাৰ বিশ্বাস।

অসমৰ বৰ্ণাঢ্য সংস্কৃতিৰ ৰথৰত শংকৰদেৱ-জ্যোতিপ্ৰসাদৰ বিশিষ্ট প্ৰতিভাই যি যুগমীয়া সংস্কৃতিৰ বৰ আলি বান্ধিলে, গণশিল্পী বিষ্ণুৰাভা সেই আলিৰে অনুগত সতীৰ্থ। পূৰ্বসূৰী সতীৰ্থৰ স্মৃতিৰেখাত ৰাভাই এই প্ৰসংগত যথাৰ্থভাৱেই, শংকৰদেৱ আৰু জ্যোতিপ্ৰসাদৰ সাংস্কৃতিক প্ৰমূল্যক স্বীকৃতি দিছে। একোটা পৰম্পৰা গঢ়িবলৈ বিশিষ্ট মনিষীসকলৰ জীৱনজোৰা সাধনা, ত্যাগ আৰু সংগ্ৰাম জৰিত হৈ থাকে। এনে পৰম্পৰাক যান্ত্ৰিকভাৱে গচকি কোনেও অনাগত দিনৰ সমাজ এখন পাৰ নোৱাৰে। আনফালে যুগবৈশিষ্ট্যতাক অস্বীকাৰ কৰি, পৰম্পৰাৰ প্ৰতি অন্ধ অনুৰাগেও ভৱিষ্যত দ্ৰষ্টাৰ চকুত কাপোৰ বান্ধে। ৰাভাৰ সাংস্কৃতিক বৈশিষ্ট্যতা এইখিনিতে যে তেওঁ পৰম্পৰাক অন্ধভাৱে আঁকোৱালী ধৰিও থকা নাই, যান্ত্ৰিকভাৱে বিসৰ্জনো দিয়া নাই। বৰং যুগবৈশিষ্ট্যতাৰ আধাৰত পৰম্পৰাক বিচাৰ কৰিছে, লাগতিয়ালখিনি গ্ৰহণ কৰি আৰু সেই পৰম্পৰাৰ ভেটিটোকে বৈজ্ঞানিকভাৱে সুদৃঢ় কৰিবলৈ চেষ্টা চলাইছিল। এই দৃষ্টিকোণৰ বাবেই ৰাজনৈতিক মতবাদ বাদ দি হলেও অসমৰ আটাইবোৰ জনগোষ্ঠীয়ে ৰাভাক আঁকোৱালী লৈছে—লবই। আনফালে নৃতাত্বিক দৃষ্টিকোণেৰে চাবলৈ হলে অসমৰ আদিম বৃহৎ জনগোষ্ঠীৰ ব্যক্তি হিচাবে ৰাভাৰ সাংস্কৃতিক চিন্তাধাৰাৰপৰা অসমৰ সাংস্কৃতিক বুৰঞ্জীৰ অতীত আৰু বৰ্তমান ৰূপ গবেষণামূলকভাৱেই পাব পৰা সমল বহুতেই আছে। শংকৰদেৱ বা জ্যোতিপ্ৰসাদৰ সাংস্কৃতিক চৈতন্যত যি এটা আৰ্যীয় দাৰ্শনিক দিশ আছিল—ৰাভাই এই চেতনা অস্বীকাৰ নকৰিলেও অনাৰ্যীয়-আৰ্যীয় উভয় বৈশিষ্ট্যকে সমান্তৰালভাৱে অসমৰ কৃষ্টিত দেখুৱাইছে। অসমৰ সাংস্কৃতিক বুৰঞ্জীৰ বাবে ৰাভাৰ এনে অবদান বহুক্ষেত্ৰত মৌলিক।

সাম্প্ৰতিক কালত অসমৰ বৈচিত্ৰ্যময় সংস্কৃতিৰ পথাৰত যি ধৰণে অনৈক্যৰ বীজ ৰোপিত হবলৈ ধৰিছে, তাৰ ৰাজনৈতিক কাৰণ যিয়ে নহওক, অসমৰ সংস্কৃতিৰ মেইন-ষ্ট্ৰীম বা মূল গতিধাৰা সম্পৰ্কে বহল ভিত্তিত এতিয়াও কোনো পতিয়ন যাবপৰা গবেষণামূলক কাৰ্য্য সম্পাদন হৈছে বুলিব নোৱাৰি। একমাত্ৰ ৰাভাই এই দিশত আধৰুৱাভাৱে হলেও আগবাঢ়িছিল। কিন্তু ৰাভাৰ ৰাজনৈতিক দৃষ্টিভংগীৰ বাবেই সেই সময়ৰ অনেক পণ্ডিতে ৰাভাৰ চিন্তাক মানি

লোৱা নাছিল, অথবা সেইসকল পণ্ডিতৰ নিজাববীয়া ৰাজনৈতিক সাংস্কৃতিক অভিলাষৰ বাবেই ৰাভাৰ মতামতসমূহক গুৰুত্ব দিয়া নাছিল।

কিন্তু আজি জোৰ পুৰি হাত পাইছে। তথাকথিত আৰ্যীয় চক্ৰবেহুত সোমাই অসমীয়া জাতি-সত্তাৰ নামত সততে টিঘিল-ঘিলাই ফুৰা পণ্ডিতসকলেও আজি চাওঁ-নাচাওঁকৈ অতীতলৈ ঘূৰি চাবলগীয়া হৈছে। এসময়ত ৰাভাৰ চিন্তাধাৰাক পেংলাই কৰা পণ্ডিতে পুনৰ ৰাভাৰ মৌলিক অবদানত মূৰ দোৱাইছে। আমাৰ বোধেৰে ৰাভাৰ সাংস্কৃতিক সমন্বয়ৰ ক্ষেত্ৰত আগবঢ়োৱা মতামতসমূহ এতিয়াও গৱেষণাৰ মাজেৰে আগবঢ়াই নিয়াৰ প্ৰয়োজনীয়তা আছে। আমাৰ এই সংকলনত সন্নিবিষ্ট—'অসমীয়া কৃষ্টি', 'অতীত অসম', আলি আই লিগাং, বানে'-ক'বাং আৰু বিভিন্ন ভাষণাৱলীয়ে অসমৰ মূল সংস্কৃতিৰ গতিধাৰাৰ দিশত, জনজাতীয় সংস্কৃতিৰ বৈশিষ্ট্যতা, স্বকীয়তা আৰু ইতিহাস সম্পৰ্কীয় বিভিন্ন সমল যোগান ধৰিব।

ৰাভা প্ৰতিভা 'গভীৰ অৰণ্য' অথবা 'নিৰ্জন প্ৰান্তৰত' জন্মগ্ৰহণ কৰা কোনো উদ্ভূত প্ৰতিভা নহয়। পূৰ্বাঞ্চলৰ জনসাধাৰণেই ৰাভাৰ বাবে প্ৰসাৰিত মাটি আৰু গভীৰ আত্মাৰ ভিতৰেদি তেওঁৰ প্ৰতিভা বিকশিত হৈছিল। ভাৰতবৰ্ষত সোণ-হালধীয়া মাটিত ৰুটিছ সাম্ৰাজ্যবাদ তথা দেশীয় শোষকসকলৰ ধাৰাবাহিক উৎপীড়ন জৰ্জৰিত, লুণ্ঠিত ভাৰতীয় জনসাধাৰণেই ৰাভা-প্ৰতিভাক জন্ম দিছিল, লালিত-পালিত কৰিছিল। ৰুচ বিপ্লৱত বলচেভিক দলে যিদৰে পাইছিল গৰ্কীক, চীন বিপ্লৱত যিদৰে পাইছিল লু-চুনক, তেনেদৰে ভাৰতবৰ্ষৰ সাম্যবাদী আন্দোলনত, সাম্যবাদী দলে পূৰ্বাঞ্চলত পাইছিল কমৰেড ৰাভাক। কিন্তু ভাৰতীয় সাম্যবাদী আন্দোলনৰ একা-বেকা ইতিহাসে গৰ্কী বা লু-চুনৰ দৰে ৰাভাকো সমুজ্জ্বল চৰিত্ৰবিশিষ্ট কৰিব নোৱাৰিলে। উত্তৰ পুৰুষৰ বাবে ই এফালে যিদৰে আক্ষেপৰ বিষয় আনফালে ৰাভাই থিথিনি দি গ'ল—সেই বিশিষ্ট প্ৰতিভা চিৰদিন প্ৰেৰণাৰ উৎস।

মহাবাহুৰ সোণ পৰশা মাটিত উজ্জ্বিৰিত, পূৰ্বাঞ্চলৰ বৈচিত্ৰ্যময় সংস্কৃতিৰ ধাননী পথাৰত সাব্যসচী ৰাভাতকৈ আগতেই জ্যোতিপ্ৰসাদে কাৰ্পে টবপৰা ঘাঁহনিলৈ নামি আহিছিল। তাৰো পাঁচশ বছৰ আগতে গুৰুজনাই এই মাটিতে গঢ়িছিল প্ৰজাঘৰীয়া সংস্কৃতিৰ বৰ্ণাঢ্য তোৰণ। জ্যোতিপ্ৰসাদৰ সাংস্কৃতিক চেতনা মুখামুখী হৈছিল—এটা পদদলিত জাতিৰ আকাংক্ষা আৰু স্বাধীনতা সংগ্ৰামৰ কুটিল ৰাজনৈতিক সময়খিনিত। জ্যোতিপ্ৰসাদে এইখিনি

সময়তে থিয় দিছিল ৰাইজৰ কাষত, অন্ধকাৰৰ বাট কাটি জীপাল দিছিল অসমীয়া শিল্পক। পিচত এক ধোৱাখুলীয়া পৰিবেশত দেশ স্বাধীন হৈছিল। কিন্তু ৰূপকোঁৱৰৰ চকুত তেতিয়াও সন্দেহ। কোটি কোটি দলিত মানুহৰ মুক্তি এই স্বাধীনতাই জানো আনিলে—উত্তৰ বিচাৰি জ্যোতিপ্ৰসাদৰ চকুত অগ্নিযুগৰ কিৰিঙতি জ্বলিল। তৰুণ ৰাভাই এই সময়খিনিতে উৰুৱাইছিল তথাকথিত স্বাধীনতাৰ প্ৰতিবাদত ক'লা পতাকা—'ইয়ে আজাদি জুঠা হ্যায়'। শেষ বয়সত জ্যোতিপ্ৰসাদৰ মোহভংগ ঘটিছিল কংগ্ৰেছৰ স্বৰাজ নীতিৰ ওপৰত। বিদায় বেলিকা জ্যোতিপ্ৰসাদে উপলব্ধি কৰিছিল গণ-শিল্পীৰ সপোনৰ সমাজ ৰূপান্তৰৰ বাবে বস্তুবাদী জীৱন-বীক্ষাৰ প্ৰয়োজনীয়তা। জ্যোতিপ্ৰসাদৰ এই মূল্যবান উত্তৰিত চেতনাতে খোজ পেলাইছিল বিষ্ণুৰাভাই। সেয়ে ৰাভাই স্পষ্টভাবেই ঘোষণা কৰিছিল—

"ভাৰতৰ বিপ্লৱী সাম্যবাদীদলৰ লগত সংশ্লিষ্ট থাকি মাৰ্ক্সীয় দৰ্শন, মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দ্ববাদৰ লগত পৰিচিত হৈ আৰু লেনিনবাদৰ সম্যক জ্ঞানৰ উপলব্ধিৰ আগত ৰাইজৰ হিয়াৰ আমঠু, ৰাইজৰ প্ৰাণৰ লগৰি আৰু ৰাইজৰ লগত একেলগে মিলিজুলি ৰাইজক মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি উদ্বুদ্ধ কৰাৰ কাৰণে নিজৰ সকলো শক্তি নিয়োগ কৰো।"

—ই আছিল ১৯৪৫ চনৰ কথা। কিন্তু ইয়াকে আমি ৰাভাৰ সামগ্ৰিক জীৱন-দৰ্শন বুলিব পাৰোঁ। মাৰ্ক্সবাদৰ জীৱন-বীক্ষাৰ আলোকতে ৰাভাই বুজিছিল গণ-দেৱতাৰ পৌৰুষ। ৰাইজৰ হিয়া কোঁহৰপৰা অমৃতৰ সুৰৰ টোপালবোৰ আনি নিজৰ মণিকোঁহত মৌচাক সাজি, তাৰপৰা নিগৰি নিগৰি ওলোৱা সুৰৰ টোপাল, ৰাইজক বিলাই দিয়া গণ-শিল্পী ৰাভাৰ বস্তুবাদী দৰ্শন।

মহাবাহুৰ প্ৰতিটো উপনৈৰ শ্যামলীমা পূৰ্বাঞ্চলৰ কোঁহে কোঁহে সিঁচৰিত। প্ৰতিখন উপনৈৰ দুয়োপাৰে অগণন কৃষক ৰাইজ, বিভিন্ন জন-গোষ্ঠী, জীৱন সংগ্ৰামৰ শ্ৰম আৰু অশ্ৰুৰ মাজেৰে গঢ়ি উঠা সোণ-সেৰীয়া সংস্কৃতি। ক'ৰবাত ই নাম পাই অসমীয়া, ক'ৰবাত বড়ো, ক'ৰবাত কাৰ্বি·· কিন্তু এই সংস্কৃতিৰ হৃদয়তন্ত্ৰীত একেই সুৰৰ অনুৰণন, একেই তাল ফুটি উঠে একেই সংগ্ৰাম। অসমৰ সংস্কৃতি নিৰ্মাতা এই সকল হালোৱা-হজুৱা বনুৱাৰ মাজতে ৰাভাই বিচাৰি পাইছিল সুৰৰ দেউল। এওঁলোকৰ লোক কৃষ্টিৰ সোণ বুটলিব যাওঁতে, ৰাইজৰ দুখত সমভাগী হৈ, ৰাইজৰ হিয়াৰ মৰম-চেনেহৰ অথাই সাগৰৰ পানীত সাঁতুৰি-নাদুৰি, অৱশেষত ৰাইজৰ মুক্তিৰ বাবে ৰাভাই হাতত লৈছিল

ইতিহাসৰ আমোঘ-অস্ত্ৰ। কাৰণ ৰাইজৰ মুক্তি অবিহনে গণ-কৃষ্টিৰ বিকাশ ক'ত।

১৯০৯ চনৰ ৩১ জানুৱাৰীৰপৰা ১৯৬৯ চনৰ ২০ জুনলৈ মুঠ ষাঠিকুৰি বছৰীয়া জীৱন আছিল বিষ্ণুৰাভাৰ। এই নাতিদীৰ্ঘ সময়খিনিৰ যি সামাজিক প্ৰয়োজন, তাক অতি দক্ষতাৰে সম্পাদন কৰাত নিয়োজিত হৈছিল সাব্যসচী ৰাভা। প্ৰকৃতাৰ্থত এই ব্যক্তিত্বই ভাস্বৰ কৰি ৰাখিলে ৰাভাৰ সাংস্কৃতিক অমলজ্যোতি। ৪৭'ৰ বিশ্বাসঘাতক স্বাধীনতাৰ ইতিহাস আৰু পৰৱৰ্তীকালত সামাজিক-অৰ্থনৈতিক শোষণত দগ্ধ ভাৰতীয় জনগণৰ বাবে, ভাৰতীয় বিপ্লৱী কমিউনিষ্ট দলে যি ঐতিহাসিক প্ৰয়োজনত বিদ্ৰোহৰ ফিৰঙতি জ্বলাইছিল পূৰ্বাঞ্চলত ৰাভা আছিল তাৰেই জোৱাল জুইকুৰা। তেভেগা-তেলেংগানা অথবা বেলতলা। ...ভাৰতবৰ্ষৰ কৃষ্টি-কৃষি বিপ্লৱৰ সেন্দুৰ বৰণীয়া পতাকাখনৰ বাবে ৰাভাৰ সংকল্প আছিল: তেজৰ বোলৰে লিখি যাম ইতিহাস। ৰাভাৰ আদৰ্শ নিষ্ঠা আৰু বজ্ৰ কঠিন গতিশীলতাৰ বাবেই সেই সময়ত অসমত সাম্যবাদী আন্দোলন বাৰিষাৰ ঢলৰ দৰে দ্ৰুতগতিত আগবাঢ়িছিল। লগতে এইটোও অনস্বীকাৰ্য্য, সংশোধনবাদৰ কুটিল মেৰঘৰত পাকঘূৰণি খাই এদিন ভাৰতীয় বিপ্লৱী সাম্যবাদী দলৰ ভাৱমূৰ্তি, জনসাধাৰণৰপৰা বহু দূৰত অৱস্থান কৰা সত্ত্বেও ৰাভাৰ বৈপ্লৱিক ভাৱমূৰ্তি ৰাইজৰ চকুৰপৰা আঁতৰ হোৱা নাছিল—আজিও হোৱা নাই। স্বীকাৰ কৰিবই লাগিব ব্যৰ্থ বেলতলা বৰ্ডিয়া, গোৰেশ্বৰ বিদ্ৰোহৰ পিচত অসমৰ ৰাইজে, বিপ্লৱী কমিউনিষ্ট পাৰ্টিতকৈ ৰাভাকহে বিচাৰিছিল অধিক। উল্লেখনীয় যে যি কমিউনিষ্ট পাৰ্টিয়ে তেভেগা-তেলেংগানা বিদ্ৰোহৰ জন্ম দিছিল, সেই পাৰ্টিয়ে কিন্তু সেই সময়তো ৰাভাৰ দৰে এজন বৈপ্লৱিক-সাংস্কৃতিক কৰ্মীক ভাৰতবৰ্ষৰ আন ঠাইত জন্ম দিব পৰা নাছিল। প্ৰশ্ন হয় ৰাভাৰ ব্যক্তিত্বত এনে কি শক্তি আছিল যি নেকি ব্যৰ্থ বিদ্ৰোহৰ পিছতো আধৰুৱা বিপ্লৱৰ গতিশীল ইতিহাস হৈ ৰয়? ৰাভাৰ ৰচনাৰ সাৰসংকলনৰপৰা আমি এই প্ৰশ্নৰ উত্তৰত ইয়াকেই পাওঁ: ইতিহাসে তেওঁৰ ওপৰত ন্যস্ত কৰা সামাজিক দায়িত্ব, যি ঐকান্তিক শ্ৰদ্ধা, নিষ্ঠা আৰু দুৰ্দ্ধৰ্ষ শক্তিৰ সম্পন্ন কৰাৰ প্ৰচেষ্টাত আগবাঢ়িছিল। এই আদৰ্শনিষ্ঠা আৰু শক্তিয়ে আছিল ৰাভা-প্ৰতিভাৰ অমূল্য সম্পদ। সাংস্কৃতিক ক্ষেত্ৰত ৰাভাৰ প্ৰতিভা আমাৰ সমাজত কিছু স্বীকৃত হলেও তেওঁৰ সাহিত্যিক দিশসমূহ এতিয়াও বিসৰ্জিত। লক্ষ্য কৰা গৈছে স্বনামধন্য পণ্ডিত মহলৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীত ৰাভাৰ

সাহিত্য প্ৰতিভাৰ কোনো নাম-ধামেই নাই। অৱশ্যে বিষয়টো ৰাজনৈতিক। আমাৰ এই সংকলনত ৰাভাৰ সাহিত্যিক ৰচনাসমূহেও ঠাই পাইছে। উপন্যাস, গল্প, আলেখ্য ইত্যাদিবোৰৰ মাজেৰে নিজৰ মতাদৰ্শ আৰু সেই সময়ৰ সামাজিক চিত্ৰৰ প্ৰতিফলন ঘটাইছে। আমাৰ তথাকথিত নামজ্বলা পণ্ডিতসকলে ভবাৰ দৰে এইবোৰত কেৱল ৰাজনৈতিক দিশসমূহেই থকা নাই, বৰং যি সময়ত লিখা হৈছিল সেই সময়ত সাহিত্য পৰিমণ্ডলতকৈ শ্ৰেষ্ঠতা দাবী কৰিব পৰা সমল সোমাই আছে। সোণপাহী মুক্তিৰ দেউল পুং মিচিং কনেঙ ইত্যাদি ৰচনাই এই কথা প্ৰমাণ কৰে। কবিতা গীত আদিৰ ক্ষেত্ৰতো একেটা কথাই কব পাৰি।

অৱশ্যে দুৰ্ভাগ্যৰ কথা নিজৰ সৃষ্টিক আটোম-টুকাৰিকৈ ৰখাৰ শিল্পী সাহিত্যিকসকলৰ যি জীৱন দস্তুৰ, ৰাভাৰ ক্ষেত্ৰত ই বহু পৰিমাণে অসংযত।

ক'ত কেতিয়া এটা মূল্যবান চিন্তা, প্ৰবন্ধ বা গল্প বা উপন্যাসকে লিপিবদ্ধ কৰি, ক'ত এৰি থৈ আহিল—বহু ক্ষেত্ৰত ৰাভাই নিজেই ক'ব নোৱাৰে। হয়তো দিহিঙে-দিপাঙে নিজৰ ৰাজনৈতিক, সাংস্কৃতিক কামত ঘূৰি ফুৰাৰ বিহংগম চৰিত্ৰৰ বাবেই ৰাভাই হয়তো সেইবোৰৰ প্ৰতি সিমান যতন দেখুৱাব নোৱাৰিলে। দ্বিতীয়তে চৰকাৰী পহৰাদাৰসকলৰ চোৰাং-চোৱাগিৰিতো আছিলেই। সেই সময়ত এনে পৰিস্থিতিৰ বাবেই আমি ৰাভাৰপৰা লিখিত ৰূপত যিমানখিনি সৃষ্টি বিচাৰিছিলো তাক ৰাভাই দিব নোৱাৰিলে। আনকি এনে বহু সুন্দৰ লিখা আছে প্ৰথমতে পঢ়িলে চিন্তা আস্বাদন কৰোতে যিমান গভীৰলৈ সোমাই যোৱা হয়, শেষত যেতিয়া 'অসমাপ্ত' দাঁড়ি চিন পোৱা যায় তেতিয়া ৰাভাৰ ওপৰত দাবী কৰিবলৈ মন যায়—শেষ নকৰিলে কিয় ?

আমি ৰাভা পৰিয়ালবৰ্গই যতনাই থোৱা ৰচনাৱলীৰপৰা পাৰ্য্যমানে পূৰ্ণাংগ ৰচনা অনাত গুৰুত্ব দিছিলো। অৱশ্যে অসমাপ্ত ৰচনাবোৰৰ কোনো গুৰুত্ব নাই—এনে কথা আমি ক'ব খোজা নাই, কিন্তু প্ৰথম খণ্ডত আমি অন্ততঃ কিছু পূৰ্ণাঙ্গ ৰচনা সন্নিবিষ্ট কৰাৰ আঁচনি আমাৰ আছিল। পাঠকে এই সংকলনত এনে কেবাখনো পূৰ্ণাংগ ৰচনা পাব। ৰচনাসমূহ সংকলিত কৰোতে আমাৰ আৰু এটা অসুবিধাৰ সন্মুখীন হৈছিলো, সেইটো হ'ল ৰচনাসমূহৰ ক্ৰম।

যিহেতু অসংযতভাৱেই ৰাভাৰ ৰচনাবোৰ বহু ক্ষেত্ৰত প্ৰকাশিত বা সহকৰ্মীৰ হাতত ৰক্ষিত আছিল, সেই ৰচনাসমূহৰ তলত কোনো চন, তাৰিখ প্ৰায়ে নাছিল। অৱশ্যে ৰচনাবোৰৰ ভিতৰৰ মৰ্মবস্তুৱে সময়খিনিৰ

কিছু আভাস দিয়ে। হয়তো প্ৰকাশিত-অপ্ৰকাশিত, সমাপ্ত-অসমাপ্ত আটাইবোৰ ৰচনাই একেলগতে প্ৰকাশৰ মুখ দেখি এই আভাসৰ ওপৰত ভিত্তি কৰিয়ে ৰাভাৰ চিন্তা তৰংগৰ ক্ৰমোন্নতি স্পষ্টভাবে ধৰিব পৰা যাব। সেয়ে ক্ৰম বিচাৰত, পাঠকে আমাৰ সংকলনৰ ক্ৰমৰ ওপৰতে গোটেইখিনি নিৰ্ভৰ কৰিব নোৱাৰে। মূল ৰচনাৱলীৰপৰা চেগা-চোৰোগাকৈ আমি যিখিনি লিখি আনিছো কেৱল সেইখিনিকহে ইয়াত সজোৱা হৈছে। এইখিনিতে আন এটা কথাও উন্মুকিয়াই থোৱা ভাল হ'ব ৰাভাৰ গীত আৰু কবিতাবোৰ যিহেতু আমি অন্য এখন সংকলনত ( 'তেজৰ বোলেৰে লিখি যাম ইতিহাস'ত ) সন্নিবিষ্ট কৰিছো, সেয়ে এই সংকলনত গীত, কবিতাখিনি বৰ্জন কৰা হৈছে। অৱশ্যে জ্যোতিপ্ৰসাদৰ কবিতাটো বিষয়বস্তুৰ খাটিৰতহে ছপোৱা হ'ল।

ৰচনাবোৰৰ বানান বা বৈয়াকৰণিক দিশসমূহ আমি শুধৰোৱা নাই। মূলৰপৰা যিদৰে লিখি অনা হৈছিল, সেইদৰেই ছপাতো একেই বানানাদি ৰখা হৈছে। অৱশ্যে প্ৰুফ চাওঁতে বিভ্ৰান্ত হোৱা বানানসমূহ বেলেগাই আমি শুধৰণি পৃষ্ঠা জুৰি দিছো।

এইখিনিতে আমাৰ অনুষ্ঠান সম্পৰ্কে দু-আষাৰ কোৱা সমীচিন হব। ১৯৮০ চনৰ ২৬ জুলাই তাৰিখে আনুষ্ঠানিকভাৱে আমাৰ এই অনুষ্ঠানটি ৰাইজৰ কাষলৈ আগুৱাই আহে এটাই দায়িত্ব হাতত লৈ—বিষ্ণু ৰাভাৰ সমগ্ৰ ৰচনাৱলী অক্ষত প্ৰকাশ। ৰাইজে আমাক আদৰিলে, অসমৰ বিভিন্ন ঠাইত শাখা-সমিতি গঠন হ'ল। আমাৰ প্ৰস্তাৱ অনুযায়ী ৰাভাৰ ৰচনাৱলী প্ৰকাশৰ বাবে ৰাভা পৰিয়ালবৰ্গৰ লগত বিধিসন্মত চুক্তি-পত্ৰ স্বাক্ষৰিত হ'ল। আমাৰো কামকাজ ভালেখিনি আগবাঢ়িল। কিন্তু জীৱিত অৱস্থাত ৰাভা যিদৰে বহু সময় পলাতক হৈয়েই আছিল, আজি মৃত্যুৰ বহু বছৰ পিছতো তেখেতৰ ৰচনাৱলীবোৰ অজ্ঞাতবাস অৱস্থাতে থকাটো আমাৰ আৰ্থ-সামাজিক ভেটিটোৰ বৰমূৰীয়া সকলৰ বহুতেই বিচাৰে! হয়তো সেয়েই ৰচনাৱলী প্ৰকাশৰ ক্ষেত্ৰত এনে বহু বিধিপথালি আহি পৰিল যে ধুৰন্ধৰ চৰকাৰী বুদ্ধিজীৱিৰপৰা আৰম্ভ কৰি তথাকথিত প্ৰগতিশীলতাৰ নামত চাহ দোকানত টেবিল ভুখুৰা বিপ্লবী সকলোৱে—কি যেন এক গোপন যুক্তফ্ৰন্টৰ মাজেৰে আমাৰ বিৰুদ্ধে উঠি-পৰি লাগিল। ইবিলাকৰ পৰিকল্পিত অপপ্ৰচাৰে আনকি ৰাভা পৰিয়ালবৰ্গই আমাৰ অনুষ্ঠানৰ সততা আৰু বিধিসন্মত আইনী চুক্তিপত্ৰকো সন্দেহৰ মাজলৈ নি

উদ্যোগত চেঁচা পানী ঢালিলে। ফলস্বৰূপে আশা কৰাৰ দৰে পূর্ণাঙ্গ ৰচনাৱলী আমি ৰাইজক দিব নোৱাৰিলো।

তথাপিও যোৱা তুবছৰৰ কষ্টৰ মাজেৰে ৰাইজক এই আংশিক সংকলনখন দিব পাৰি আমাৰ অনুষ্ঠানে জন্মৰ কিছু হলেও সার্থকতা লাভ কৰিছে। আমি এতিয়াও পূর্ণাঙ্গ ৰচনাৱলী উলিওৱাৰ বাবে চেষ্টা চলাই আছো কিন্তু ৰাইজৰ সহযোগ আৰু ৰাভা পৰিয়ালবর্গৰ আন্তৰিকতা অবিহনে ই হব নোৱাৰে। আমাৰ অনুষ্ঠান কেবল ৰাভা ৰচনাৱলী সংগ্রহতে সীমাবদ্ধ নহয়, ই ৰাভা গৱেষণা দিশতো আগবাঢ়িব। আমাৰ তৰফৰপৰা ৰাভা প্রকাশিত ৰচনাবোৰৰ ভেটিত যুগুতোৱা এলানি গবেষণামূলক নিবন্ধৰ সংকলনৰ প্রস্তুতি চলোৱা হৈছে। শেষত আমাৰ অনুষ্ঠানলৈ আগবঢোৱা ৰাভা পৰিয়ালৰ অনুমতি, বিভিন্ন অংশ ৰাইজৰ সহযোগৰ প্রতি কৃতজ্ঞ থাকিলো। ভিতৰৰ অঙ্গসজ্জাত শিল্পী ত্রৈলোক্য দত্ত, বেটুপাতৰ শিল্পী ধনঞ্জয় শর্ম্মা আৰু প্রেছ সম্পর্কীয় সকলো কামত সহায়ৰ বাবে সুৰেন্দ্র চন্দ্র বৈষ্ণৱ শলাগ লৈছো। কলিকতাত থাকিও আমাৰ এই সংকলনখনৰ বাবে শ্রদ্ধেয় হেমাঙ্গ বিশ্বাসে আগবঢ়োৱা দিহা-পৰামর্শই আমাক সততে উৎসাহিত কৰিছে। শ্রীবিশ্বাসলৈ আমাৰ আন্তৰিক শ্রদ্ধা থাকিল। সামৰণিত আমাৰ ভুল-ত্রুটি দায়িত্ব নতশিৰে মানি লৈ আগলতিপাত খিলা সামৰিলো।

গুৱাহাটী
৪।১১।৮২

বিষ্ণুৰাভা সোঁৱৰণী-গৱেষণা সমিতি

# সূচীপত্ৰ



বিষ্ণু প্রসাদ রাভা



# ৰাভাৰ অগ্ৰজ শিল্পী সতীৰ্থৰ স্মৃতিলেখা

॥ প্ৰসংগ শংকৰদেৱ ॥

"এই পৃথিৱীত যি সকল মহাপুৰুষে জন্মগ্ৰহণ কৰিছিল তাৰ ভিতৰত তিনিজন মহাপুৰুষ আছিল কৃষ্টিৰ আকাৰ। এজন হৈছে স্বয়ং শ্ৰীকৃষ্ণ। "কৃষ" ধাতু লগ্ন কৃষ্টিৰ আকাৰ কাৰণে তেওঁক কৃষ্ণ বুলিছিল। তেওঁ কি নাজানিছিল, গীত, বাদ্য, নৃত্য, ৰাজনীতি, ধনুৰ্বিদ্যা ইত্যাদি ? তেওঁ আছিল সৰ্বগুণ বিধি। আৰু এজন আছিল ইটালীৰ লিওনাৰ্দো দ্যভিন্সি—তেওঁ একেলগে বৈজ্ঞানিক চিত্ৰকৰ আৰু ৰাজনীতিজ্ঞ পুৰুষ আছিল। আৰু এজন আছিল আমাৰ এই অসমৰে মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱ যাক আজিও অসমে গুৰু বুলি পূজা কৰি থাকে। সঁচাকৈয়ে আজি শংকৰদেৱৰ যিকোনো কৃষ্টি বা সাহিত্য বাদ দিলে অসমীয়াৰ মৃত্যু হ'ব। শংকৰ নাথাকিলে অসমীয়াৰ একোৱে নাথাকে। এনে যি শংকৰ নাথাকিলে অসমীয়াৰ একোৱে নাথাকে। এনে যি শংকৰদেৱৰ

তেৰাই কিনো নাজানিছিল, কিনো নিদিছিল আৰু কিনো নিলিখিছিল। অসমীয়াক তেৰাই সকলো দি গৈছিল। অসমীয়াৰ গীত, বাদ্য, নৃত্য, সুৰ, সঞ্চাৰ, সাহিত্য ভাওনা, নাম কীৰ্ত্তন, ঘোষা, বৰগীত, অংক, নাট, নামঘৰ, খোল, মৃদংগ, তাল, ভাঁজঘৰ, দৌলযাত্ৰা, হাটী, ধন-পুঁজি ( Bank ) সমাজ, ধৰ্ম, বিচাৰ, নীতি, আইন, নৈতিক আন্দোলন, অহিংসা, ত্যাগ, ভোগ, বৈৰাগ্য, সমাধি সকলো শংকৰদেৱেহে অসমীয়াক দি গৈছিল। কেৱল অসমীয়াইহে সেইবিলাক ভালকৈ আয়ত্ত কৰি ল'ব পৰা নাই।"

( উদ্ধৃত : শ্ৰীমন্ত শংকৰদেৱ সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ ১৯৮১ চনৰ সংখ্যাৰ পৰা )

## ॥ জ্যোতি প্ৰসাদ

জ্যোতি
অসমৰ জ্যোতি
ভাৰতৰ জ্যোতি
পৃথিবীৰ তপোদীপ্ত সমুজ্জ্বল জ্যোতি !

জ্যোতি দেউলত
জ্ঞানৰ উদয় আচলত
নৱ নৱ ধ্যান ধাৰণাৰে
জ্ঞান সাধনাৰে
লভিলা প্ৰথমে তুমি ৰূপৰ পৰশমণি জ্যোতিৰ প্ৰসাদ
কৰিলা বিদূৰ এই পৃথিবীৰ ষতমানে জীৰ্ণ অৱসাদ।

তপোসিদ্ধ হই তুমি
সুন্দৰৰ সুন্দৰক চুমি
ছটিয়াই সুন্দৰৰ ৰেণু-গুৰি-ধুলি
ৰূপৰ পৰশ মেলি
উজ্জলালা নিচলা অসম ভূমি
মহা ভাৰতৰ ,—
জংগমশীল বৈশ্বানৰ জগতৰ— ।

তুমি যে কৰিলা এই অসমী ৰূপহী,
ফুলালা দুখুনী জননীৰ কপালত ৰূপ-ৰহনোৱা হাঁহি।

পৰশি পৰশ মণি
হাঁহিৰ ৰহন সানি
অসমীৰ
ভাৰতীৰ
ধাত্ৰী জগতীৰ
উঠিল বিকশি মুখ-শতদল পাহি

জ্যোতি !

অসমৰ প্ৰাণৰ পুতলি জ্যোতি

অসমীৰ হিয়াৰ চাকিৰ জ্যোতি

ভাৰতৰ পৃথিবীৰ মহা শিল্পী জ্যোতি

শিল্পীৰ পৃথিবীৰ জ্যোতি ।

লঙ্ঘি কামদীপ্ত অগ্নিগড

অলঙ্ঘ্য বিন্ধ্যগিৰি জীৱন পথৰ

দূৰ কৰি অজ্ঞানতা অন্ধকাৰ ঘোৰ

হৃদয় বিদাৰি

ৰক্ত-ৰাগ ৰুধিৰ নিভাৰি !

শোণিত সাগৰ মথি

মথিত মুকুতা ৰক্ত প্ৰৱালেৰে গুঁথি

তুমিয়ে সাজিলা সুন্দৰৰ নৱ দল

যতনে পাতিলা তাতে শোণিত কুঁৱৰীৰ স্নিগ্ধটোল ।

শোণিতৰ ফেনিলোচ্ছাস সুধা উজ্বলা মনীষা—

সোনোৱালী উষা ।

পুঞ্জীভূত বেদনাত ভুগি

তোমাৰ পৰশ লাগি

জাগি

গুচালে মনৰ তৃষা ।

জীৱনৰ বন্ধগীত-গান

নৱ নৱ তান

হ'ল মুক্তিমান । -

ত্যেজি সুপ্তি

লভি মুক্তি

বিধ্ বিধ্ ৰূপে সৃষ্টি হই বহমান্

অপৰূপ সৃজন নিৰুদ্ধ

হ'ল অনিৰুদ্ধ ।

অসমৰ সাহিত্য-যজ্ঞৰ তুমি আছিলা বিশুদ্ধ হোতা যাজ্ঞিক সাগ্নিক—
লিখনি তুলিকা দলিয়াই
ক্লীব-ভাৱ উফৰাই
সেনানীৰ সাজে ৰণনীতি ৰনহালি উজ্জলাই
হই বীৰ
উচ্ছ্বশিৱ
প্ৰশান্ত নিৰ্ভিক।

ৰাজসিক তেজেৰে তুমি হৈ তেজীয়ান
গৰিমাত গৰিয়ান, মহিমাত মহিয়ান
অসমৰ ৰঙ্গভূমি জ্বালি
বীৰ্য্যোদীপ্ত পোহৰত উজ্জলি উজ্জলি
বিয়ালিচ চনৰ অধ্যায় লিখি
উজ্জলাই স্বাধীনতা-যজ্ঞ হোমাগ্নি অগনিৰ চাকি—
যাৰ পোহৰত তুমি উঠিছিলা নিজেই জিলিকি।
ৰূপালী পটত
জয় জয়কাৰ কৰি সতী জয়মতী
আদৰ্শ ৰমণী মহাসতী
আৰু অসমৰ
নাৰী-যুৱকৰ
প্ৰণয়ৰ
প্ৰতীক্-যুগল ইন্দ্ৰধনুসম 'ইন্দ্ৰমালতী'।
'কাৰেঙৰ লিগিৰীৰ' সুন্দৰ পোহৰ
'ৰূপালীম' ৰূপকাৰ ৰূপৰ কৌৰৱ
যাদুকৰী অফুৰন্ত লিখনীৰ পৰা
ধাৰাসাৰে বৈ থাকে অমৃত-নিজৰা,
"লভিতা" ৰূপ কৌৰৱ
- সুন্দৰ কৌৰৱ।
'জয়মতী'—
'বিলাতৰ পুত্ৰ', 'নতুন দিনৰ কৃষ্টি'

শিল্পীৰ পৃথিৱী ;
লোহিতৰ পাৰৰ অগ্নিসুৰ
শুনি শুনি অসমৰ তাপিত হিয়াত লাগে জুৰ,
আৰু আৰু যে কিমান—
ৰচিলা গুঁথিলা গীতাৱলী তৰাৱলী
দীপাৱলী জ্বালি
আপোন উজ্জ্বলা হই হলা দীপ্তিমান।
আজি নাই তুমি—
অসমৰ
চেনেহৰ
মৰমৰ
জ্যোতি
আজিতো পাতো তোমাৰেই স্মৃতি
স্মৰো তোমাৰেই কৃতি
মেলো তোমাৰেই জ্যোতি
গাই তোমাৰেই গান
হে জ্যোতি সিদ্ধতাপস কুমাৰ ৰূপ সাধক দধীচি
জ্যোতিষ্মান
আহা জ্যোতি
দিয়া জ্যোতি
তোমাৰ জ্যোতিত কৰি স্নান
তোমাৰ স্মৃতিত লভি জ্যোতিৰ প্ৰসাদ
অগ্ৰৱালা সতে হওঁ আমি জ্যোতিষ্মান
মহা পুন্যবান্।

## জ্যোতিৰ জেউতি

১৯২৯ চনত অসম ছাত্ৰ সন্মিলনৰ অধিৱেশন তেজপুৰ নগৰত। সভাপতি ✓তৰুণ ৰাম ফুকন। সেই সন্মিলনৰ কাৰণে বিলাতৰপৰা জ্যোতিয়ে কিছুমান স্বৰচিত গান শ্ৰীকমলা প্ৰসাদ আগৰৱালাৰ নামত তেজপুৰলৈ পঠিয়ায়। সেই গীতবোৰ আমি চাওঁ, গানবোৰৰ ভাষা ভাব ধাৰাবাহিক অসমীয়া গানবোৰৰ ভাষা, ভাবধাৰাৰ পৰা সম্পূৰ্ণ বেলেগ বিশেষ বৈশিষ্ট্যপূৰ্ণ। তেওঁপ্ৰত্যেক গানৰ বেলেগ বেলেগ স্বৰলিপি কৰি পঠিয়ায়। কমলা ও মই দুয়ো মিলি সেই গানবোৰ সুৰ চানেকীৰ পৰা তোলোঁ, আৰু লগে লগে গাও, নিজে বজাই, নিজে গাই, নিজে শুনি চক্ খাই উঠোঁ। চূড়ান্ত জাতীয় ভাবাপন্ন টলমলীয়া ডেকাৰ তকৰকীয়া ভাবৰ গান। তেজাল তেজাল সুৰে তেজাল তেজাল গান গাই ভাল লাগে। গা গৰম হৈ উঠে। মন উতলে, পৰাণ উথলে, হিয়া ন পোহৰে জিলিকি উঠে। সেই গানবোৰ—

কোন কোন আহিছা আইক পূজিবলৈ
আইৰ পূজাৰ বেলি হ'ল॥
"সাজু হবৰে হ'ল ডেকা ল'ৰা সাজু
হবৰে হ'ল।
কোনে কলে তোক শকতি বিহীনা বুলি
আই তোৰ পুত্ৰ শকতিবন্ত।"
"শঙ্কা নকৰা নকৰা ভয়
জয় মহাত্মাৰ জয়"

—এই গানবোৰ যেন একুৰা একুৰা অগঠা হৈ চিটিকি হিয়াৰ আকাশত চাব খাই সুৰৰ কাপনিৰে তিৰবিৰাই তৰাবলীৰ দৰে জিলিকি জিলিকি উঠে। জাতীয় আন্দোলনৰ মূলমন্ত্ৰ এই গানবোৰৰ মাজেদি ফুলঝাৰিৰ দৰে বিৰিঙি ওলাই চাৰিওফালে বিয়পি পোহৰাই তোলে।

শোণিত কুঁৱৰী যুগৰ সেই সুৰবোৰৰ লগত বিলাতৰ পৰা অহা গানৰ সুৰবোৰ সম্পূৰ্ণ বেলেগভাৱে বৈশিষ্ট্যপূৰ্ণ, বিদেশী সুৰৰ মিনাৰ ছাব পৰিছে সুৰবোৰত, অথচ নিজৰ অতুৰা ঠাচ্ এৰা নাই সেইবোৰে। নিভাঁজ অসমীয়া

সুৰবোৰ যেন পাহিয়ে পাহিয়ে তিৰবিৰাই আছে। বিলাতত থাকোঁতে তেওঁ "কাৰেঙৰ লিগিৰী" নাটখন লিখি শেষ কৰে। এই গানবোৰ কাৰেঙৰ লিগিৰীৰ সৈতে বিলাতৰ পৰা তেওঁৰ হিয়া কাৰেঙৰ গভীৰতম কক্ষৰ পৰা সুৰুঙাই দি বাহিৰলৈ ওলাই আহে, "কাৰেঙৰ লিগিৰী"ৰ গানৰ সৈতে মিল আৰু বৈশিষ্ট্য-পূৰ্ণ। এই গানবোৰক কাৰেঙৰ লিগিৰীৰ যুগ বুলিব পাৰি।

শোণিত কুঁৱৰী যুগৰ গানবোৰত হুবহু নিভাঁজ অসমীয়া আইনাম, বিয়ানাম বিহুনাম, বনগীতৰ সুৰ শুনা যায়। জ্যোতিৰ বৈশিষ্টাপূৰ্ণ সুৰ কেইটামান গীতৰ বাহিৰে ইমান ৰিৰডি নোলায়।

১৯৩৩ চন হবলা জ্যোতি ককাইদেউ সিদিনা বৰ ব্যস্ত।·· ···পুৱা।·· ·· আকৌ সেই পকী ঘৰ। ঘৰৰ আগ চোতালত লোকে লোকাৰণ্য। ভাৰতীয়া বাছনি জয়মতী ফিল্মৰ কাৰণে উলহ মালহ দল্‌দোপ্‌ হেন্দোলদোপ। সেই ৰগা, শকত, থমৃথমীয়া পকী ঘৰৰ ভিতৰ চৰাত মই। বাছনি ভাগে।

কোঠালীত জ্যোতি ককাইদেউ আৰু মই।·· টেবুলত 'জয়মতী'ৰ জাপে জাপে ফাইলে ফাইলে কাকত সজুলি।·· চাই চিন্তি ভাবি, গুনোঁ গুথোঁ। ককাই দেউৰ পাকৈত ওজালি দেখি মন্ত্ৰমুগ্ধ হৈ ৰ' লাগি থৰ হওঁ। বহু আলচ চলে। কথা বতৰা চোবাওঁ—উকিয়াওঁ। একেলগে তাতে থাওঁ।··

সিদিনা আবেলি। দক্ষিণ-পূব চুকৰ সেই কোঠালীত আমি দুয়ো সন্মুখত অৰ্গেন লৈ ৰীড্‌বোৰৰ ওপৰেদি তেওঁ তেওঁৰ ক্ষীণ যাদুকৰী আঙুলি কেইটি লিৰিকি লিৰিকি আলফুলকৈ বুলাই যায়।

কিমান যে সুৰ অৰ্গেনৰ গৰ্ভলীৰ পৰা বিৰিঙি ওলাই কোঠালীটোত উফৰি বাগৰি বাগৰি পৰে, ৰজন জনাই উঠে। সেই সুৰবোৰ গানবোৰে "কোনে কলে তোক শকতি বিহীন বুলি"—"সাজু হবৰে হ'ল ডেকাল'ৰা"—তেজপুৰৰ ছাত্ৰ সন্মিলনলৈ পঠিওৱা গীত দুটি,—সেই গীতবোৰ 'কাৰেঙৰ লিগিৰী'ৰ, "পৰ্বততে ফুলিলে ৰঙানোকৈ ফুলৰে কলি"—বনৰীয়া আমি বনৰচৰাই, "বাৰিষাৰে ঘন ঘোৰ" "যাউতী যুগীয়া মোৰ বন ঐ" আৰু যে কিমান? সকলো বিলাতত ৰচা।

মন্ত্ৰমুগ্ধ মই। কেৱল সেয়ে নহয়, মোৰ মন কোঁহো উলাহৰ ৰহীৰে ৰহভৰ হয়। সেই ৰহভৰ ৰহঘৰাত ৰহদৈ কুঁৱৰীহঁতে সেই সুৰবোৰৰ তালে তালে ছেৱে ছেৱে গাত জিকাৰ তুলি সাজোন সাজি কাচোন কাচি নাচোন নাচে। সুৰবোৰ শুনি ভাবো, চিন্তো, গুনোঁ গুথোঁ। শোণিত কুঁৱৰী যুগৰ

গীত-ৰাগ সকলোকৈ এইবোৰৰ ৰাগ সুৰ সম্প্ৰদয়ত বেলেগ যেন লাগে। সুৰ লানি নিছিগাকৈ গৈ থাকে, বৈ থাকে। গানৰ এশাৰী হ'ত বয়, তাৰে পৰা আকৌ খোপনী পুতি আন শাৰী আগুৱায়, ছিঙি নেযায়।

যেনে—'কাৰেঙৰ লিগিৰী'ৰ সেই নাগিনী ছোৱালীইত কণুক ঝুনুক, থ,নুকে গোৱা গীত ফাকি—"বনৰীয়া আমি বনৰ চৰাই, বনে বনে ফুৰো অনাই বনাই—গান্ধাৰৰপৰা পাতনি মেলি সুৰ বগাই পহিলা শাৰীৰ সামৰণি পৰে, গান্ধাৰত খোপনি পোতে, সেই গান্ধাৰেদি জখলা বগাই "অনাই বনাই বনে বনে ফুৰোঁ, অনাই বনাই"—গান্ধাৰৰ পৰা পাতনি মেলি সুৰ বগাই পহিলা শাৰীৰ সামৰণি পৰে ধৈৱতত চৰাইৰ হটোত, সেই ধৈৱতৰ পৰাই দুচৰা শাৰীৰ 'বনে বনে'ৰ ব—টো গান্ধাৰত খোপনি পোতে। সেই গান্ধাৰেদি জখলা বগাই অনাই বনাই-ৰ—অ-টো পঞ্চমৰ পৰা ছোপ লয়, তিচৰা শাৰীৰ অনাই বনাইৰ অ-টো পঞ্চমৰ পৰা খোজ লৈ মুদাৰাৰ সা-ত উশাহ লয়, সেই ষড়জৰ পৰাই উ উ' মাতোতে ঋষভৰ পৰা মৈধম, মৈধমৰ পৰা পঞ্চম, পঞ্চমৰ পৰা ধৈৱত, ধৈৱতৰ পৰা একেবাৰে দেও দি তাৰাৰ গান্ধাৰলৈ জাপমাৰি তাৰাৰ ঋষভ, ষড়জেদি পিচুৱাই একে ছিপে পঞ্চমলৈ আহি পুনৰ জপিয়াই তাৰাৰ ষডজলৈ আৰু তাতে জিৰণি লয়।

বিলাতৰ পৰা উভতি অহাৰ পাছত জ্যোতিৰ গানৰ বেছি ভাগতে সুৰৰ এনে লানি নিছিগা মালিকাৰ দৰে গাঁঠনি থকা দেখা যায়।

জ্যোতিৰ গান তিনি ভাগত ভগাব পাৰি, তিনি ভাগেই যেন—তিনিটা যুগ, শোণিত কুঁৱৰীযুগ, কাৰেঙৰ লিগিৰী যুগ আৰু লভিতা যুগ। সুৰৰ এনে লানি নিছিগা বৈশিষ্ট্য "কাৰেঙৰ লিগিৰী" যুগতেই প্ৰায় গানতে বিৰিঙি উঠে। "শোণিত কুঁৱৰী যুগতো দুই এটা গীতত এনে বৈশিষ্ট্য ঠাচ সাঁচ দেখা যায়, শুনা যায়। বোধকৰো শোণিত কুঁৱৰী যুগৰ গৰ্ভত কাৰেঙৰ লিগিৰী যুগৰ জন্মৰ সম্ভাৱনা সেই কাৰণে শোণিত কুঁৱৰী যুগতো দুই এটা গীতত এনে ছাব আঁৰে আঁৰে দেখা যায়, ৰিণি ৰিণি শুনা যায়।

এই সুৰ জননীৰ ঝৰে উদাৰাৰ ধৈৱতৰ পৰা পাতনি মেলি সা-ৰে গা-ৰ ওপৰত অলপ খেলা কৰি। 'পূজাৰীৰ ৰে-ৰে আকৌ উদাৰৰ ধৈৱতলৈ আহি জিৰণি লয়, সেই উদাৰাৰ ধৈৱতৰ পৰা পুনৰ বগাই গৈ। 'শুদাৰ দা-ৰে—মুদাৰাৰ গান্ধাৰত ঝৰলৈ, তাতে খোপনি পুতি আকৌ আগুৱাই সেই গান্ধাৰতে 'বস্তি'ং-ৰে থিতাপি পাতি আকৌ আগবাঢ়ি পিচোৱাই উদাৰাৰ ধৈৱতত জিৰায়, এই-

দৰে লানি নিছিগাকৈ আগুৱাই পিচোৱাই থাকে যেন এধাৰি মালাহে। এনে সুৰৰ মালী-জ্যোতি ককাইদেউ পাকৈত মালাকাৰ।

অৰ্গেনৰ বগা ক'লা বীদৰ ওপৰেদি ৺জ্যোতি ককাইদেউৰ ক্ষীন আঙুলি কেইটি ঢৌ খেলি যায়, লগে লগে ছেৱে ছেৱে গাটো হালে জালে, তেওঁৰ আঁখি মুৰি সপোনৰ ৰহন বুলোৱা—বিভোৰ লগে লগে গান ; গুৰু গম্ভীৰ মাত—

কিমানসুৰ,—কিমানগান, বিধ বিধ ৰহৰ ৰহঘৰা,—ৰহভৰ, ৰহপুৰ—ৰহে ৰসে ভৰপূৰ।

বিলাতত ইমান বছৰ, অথচ সেই সুৰবোৰত সেই গানবোৰত বিজতৰীয়া ছাব নাই, আছে জতুৱা ঠাচ। সাজে-ভাঁজে, লাছে-কাছে, ঠাচে নিভাঁজ অসমীয়া, চিনা চিনা, শুনা শুনা, জনা জনা, জনা গানেই হে মনকোঁহত ৰজন-জনায়। জনা গাভৰুৱে তাইৰ ন ৰেহৰূপ লৈ ওলালেই তাইক বুকুত আঁকোৱালি লবলৈ মন ডাং থায়। এনে কাৰণে জ্যোতিৰ গানে অসমীয়াৰ মন ভুলায়, জনা সুৰ ন ন সাজেৰে ন ন কাচেৰে, বিধ বিধ ৰেহ ৰূপেৰে ওলায়। অসমীয়াৰ হিয়া আমঠু বুলি গুণি গুঁথিয়েই জ্যোতিৰ গান সাৰটি লবলৈ অসমীয়া ইমান হেপেহুৱা। সেই কাৰণে তেওঁৰ গান ইমান জন প্ৰিয় ··।

হিয়াই হিয়াই নিবিড় ঘনিষ্ঠতাই জনপ্ৰিয়তাৰ ঘাই শিপা, হিয়া কাৰেঙৰ গুপুত টোলত গোপন চ'ৰাত তেখেতৰ গানবোৰে উলাহৰ হেন্দোলনি তোলে। সেয়েহে জ্যোতিৰ গান অসমীয়াই ভাল পায়।

তেখেতে গায়েই থাকে গীতৰ উপৰি গীত, সুৰৰ বন্তি-ঝাৰ জ্বলে, উজ্জ্বলে। গান ৰয়। হঠাতে বন্তি-ঝাৰ নুমায়। কাঁহ পৰি জীন যায়। যাদুকৰী আঙুলিৰ বুলনি থামে। নিজম-নিমাত। সপোনৰ জাল ফালি যায়। কোঠালিত বিজুলী চাকি জ্বলি থাকে সুৰৰ আকাশৰে গোটেই কোঠালী ভৰপূৰ হয়।

আৰু কিছুপৰ আলচ বিলচ।···

তাৰ পিছত মেলানি মাগি ওলাই আহো বাজলৈ। মাজনিশা ; ঘোপ মৰা এন্ধাৰ। বাটত চাকিৰ ক্ষীণ পোহৰ ; হিয়াত জ্যোতিৰ শিখাৰ জুইৰ ৰেঙনি, হিয়া-চাকি উমি উমি জ্বলে। চিত্ৰবনত ব্যস্ত জ্যোতিৰ দেহ, জ্যোতিৰ মন। 'জয়মতী' সাজি কাচি ওলোৱাৰ উপক্ৰম। ডেকা গাভৰু শিল্পী সকলৰ নতুন উদ্যম।···

মাজে মাজে তেওঁ তেজপুৰলৈ আহে।···

আহিলেই মাতে ; যাওঁ, আলচ কৰোঁ।···

এদিনা সেই থমথমীয়া পকীঘৰ।…বহি আছোঁ সেই কোঠাৰ ভিতৰত।… এজনী পাট গাভৰুৱে ভিতৰৰ পৰা ওলাই আহি নমস্কাৰ জনাই কাষ চাপে। সৰলা ধুনীয়া ছোৱালীজনী…মোৰ চেয়াৰৰ তেনেই কাষত থিয় হৈ কয়, "মোক আপুনি নাচ-গান শিকাব লাগিব।"…পোনে পোনেই সেইষাৰ কথা।…উত্তৰ দিবলৈ নৌ পাওঁতেই জ্যোতি ককাইদেৱে কয়, "হেৰা মাক! এওঁ বিষ্ণু! তোমাক নাচ-গান শিকাব। ভালকৈ শিকি লবা।…"

মোলৈ চাই কয়—"এওঁ মাকন, গোলাঘাটৰ। জয়মতীৰ ডালিমী ভাওত লৈছোঁ, নাম দিছোঁ স্বৰ্গজ্যোতি—স্বৰ্গজ্যোতি দত্ত।"…স্বৰ্গজ্যোতি!

সঁচাকৈয়ে জ্যোতিৰমান স্বৰ্গৰ জ্যোতি, সৰগৰ জেউতি।… দুয়োলৈ ৰ লাগি চাওঁ। মাজে মাজে মাকন, চিত্ৰবনৰ পৰা তেজপুৰলৈ আহে। আহিলে মাতে, যাওঁ, গান শিকাওঁ জ্যোতিৰ গান—বিশেষকৈ সেই গান—

'কোন কত আছ আহ অ' সমনীয়া তই
সন্মুখত হ' থিয়
মাতৃ পূজাৰ ভাগ লবলৈ হেলা কৰ' কিয়
গুৰনী পৃথিবী গুৰাই থকা অসম।

সেই দিনাৰ পৰা মন পুতি তেওঁৰ গানৰ সুৰ চানেকী মনোযোগেৰে লেখোঁ।

শোণিত কুঁৱৰী যুগ আৰু কাৰেঙৰ লিগিৰী যুগৰ জ্যোতি ককাইদেউৰ গানবোৰৰ সুৰ চানেকী সম্পূৰ্ণ কৰোঁ।

"জ্যোতিৰ গান" সেই পুথিখন বুকুত সাৱটি লৈ ঘূৰি ফুৰিছিলোঁ। পাঁচ বছৰ ৰাজনৈতিক দুৰ্যোগত পৰি অজ্ঞাতবাসত থাকি বিৰাট পৰ্ব সৃষ্টি কৰি বিৰাট শক্তিৰ সাধনা কৰিছিলোঁ কিন্তু জাতিৰ দুৰ্ভাগ্য দেশৰ দুৰ্ভাগ্য, সেই পুথিখন হেৰাল। আছে নে নাই আজি কব নোৱাৰোঁ।

বাতিপুৱাই দুয়ো সেই ডালিমী পাহাৰলৈ একে লগে যাওঁ একে লগে থাওঁ, একেলগে সেই ডালিম গছ জোপাৰ তলত বহি জ্যোতিৰ গানৰ বিষয়ে আলোচনাৰ উপৰিও নানান্ আলচ পাতোঁ।

এদিন অৰ্গেনত বৰগীত, নাটৰ গীত বাজি উঠে। তেৱোঁ গায়, ময়ো গাও। গুৱাহাটীত থাকোঁতে শ্ৰীলক্ষ্মী দাসৰ পৰা সংগ্ৰহ কৰা অলা-মলাকৈ বৰগীতৰ স্বৰলিপিৰ কথা উতুকিয়ায়।

এদিন তেওঁ দেখুৱায় সেই স্বৰলিপিবোৰ। চাওঁ তেওঁৰ অপূৰ্ব প্ৰচেষ্টা—বৰ গীত পুনৰ উদ্ভাৱনাৰ অসীম চেষ্টা।

সেই ডালিমী পাহাৰতে আমি দুয়ো ভাৰতীয় সঙ্গীত পদ্ধতিৰ নাৰীৰ বিষয়ে গভীৰ আলোচনা কৰোঁ। ভাৰতীয় সঙ্গীতৰ দুটা পদ্ধতি দেখা যায়, হিন্দুস্থানী আৰু কৰ্ণাটকী ; আমি দুয়ো আবিষ্কাৰ কৰোঁ আৰু এটা নতুন পদ্ধতি কামৰূপীয়া সঙ্গীত পদ্ধতি। দুয়ো দেহেকেহে লাগোঁ। ডেকা'ৰ গাৱত ৰাস-পূৰ্ণিমাৰ নিশাৰ কাৰণে ৰাস ভাওনাৰ আয়োজন চলে, দুয়ো গৈ আখৰাত উপস্থিত থাকি দিহা পৰামৰ্শ দিওঁ। আমাৰ উপস্থিতিয়ে ৰাইজক বৰ উছাহ দিয়ে। আটোম টোকাৰীকৈ পতা ৰাস সাফল্যমণ্ডিত হয়। অসমীয়া ৰাইজৰ চকু মন নাট ভাওনাৰ ফালে ঢাল খায়। সত্ৰে সত্ৰে নৱ উদ্দীপনা জাগে, নতুন দৃষ্টিভঙ্গীৰে এই ধাৰা আৰু পদ্ধতিৰ ফালে অসমীয়াই মনোযোগ দিয়ে, তেতিয়াৰ পৰাই অসমৰ শাস্ত্ৰীয় সঙ্গীত পদ্ধতি আৰু নাট্যকলাৰ চৰ্চা আৰম্ভ হয় আৰু আজিও হৈ আছে।

তেজপুৰৰ সাহিত্য সন্মিলনৰ সময়ত লগতে বহা সঙ্গীত সন্মিলনৰ আমি উভয়ে যুটীয়া সম্পাদক আছিলোঁ, কিন্তু অসুস্থ থকাত তেওঁ বিশেষ সহযোগ কৰিব নোৱাৰিছিল। আমাৰ সপোন দিঠকত পৰিণত নহল যদিও কাকতত প্ৰকাশিত হ'ল, "জ্যোতিৰ জ্যোতিত ৰাভাৰ আভাত গোটেই শোণিতপুৰ নগৰী উদ্ভাসিত।"

সৌভাগ্য—তাতেই পহিলা মহিলা দলৰ অৰ্কেস্ট্ৰা প্ৰদৰ্শিত হৈছিল।

এবাৰ 'কাৰেঙৰ লিগিৰী' নাট হব তেজপুৰ বাণ ৰঙ্গমঞ্চত। মোক ভাও দিয়া হ'ল সুদৰ্শনৰ আৰু লগতে সঙ্গীত পৰিচালনাত। সুদৰ্শনৰ "মোৰে জীৱনৰে সখা কৃষ্ণ" আৰু 'অ সোঁৱৰণী' দুটি গানৰ সুৰ মোৰ মন আৰু সুবিধা অনুযায়ী সলনি কৰিবলৈ স্বাধীনতা পাই এই গীত দুটিৰ সুৰ জ্যোতিৰ ঠাঁচ, সাঁচত, খুঁত নলগাকৈ সৰস কৰি লৈ গাওঁ।

তেওঁ গোটেই নাটকৰ পৰিচালনাত ব্যস্ত, আৰু মই সুদৰ্শনৰ ভাও আৰু সঙ্গীত পৰিচালনাত ব্যস্ত। সুদৰ্শনৰ ভেশৰ ওপৰেদি চাদৰ মেৰিয়াই ঢাকি ৰংসনা মুখৰে বাহিৰেদি অৰ্কেষ্ট্ৰাৰ খোলালৈ আহি অৰ্গেনৰ সন্মুখত বহি অৰ্কেষ্ট্ৰা পৰিচালনা কৰোঁ, নাটকৰ গান বোৱো।

সেই অৰ্কেষ্ট্ৰা—অসমীয়া ঠাচৰ অৰ্কেষ্ট্ৰা, অসমীয়া বাঁহী, টকা, পেঁপা, খোল, তাল, খুটিতাল, ভোৰতাল, দোতৰা, নাগৰা, ডবা, চেৰেঙা, কৰতাল—লগতে বেহেলা, পিকলো, ক্লাৰিওনেট্, অৰ্গেন আদি বাদ্যযন্ত্ৰৰ অৰ্কেষ্ট্ৰা—এক অভিনৱ বস্তু। সেই খোলা ৰঙ্গমঞ্চৰ সন্মুখৰ গাঁতত প্ৰেক্ষগৃহত সকলো দৰ্শকমণ্ডলীৰ আগভাগত। এই অৰ্কেষ্ট্ৰাৰ কাৰণে কিমান শ্ৰম, কিমান পণ, কিমানদিন যে আখৰা, বিশেষকৈ তেওঁ আৰম্ভণি অৰ্কেষ্ট্ৰা বজাওঁতেই পৰিচালনাৰ

কাৰণে ৰঙ্গমঞ্চৰ ভিতৰলৈ আহে আৰু সুদৰ্শনৰ ভাওত মোৰ গানৰ সময়ত সেই খোলালৈ গৈ অৰ্গেনৰ আগত বহে।

অৰ্কেষ্ট্ৰাও যে নিভাঁজ অসমীয়া সুৰত বাজি উঠে, মানুহে আগতে কল্পনাও কৰিব পৰা নাছিল। ই-অভূতপূৰ্ব। অথচ অসমীয়াৰ বুকুৰ কলিজা, চিনা চিনা, জনা-জনা শুনা-শুনা বিজতৰীয়া অচিনাকি হিন্দুস্থানী সঙ্গীতৰ ৰাগ ৰাগিণীৰ তান—ঐক্যতান নহয়।

অসমীয়াৰ হিয়া আমঠু মথি ওলোৱা অসমীয়া সুৰৰ অমৃত ধাৰা শুনিলে অসমীয়াৰ মন-প্ৰাণ নাচি উঠে। ১৯৩৫ চন হবলা, তেজপুৰলৈ কলিকতাৰ চেনোলা ৰেকৰ্ড কোম্পানীৰ শ্ৰীকাৰ্ত্তিক চক্ৰৱৰ্ত্তী আহি মোৰ লগত দেখা কৰে, উদ্দেশ্য তেওঁৰ কোম্পানীত "শোণিত কুঁৱৰী" আৰু "জয়মতী" এই দুখন নাট ৰেকৰ্ড কৰিব লাগে আৰু এই দুয়োখন নাটৰ আমি দুয়ো সুটীয়া পৰিচালনাৰে হব লাগে। তেওঁৰ ঘৰলৈ গৈ আলোচনা কৰে। তেওঁ মান্তি হয়, কিন্তু এটা চৰ্ত্তত তেজপুৰত এটা সঙ্গীত বিদ্যালয় স্থাপিত হব। সেই বিদ্যালয়ৰ কাৰণে কোম্পানীয়ে বাদ্যযন্ত্ৰ কিছুমান দিব লাগিব। চক্ৰৱৰ্ত্তী ভাণ্ডৰায়াই কোম্পানীৰ হৈ সেই চৰ্ত্তত মান্তি হয়।

বাণ ৰঙ্গমঞ্চত আখৰা হয়। তেজপুৰতে ফণী শৰ্ম্মা আছেই, স্বৰ্গ জ্যোতি আছে আৰু আছে সেইসকলৰাটিভূপেন হাজৰিকা ; যাক বুকুত লৈ কলিকতালৈ গৈ মই গান শিকাইছিলোঁ। ভাও দিয়া হয়, আখ্‌ৰা কৰা হয়। গান শিকোৱা হয়। ছখনীয়াকৈ ৰেকৰ্ডৰ নাটক লিখিবলৈ মোক ভাৰ দিয়া হয়। "জয়মতী"ৰ প্ৰথম।

মোৰ নিজস্ব দেশৰ ছোৱালী অ'!
'পাছে পৰি পৰি থাক কিয় ?
অসম দেশৰ ছোৱালী অ'!

আৰু আন আন।...

এদিন জ্যোতিককাইদেৱে কয়——"হেৰাবিষ্ণু! তুমি বড়ো—কছাৰী নাচ জানা নহয় ?"

"জানো" বুলি কওঁ। তেওঁ কোৱাত মই নাচি দেখুৱাওঁ। "ঠিক আছে।" ......"কি ঠিক" বুলি সোধো।..." এই নাচ মই জয়মতীত দিম, জাপি নাচ ! তেওঁৰ মুখলৈ মই চাওঁ...আৰু ক'বৰ সময় নাই।...

"নাচো"।...তেওঁৰ নিৰ্দ্দেশ অনুযায়ী নাচো, তেৱোঁ নাচে। নাচি নাচি

তেওঁ—মাকনক কয়,—কি চাই আছা, নাচা মাকন! তুমিও নাচা ··মাকনো নাচে।··তিনিও নাচোঁ—মাকন, জ্যোতি, মই, "জয়মতী" বোলছবিৰ জাপি নাচ, সেই ৰভো নাচ, যি তেওঁৰ প্ৰতিভাৰ সাঁচত পৰি বেলেগ বিশিষ্ট ঠাচ লয়। এয়ে জ্যোতিৰ উন্মেষশালিনী শকতি।···

"জয়মতী" বোলছবি জ্যোতিৰ প্ৰতিভাৰ পূৰ্ণ বিকাশ। কিন্তু দুৰ্ভাগ্যৰ ঘোৰ অন্ধকাৰে তেওঁৰ দেহ-মন ছাট পেলায়, ধনৰ অভাৱ, মাতৃ দেৱীৰ মৃত্যু, ভ্ৰাতৃ সূৰ্য্য প্ৰসাদৰ আত্মহত্যা আৰু কৈঙ্গী ব্ৰাদাৰ্চৰ বিশ্বাস ঘাটকতা। তথাপি তেওঁৰ অন্তৰ অচল, অটল, দুৰ্জ্জয়—জ্যোতিৰ প্ৰসাদ লভি চিৰ জ্যোতিষ্মান।

ভাৰতৰ চিনেমা জগতত বোলছবি পথাৰত চতুৰ্থ পদক্ষেপ এই অসমীয়া কথাছবি "জয়মতী।" প্লে বেক তেওঁ প্ৰথম প্ৰৱৰ্ত্তন কৰে।—প্ৰৱাহ সঙ্গীত প্ৰথমে প্ৰচলন কৰে এই ভাৰতত। যেতিয়া লাহোৰত তেওঁৰ হিয়াৰ আমঠু—"জয়মতী" নীৰৱ, নিমাত, হতাশ নহৈ আগত প্ৰজেক্সন চাই অৰ্গেন লৈ একেবাৰে আৰহ সঙ্গীতৰ পৰা আৰম্ভ কৰি সকলোৰে বচন মাতি নিজেই গায়, মতাৰ মতা মাতেৰে, তিৰোতাৰ কৃত্ৰিম তিৰোতাৰ মাতেৰে। অলৌকিক।

"জয়মতী" বোলছবি ওলায়। সকলোৰে শলাগৰ জাউৰি--উঠে। অসমীয়াৰ গীত মাত অভিনয় চাই অসমীয়াই বিস্ময় মানে।

জ্যোতি প্ৰসাদৰ অন্তৰত বেজাৰ থাকিলেও আনন্দ বিৰিঙি উঠে। অসমীয়াৰ চকুত জয়মতী অনিন্দ্যসুন্দৰ।···গীত-মাত নিভাঁজ অসমীয়া, থৰা-বুঢ়া কাক কয় ডালিমী নাজানে তাক"—"পৰ্বততে ফুলিলে ৰঙানোকৈ ফুলে কলি"—"সোণৰ পালেঙতে অ' মন তৰা" অসমীয়াৰ চিনা-চিনা, শুনা-শুনা, তৰা' আকৌ অসমীয়াৰ চিনা-চিন', শুনা-শুনা, জনা-জনা সুৰ লগতে "লুইতৰে পানী যাবি ঐ বৈ" শেহৰ গীতটি আৰু আৰম্ভণি গীতটিৰ সুৰ অসমীয়াৰ হিয়াৰ আমঠু পৰশ কৰে—যেন প্ৰতিটি গীত অসমীয়াৰ কলিজাৰ এডুখৰি—আইনাম, বিয়ানামৰ।

ইউৰোপত বহু ষ্টুডিঅ, বিশেষকৈ জাৰ্মানীৰ আগফা ষ্টুডিঅ, "চিৰাজ" আৰু লাইট অৱ এচিয়াৰ নিৰ্মাতা ৺হিমাংশু ৰায়ৰ লগত পৰিদৰ্শন কৰিও তেওঁ চেচিল্ হেপওৱাৰ্থ, প্ৰিফিয় ইংস, আইজেনষ্টাইন, পুডফ্ কিন্ হোৱা নাই, এডিনবাৰ্গত সঙ্গীত শিক্ষা আৰু পাশ্চাত্য সঙ্গীত অধ্যয়ন কৰিও মোজাৰ্ট বিটোফেন, ভাগ্‌নাৰ্ ভবুচী, ষ্ট্ৰাউচ হোৱা নাই, শিক্ষা লৈছেহে, দীক্ষা লোৱা নাই। মূঠৰ ওপৰত জ্যোতি, জ্যোতিয়েই, আন কোনো নহয়। পাঁচ বছৰ ইউৰোপত পৰিভ্ৰমি যি

জ্যোতি চাহাব হৈ আহিছিল. ভাৰতলৈ, অসমলৈ সেই চাহাবক অসমীয়া কৃষ্টি তথা ভাৰতৰ সংস্কৃতিয়ে হত্যা কৰিলে। খাটি অসমীয়া, খাটি ভাৰতীয় ৰূপে সজাই পৰাই ললে। জয়মতী ওলোৱাৰ পিচত তেওঁ তেজপুৰতেই জিৰণি লয়। বাৰী মাকৰ সৈতে মাকন স্বৰ্গজ্যোতিয়ে বামুনী পাহাৰৰ কাষত লুইতৰ পাৰৰ এটা টিলাৰ ওপৰৰ ঘৰত থাকে। বামুনী পাহাৰক তেজপুৰীয়াই উষা পাহাৰ বুলি কয়। ৺লক্ষ্মীনাথ বেজবৰুৱাৰ মানস কন্যা ডালিমীৰ ভাওঁৰ জ্যোতিৰ মানস প্ৰতিমা স্বৰ্গজ্যোতি থকা টিলাক ওচৰ চুবুৰীয়াই ডালিমী পাহাৰ বোলে।

তেজপুৰত থকা কেইদিন, নিতৌ পুৱাতে জ্যোতি ককাইদেৱে মোৰ পঁজালৈ আহে আৰু আমি দুয়োডালিমী পাহাৰলৈ যাওঁ। সেই পাহাৰ, ডালিমী পাহাৰ। ডালিম গছ জোপা আগ চোতালত। অৰ্গেন লৈ তাৰ তলতে বহোঁ। কিমান আলোচনা, কিমান বিলোচনা দুয়োৰ মাজত। তেওঁ গায়, মই বজাই অনুসৰণ কৰোঁ। সেই সুৰবে চানেকী তুলি কাকত পাতত লিখোঁ।

চাই চাই ঘৰত কোৱাৰ দৰে এদিন ঘপৰাই কৈ উঠোঁ, ককাইদেউ! মন কৰিছেনে নাই, আপোনাৰ গানৰ এটা অপৰূপ বৈশিষ্ট্য।'

'কি?'

'আপোনাৰ গানৰ সুৰ য'ত শেষ হয় তাতেই আকৌ দ্বিতীয় শাৰীৰ সুৰ আৰম্ভ হয়।'

'কেনেকৈ? আগতেও কৈছিলা।'

'চাওকচোন'—'জননী পূজাৰে মন্দিৰ শুদা' গাই গাই বজাই শুনাওঁ। আগতে উল্লেখ কৰা মালিকাৰ দৰে লানি নিছিগাকৈ সুৰবোৰ আগবাঢ়ি যোৱা দেখুৱাওঁ।

তেওঁ আচৰিত হয়। তেওঁৰ চকু মুদ খায়, পিচ মুহূৰ্ততে ৰৰকৈ মেলি কয়, 'এৰা হয়তো, মইতো নাজানিছিলোঁ।' তেওঁৰ আন আন কিছুমান গানো গাই শুনাওঁ। একেই ৰেহ, একেই ৰূপ।

"হেৰা বিষ্ণু! তুমিয়েই মোৰ গানৰ স্বৰলিপি কৰিবা। কি নাম দিবা?"

ঘপৰাই কওঁ—"জ্যোতিৰ গান।"

"ঠিক আছে।"

দুটা দৃশ্যৰ প্ৰাৰম্ভেৰে ৰেকৰ্ডৰ উপযোগী জয়মতী লিখোঁ। তেওঁ নিৰ্দেশ দিয়ে, সেই তেজপুৰৰ সদৌ অসম সঙ্গীত সম্মিলনীৰ আৰম্ভণি গীতটো মোৰ ৰচা

গান, আৰু মোৰেই সুৰ—সেইটোৰে "শোণিত কুঁৱৰী" নাটখন আৰম্ভ কৰোঁ। তেওঁৰ নিৰ্দেশ মতে ৺লক্ষ্মীনাথ বেজবৰুৱাৰ "জয়মতী" আৰু জ্যোতি আগৰৱালাৰ "শোণিত কুঁৱৰী" নাট দুখনি লিখি শেষ কৰোঁ।—আখ্ৰা নিয়ম মতে দুবেলা চলি থাকে। এচুকত জ্যোতিয়ে এটা গান লৈ ব্যস্ত, কোনো মতে সুৰ কৰিব নোৱাৰে। মোক মাতি কয়—"হেৰা বিষ্ণু! এই গানটো কোনো মতে সুৰ কৰিব নোৱাৰা হৈছোঁ দেখোন। তুমি চোৱা চোন। মোৰ কিবা বঙালী কীৰ্ত্তনীয়া সুৰহে ওলায়।"

—চাওঁ—জয়মতীৰ সেই কীৰ্ত্তনীয়া সুৰৰ গীতটো—

"সখি হে কি কম এ
দুখৰে কথা
অমৃত মাথোঁতে বিহ ওপজিলে
মিঠা মৌ হ'ল তিতা।

মালতীৰ চাকি খোপাতে পিন্ধিলো
তাৰো গল এপাহি সৰি,
ফুলৰে সজাটিত পখীটি ৰাখিলোঁ,
সিও গুচি গ'ল এৰি।

মাজতে ফুলিলে তগৰ ফুল এপাহি—
সিও যে লেৰেলি যায়।
কোনেও নেদেখোতে
কোনেও নুশুঙোতে
সিও যে মৰহি যায়।"

চেষ্টা কৰো, আগতে জ্যোতি ককাইদেৱৰ কীৰ্ত্তনীয়া সুৰৰ গুন্‌গুননি শুনাৰ পাছত মোৰো তেনে সুৰ ওলাব খোজে। সেই সুৰ পাহাৰিব খোজো, আকৌ জুমুৰি আহে। শেষত যুজি যুজি ঘপহকৈ ওলাই পৰে নিৰ্ভাজ অসমীয়া সুৰ "সখিহে কি কম এ দুখৰে কথা"—শাৰীত। সেই সুৰটোক খামোচ মাৰি ধৰি বাকিখিনি তেনে সাজেৰে সজাই পৰাই গোটেই গানটোকে গাই শুনাওঁ। তেওঁ কয়—বাঃ "ঠিক হৈছে।"—

এদিন কলিকতালৈ যাত্ৰা কৰোঁ সদলবলে। কলিকতাত 'কেলকাটা

হোটেল'ত থাকোঁ। কলিকতা পোৱাৰ লগে লগে জ্যোতি ককাইদেউ অসুস্থ হৈ পৰে। প্ৰথম দুদিনহে তেওঁ ষ্টুডিঅ'ৰ আখৰালৈ যাব পাৰিছিল। তাতে তেওঁ আৰু মই অসমীয়া সাজত "জয়মতী" আৰু "শোণিত কুঁৱৰী" নাট দুখন উলিয়াবলৈ হ'লে কি কি বাজনা লাগিব দিহা পৰামৰ্শ দিওঁ। ৰোগ শয্যাৰ কাষলৈ আহি তেওঁৰ কোঠালিত আমি দুয়ো পুৰা এবাৰ আৰু দুপৰীয়া এবাৰ আলোচনা কৰি ষ্টুডিঅ'লৈ গৈ সেইমতে আখ্‌ৰা দিয়াওঁ। তেওঁ "সপোন পাৰৰ মই সপোন কুঁৱৰী" গীতটিত সুৰ সলনি কৰে, নাটকত নোহোৱা সেই অতি ৰমণীয় মোহনীয় সুৰলা সুৰীয়া গীতটি 'কেল্‌কাটা হোটেল'ত কগ্ন অৱস্থাত ৰচা আৰু সুৰ দিয়া—

সোণৰ সপোন মোৰ ভাঙিলি কিয় ?
অ মোৰ সোণৰে সপোন
চম্পাৰে আঙুলি বুলালি কিয় ?
আজি মোৰ সপোন বিভোৰ।
উষাৰে সোণালী পুৱাৰ সপোন বোৰ
আঁতৰালি কিয় ?...

উষাৰ মুখত সপোন ভঙাৰ পাচত এই গীতটি দিয়াৰ—ব্যৱস্থা কৰা হয়। সেই সুৰবোৰ শুনায়, মই আয়ত্ত কৰোঁ। ভূপেনক শিকাওঁ। "নিমাতী প্ৰতিমা খনি ইঁহা নাই" ৰ সুৰটো মোকেই দিবলৈ কয়। দিওঁ, শিকাওঁ।...

"শোণিত কুঁৱৰী" আৰু "জয়মতী" ৰেকৰ্ড অসমীয়াই আদৰি—লয় নিজৰ বুকুৰ কলিজা বুলি।

এই সঙ্গীত বিদ্যালয় প্ৰতিষ্ঠিত হয়। ১৯৪০ চনত—যাৰ নাম পাচত থোৱা হয়— "জ্যোতি কলাকেন্দ্ৰ।"

"ইন্দ্ৰ-মালতী" কথা ছবিত তেওঁ স্বাধীনতা-সংগ্ৰামৰ গীত ৰচি জুৰি দিয়ে।

'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা মৰিবলৈ ভয় নাই' গীতটিৰ পিচত—'বিশ্ব বিজয়ী নও জোৱান' 'এই গীতটিৰ লুইতৰ পাৰৰ ডেকা ল'ৰাই শ্ৰেষত বিশ্ব বিজয়ী নওজোৱান হবলৈ আহ্বান, আৰু সেই "বিশ্ব বিজয়ী নওজোৱানে হাতত জাতীয় পতাকা লৈ আকাশত উৰুৱাই লৈ আগ বাঢি গোৱা,—

'উৰ্ উৰ্ উৰ্ উৰ্
অভ্ৰভেদী উৰ্

নীল আকাশত উৰ্

তৰাৰ মাজত উৰ্ ।

সবাৰে সামনে উৰ্

তিনি বৰণীয়া ভাৰতৰে জাতীয় পতাকা

আলোকি বিমান

'অ' মোৰ ভাৰতৰে বিজয়ী নিচ্‌ান ।''

তেওঁ কেৱল কবি, গায়ক নাট্যকাৰ, সাহিত্যিকেই নাছিল আছিল দূৰ দ্ৰষ্টা ঋষি ।

ভাৰতৰ আন মানুহে, ভবাৰ আগতে জ্যোতিয়ে অনুভৱ কৰিছিল ভাৰতীয় নৃত্যৰ উৎকৰ্ষ সাধন, দেশত আজি ন-জোৱান শব্দ প্ৰচাৰিত হোৱাৰ বহু বছৰ আগতে স্বাধীনতা সংগ্ৰামী ন-জোৱানৰ কল্পনা কৰিছিল । "ঝাণ্ডা উচা ৰহে হামাৰা ।" পতাকা উত্তোলিত সঙ্গীতৰ বহু বছৰ পূৰ্বতে সপোন সনা মহীৰে লিখিছিল—

আলোকি বিমান

অ' মোৰ ভাৰতৰে বিজয়ী নিচান ।'

"স্বাক্ষৰ"

মাহেকীয়া আলোচনী

প্ৰথম বছৰ ১ম সংখ্যা

সম্পাদক—

শ্ৰীগোপাল দাস



# ৰাভা প্ৰবন্ধাৱলী

## মানৱ জাতি

সুৰ্য্য আৰু তাৰ মাণিকময় সংসাৰ :—এই নিশা আকাশত তৰাবোৰে কেনেকৈ তিৰ্‌বিৰাই আছে, চোৱাচোন? কিমান তৰা, তাৰ সীমা নাই। সিহঁত অসংখ্য; গণিব নোৱাৰি। সৌ যে দেখিছা এটা বগা ধোৱঁাৰ দৰে দীঘলীয়া ৰেখা আকাশৰ মাজেদি গৈছে, যাক আমি অসমীয়া ভাষাত হাতী পটি বুলি কওঁ, যাক বড়ো কছাৰী সকলে "ৰাজা লামা" বোলে, সেইয়া জানো

হাতীয়ে বুলা বাট নে ৰজাই খোজ কঢ়া ৰাস্তা? পটিও নহয়, বাট ৰাস্তাও নহয়, সেইয়া হৈছে নীহাৰিকাৰ (Nebula) ৰেখা। সেই নীহাৰিকা হৈছে এটা উজ্জ্বল বাষ্প-পিণ্ড।...এই তৰাবোৰ এনে নীহাৰিকা বা বাষ্প পিণ্ডৰ পৰাই জনম পাইছে। যি বিলাক তৰাই স্থিৰ্ হৈ থাকে সেই বিলাক হৈছে নক্ষত্ৰ। যিবিলাক তৰা থিৰ অথচ ৰঙচুৰা, সেই বিলাক হৈছে গ্ৰহ।

এনে আকাশ সংখ্যা নোহোৱা জেউতিৰে ভৰা। কিছুমান জেউতি যাক জ্যোতিষ্কও বুলিব পৰি,—সেই জ্যোতিষ্কত পানীও নাই, মাটিও নাই, কেৱল পোহৰ আৰু তাপহে ভৰি আছে। ইহঁত থিৰ হৈ থাকে, লৰচৰ নকৰে। এই বিলাকেই হৈছে নক্ষত্ৰ। চকুৰে যিবিলাকক আমি থিৰ আৰু ৰঙচুৰা তৰা যেন দেখিছোঁ সেই বিলাক হৈছে গ্ৰহ। সিবিলাকে এনে নক্ষত্ৰৰ চাৰিও পিনে ঘূৰে। নক্ষত্ৰৰ লগত ৰিজাই চালে, আমি পাওঁ যে, এই গ্ৰহবিলাক বৰ সৰু, তাৰোপৰি সিবিলাকৰ নিজা তাপও নাই, পোহৰও নাই। নিজৰ মাক বা বাপেক হেন নক্ষত্ৰৰ পোহৰ পাইহে এই গ্ৰহ বিলাকে জিলিকি উজ্জ্বলি উঠে। নক্ষত্ৰবিলাকৰ ঠাই থিৰ আৰু ইটোৰ পৰা সিটো নক্ষত্ৰৰ মাজৰ দূৰত্বও স্থিৰ। গ্ৰহবিলাকৰ কিন্তু তেনে নহয়। কোনো গ্ৰহৰপৰা কোনো নক্ষত্ৰৰ দূৰত্ব অথবা ইটো গ্ৰহৰপৰা সিটো গ্ৰহৰ দূৰত্ব সমান নাথাকে,—কম বেচি হয়। গ্ৰহবিলাক যেনেকৈ নক্ষত্ৰৰ চাৰিওফালে ঘূৰে, কিছুমান জ্যোতিষ্কও আকৌ গ্ৰহবিলাকৰ কেওপিনে ঘূৰে। এইবিলাকক উপগ্ৰহ বা অনুচৰ (satellite) বোলে। তেনেহলে আকাশত সৌবিলাক তিৰবিৰাই জিলমিলাই থকা তৰা বিলাক কি? সেই বিলাকেই হৈছে একোটা একোটা হীৰা চপৰাৰ দৰে জ্যোতিষ্ক, সেই বিলাকেই হৈছে অগণন নক্ষত্ৰ, গ্ৰহ, উপগ্ৰহ আৰু আন আন জ্যোতিষ্ক।

আমাৰ সূৰ্য্যও এটা নক্ষত্ৰ। কিছুমান নক্ষত্ৰ সূৰ্যতকৈ ডাঙৰ, আৰু কিছুমান সৰুও। এই বেলিৰ কেউপিনে বহুতো গ্ৰহ উপগ্ৰহ ঘূৰে। এই সূৰ্যেই সকলোৰে কেন্দ্ৰ আৰু ইয়াৰ পৰাই সিবিলাকে পোহৰ আৰু তাপ পাইছে। এমাইল দুমাইল আঁতৰত নহয় কোটি কোটি মাইল নিলগত থকাৰ কাৰণে আমি সূৰ্য্যক সৰু দেখোঁ। আচলতে ই সৰু নহয়। সূৰ্য্যৰ ব্যাস হেনো ৮৬ লক্ষ মাইল আৰু পৃথিবীতকৈ ১৩ লক্ষ গুণ ডাঙৰ। তাত পানী নাই, মাটি নাই, তপত ভাঁপহে। তেনে তপত ভাঁপৰ কাৰণে সূৰ্য্য উজ্জ্বল। তাৰ এনে উজ্জ্বল বাষ্পৰাশিৰ পৰাই আমি পোহৰ পাও; পৃথিবীত দিন ৰাতি হয়।

সাত-বৰণীয়া বৰণ সেই পোহৰত লুকাই থাকে। কিনকিনীয়া বৰষুণ হলে,

সূৰুযৰ সাত-বৰণীয়া ৰহণ ধনুভিৰীয়া হৈ আকাশত সুন্দৰকৈ ওলমি থাকে। সেই ইন্দ্ৰধনু দেখিলে, ৰঙত নাচিবলৈ মন যায়।

এই সূৰ্য্য আৰু তাৰ গ্ৰহ-উপগ্ৰহ আদি সকলোকে সৌৰ জগৎ বোলে। সূৰ্য্য হৈছে বাপেক, আৰু গ্ৰহ-উপগ্ৰহ হৈছে তাৰ পো পোৱালী। সূৰ্য্যৰ পৰিয়ালেই হৈছে সৌৰজগৎ, আৰু সৌৰ জগতেই হৈছে সূৰ্য্যৰ মানিকময় সংসাৰ।...

প্ৰেমৰ জৰীৰে যেনেকৈ মানুহৰ সংসাৰ চলে, তেনেকৈ সূৰ্য্যৰ নিজা আকৰ্ষণীয় শকতিৰে, ই তাৰ সংসাৰ সৌৰ জগৎখন চলায়। বুধ, শুক্ৰ, পৃথিৱী, মঙ্গল, বৃহস্পতি, শনি, বৰুণ ( ইউৰেনাচ্ ) আৰু ইন্দ্ৰ ( নেপচুন ) এই আঠোটা পোৱালী গ্ৰহই সূৰ্য্যৰ চাৰিওফালে ঘূৰে। বৃহস্পতি আটাইতকৈ ডাঙৰ আৰু বুধ হৈছে সকলোতকৈ সৰু আৰু ধুমনীয়া।

মঙ্গল আৰু বৃহস্পতিৰ মাজত ৪৫০টা হেনো সৰু সৰু গ্ৰহ আছে, যাক গ্ৰহ পুঞ্জ বোলে।

পৃথিৱী—সূৰ্য্য পৃথিৱীতকৈ ১৩ লক্ষ গুণ ডাঙৰ যদি তাক কিয় সৰু যেন দেখি? সোৱা। দুমাইল আঁতৰত ৰেলগাড়ী দেখা যায়। ৰেলগড়ী কিমান ডাঙৰ মানুহতকৈ? তাৰ এটা ডাবাই তোমাৰ নিচিনা তিনিকুৰি মানুহক গিলিব পাৰে। অথচ সেই ৰেলগড়ীটোক দুমাইল নিলগৰপৰা এবলুৱা পোকৰ নিচিনা সৰু দেখা যায়। বেলিকো আমি সেইদৰে দেখোঁ। সূৰ্য্যৰপৰা আমাৰ পৃথিৱীখন কিমান দূৰৈত জানানে? দুমাইল চাৰিমাইল নহয়, ৯ কোটি ৩০ লক্ষ মাইল আঁতৰত এই বেলি কোঁৱৰ। সেই কাৰণে আমি সূৰুযক পৃথিৱীৰপৰা সৰু ঘূৰণীয়া সোণৰ থালি নাইবা ৰূপৰ কাহী-হেন দেখোঁ। বুজিলানে?

এই পৃথিৱীখন সুমথিৰা টেঙাৰ দৰে ঘূৰণীয়া, কিন্তু উত্তৰে-দক্ষিণে অলপ চেপেটা। ই যে সম ধৰাতল ক্ষেত্ৰ নহয়; ঘূৰণীয়া-তাৰ বহুতো প্ৰমাণ আছে। দিগ্বলয়, নাইবা বৰনৈৰ বুকুত বা সমুদ্ৰত জাহাজ চলাচল, নাইবা চন্দ্ৰ গ্ৰহণৰ সময়ত চন্দ্ৰৰ বুকুত পৃথিৱীৰ ঘূৰণীয়া ছাঁ পৰা, সূৰ্য্যোদয় আৰু সূৰ্য্যাস্ত, নাইবা আন গ্ৰহ যেতিয়া ঘূৰণীয়া, পৃথিৱীও গ্ৰহ—ঘূৰণীয়া—এই বিলাকেই প্ৰমাণ।

পৃথিৱীৰ উত্তৰ মূৰক উত্তৰ মেৰু আৰু দক্ষিণ মূৰক দক্ষিণ মেৰু বোলে। সুমেৰু আৰু কুমেৰুও বোলে। পৃথিৱীৰ মেৰুভেদী ব্যাস হৈছে ৭৯০০ মাইল, আৰু বৃহত্তৰ ব্যাস ৭৯২৬ মাইল। পৃথিৱীৰ পৰিধিয়েই হৈছে প্ৰায় ২৫,০০০ বৰ্গ মাইল, আৰু উপৰি ভাগৰ আয়তনেই হৈছে ১৯,৭০,০০,০০০ প্ৰায় ২০ কোটি বৰ্গ মাইল। ইয়াৰ ভিতৰত স্থল ভাগৰ আয়তন হৈছে ৫,২০,০০,০০০

বৰ্গমাইল অৰ্থাৎ ভূ-পৃষ্ঠৰ শতকৰা ২৮ ভাগ স্থল, ৭২ ভাগ জলৰাশি। পৃথিবীৰ ওপৰত মানুহৰ সংখ্যা হৈছে ২২০ কোটি।

**পৃথিৱীৰ জন্ম**—কোটি কোটি বছৰৰ আগেয়ে এটা গৰম বাষ্পময় পিণ্ড সূৰ্য্যৰ পৰা ছিটিকি পৰিছিল। তেতিয়া ই পোনতে ভাঁপ আছিল। ই বৰ তপত আছিল। মেৰুদণ্ডক আশ্ৰয় কৰি ঘূৰি থকাৰ কাৰণে ই বৰ্তমান অৱস্থাত পৰিণত হৈছে। যুগ-যুগান্তৰ ধৰি তাপ বিলাই বিলাই শেহত পৃথিবীৰ ওপৰিভাগ চেঁচা হৈছে, আৰু গৰ্ভত এতিয়াও অতি তপত বুলি অনুমান হয়। কয়লাৰ খনি নাইবা যেই কোনো গাঁত দকৈ খান্দি তললৈ সোমাই গলে তপত যেন অনুভৱ হয়। গৰম-পানীৰ উহ নাইবা আগ্নেয়গিৰি এই বিলাকৰ পৰাই আমি প্ৰমাণ পাওঁ,—পৃথিবীৰ গৰ্ভ বা অভ্যন্তৰ ভাগ তপত বুলি। শুনা যায়, পৃথিবীৰ উপৰিভাগৰ পৰা কেন্দ্ৰৰ ফালে ৩০ মাইল হেনো টান আৰু চেঁচা। কিন্তু তাৰও ২০ মাইল তললৈ গলে হেনো টান ঠাই নেপায়,—যি থল পোৱা যায়, সেইয়া বোলে আধা-গলা অৱস্থাতহে আছে।

এইদৰে চেঁচা হৈ হৈ পৃথিবীৰ উপৰিভাগ গোট মাৰে। মাটি, বালি, কঙ্কণ, শিল ইত্যাদিৰ পৃথিবীৰ খোলাটো গঢ়া হয়। এইবিলাকেই শিল। শিল দুবিধ,—মুখ্য শিল আৰু গৌণ শিল। মুখ্য শিল বৰ পুৰণি। ই পোনতে জুইৰ তাপ পাই হয়, গতিকে ইয়াক আগ্নেয়ভূত শিল বোলে। পৃথিবীয়ে নিজৰ তাপ বিলাওতে তাৰ উপৰি ভাগ যেতিয়া চেঁচা পৰে, তেতিয়া এই শিলৰ জন্ম হয়। গ্ৰেনাইট, বেচল্‌ট এই শ্ৰেণীৰ শিল।

বায়ু, বৰষুণ, তুষাৰ নদী আদিৰে যেতিয়া মুখ্যশিল ডুখুৰা-ডুখুৰী হৈ যায়, তেতিয়া গৌণ শিল জন্মে। ইয়াক তৰপে তৰপে পোৱা যায় কাৰণে ইয়াক স্তৰীভূত শিল বোলে। এই বিধৰ শিল ভাঙিলে তৰপে তৰপে খহি পৰে। কোনো কোনো স্তৰীভূত শিলত জীৱ-জন্তুৰ হাড়-মূৰ, গছৰ ঠাল-ঠেঙুলি শিল হৈ থকা দেখা যায়, তাক শিলীভূত-কঙ্কাল বা ফচিল (fossil) বোলে। চূণ, খড়িমাটি, কয়লা—এই শ্ৰেণীৰ শিল।

চূণ-শিল থকা পাহাৰত কাৰ্বনিক্ এচিড্ মিহলা পানী বৈ-গলে ইহঁত গলি গহ্বৰত পৰিণত হয়। গহ্বৰৰ মূৰত পানী পৰি সৰকি যাওঁতে কিছুমান ভাঁপ হৈ উৰি যায়, কিন্তু পানীৰ লগতে গলা চূণ শিলৰ কিছুভাগ ওপৰত আৰু কিছুভাগ তলত জমা হয়। বহুকালৰ মূৰত ওপৰৰ শিলটো তললৈ ওলমি পৰে। সেয়ে ষ্টেলেক্‌টাইট্‌চ্ (Stalactites) আৰু তলৰটো ওপৰলৈ বাঢ়ি যায়, সেয়ে

ষ্টেলেক্মাইট্‌চ্ (Stalagmites)। কালক্ৰমত এই দুই শিল একেলগ হৈ শিলৰ খুটা বা স্তম্ভ হয় গৈ। তাপ, ৰাসায়নিক প্ৰক্ৰিয়া বা বেছিকৈ হেঁচা খোৱাৰ ফলত স্তৰীভূত শিলৰ ৰূপ সলনি হয়। তাক ৰূপান্তৰিত শিল (Matamorphic Rocks) বোলে। যেনে—বোকাৰ পৰা শ্লেট পাথৰ, চূৰ্ণ শিলৰ পৰা মাৰ্বল হয়।

পৃথিবীৰ উপৰিভাগটোত আমি বিচিত্ৰ নানাবিধ ৰূপ দেখোঁ। কোনো কোনো ঠাই ওখ দীঘলীয়াকৈ শিলাময়—এয়েই পৰ্বত। সাধাৰণতে তাপ বিলাওঁতে পৃথিবীৰ উপৰিভাগ যেতিয়া কোচ খাই যি পৰ্বত হয়, সেইয়া হৈছে ভাঁজ খোৱা পৰ্বত। আল্পচ্, হিমালয় হৈছে এনে সংকোচনৰ ফলত হোৱা পৰ্বত। গৌণ শিল কোচ খালেহে এনে পৰ্বত জন্মে। গৰ্ভৰ ভিতৰৰ শকতিৰ দ্বাৰা মুখ্য শিলৰ পৰাও পৰ্বত হয়। যেনে—নীলগিৰি পৰ্বত। বতাহ বৰষুণৰ দ্বাৰাও হয়। এইদৰে পৃথিবীৰ উপৰিভাগত টিলা পাহাৰ, ভৈয়াম, তুন্দ্ৰা, সমভূমি, মালভূমি, মৰুভূমি, মৰুস্থান, জলাভূমি, প্ৰেৰি, চেল্‌ভা, লানোজ, পম্পাচ্। ষ্টেপচ্ চাভানা, ডাউনচ্—কত বিচিত্ৰ সৃষ্টি ক্ৰমবিকাশৰ ধাৰাত পাৰস্পৰিক দ্বন্দ্বৰ ফলত জনম লভা আমি দেখিবলৈ পাওঁ।

এটা পৰস্পৰ বিৰোধী শক্তিৰ দ্বন্দ্বৰ ফলত পৃথিবীৰ উপৰিভাগৰ সৃষ্টি, স্থিতি আৰু লয়ৰ চকা ঘূৰি আছে। এই দুটা শক্তিয়েই হৈছে পৃথিবীৰ গৰ্ভৰ আভ্যন্তৰিক শক্তি আৰু পৃথিবীৰ শৰীৰৰ বাহ্যিক শক্তি। বৰফ, বতাহ, বৰষুণ আদি বাহ্যিক শক্তি আৰু আগ্নেয়গিৰি, ভূমিকম্প আদি আভ্যন্তৰিক শক্তি।

ভূগৰ্ভ চেঁচা পৰি সঙ্কুচিত হোৱাৰ লগে লগে যেনেকৈ বিচিত্ৰ ৰূপ সৃষ্টি হৈছে ঠিক তেনেকৈ তাপ, বায়ু, বৰষুণ আদিৰ প্ৰক্ৰিয়াতো বিচিত্ৰ সৌন্দৰ্য্য প্ৰকটিত হৈছে, প্ৰকাশ পাইছে। বৰফৰ বতাহৰ, সমুদ্ৰৰ, বৰষুণৰ ক্ৰিয়াও এনে বৈচিত্ৰ্য সৃষ্টিত যথেষ্ট সাহায্য কৰিছে। নিজৰা, নৈ, জলপ্ৰপাত, ভৈয়াম, হ্ৰদ বদ্বীপ আদিৰ দ্বাৰাও সৌন্দৰ্য্য সৃজন হৈছে। ধুনীয়া, সুন্দৰী, ধৰণী এই পৃথিবীখন।

বৰফ স্তূপ, ভূমিকম্প, আগ্নেয়গিৰি, উষ্ণ প্ৰস্ৰবন আদিৰ দ্বাৰা এই বসুন্ধৰাৰ বিচিত্ৰ সৌন্দৰ্য্য ধ্বংস হলেও, এই প্ৰলয়ৰ গৰ্ভতে আকৌ বৈচিত্ৰ্যময় নৱ সৌন্দৰ্য্যৰ সৃষ্টি হয়, যাৰ প্ৰশান্ত স্থিতিৰ বুকুত পুনৰ ধ্বংসকাৰী প্ৰলয়ৰ ৰৌদ্ৰ-তাণ্ডৱ লীলাৰ প্ৰবৰ্ত্তন হয়। এয়ে সৃষ্টি, স্থিতি, প্ৰলয়ৰ ঘূৰ্ণায়মান চক্ৰ। ইয়াৰ বিৰাম নাই। পলে পলে অনুপলে ইয়াৰ পৰিবৰ্ত্তন হৈয়েই আছে। সেই কাৰণে পৃথিবী পৰিবৰ্ত্তনশীল। এই বাবে ইয়াৰ নাম জগৎ।

তদুপৰি সাগৰ, মহাসাগৰ, জোঁৱাৰ, ভাঁটা, বহিঃস্ৰোত, অন্তঃস্ৰোত, ৰিথে বিথে স্ৰোত, নিয়ৰ, কুঁৱলী, তাৱৰ, বৰষুণ, চলাচল বায়ু, বায়ুস্ৰোত, মন্ চুন বতাহ, বাঁ মাৰলি, ধুমুহা, শিলাবৃষ্টি আদিৰ ফলত এই পৃথিৱী এনেভাৱে গঠিত হয় যে ইয়াত চৰাচৰ বহুবিধ প্ৰাণীয়ে জীৱন-ধাৰণ কৰি থাকে, মানুহেও। বন, ঘাঁহ, তৰুলতাৰ দৰে স্থলবায়ু লৈ ভিন ভিন দেশত নানা প্ৰকাৰ জীৱ-জন্তু দেখা যায়। পানী আৰু আহাৰ নহলে প্ৰাণীইতে জীয়াই থাকিব নোৱাৰে। যতে পানী আৰু আহাৰ পোৱা যায়, তাতে এই প্ৰাণীবোৰ থাকে। যতে প্ৰাকৃতিক বিপৰ্য্যয় ঘটে, তাত সিহঁতে নাথাকি আন এখন বাস কৰিব পৰা ঠাইলৈ গুচি যায়। পৃথিৱীৰ জীৱ জন্তুবিলাক সকলোৱে এটা ঠাইতে নাথাকে। কিছুমানে অৰণ্যভূমিত, কিছুমানে তৃণ-ভূমিত, কিছুমানে মৰুভূমিত, কিছুমানে তুন্দ্ৰাভূমিত বাস কৰে। কোনোবা দেশত যি জন্তু দেখা যায়, আনদেশত কিন্তু তাক দেখাও নাযায়, পোৱাও নাযায়।

এটা বাঁহৰ শলাত এচপৰা ঢিলা বোকা মাটি মাজ ভোৰবত লগাই ঘূৰাই দিলে সেই চপৰা মাটি লাহে লাহে ঘূৰণীয়া হৈ যাব, আৰু তাৰ ওপৰ আৰু তলৰছোৱা অলপ চেপেটা হব। সূৰ্য্যৰ পৰা যি বাষ্পপিণ্ড ছিটিকি আহি নিজৰ মেৰুদণ্ডত ঘূৰি আছিল, সেই ভাঁপৰ সমষ্টি বাষ্প পিণ্ডই ঘূৰি ঘূৰি লাখ লাখ বছৰৰ পিছত ঘূৰণীয়া পৃথিৱী হৈছিল। এই টুল্ টুলীয়া ঘূৰণীয়া পিণ্ডই কালৰ সোঁতত ক্ৰমে ক্ৰমে চেঁচা হৈ হৈ পৃথিৱীৰ খোলাৰ উপৰিভাগটো গোট মাৰি টান হৈ আহিছিল। ভাঁপ চেঁচা হলে পানী হয়, পানী চেঁচা হলে গোট মাৰি বৰফ হয়। সেই ভাঁপহেন পৃথিৱী চেঁচা হৈ পানী হৈছিল। গলিত অৱস্থাত আছিল, ক্ৰমান্বয়ে সেই গলিত পদাৰ্থও চেঁচা হোৱাত গোট মাৰি মাটি হৈছিল।

কিমান ধুমুহা বৈছিল, কিমান ঘনে ঘনে ভূঁইকঁপ হৈছিল, যাৰ ফলত পৃথিৱীৰ উপৰিভাগ খলাবমা হৈ সাগৰ, ভৈয়াম, টিলা, অৰণ্য পাহাৰ, পৰ্বত আদিৰ ৰূপ লৈছিল। কালৰ সোঁতত উটি ভাহি এই পৃথিৱীখন আৰু চেঁচা হৈ হৈ যি অৱস্থা পাইছিল গৈ, শেষত সেই উত্তাপ ঘাঁহ, বন-গছ-লতা, মাছ, কীট, পশু, চৰাই চিৰ্কতি আদি চৰাচৰ প্ৰাণীৰ কাৰণে উপযোগী হৈছিল।

এই পৃথিৱীত কেনেকৈ প্ৰাণীৰ জন্ম আৰু জীৱনৰ কাৰণে শেহত উপযোগী হৈছিল তাক আগতে বহলাই দেখুওৱা হৈছে। এই ধৰণী এনে অৱস্থালৈ অহা এদিন দুদিনৰ কথা নহয়, লাখ, লাখ বছৰৰ কাহিনী—পৃথিৱীৰ হৃদয়েই তাৰ ইতিহাস।

সূৰ্য্যৰ তাপ, পোহৰ আৰু বতাহৰ সংস্পৰ্শত পৃথিবীৰ বাহ্যিক আৰু আভ্যন্তৰিক শক্তিৰ দ্বন্দ্ব কাজিয়াৰ ফলত চৰাচৰ প্ৰাণী জীৱৰও উৎপত্তি হৈছিল। চৰাচৰ প্ৰাণীৰ কথা বুজিছানে ? চৰ মানে যি বিলাকে চৰিব পাৰে, লৰিব বুলিব পাৰে, অচৰ মানে যি বিলাকে লৰিব চৰিব নোৱাৰে,—এই দুই প্ৰকাৰৰ প্ৰাণী পৃথিবীত দেখা দিছিল। ক্ৰিমি, কীট আদি হ'ল চৰ প্ৰাণী আৰু শেলুৱৈ হ'ল অচৰ প্ৰাণী।

প্ৰাণীক জীৱও বোলে। যাৰ দেহাত প্ৰাণ থাকে সিয়েই প্ৰাণী। প্ৰাণক জীউও বোলে, গতিকে জীউ থাকিলেই জীৱ হয়। জীয়াই থাকিবলৈ চেষ্টাই জীৱৰ ভাঙৰ লক্ষণ, আৰু এই চেষ্টাই হৈছে জীৱন সংগ্ৰাম। জীৱৰ জনমৰ লগে লগে দুটা বিপৰীত গুণৰও জন্ম হয়—জীৱন আৰু মৰণ। জীৱনে চেষ্টা কৰে মৰণক মাৰিবলৈ, মৰণে চেষ্টা কৰে জীৱনক মাৰিবলৈ। জীৱন—মৰণৰ এই যুদ্ধই হৈছে জীৱন সংগ্ৰাম। এই জীৱন সংগ্ৰামৰ গুৰি হৈছে মৰণৰ পৰা নিজক ৰক্ষা কৰিবলৈ হলে আহাৰ আদি লাগে। এই চৰ প্ৰাণীইতে, লৰিব ফুৰিব পৰা জীৱহতে লৰি চৰি ঘুৰি-ফুৰি বেলেগ অৱস্থাত বেলেগ উপায়েৰে বেলেগ ধৰণেৰে খোৱা-বস্তু আহাৰ আদি গোটাই জীৱন-ধাৰণৰ চেষ্টা কৰোতে কৰোতে বেলেগ ৰূপ, আকাৰ, আকৃতি আৰু স্বভাৱ লৈছিল। কালৰ সোঁতত উটি যাওঁতে পৃথিবীৰ ৰূপ আৰু গুণৰও পৰিবৰ্ত্তন হৈছিল। অচৰ প্ৰাণী শেলুৱৈৰও বেলেগ বেলেগ পানীত থাকি বেলেগ বেলেগ অৱস্থাত পৰি বেলেগ বেলেগ উপায়েৰে আৰু নানান ধৰণেৰে নিজৰ জীৱন ৰক্ষা কৰিবলৈ চেষ্টা কৰোতে কৰোতে তাৰও ৰূপ আৰু গুণৰ সলনি হৈছিল। ক্ৰিমিৰ পৰা কীট, কীট আদিৰপৰা মাছ আদি কাঁইট থকা জীৱৰ ক্ৰম বিকাশ হ'ল, শেলুৱৈ আদিৰপৰা ঘাঁহ-বনৰ উৎপত্তি হ'ল। পানীতো থাকিব পাৰে, বামতো ফুৰিব পাৰে এনেকৈ কাছ, বেং-ভেকুলিৰ জন্ম হৈছিল। ঘাঁহ-বনে শেহত মাটিত ঠাই জুৰি লৈছিল। ঘাঁহ-বনে নল খাগৰি লতা আদি হ'ল, পানী শুকাই যোৱা টান মাটিত মাটিৰ ৰস শুহি শুহি গছ—তৰু হৈ জীয়াই থাকিব পৰা হ'ল। পৃথিবীৰ বুকুত হাবি বননি, গছ-গছনিৰে ভৰি পৰিল। চৰ প্ৰাণীয়ে শেহত গাহৰি, মেমাল, জেটি, গুঁইৰ দৰে অতিকায় জন্তু হ'ল। গঁড়, হাতী, সিংহ, বাঘ আদি জানোৱাৰ সৃষ্টি হ'ল। পৃথিবীৰ পৰিবৰ্ত্তিত অৱস্থাৰ লগত খাপ খুৱাব নোৱাৰি বহু জীৱৰ অস্তিত্বও লোপ পালে। শেহত শিয়াল, ছাগল মেথুন, বনবীয়া মহ, সিংহ, বাঘ; গাহৰী, বান্দৰ আদি পৃথিবীত ৰৈ থাকিল।

অতিকায় জন্তু দেখিছানে ? উট, হাতী, তিমি মাছ এই বোৰকে আমি অতিকায় জন্তু বুলি কওঁ। এটা যেমধ হাতীতকৈ দুগুণ, তিনিগুণ ডাঙৰ আছিল। এবিধ জন্তুও আছিল ঠিক জেঠী, গুঁই নাইবা তেজ পিয়াৰ দৰে ইমান ডাঙৰ যেন এখন জীয়া পাহাৰ বগাই ফুৰিছে। পৃথিবীৰ পাছৰ অৱস্থাৰ লগত খাপ খুৱাব নোৱাৰি তেনে অতিকায় জন্তুবিলাক লোপ পালে।

কিছুমান জন্তুৱে আকৌ গছত উঠি বগাই বগাই ই ডালৰ পৰা সি—ডাললৈ জপিয়াই খোৱা বস্তু বিচাৰি ফুৰিছিল—আজিৰ বান্দৰৰ নিচিনাকৈ। বান্দৰ, চিম্পাঞ্জী, ওৰাং—ওটা, বন-মানুহ হ'ল। এই বান্দৰও আকৌ কত বিধৰ হ'ল—হলৌ, নিলাজী, হনুমান ইত্যাদি। ভালুক হ'ল গছে গছে ফুৰি মৌ—কোঁহ বিচাৰি নাইবা মাটিৰ উই-হাফলু অন্বেষণ কৰি। বান্দৰৰ ক্ৰমবিকাশতে আদিম মানৱৰ সৃষ্টি হ'ল। বান্দৰৰ শেষ পৰিণতি হৈছে বন মানুহ। এই বন মানুহৰ পৰাই নেজখৰা আদিম মানুহ হ'ল। মানুহ নহয়, নৰও নহয় সিংহও নহয়, আধা মানুহ আধা পশু, আধা নৰ আধা সিংহ ( সিংহ মানে হিংস্ৰ জন্তু, যি পশুয়ে হিংসা কৰে ) নৰ-সিংহ হ'ল।

বান্দৰে বানৰ দললৈ থাকে, চিম্পাঞ্জীয়ে চিম্পাঞ্জীৰ দল লৈ ফুৰে, বন-মানুহে বন-মানুহৰ দল লৈ ফুৰে। শিয়ালে শিয়ালৰ দল, হাতীয়ে হাতীৰ, মখা ইত্যাদিয়ে নিজৰ নিজৰ দললৈ ফুৰে ; এই দৰেই নিজৰ নিজৰ দল লৈ ফুৰে। এই দলেই নিজৰ সমাজ। জীৱৰ দেহাৰ মূৰত শিৰ থাকে। এই শিৰক মূৰ বোলে। এই মূৰৰ ভিতৰত মগজু থাকে, তাক ঘেলুও বোলে , কিছুমানে ঘিউও বোলে। জীৱই যি আহাৰ খায়, সেই আহাৰ জীন গৈ তেজ হয়, মঙহ হয়, হাৰ হয়, মজ্জা হয়,—শেহত মূৰৰ মগজু হয়। সকলো প্ৰাণীৰে মগজু আছে, কিন্তু সেই মগজু সাধনাৰ কম-বেছিৰ ফলত তাৰ ওজনও কম-বেছি হয়। মগজুৰ কামৰ ফলত তাৰ শকতিও বাঢ়ে নাইবা কমে। তাৰ গঠন আৰু উপাদানৰ ওপৰত নিৰ্ভৰ কৰি মগজুৰ শক্তিৰও পৰিবৰ্ত্তন হয়। চৰ্চা কৰি কৰি ভাবি গুনি চিন্তি থাকোতে থাকোতে মগজুৰ ভিতৰত অনুভূতি আৰু চেতনাৰ জনম হয়। এই বিলাক মগজুৰ কাম—মস্তিষ্কৰ ক্ৰিয়া।

এই বান্দৰইতে আন আন জন্তুৰ দৰে আহাৰ বিচাৰি থাকোতে নানা কৌশল উলিয়াব লগাত পৰিছিল, গাৰ হাত-ভৰি আদি অঙ্গ-প্ৰত্যঙ্গৰ চালনাও বেলেগ বেলেগ ধৰণেৰে কৰিব লগীয়া হৈছিল। একেইতো শৰীৰ। এটা দেহাত মগজুও থাকে, হাত-ভৰি আদি অঙ্গ-প্ৰত্যঙ্গও থাকে। এটা শৰীৰ। সেই

শৰীৰত মগজুও আছে, হাত-ভৰি আদি অঙ্গ-প্ৰত্যঙ্গ আছে। মগজুৱে ভাবে, হাত-ভৰিয়ে কাম কৰে। হাত-ভৰিয়ে কৰে, মগজুৱে ভাৱে। গতিকে মগজুৰ লগত হাত ভৰি আদি অঙ্গ প্ৰত্যঙ্গৰ বৰ মিল। সিহঁতৰ সম্পৰ্ক আছে, সম্বন্ধ আছে। একে শৰীৰ যেতিয়া মস্তিষ্কৰ লগত শৰীৰৰ আন আন অঙ্গ-প্ৰত্যঙ্গৰ সম্বন্ধ থাকিবই।

বান্দৰ। সি পশু। অথচ তাক টুপী, ছোলা পিন্ধাই মানুহৰ দৰে ব্যৱহাৰ কৰিলে, সিও মানুহৰ দৰে ব্যৱহাৰ কৰে। তাৰ বহুতো আমি প্ৰমাণ পাওঁ। জীৱৰ জীৱন ৰক্ষাৰ কাৰণে উপায় ভাবিবলৈ গলে, মগজুৰ পৰিচালনা হয়। মগজুৰ পৰিচালনা হলে, নতুন উপায় আৰু কৌশলবো উদ্ভৱ হয়। বান্দৰহঁতৰ মগজু আছে। টক্ৰেশ্বৰী পাহাৰ আসামৰ গোৱালপাৰা জিলাত, ব্ৰহ্মপুত্ৰ নদৰ দক্ষিণে, কৃষ্ণাইৰ পশ্চিমে। তাত বহুতো বান্দৰ আছে। সিহঁতৰ ৰজা ৰাণী, মন্ত্ৰী আদিও আছে। মন্দিৰ আছে সেই টক্ৰেশ্বৰী পাহাৰৰ টিঙত। মন্দিৰত পূজা হয়। দেউলৰ দেউৰীয়ে পূজাৰ প্ৰসাদ বিলাই দিয়ে শিল ছটাৰ ওপৰত। ৰজা ৰাণীয়ে প্ৰসাদ খালেহে বাকীবোৰ বান্দৰে প্ৰসাদ খায়। সুন্দৰ শৃঙ্খলা বনৰ পশু বান্দৰৰ শৃঙ্খলা দেখিলে, নিয়মানুবৰ্তিতা চালে আমি আচৰিত হওঁ। বান্দৰ সমাজৰ এনে শৃঙ্খলা দেখি আমি বান্দৰহঁতক শলাগোঁ। প্ৰশংসা কৰোঁ।

সমাজ বিচাৰে সকলোৱে। পশুৰ নিজস্ব দলেই সমাজ। দল বা সমাজৰ উদ্‌গণিত শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গৰ চালনা আৰু মস্তিষ্কৰ পৰিচালনাৰ ফলত যোগা-যোগৰ পৰিণতিত দুয়োৰে পৰিবৰ্ত্তন হয়, আৰু লগে লগে পুষ্টিৰও সাধনা হয়।

বান্দৰহঁতে গছে গছে ডালে ডালে নিজৰ অহাৰ বিচাৰি জঁপিয়াই ফুৰিছিল। বহু গছ-গছনি যত থাকে, তাকে ঝাৰ বা হাবি বা জঙ্গল বোলে। এনে গছ-গছনি ভৰা হাবি হাবিয়নিত বান্দৰহঁতে বগাই জঁপিয়াই ফুৰিছিল, আহাৰ বিছাৰিছিল। প্ৰকৃতিৰ দুৰ্য্যোগত পৰি, পৃথিবীৰ বাহ্যিক আৰু আভ্যন্তৰিক দ্বন্দ্বৰ ফলত পৃথিবীৰ বুকুৰ ৰূপৰ পৰিবৰ্ত্তন হৈছিল। বহু অৰণ্য ভূমি নষ্ট হৈছিল। সেই অৰণ্যৰ বান্দৰহঁতে মাটিত নামিব লগীয়া হৈছিল। মাটিত থাকি নিজৰ নিজৰ জীৱন ৰক্ষাৰ উপায় বিচাৰি ফুৰিছিল। গছৰ বান্দৰহঁতৰ হাত নাই। সিহঁতৰ হাত ঠেঙৰ দৰে ব্যৱহাৰ হয়, চাৰিঠেঙীয়া জন্তুৰ দৰে। সিহঁতৰ আঙুলি সকলো সমান। কিন্তু মাটিত থকা বান্দৰহঁতে তলৰ ঠেঙেৰে খোজ কাঢ়িছিল, ওপৰৰ দুখন ঠেঙেৰে কাম কৰিছিল। এইদৰে

বহু বছৰ গল, হয়তো হেজাৰ, হয়তো লাখ বছৰ। কতবংশ মৰিল, কত বংশ জন্মিল। ওপৰ ঠেঙেৰে কাম কৰি কৰি সেই দুখনৰ আঙুলি বিলাক অসমান হৈ আহিল, বুঢ়া আঙুলি চুটি আৰু শকত হ'ল, মাজৰ আঙুলি দীঘল হল, তৰ্জনী আৰু অনামিকা আঙুলি দুটা প্ৰায় সমান মাজৰ আঙুলিতকৈ অলপ চুটি হ'ল কেঁয়া আঙুলি তেনেই চুটি আৰু খীন হল। এই দৰেই আগৰ ঠেং দুখন হাত হ'ল।

কতবাৰ প্ৰকৃতিৰ দুৰ্যোগ হল, কতবাৰ এইদলৰ ওপৰেদি ধুমুহা গ'ল, কতবাৰ ভুঁই কঁপ হৈ পৃথিৱীৰ খোলাৰ ৰূপৰ সলনি হ'ল,—কতবাৰ মাটিত নামি ফুৰা বান্দৰ ইঁতৰ জীৱন ৰক্ষাৰ উপায় আৰু উপাদানৰ পৰিবৰ্ত্তন হ'ল। মস্তিষ্কৰ চালনাৰ লগে লগে সেই বান্দৰ দলৰ অনুভূতি আৰু চেতনাও সূক্ষ্ম আৰু তীব্ৰ হবলৈ ধৰিলে। অঙ্গ প্ৰত্যঙ্গ আৰু মগজুৰ পৰস্পৰৰ যোগাযোগত দুয়োৰে পুষ্টিৰ সাধনা হ'ল আৰু জটিলতা বাঢ়িল

মগজুৰ পুষ্টি সাধন আৰু জটিলতাৰ ওপৰতে জন্তু জানোৱাৰৰ ওখ থাপ আৰু তল থাপৰ জোখ পোৱা যায় আৰু নিৰ্ণয় হয়। কিছুমানৰ মগজুৰ পুষ্টি আৰু জটিলতা আনৰ পুষ্টি আৰু জটিলতাতকৈ সোনকালে হয়, যেনে বান্দৰ চিমপাঞ্জী, বন মানুহ।

মাটিত ফুৰা বান্দৰইঁতৰ হাত হ'ল, নেজৰ কাম নথকাত হেজাৰ হেজাৰ বছৰৰ পিছত সেই নেজ দুৰ্বল হৈ সৰি পৰিল। মগজুৰ পুষ্টি সাধন বাঢ়ি বেলেগ ৰূপ হ'ল, আৰু তাৰ জটিলতা আৰু উন্নতি ও বাঢ়িল, শেহত তাৰ গুণগত পৰিবৰ্ত্তনও হব ধৰিলে। সহজ প্ৰবৃত্তি অনুভব অনুভূতিও উন্নততৰ হৈ হৈ সূক্ষ্মতৰ আৰু তীব্ৰতৰ হবলৈ ধৰিলে। মাটিত খোজকাঢ়ি থাকোতে ভৰিৰ তলুৱা আৰু আঙুলিৰ ৰূপও ক্ৰমান্বয়ে বেলেগ হবলৈ ধৰিলে। বান্দৰৰ পৰা বন-মানুহ হওতে যে কিমান হেজাৰ হেজাৰ বছৰ উকলি গৈছিল, আজিও বুৰঞ্জী এই বিষয়ে নিমাত।

কেউপিনে অটব্য হাবি, হিংস্ৰ পশুৰে পৰিপূৰ্ণ। সিইঁতৰ লগত যুজিবলৈ এই বন-মানুহৰ দৰে বান্দৰৰ দলৰ নানান উপায় আৰু উপাদান উদ্ভৱ হল, আত্ম ৰক্ষাৰ আলম বিচাৰি উলিওৱা হ'ল। সিইঁত তেতিয়া প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল আছিল, গছৰ ফল মূল পাত খাই জীৱন নিয়াইছিল। হিংস্ৰ শক্তিশালী জন্তুৰ উৎপাতত আৰু অৰণ্যৰ ফল-মূল পাত কমি যোৱাত এটা অৰণ্য ভূমিৰ পৰা আন অৰণ্য ভূমিলৈ সিইঁত গৈছিল। সিইঁতৰ ঘৰ নাছিল, দুৱাৰ

নাছিল, গছৰ ডালত নাইবা ডাঙৰ বহল শিল এছটাত নাইবা পৰ্বতৰ গুহাত সিহঁতে বাস কৰিছিল।

এনে বন-মানুহেই শেহত আদিম মানুহ হৈছিল। ইহঁতক ঠিক মানুহ বুলিব নোৱাৰি, নৰ পশু বুলিলেও ভুল নহব। ইহঁতক নৰসিংহও বোলে।

**পাইথে ক্যান থ্ৰোপাচঃ** ভাৰতবৰ্ষৰ পূবে ব্ৰহ্মদেশ, তাৰ পূবে মালয় দেশ, তাৰ দক্ষিণে যি বিলাক দেশ আছে, তাক মালয় দ্বীপপুঞ্জ বোলে। এই মালয় দ্বীপপুঞ্জৰে এখন ডাঙৰ দ্বীপ আছে, তাক জাভা বোলে। জাভা ৰাজ্য হোলেণ্ডৰ ওলন্দাজইতৰ অধীন আছিল। জাভাই স্বাধীনতা পোৱা বেচি দিন হোৱা নাই।

সেই জাভাত ১৮৯১ আৰু ১৮৯২ চনত কিছুমান নৃতত্ত্বিদ পণ্ডিত সকলৰ বহু চেষ্টাৰ ফলত জাভাত পুৰণি নৰ কঁকাল আবিষ্কাৰ হৈছিল। তেওঁলোকৰ মতে এয়েই আদিম মানৱ নৰ-পশুৰ কঁকাল বা জঁকা, ওৰাংওটাং আৰু মানুহৰ মাজছোৱা নৰপশুৰ জঁকা বুলি তেওঁলোকে কৈ গৈছিল। কত বছৰ গ'ল, এই দৰে এনে মানুহ পৃথিৱীত বিৰাজ কৰিছিল। এই নৰপশুক পণ্ডিত সকলে পাইথে ক্যান থ্ৰোপাচ্ ইৰেক্টাচ বুলিছিল। সিহঁত মানুহৰ দৰে থিয় হৈ পোন ভাবে খোজ কাঢ়িব পাৰিছিল।

**ছিনান্ থ্ৰোপাচ্ঃ** ভাৰতবৰ্ষৰ উত্তৰে চীন দেশ। কমিউনিষ্ট পাৰ্টিৰ নেতা মাও-চে-তুঙৰ নেতৃত্বত আৰু পৰিচালনাত সেই দেশৰ দুখীয়া শ্ৰেণীয়ে বিপ্লৱ কৰি নিজৰ হাতত ৰাষ্ট্ৰ আনে। ১৯৪৯ চনত চীন দেশ জনসাধাৰণৰ প্ৰজাতন্ত্ৰ ৰাষ্ট্ৰ বুলি ঘোষিত হয়।

এই চীন দেশৰ পুৰণি ৰাজধানী পিকিং। পিকিং চহৰৰ পৰা চল্লিচ্ মাইল মান নিলগত কিছুমান নৃতত্ত্ববিদ্ পণ্ডিতে এটা পৰ্বতৰ গুহাত দহোটা এনে আদিম মানুহৰ কঙ্কাল বা জঁকা পাইছিল। জাভাত পোৱা মানুহৰ জঁকাত কৈ ইহঁত হেনো ওখ। মস্তিষ্কৰ খোলাটো জাভাৰ মানুহৰ মস্তিষ্কৰ চাৰি ভাগৰ এভাগ। পণ্ডিত সকলে কয়, পাইথে ক্যান্ থ্ৰোপাচ্ মানুহতকৈ ছিনান্ থ্ৰোপাচ্ পিকিনেনচ্ ( Sinanthropus Pekinenis ) মানুহ অলপ উন্নততৰ। সিহঁত কিমান যুজিছিল ব'দ, বৰষুণ, ধুমুহা, বা-মাৰলি, বান পানী, ভূমিকম্প, ৰোগ-বেমাৰ, অতিকায় জন্তু, বাঘ, ঘোং, ভালুক আদিৰ লগত। নিজৰ আত্মৰক্ষাৰ কাৰণে সিহঁতে কিমান যে কৰিছিল ৰণ, কিমান যে কৰিছিল শ্ৰম। কতই অৱাৱতে মৰি গৈছিল, কতই ওৰিছিল। অতিকায় হিংস্ৰ জন্তু

ইতৰ লগত যুঁজিবলৈ হলে অকলশৰীয়াকৈ নোৱাৰিছিল। গতিকে সিহঁতে দল বান্ধি একে লগে জুম বান্ধি ফুৰিছিল, একেলগে গছৰ ফল-মূল-পাত ছিঙি উভালি খাইছিল, একেলগে ঠাই সলনি কৰিছিল একেলগে মিলি শক্ৰৰ লগত যুঁজিবলৈ গলে ডাঙৰ ডাঙৰ শিল ভাঙি শক্ৰৰ গাৰ ফালে দলিয়াইছিল।

**অষ্ট্ৰ্যালেপিথেকাচ্ আফ্ৰিকাচ্ঃ** ছিনান্ থ্ৰোপাচৰ পাছতে এই আদিম মানুহ উন্নততৰ হৈ অষ্ট্ৰ্যালেপিথেকাচ্ মানুহত পৰিণত হৈছিল। এনে মানুহৰ এটা মূৰৰ খোলা ১৯২৫ চনত কেপ্ কোলোনীত পোৱা যায়। মানুহৰ দৰে সহজে এই অষ্ট্ৰ্যালোপিথেকাচ্ মানুহবোৰ ফুৰিব পাৰিছিল। এই দৰে কত হেজাৰ বছৰ উকলি গল।

তাৰ পিছত **হেমো—হেইদেল্ বাৰ্গেৰ্নচিচ্** :—হেমো—হেইদেল্ বাৰ্গেৰ্নচিচ্ মানুহবোৰ প্ৰায় মানুহৰ দৰেই আছিল, সিহঁতৰ তলৰ পাৰ্ড়ি দাতৰ হাৰডাল মানুহৰ দৰে আছিল, দাঁত বিলাকও মানুহৰ দৰে আছিল। জাৰ্মাণ দেশৰ হেইদেল্বাৰ্গ নামে ঠাইত এনে মানুহৰ কঙ্কাল পোৱা গৈছিল ১৯০৭ চনত। নৃতত্ত্ববিদ পণ্ডিত সকলে কৈছিল যে, এনে ধৰণৰ মানুহে হেনো প্ৰাক্ প্ৰস্তৰ যুগৰ আগতে এই বাসোপযোগী পৃথিবীত বাস কৰিছিল, আৰু নিজক ৰক্ষা কৰিবলৈ আৰু আজিৰ মানুহৰ পূৰ্বপুৰুষক ৰক্ষা কৰিবলৈ প্ৰকৃতিৰ বুকুৰ মানৱৰ শক্ৰ ইতৰ লগত প্ৰাণ পণে যুঁজিছিল। এই আত্মৰক্ষাৰ সংগ্ৰামত তেওঁ লোকে যেনেকৈ আদিম বৰ্বৰ মস্তিষ্ক পৰিচালনা কৰিছিল আৰু অঙ্গ পৰিচালনা কৰিছিল, সেই হেমো হেইদেলবাৰ্গেনচিচ্ মানুহৰ ৰূপ আৰু গুণৰ ও পৰিবৰ্ত্তন হৈছিল।

কত হেজাৰ বছৰ ৰণ আৰু শ্ৰমৰ মাজেদি এনে আদিম মানৱ সমাজৰ জীৱন গৈছিল, তাক আমি কল্পনাও কৰিব নোৱাৰোঁ।

**পিল্ট্ ডাউন্ স্কাল বা ইয়োৱান্ থ্ৰোপাচ্ অথবা আদি মানৱ :** কালৰ সোঁতত মানৱৰ ৰূপ পোৱা গ'ল। সেই মানৱৰ কঙ্কাল ১৯১২ চনত ইংলণ্ডৰ পিল্ট্ ডাউন্ চাছেক্সত পোৱা গৈছিল ; ঠিক কঙ্কাল নহয়, এটা মানুহৰ মূৰৰ খোলা। যিশু-খৃষ্টৰ জন্মৰ পঞ্চাচ্ হেজাৰ বছৰৰ ও আগতে এই ধৰণৰ পিল্ট্ ডাউন স্কাল বা ইয়োৱান থ্ৰোপাচ্ মনুহে পৃথিবীত বেলেগ ৰূপে লৈ ফুৰিছিল ; জীৱন সংগ্ৰাম কৰিছিল। ইহঁতেই হেনো আদিম মানৱ।

**নিয়ান ডাৰ্থল ঃ**—এই আদিম মানৱ জাতিয়েই নৰ পস্তৰ শাৰীৰ পৰা নৰ সমাজৰ শাৰীত উঠিছিল। খৃষ্ট জন্মৰ পঞ্চাচ্ হেজাৰ বছৰৰ আগতে এই মানুহ-

বোৰেই শিলৰ সজুলি ব্যৱহাৰ কৰিছিল, শিলৰ অস্ত্ৰ তৈয়াৰ কৰি গছৰ ফল-মূল-পাতৰ উপৰিও পশু চিকাৰ কৰি কেঁচাই কেঁচাই মাংস খাই জীৱন বচাইছিল। ইহঁতৰ দিনতে শিল পাথৰ বা প্ৰস্তৰৰ বস্তু তৈয়াৰ হৈছিল কাৰণে বুৰঞ্জীবিদ্ সকলে এই যুগক আদি প্ৰস্তৰ যুগ বুলিছিল। কিছুমানে প্ৰাক্—প্ৰস্তৰ যুগ বুলিও কয়। এই সময়ৰ মানুহক নিয়ান ডাৰ্থল্ বুলি নৃতত্ত্বৰিদ পণ্ডিত সকলে কৈছিল। ১৮৫৭ চনত জাৰ্মাণ দেশৰ ডুছেল্ ডৰ্ফ্ৰ ওচৰত থকা নিয়ান্ ডাৰ্থল্ নামে ঠাইত এনে মানুহৰ চিন্ পোৱা গৈছিল কাৰণে সেই যুগৰ মানুহক সেই ঠাই অনুযায়ী নিয়ান্ ডাৰ্থল্ বুলিছিল। নৃতত্ত্ববিদ্ পণ্ডিত সকলে মানৱ জাতিৰ স্তৰৰ নাম দিছিল য'ত য'ত মানুহৰ বিশেষ স্তৰৰ জঁকা পাইছিল, সেই ঠাই নাম অনুসৰি। এই জাতৰ মানুহৰ মূৰ দীঘলীয়া আছিল।

**হোমো প্ৰিমিজেনিয়াচ্ :** ১৮৯৫ আৰু ১৯০৬ চনত এনে মানুহৰ চিন্ পোৱা গৈছিল। খৃষ্ট জন্মৰ ৩৫ হেজাৰ বছৰ আগৰ পৰা খৃষ্ট পূৰ্ব ১৫ হেজাৰ বছৰলৈকে এই মানুহবোৰে পৃথিবীত বাস কৰিছিল। আদি প্ৰস্তৰ যুগৰ সময়তে এই মানুহবোৰে হাতত শিলৰ অস্ত্ৰলৈ ফুৰিছিল, যুঁজিছিল, চিকাৰ কৰিছিল।

বান্দৰৰ পৰা মানুহ হোৱালৈকে বহু লাখ বছৰ উকলি গৈছিল।

মানুহৰ ক্ৰম-বিকাশৰ ঘিটো ওপৰত নৃতত্ত্ববিদ সকলৰ মত দিয়া হ'ল, তাত যি মানৱৰ স্তৰৰ আয়ুকাল উল্লেখ কৰা হল; বুৰঞ্জীবিদ্ সকলে কিন্তু বেলেগ ধৰণেৰে হে ব্যাখ্যা কৰে।

**প্ৰস্তৰযুগ :** মানৱ জাতিৰ বিকাশৰ লগে লগে আদি মানৱে নিজৰ আত্ম ৰক্ষাৰ কাৰণে শিল পাথৰ ব্যৱহাৰ কৰিছিল, শেষত শিলৰ অস্ত্ৰ আৰু পাথৰৰ সজুলি লৈ নিজৰ জীৱন ধাৰণ কৰিছিল। এই প্ৰস্তৰ যুগৰ প্ৰথম স্তৰক প্ৰস্তৰ যুগৰ উষা ( Aolithic or Dawn of the Stone age ) বুলিছিল। এই উষা প্ৰস্তৰ যুগৰ আয়ুস্ আছিল ৬০ লাখ বছৰ কাল। এই যুগত মানুহে কোনোবা শক্তিশালী হিংস্ৰ জন্তুৰ পৰা ৰক্ষা পাবলৈ হলে, ওখ পৰা ঠাইৰ ওপৰত সদল-বলে লৰি উঠিছিল, সেই জন্তুৰ ওপৰত ডাঙৰ ডাঙৰ শিল ভাঙি দলিয়াইছিল,—দীঘল দীঘল গছৰ ডাল ভাঙি খচি ঠেলি পেলাইছিল, মতাই হওক মাইকীয়েই সকলোৱে মিলিব খুজিছিল, নিজৰ দল বা সমাজক ৰক্ষা কৰিবলৈ।

**আদিম সাম্যবাদী সমাজ :**

**অথবা**

**গোষ্ঠী সমাজ :—**

দল হিচাবে নাইবা গোষ্ঠি হিচাবেহে আদিম নৰ পশু মানৱে বাস কৰিছিল। গোষ্ঠীবোৰত মানুহৰ সংখ্যা বেচি নাছিল। পুৰুষ তিৰোতা সকলোৱে হাবিৰ পশুৰ নিচিনাকৈ হাবিয়ে বননিয়ে ফুৰি গছে গছে বগাই গছৰ গুৰিয়ে গুৰিয়ে ঘূৰি নিজৰ আহাৰ বিচাৰিছিল, প্ৰকৃতিৰ জীৱনৰ লগত মানুহৰ জীৱনৰ সম্বন্ধ বৰ ঘ'কৈ আছিল। প্ৰকৃতিৰ ওপৰতে মানুহৰ জীৱন নিৰ্ভৰ কৰিছিল কাৰণে মানুহে প্ৰকৃতিৰ দাস হৈ আছিল। গতিকে ভোটা শিলৰ অস্ত্ৰৰে প্ৰকৃতিৰ বিৰুদ্ধে যুঁজি তাৰ মাজৰ পৰা আহাৰ গোটোৱাও মুখৰ কথা নাছিল, আৰু তেনেভাৱে আহাৰ বিচাৰি জীয়াই থকাও সম্ভৱপৰ নাছিল। মোৰ মোৰ বোলা নিজৰ ব্যক্তিগত সম্পত্তি বা নিজৰ নিজৰ পৰিয়ালৰ কোনো কথাই নাছিল। উৎপাদনৰ সজুলি শিলৰ অস্ত্ৰ আদি আছিল। সেই শিলৰ সজুলিৰ গৰাকী কেৱল পুৰুষেই নাছিল, নাৰীও অধিকাৰিণী আছিল। বস্তুবিলাক সেই গোষ্ঠীৰ সকলোৰে উমৈহতীয়া সম্পত্তি আছিল। সমানে সমানে পুৰুষ তিৰোতাই একে লগে মিলি হাতত শিলৰ অস্ত্ৰলৈ যুঁজিছিল, আহাৰ বিচাৰিছিল আৰু বনৰীয়া পশু আৰু আন গোষ্ঠীৰ আক্ৰমণৰ পৰা নিজৰ গোষ্ঠীক ৰক্ষা কৰিবলৈ শিলৰ অস্ত্ৰ লৈ ৰণ কৰিছিল। কামৰ ভাগ বতৰা নাছিল। পুৰুষে নাৰীৰ তলত আৰু নাৰীয়ে পুৰুষৰ অধীনত কোনেও কাৰো তলতীয়া নাছিল। প্ৰকৃতিৰ পৰা যি যি আহৰণ কৰিছিল, নিজৰ প্ৰয়োজন হিচাবে প্ৰত্যেকে মিলি জুলি ভোগ কৰিছিল, আহাৰ কৰিছিল আৰু ব্যৱহাৰ কৰিছিল। কাৰো অভাৱ নাছিল। গোষ্ঠীৰ মানুহৰ সংখ্যা কম আৰু হাবিৰ গছ লতাৰ ফল-মূল-পাত প্ৰচুৰ থকাত মানুহে খাবলৈ নোপোৱা হৈ নাছিল। পুৰুষ নাৰী সকলোৱে একমাত্ৰ প্ৰকৃতিৰ দাস দাসী হোৱাৰ কাৰণে পুৰুষ নাৰীৰ সম্বন্ধ পাৰস্পৰিক হিচাবে নাছিল এনে সমস্যাৰ প্ৰশ্ন উঠিবলৈ কোনো সুযোগেই নাছিল বসন্ত কালত কুহি কুহি পাত গছৰ ডালত ধুনীয়াকৈ সেউজ বুলিয়া হৈ উঠিলে, নাইবা শৰৎ কালত আকাশত পুৰঠী জোনায় জিলিকি সিহঁতৰ গাত ৰূপোৱালী কিৰণ ঢালিলে, নাইবা পুৱা সোনালী উষা সূৰ্য্যৰ হেঙুলী সোণালী জিলিকনি সিহঁতৰ গাত পৰিলে, নাইবা বাৰিষা আকাশত মেঘৰ গৰজনি ঢেৰেকনিৰ লগে লগে বিজুলীয়ে চিক মিকাই উঠিলে, পৰস্পৰে চক খাই সাৰট মাৰি ধৰিলে, যৌন

মিলনত মিলি শেহত গৰ্ভৱতী হৈ অৱশেহত লৰা ছোৱালী জনম দিছিল। স্বামী ভাৰ্য্যাৰ কোনো হিচাব বা পৰিচয় নাছিল। গোষ্ঠীৰ যেই কোনো পুৰুষৰ লগত যেই কোনো নাৰীৰ যৌন মিলন হৈছিল। বনবীয়া পশুৰ নিচিনাকৈ প্ৰাকৃতিক ঋতু পৰিবৰ্ত্তনৰ লগে লগে সিইঁতৰ যৌন আকাঙ্খাৰ কামনাৰ অগনি ঘুমিছিল। মাক-পুতেক, বাপেক-জীয়েক, ভায়েক-ভনীয়েক আদি কাৰো মাজত কোনো যৌন মিলন সম্বন্ধীয় বাধা নাছিল। সেই গোষ্ঠী সমাজত সন্তানৰ বাপেক কোন বুলি চিনা টান আছিল।

দলে দলে পশুবিলাক ফুৰিছিল, আদিম মানুহৰ দলে শেহত আগুচি এঠাইত জমা কৰি ধৰিছিল, নাইবা এনে ভাবে খেলিছিল যে, সেই দল পশুক খেদি খেদি এটা গৰা ঠাইলৈ নিছিল, সেই গৰাৰ পৰা পৰি বহু তলত খুন্দা খাই বহুতো মৰিছিল, যিবিলাক বাচিছিল সিইঁতক ধৰি বান্ধি পুহিছিল। চিকাৰৰ উপৰিও পশু পালনৰ ব্যৱস্থা হৈছিল। এইদৰে, কুকুৰ, ছাগলী, ভেৰা, মহ, কুকুৰা হাঁহ আদি সিইঁতে পুহিছিল। ফল-মূল-পাতৰ অভাৱ হলে সিইঁতে চৰাই, জন্তু আৰু মাছ আদি চিকাৰ কৰি খোৱাৰ উপৰিও পশু-পক্ষী পালনৰ কৌশল শিকিছিল। প্ৰায়ে ডাঙৰ ডাঙৰ জন্তুৰ লগত যুজিব লগীয়া হোৱাত আৰু চিকাৰ কৰি খাব লগীয়া হোৱাত সদায় সিইঁত দল বান্ধি থাকিব লগীয়া হৈছিল, প্ৰকৃতিৰ মাত অনুযায়ী সেই বস্তুৰ শব্দ অনুযায়ী দোৱান সৃষ্টি কৰিছিল, কথাকৈ মানুহৰ মনৰ ভাৱ প্ৰকাশ কৰিছিল, আদিম ভাৱ প্ৰকাশক ইঙ্গিতৰে নৃত্য প্ৰৱৰ্ত্তন কৰিছিল, পশু-পক্ষীৰ ভঙ্গিমা নকল কৰি ৰঙত উলাহত নাচিছিল বাগিছিল, নিজৰি; নৈ মলয়া, পশু পক্ষীৰ মাতৰ অনুকৰণ কৰি সুৰ তুলি গাইছিল, প্ৰকৃতিৰ পুথিৰ পৰা বহুতো শিক্ষা লভিছিল, চিকাৰ আদি কাম কৰাৰ কৌশল, শ্ৰম কৰাৰ কায়দা আৰু হাতীয়াৰ আদি তৈয়াৰ কৰি লৈছিল, সেই কৌশল কায়দা আৰু তৈয়াৰ কৰিবৰ কাৰণে মানুহৰ চিন্তা শক্তিৰ উন্নতি আৰু বেচিকৈ উন্নত হৈছিল, লগে লগে মগজুৰ গঠন আৰু উন্নতি হবলৈ ধৰিলে। শিল, কাঠ আৰু বাঁহ বনৰ পৰা অস্ত্ৰ-শস্ত্ৰ আদি তৈয়াৰ হৈছিল, শিলৰ কুঠাৰ, কাঠৰ জোং, বাঁহৰ ধনুকাৰ আদি তৈয়াৰ হৈছিল।

এই গোষ্ঠী সমাজৰ আগছোৱা অথবা প্ৰস্তৰ উষা যুগ খৃষ্ট জন্মৰ আগৰ ৬০ লাখ বছৰৰ পৰা খ্ৰীষ্ট পূৰ্ব চাৰি লাখ বছৰলৈকে ৫৬ লাখ বছৰ আছিল বুলি বুৰঞ্জীবিদ পণ্ডিত সকলে কয়।

**প্ৰাক প্ৰস্তৰ যুগঃ** এই যুগ খ্ৰীষ্ট পূৰ্ব্ব চাৰি লাখ বছৰৰ পৰা এক লাখ

বছৰলৈকে তিনি লাখ বছৰ আছিল। এই যুগত টান শিলৰ চোকা চোকা অস্ত্র শস্ত্র আৰু হাতীয়াৰ তৈয়াৰী হৈছিল।

যৌন মিলন সম্পৰ্কীয় কোনো বাধা নথকাত বাপেকৰ কোনো চিন নাছিল। মাকৰ হে চিন আছিল আৰু মাকৰ নামেৰেহে লৰাছোৱালী বিলাকৰ চিনাকী হৈছিল। ককা দেউতায়েক, বাপেক, মাক, ককায়েক, ভায়েক, বায়েক, ভনীয়েক. পুতেক, জীয়েক, নাতিয়েক, নাতিনীয়েক, দদায়েক, খুৰীয়েক আদি ডাঙৰ পৰিয়ালৰ লগা ভগা আত্মীয় কুটুম্বক লৈ গোষ্ঠী হৈছিল। এনে দল বদ্ধ গোষ্ঠী চলাবলৈ তেতিয়া যি সমাজ আছিল সেই সমাজেই গোষ্ঠী সমাজ। সমাজৰ সকলৰো বস্তু চিকাৰ আদি গোষ্ঠী সমাজৰ সকলোৰে উমৈহতীয়া সম্পত্তি আছিল, অস্ত্র শস্ত্রৰ দ্বাৰা সমাজক ৰক্ষা কৰিবলৈ আৰু যোগান দিবলৈ সমাজৰ সকলোৰে হাতত অস্ত্র আছিল। প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল হলেও যেহেতু প্ৰকৃতিৰ বুকুত প্ৰচুৰ খাদ্য আছিল, ফল-মূল পাত বহুতো আছিল আৰু গোষ্ঠীৰ মানুহৰ সংখ্যা বহুতো কম আছিল, প্ৰত্যেকৰ ক্ষুধা আৰু প্ৰয়োজন গুচাবলৈ যথেষ্ট আছিল গতিকে, ব্যক্তিগত সম্পত্তিৰ প্ৰশ্নই নাছিল। সকলো সম্পত্তি চিকাৰ আৰু ফল-মূল-পাত সকলোৰে উমৈহতীয়া সম্পত্তি আছিল, গতিকে এই গোষ্ঠি যুগক আদিম সাম্যবাদী যুগও বুলিছিল।

সেইহত তিৰোতা জাতিৰ শক্তি পুৰুষতকৈ বেচি যেন বোধ হৈছিল তিৰোতাৰ অলৌকিক শক্তি থকা গম পোৱা হৈছিল। তিৰোতাই সন্তান জন্মাব পৰাৰ কাৰণে, কিন্তু পুৰুষে নোৱাৰিছিল। তিৰোতাক দেৱী গোসানীৰ দৰে পূজা কৰা হৈছিল গোষ্ঠিটোৰ আটাইতকৈ বয়সীয়াল তিৰোতা জনীৰ হাততে গোষ্ঠীৰ নেতৃত্বৰ ভাৰ আছিল। তেৱেঁই গোটেই গোষ্ঠিটোকে চলাইছিল। ইয়াকেই বুলিছিল মাতৃ-সত্বা বা মাতৃ প্ৰধান সমাজ (matriorchal society) কিছুমানে মাতৃ-প্ৰধান গোষ্ঠী সমাজও বুলিছিল। এই যুগত পুৰুষ তিৰোতা উভয়ে উৎপাদনত অৰ্থাৎ খাদ্য সংগ্ৰহত সমান অংশ গ্ৰহণ কৰিছিল, আৰু উৎপাদনৰ নাইবা খাদ্য সংগ্ৰহৰ সঁজুলি, যেনে শিলৰ কুঠাৰ. বাহৰ জোং আদি অস্ত্র-শস্ত্র নাইবা হাতীয়াৰৰ ওপৰত উভয়ৰে সমান অধিকাৰ আছিল এই সমাজত পুৰুষ নাৰীৰ সমান দাবী, অধিকাৰ আৰু স্থান আছিল।

মাতৃ-সত্বা সমাজত মাকৰ নামেৰেহে লৰা-ছোৱালীৰ পৰিচয় পোৱা গৈছিল। ভাৰতৰ আৰ্য্য সকলৰ আদিম সমাজতো এই মাতৃ সত্বাৰ প্ৰচলনৰ কথা পোৱা যায় স্থষ্টি-কৰ্ত্তা প্ৰজাপতিৰ পৰিচয় দিবলৈ গলে তেওঁলোকৰ মাকৰ

নামেৰেহে পৰিচয় দিব লগীয়া হৈছিল। অদিতি, দিতি, কপিলা, কালা, দনু, কদ্রু, বিনতা ইত্যাদি তেৰ গৰাকী মাতৃ আৰু তেওঁলোকৰ পৰা হোৱা সন্তান বিলাকৰ নাম ওলাইছিল। দিতিৰ গোষ্ঠীক দৈত্য আৰু অদিতিৰ গোষ্ঠীক অদৈত্য দেৱতা বুলিছিল দনুৰ পো-পোৱালী দানৱ বুলি জনাজাত আছিল।

আজিও পৃথিৱীত এনে মাতৃসত্বা সমাজৰ বহুতো চিন পোৱা যায়। অসমতো এনে সমাজ আজি থকা দেখা যায়। কালে এতিয়াও সেই চিন মোহাৰিব পৰা নাই। শ্বিলং হেন চহৰ বুকুত লৈ থকা খাছীয়া জয়ন্তীয়া পাহাৰত চিন্তেং আৰু খাছী জাতিৰ মাজত আজিও মাতৃ সত্বা প্ৰথা চলি আছে। মাকৰ নাম লৈহে লৰা ছোৱালীৰ নাম হয়। মাকৰ উপাধি লৈহে লৰা ছোৱালীৰ উপাধি হয়। মতাক হে তিৰোতাই বিয়া কৰি তাইৰ ঘৰলৈ নিয়ে, ছোৱালীয়ে হে সম্পত্তিৰ গৰাকী হয়। এই দৰে নগা, গাৰো আদি আদিম জাতিৰ মাজতো এনে মাতৃসত্বা প্ৰথা দেখা পোৱা যায়। ৰাভাৰ মাজত এনে প্ৰথা আজি লোপ পালেও মাকৰ নামৰ উপাধিহে লৰা ছোৱালীয়ে লয়। বংশৰ কথা সুধিলে কয়, তোমাৰ 'বুৰৈ' কি ? কছাৰাৰ শেষ ৰাজ্য কাছাৰৰ ডিমছা কছাৰীৰ মাজত এনে মাতৃ সত্বা প্ৰথাৰ ক্ষীণ চিন দেখা পোৱা যায়। মাকৰ বংশক তেওঁলোকে জুলু বোলে।

এনে সমাজ প্ৰথাত মাইকী মানুহ জনীক কেন্দ্ৰ কৰি এখন পৰিয়াল বা গোষ্ঠী গঢ়ি উঠিছিল। ঘাই মানুহজনীৰ আদেশ নিৰ্দেশত পৰিয়ালৰ মানুহবোৰে চিকাৰ কৰি খাদ্য সংগ্ৰহ কৰিছিল আৰু সকলোৰে ভগাই বটাই খাইছিল। মাইকী মানুহে গোষ্ঠীৰ হৰ্তা-কৰ্ত্তা আছিল।

তিৰোতাৰ এনে আলোকিক শক্তিৰ কাৰণে তেতিয়া মানুহে যি কোনো অলৌকিক শক্তি নাৰী বুলিহে কৈছিল, দেৱী, দুৰ্গা, কালী, লক্ষ্মী, সৰস্বতী, কামাখ্যা, ভৱলী আদি দেৱীৰ কাল্পনিক অস্তিত্ব তেনে ভাব ধাৰাৰ পৰা জন্ম লভিছিল।

সেই সময়ত মানুহে ৰ'দ, বৰষুণ, ধুমুহাৰ পৰা ৰক্ষা পাবলৈ গুহাত বাস কৰিছিল। জন্তু আদিৰ পৰা আত্ম ৰক্ষা কৰিবলৈ ওখ গছৰ খোৰোঙত থাকিছিল।

পৰ্বতৰ গুহাৰ গাত নানা ৰকমৰ জন্তু, আৰু চিকাৰৰ দৃশ্য সিহঁতে আঁকিছিল। বাঁহৰ চুঙাত, গাহৰী নাইবা হাতী দাঁতত চিকাৰৰ জন্তু আদিৰ

বাহিৰে ও সিহঁতে আলফুলকৈ নাৰীৰ মূৰ্তি অঙ্কিত কৰিছিল। আজি বুৰঞ্জীয়ে নিমাত হৈ আছে, কোনে নো প্ৰথম শিল্পী আছিল এই বিষয়ে জনাবলৈ গৰু-মহ নাইবা পশুৰ ছালতো আঁকি সিহঁতৰ শিল্পী মনৰ ভাব প্ৰকাশ কৰিছিল।

মানুহৰ মস্তিষ্কৰ পৰিচালনা আৰু অঙ্গ-প্ৰত্যঙ্গৰ চালনা বেলেগ ৰূপ লৈছিল, মানুহৰ গঢ় গতিও বেলেগ হৈছিল,—স্বভাৱৰও পৰিবৰ্ত্তন হৈছিল।

এইদৰে প্ৰাক্-প্ৰস্তৰ যুগ বা আদি প্ৰস্তৰ যুগত মানুহে ভীষণ-ৰণ আৰু শ্ৰম কৰি প্ৰকৃতিৰ বিৰুদ্ধে যুজি নিজৰ অস্তিত্ব আৰু গোষ্ঠী ৰক্ষা কৰিছিল।

**মধ্য-প্ৰস্তৰ বা মেচোলিথিক (Mesolithic) যুগ :** এই যুগত মানৱ জাতিৰ ক্ৰম বিকাশৰ ফলত পিল্ট্—ডাউন্—স্কাল বা য়োৱান্ থ্ৰোপাচ্ আদি মানৱ আৰু নিয়ান ডাৰ্থল্ আদিম মানুহে বাস কৰিছিল। এই যুগ খৃষ্ট পূৰ্ব্ব এক লাখ বছৰৰ পৰা খৃষ্ট পূৰ্ব্ব দহ হেজাৰ বছৰলৈকে নব্বৈ হেজাৰ বছৰ আছিল।

বাঁহৰ মূৰত টান শিলৰ জোং বান্ধি জাঠি তৈয়াৰ হ'ল, কাঁৰ-ধনু ওলাল। আঁতৰৰ পৰা চিকাৰ কৰিবলৈ সুবিধা হ'ল। চিকাৰৰ জন্তু কমি অহা স্বত্বেও বহু জন্তু চিকাৰ কৰি বিচাৰি খেদি মাৰি ধৰি আনিব পৰা হ'ল। ইফালে পশু পালনৰ ফলতো পশু লগতে বাঢ়ি যাবলৈ ধৰিলে।

প্ৰায় ষাঠি হেজাৰ বছৰৰ আগৰ কাহিনী। হয়তো শিল দলিয়াওতে শিলত শিল লাগি জুই ছিটিকি ওলাইছিল জুই না-ভূত না-শ্ৰুত কথা। কৌতুহল বাঢ়িল। দুডোখৰ শিল বুটলি লৈ কোবাব ধৰোতে আকৌ জুই।...জুই।...সৃজনৰ আনন্দত সকলোৱে মতলীয়া হ'ল। জুইৰ আবিষ্কাৰ এটা যুগান্তকাৰী কাহিনী।...

হয়তো সিদিনা সন্ধিয়া। বসন্তকাল। গছে ডালে থেকৰে কুঁহি কুঁহি পাত মলিয়াইছিল। গোটেই হাবি বননী ন-পাতেৰে সেউজ বুলীয়া হৈ মাজে মাজে নানা বৰণীয়া ফুল ফুলি ৰমক্-জমক্ হৈ উঠিছিল।

গুহাৰ মুখত তাই তিৰোতাজনী, কাৰোবাৰ কাৰণে প্ৰতীক্ষাত।

সৌৱা আহিল। দূৰ-দূৰণিত অসভ্য বৰ্ব্বৰ চিঞৰণি উঠিছিল। চিকাৰী-ইঁতৰ ৰঙত উলাহত চিঞৰ। উলাহত তাইৰও মন উগুল-থুগুল্ হৈছিল। চিকাৰীইঁত আহিল। টান মিহি (flint) শিলৰ কুঠাৰেৰে মঙহ ডোখোৰা ডুখুৰীকৈ কাটি এঠাইত দম কৰি থোৱা হৈছিল। এভাগ গোষ্ঠীৰ নেত্ৰী বয়সীয়াল তিৰোতা জনীক স সম্মানেৰে দিয়া হৈছিল। নিজৰ নিজৰ প্ৰয়োজন

অনুসৰি বাকীবোৰে সেই দমৰ পৰা মঙহ নি কেঁচাই কেঁচাই চোবাই খাইছিল কাজিয়া লাগিলে, নায়িকা জনীয়ে ধমক দিছিল। তৃপ্তিৰে খাইছিল সকলোৱে। লৰা ছোৱালীহঁতৰও কি যে কোঢাল উঠিছিল। সি এক আসুৰিক সুন্দৰ দৃশ্য।

খোৱা শেষ হ'ল। মানুহ কিছুমানে জিৰাই ভাগৰ পলুৱাইছিল, কিছুমানে গুহাৰ চোতালত বাগৰি শুইছিল, কিছুমানে উমলি খেলি থাকিছিল, কিছুমানে কিছুমান তিৰোতাক সাৱটি লৈ আছিল, কিছুমানে লৰা-ছোৱালীৰ লগতে খেল ধেমালী কৰিছিল।

তাই গাভৰু। তাই সেই দলৰ পৰা ওলাই হাবিৰ মাজে মাজে আঁৰ লৈ এফালে গুচি গৈছিল।

সি ডেকা। সুঠাম, বলিষ্ঠ, উদ্দাম যুবক। তাইৰ পিছে পিছে সি গৈছিল।

এটা জুৰিৰ পাৰত তাই বহি আছিল। চৰাই চিৰিকতিৰ মাতৰ লগত সুৰ মিলাই তাই ও গাইছিল। গাত সন্ধিয়াৰ হেঙুলী পোহৰ সানি তাই জীৱন্ত ৰঙিলী, ৰাঙলী মূৰতি হৈ জিলিকি উঠিছিল।

সি তাইৰ কাষ চাপোতে তাই তাক উলাহতে সাৱট মাৰি লৈছিল। সি বিভোৰ, তাই আত্মহাৰা। যৌৱনৰ শিহৰণ দুয়োৰে তৰুণ দেহা জোকাৰি তুলিছিল পাৰে পাৰে লৰি ধাপৰি দুয়ো খেলিছিল, উভয়ে উমলিছিল। দুয়োই জুৰিৰ পাৰৰ শিল দুডোখৰ বুটলি লৈ কোবাই কোবাই তাল বজাই ৰঙত উলাহত গাইছিল। শিলৰ মাজৰ পৰা জুইৰ ফিৰিঙতি ছিটিকি পৰিছিল। দুয়ো উচাপ খাই উঠিছিল। আচৰিত।··

কৌতুহল বাঢ়িছিল বেচিকৈহে। অলপ পৰ নিমাত থাকি আকৌ উভয়ে শিলে শিলে কোবাবলৈ ধৰিছিল। আকৌ, জুই, অগণিৰ ফিৰিঙতি। নতুন আবিষ্কাৰ প্ৰকৃতিৰ বুকুৰ পৰা যুগান্তকাৰী আবিষ্কাৰ।

সৃজনৰ আনন্দত সেই ডেকা গাভৰু হালে শৃঙ্গাৰৰ সোঁতত উটি ভাহি গৈছিল। আপোন পাহৰা দুয়ো। সপ্তম সৰগৰ টিঙত উভয়ে।·· শেষ। আকৌ বাস্তৱ। এই মাটিৰ পৃথিৱীত দুয়ো।

উভয়ে শিল কেই ডোখৰ মান বুটলি গুহালৈ ফিৰি আহিছিল, শিল ঘঁহি ঘঁহি জুই উলিয়াইছিল, বহু পৰীক্ষাৰ পাছত শুকান পাতৰ দমত জুই লগাইছিল। ধৰিছিল। জুই জ্বলি উঠিছিল।

মানৱৰ যুগান্তকাৰী প্ৰথম সৃষ্টি। মানৱৰ সমাজত এই অগ্নিৰ আবিষ্কাৰেই আনিলে এটা যুগান্তৰ অৱদান।

জুই ধৰা টিঙিৰি ওলাল।

সেই যুগতে জুইত পুৰি মাংস খাবলৈ মানুহে শিকিলে কত বছৰ গ'ল। খৃষ্ট পূৰ্ব্ব যাঠি হেজাৰ বছৰৰ আগেয়ে আবিষ্কাৰ কৰা জুই মানুহে আজিও এৰিব পৰা নাই বোধ কৰো নোৱাৰিবও।

কালৰ ৰথৰ চকা সদায় আগুৱাই যায়, পিছুৱাই নাযায়—

কালৰ ৰথৰ চকা সদায় আগুৱাই যায়, পিছুৱাই নাহে। কালৰ ৰথৰ চকাৰ অগ্ৰগতিক কোনোবাই হেঙাৰ দি বাধা দিলে, কালে তাক ক্ষমা নকৰে, তাক চেপি হেচি পিহি সমান কৰি যাব। কালৰ ৰথৰ চকাৰ অগ্ৰগতিৰ এই প্ৰগতি গভীৰ ৰেখা প্ৰতিক্ৰিয়াশীল শকতিৰ মৃত্যুৰ আৱৰ্জনাৰে ঢাকিব নোৱাৰি মূচিব নোৱাৰি ইতিহাসে ইয়াৰ সাক্ষ দিয়ে।

এই কালৰ বিধান অনুসৰি মাতৃগৰ্ভৰ পৰা জনমৰ পাছত বাৰ্দ্ধক্যই প্ৰৌঢত্ব নাপায়, প্ৰৌঢত্বই যৌবন নাপায়, যৌৱনে কৈশোৰ নাপায়, কৈশোৰে শৈশৱ নলভে শৈশৱে মাতৃৰ গৰ্ভৰ ভিতৰ সামাত সোমাব নোৱাৰে। মানৱ সমাজৰ শৈশৱ অৱস্থাত বৰ্ব্বৰ যুগৰ গৰ্ভৰ অভ্যন্তৰত একে জাপে প্ৰবেশ কৰা কল্পনাতীত আৰু সম্ভাৱনাতীত, তেনে অপচেষ্টা প্ৰতিক্ৰিয়াশীল অপকৰ্ম্মৰ ফলত মৃত্যুৰ পূৰ্ব্ব ভাষৰ হে পৰিচয় দিয়ে।

বৰ্ব্বৰ যুগত গোষ্ঠীয়ে গোষ্ঠীয়ে মানুহৰ মাজত সংঘৰ্ষ চলিছিল। মানৱ সমাজৰ শৈশৱ অৱস্থাৰ পৰা কোটি কোটি সাধনাৰ ফলত মানুহে বৰ্ত্তমান স্পুটনীক যুগত প্ৰবেশ কৰিবলৈ সক্ষম হৈছে। আজিৰ যুগত এনে বিধৰ সংঘৰ্ষৰ কোনো মূল্য নাই।

কালৰ ৰথৰ চকাত তুলি এই স্পুটনিক যুগকো আৰু আগুৱাই নিবলৈ মানৱ সমাজৰ কল্যাণৰ কাৰণে প্ৰচেষ্টা কৰা সকলোৰে কৰ্ত্তব্য। ই সহিংস সংঘৰ্ষৰ দ্বাৰা সম্পাদিত নহয়, অনুষ্ঠিত হয় বৰং অহিংস শান্তিপূৰ্ণ সহ-অৱস্থানৰ বিধিৰে—যি বিধি সমাজ বিজ্ঞানৰ অব্যৰ্থ সিদ্ধান্ত।

এনে প্ৰচেষ্টাত আগৰনুৱা হৈ যাব লাগিব ঝঞ্ঝা বিজয়ী আত্মাৰ গৰাকী শিল্পী সকল।

কুমাৰে মূৰতি গঢে—সি মাটিৰ প্ৰতিমাহে। সেই মূৰতিত প্ৰাণ প্ৰতিষ্ঠা

কৰে পুৰোহিতে, যি মূৰতি প্ৰতিমা হৈ নাথাকি দেৱতা বা দেৱী হৈ ভকতৰ পূজ্য পূজনীয়া হৈ পূজা পায় জগতৰ কল্যাণৰ অভিলাষত।

ৰাজনৈতিক দলে এটা জাতি বা দেশ হে গঠন কৰে, তাত প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰে, প্ৰাণ প্ৰতিষ্ঠা কৰি জীৱন্ত কৰি তোলে শিল্পীয়ে হে, গণ দেৱতাৰ বিবেক ৰখীয়া হিচাবে দেশ আৰু জাতিৰ কল্যাণৰ কাৰণে।

ৰাইজৰ মন কোঁহৰ পৰা একন একন সুন্দৰৰ কণা বুটলি আনি ৰূপতান্ত্ৰিক শিল্পীয়ে হিয়া কোঁহত ভৰাই লৈ সেই সুন্দৰৰ কণাবোৰ ৰাইজকেই বিলাই দিয়ে। ৰাইজেই গঢ়ে শিল্পীক সুন্দৰৰ পূজাৰী হিচাবে. আৰু শিল্পীয়ে এটা দেশ, জাতি আৰু ৰাইজক সুন্দৰ সাজেৰে জীৱন্ত কৰি তোলে। সেই সুন্দৰেই বাস্তৱময় সত্য আৰু শান্তিময় শিৱ।

ৰাইজৰ মাজত অশান্তি শিল্পীয়ে সহিব নোৱাৰে তাৰ কোমল হিয়াত হেন্দোলনি তোলে।

অসমৰ ৰাজ্যিক ভাষা অসমীয়া হোৱালৈ ৰাজ্য জুৰি এটা হুলস্থূল লাগি গ'ল। সেয়া হৈছে গণতান্ত্ৰিক সংবিধানৰ কথা। সেই অনুসাৰে অসমৰ ৰাজ্যিক ভাষা অসমীয়া হবই। বিশাল ব্ৰহ্মপুত্ৰৰ দৰে অসমীয়া ভাষা কৃষ্টি-সাংস্কৃতিক ভেটিবৰ সাধ্য কাৰো নাই। সংখ্যালঘু সম্প্ৰদায় বোৰৰ ভাষা, কৃষ্টি আৰু সংস্কৃতিৰ ৰক্ষণাবেক্ষণৰ ভাৰ সংখ্যাগৰিষ্ঠ সকলে লব লাগিব।

তাৰ বাবে ভাযে ভায়ে ইমান মৰামৰি কটা কটি হোৱাৰ কোনো প্ৰয়োজন নাছিল। অসমৰ বুকুত মৰিশালীৰ ডাইনী যখিনী ভূত প্ৰেত হতৰ তাণ্ডৱ লীলা চলিলেও সকলো অসম বাসীৰ বিবেক আৰু মানবতা মষিমূৰ কৰিব পৰা নাই।

ৰাইজৰ বিবেক ৰখীয়া হিচাবে ৰাজ্যৰ কল্যাণৰ কাৰণে ঝঞ্ঝা বিজয়ী আত্মাৰ গৰাকী সুন্দৰৰ পূজাৰী শিল্পী সকলে যুগৰ পতকাবাহী হিচাবে আগবাঢ়ি আহিব লাগিব, ৰাজ্যত যাতে সত্য, শিৱ, সুন্দৰে বিৰাজ কৰে।০০

# অতীত অসম

আজিকালি উপজাতি আৰু জনজাতি নামে এটা জাতিৰ নাম বহলভাৱে শুনা যায়। ৰগা বগুলুৰা ভাষাত এওঁলোকক ট্ৰাইবেল বুলিও কোৱা হয়। এনে জনজাতিৰ মানুহ এই অসমত বৰ বেছিকৈ দেখা যায়। এই ৰাজ্যৰ দিহিঙে-দিপাঙে, নৈৰ পাৰে পাৰে, হাবি-বননিয়ে, পাহাৰে-পৰ্ব্বতে, জুৰি-নিজৰিৰ কাষে কাষে, দাঁতিয়ে দাঁতিয়ে এই জনজাতি সকলক দেখা যায়।

এওঁলোক অসমৰ আদিম জাতি। পোন-পোনতে এওঁলোকেই আপোন আপোন, গো-গিয়াতি হিচাবে নিজ নিজ অঞ্চলত ৰাজ্য থাপিছিল আৰু শাসন কৰিছিল। কোনো কোনো গোষ্ঠীয়ে বৰ প্ৰতাপী হৈ উঠিছিল আৰু আন আন গোষ্ঠীৰ ৰাজ্য দখল কৰি নিজৰ ৰাজ্য বহলাইছিল। আমাৰ বুৰঞ্জীত কিছুমান গোষ্ঠীৰ শাসক সকলৰ নাম ও ক'লা মহিৰ আখৰেৰে গুঁথা দেখা যায়।

অসমৰ জনজাতি লোকসকলৰ বেচি ভাগেই মঙ্গোলীয়া জাতিৰ মানুহ আৰু এওঁলোক এই মঙ্গোলীয়া জাতিৰ ভুটীয়া-ব্ৰহ্মাৰ (Tibet-Burman) শাখাৰ ভিতৰত পৰে। ভূ-তত্ত্ব বা ভূ-বিজ্ঞানত যিসকলৰ বেচি জ্ঞান আছে, তেওঁলোকে কয়,—প্ৰায় এক কোটি বছৰৰ আগতে কালৰ গৰ্ভৰ পৰা এই অসমৰ জনম হৈছিল হেনো। সেই সময়ত যি এটা প্ৰলয়ঙ্কৰ ভূঁইকঁপ হৈছিল, তাৰ ফলত ভূতৰঙ্গ বৈছিল হিমালয়ৰ উত্তৰে উত্তৰ-দক্ষিণমুৱাকৈ আৰু দক্ষিণে পূব-পশ্চিম-মুৱাকৈ। সেয়েহে আজি পৃথিৱীৰ মানচিত্ৰও দেখা পোৱা যায় হিমালয়ৰ উত্তৰে উত্তৰ-দক্ষিণমুৱাকৈ থকা পৰ্ব্বতশ্ৰেণী আৰু অসমৰ মানচিত্ৰত হিমালয়ৰ দক্ষিণে পূব-পশ্চিমমুৱাকৈ থকা পাহাৰৰ শাৰী। এই পূব-পশ্চিমীয়া কৈ থকা পাহাৰ শাৰীয়ে হৈছে ভাৰতৰ পূব অঞ্চলৰ অসমৰ কোলাত পথালিকৈ থকা নগা পাহাৰ, কাছাৰ পাহাৰ, মিকিৰ পাহাৰ, খাচীয়া জয়ন্তীয়া পাহাৰ আৰু গাৰো পাহাৰ। এই পাহাৰৰ শাৰীয়েই অসমৰ ৰাজহাড়, যাৰ বলত পৃথিৱীৰ বুৰঞ্জীৰ খাটোলা আসনত অসমেও পোন হৈ বহিব পাৰিছে।

এক কোটি বছৰৰ আগতে এই অসম হেনো অতল সাগৰ আছিল। বতাহ বৰষুণ, তুষাৰ আদি ক্ৰিয়াই থলভাগৰ উপৰিভাগত যেনেকৈ দিনে পতি সাল-সলনি ঘটাব লাগিছে, এই অসম সাগৰৰ তলিত তেনেকৈ এই শকতিবিলাকে

শাসিব পৰা নাছিল। অগণি-গিৰিৰ ক্রিয়া আৰু পৃথিৱীৰ কলিজা ভাগ কোঁচ খোৱাৰ ফলত জনম-লভা এই অলাহ ভাগৰ তলিত থকা বমা বা শিলাময় ঠাইয়েই এই প্রলয়ঙ্কৰ ভূমিকম্পৰ ফলত মূৰ তুলি উঠিছিল। সেয়েহে এই পূব-পশ্চিমীয়াকৈ থকা পাহাৰ শ্রেণী দেখা পোৱা যায়। কালৰ হেঁচাত পৃথিৱীৰ কলিজা ভাগৰ কাষৰে পাজৰে থকা তৰপবিলাক চেঁচা হৈ পৰোতে খোলাত ভাঁজ লৈ এই পাহাৰৰ শাৰীয়ে জনম লভি কোনো কোনো ঠাইত পৰ্ব্বতৰ নিচিনা ওখ হৈ থিয় দিয়ে।

অসমৰ ৰাজহাড় হেন এই পাহাৰ শাৰীৰ দুয়ো কাষেদি জীৱনী-ৰক্ত বোৱা ইডা-পিঙ্গলা হেন দু'টা নাড়ী লুইত আৰু সুৰমা আজিও ধৰণী গুৱাই আছে। কাশ্মাৰৰ উত্তৰে থকা মানস সৰোবৰৰ গৰ্ভত জনমি মনোজ ৎছান্‌পো নাম লৈ নৈ এখন তিৰ্ব্বতৰ বুকুৰ মাজেদি পুব মুৱাকৈ বৈ চাকৃছামত লাছা-ভাৰত আলিৰ ওপৰেদি কিছুদূৰ বগাই বেঁকা হৈ দক্ষিণমুৱাকৈ আহি হিমালয় পৰ্বত্ পাৰ হৈ নাম-চা বৰুৱা নামৰ (২৪, ৪৪৫ ফুট) ওখ টিঙৰ দাঁতিয়ে কাষৰে থকা আৰু কিছুমান টিঙৰ কাষ কালি তললৈ নামি আহে। নাম-চা বৰুৱাৰ এই ডোখৰ বহুতদিন লৈকে মানুহৰ বিস্ময় আৰু ভৌগলিক ৰহস্য হিচাবে গুনা-গুঁথা হৈ আছিল, আৰু বহুতে ভাবিছিলে ও এটা ওখ ডাঙৰ ঝৰণা থকা বুলি। কিন্তু ১৯১৩ চনত কেপ্তেইন্ বেইলি আৰু কেপ্তেইন্ মোৰ্চহেডে পোন-পোনতে এই ভাব্‌নাৰ আঁৰ অলপীয়াকৈ আতৰাইছিল। ১৯২৪ চনত কেপ্তেইন কিংডন বাৰ্ড আৰু নামজলা ভ্ৰাম্যমান উদ্ভিদ্‌তত্ত্ববিদ্ আৰ্ল-কওডৰে সেই আঁৰ পুৰাকৈ আঁতৰ কৰিলে। ওছা-দজোং, লুংলা, দোছুংলা, পেমাকোই, গিয়ালা গোম্পোনে আৰু পেমাকোই-চুংপাৰ হৈ তেওঁলোকে ৎছান্-পোৰ চল্লিচ্-ফুটীয়া নামি পৰা সাত ৰঙৰ ঝৰণা দেখিলে,—যাৰ নাম কেপ্তেইন্ বাৰ্ডৰ মন অনুসাৰে 'ইন্দ্রধনু-ঝৰণা' হ'ল। গোম্পোনে আৰু পেমাকোই-চুংপাৰ হৈ পোনৈ আৰু ৎছান্-পো নৈ মিল হোৱা ঠাইডোখৰ এৰি দক্ষিণে অলপ নিলগলৈ আগবাঢ়িলেই পোৱা মাইল জুৰি এশফুট তললৈ ৎছান্-পো নৈ বাগৰি পৰে। এই নৈৰ গতি এচটা বৰ শিলৰ বুকুত ঠেকা খাই দহ-ফুটজোৱা ঠাই এডোখৰত ফেনে ফোটোকাৰে ঘূলিত পাক খাই ঘূৰি ঘূৰি গজ বহলে সেই শিলছটাৰ ওপৰেদি বহুধাৰাত যাঠি ফুট তললৈ খৰ্স্রতি (Rapid) হৈ খৰ্তৰ্কৈ দ্রুতগতিত নৈখন বাগৰি পৰে আৰু তাৰ তলত অলপ আঁতৰত আৰু এটা ঝৰণা হৈ নামি বৈ আহে।

আবৰ পাহাৰৰ মাজেদি বৈ ৰাওঁতে এই ৎছান্-পো নৈয়ে ৰিং-গোং, ছিগোং বা ছিৰপাটেং, ছিমোং, ছিয়োম্ আৰু য়াম্নে উপনৈবিলাকৰ পানী বুকুত ভৰাই লৈ ভৈয়ামলৈ বুলি দক্ষিণলৈ বৈ নামি আহে। আবৰ-সকলৰ মাজত এই ৎছান্ পো নৈয়েই ছাইয়াং নৈ হয়। এই ছাইয়াং নৈয়েই পাছী খেলৰ আবৰসকলে থকা ঠাইৰ পৰা পাছীঘাটত ভৈয়ামলৈ নামে। তাৰ পৰা ইয়াৰ নাম দিহং হয়। কালৰ বোৱতী সুঁতিত পৰি তুষাৰনৈ আৰু বৰষুণৰ পানীয়ে এঠাইৰ পৰা উটাই নিয়া বালি, বোকা, শিলৰ গুৰি আদি বুকুতলৈ ভৈয়ামলৈ বাগৰি আহি জাঁজী বা পলসুৱা মাটি সৰুজি পাছীঘাটৰ কেইমাইল-মান দক্ষিণে এই ছাইয়াং নৈয়েই দুটা সুঁতিত ভাগ হৈ যায়। এই দিহং আৰু লালী নৈ পাছীঘাটৰ পৰা কুৰি মাইল দক্ষিণে পূবফালৰ পৰা পশ্চিমমুৱাকৈ বোৱা লুইতত পৰে। দিহং, লালী আৰু লুইতৰ মাজৰ দ্বীপ হেন থলভাগ আজিও লালী চাপৰি নামে খিয়াতি লভে।

পূব তিব্বতৰ বুকু ফালি জায়ুল নামে এটি জুঁৰি দক্ষিণলৈ বৈ পচিমপৰীয়া ৰামাৰ পৰা একুৰি পোন্ধৰ মাইলমান নামি মিনজাঙৰ কাষত পশ্চিমে ভাঁজলৈ মিচিমী পাহাৰ অঞ্চলত টিলু নাম লৈ দৌ, দেলেই, টিদ্দিং, দিগাৰু, দিবং, কামলুং নোৱা দিহিং আদি উপনৈৰ পানী বুকুত লৈ পৰশুৰাম কুণ্ডত ঠেকা খাই এটা ঘূলিত পাক মাৰি বাগৰি পচিমে বয়। আৰু বালি, বোকা, শিলৰ গুৰি পেলাই পেলাই ভৈয়ামৰ জাঁজী আৰু পলসুৱা মাটি সৰজে।

এক কোটি বছৰৰ আগতে কেৱল অসমেই নহয়, ভূমিজ্ঞান জনা পণ্ডিত সকলৰ মতে গোটেই ভাৰতবৰ্ষই হেনো সাগৰৰ অতল গৰ্ভত আছিল। আনকি আজিৰ তিব্বতৰ কথা নকৰেই, ইয়াৰ দাঁতিয়ে কাষৰে পূবে পশ্চিমে থকা দেশবিলাকৰ ওপৰতো এখন আহল বহল সাগৰৰ পানী ওপচি আছিল। ভূ-তাত্ত্বিক সকলে এই মহাসাগৰক তি-ঠাইচ (Tethys) বুলিছিল। ইয়াৰ দক্ষিণে এখন মহাদেশৰ বিৰাট কুলে আগুচি আছিল আৰু এই কুলৰ পৰা আৰম্ভ হৈছিল এটা বিৰাট ভূখণ্ড; যাৰ ভিতৰত পৰিছিল, অষ্ট্ৰেলিয়া, নিউজিলেণ্ড, ফিলিপাইন, মালয় দ্বীপপুঞ্জ, আন্দামান, নিকোবৰ দ্বীপপুঞ্জ, লঙ্কা, সিংহল আৰু আফ্ৰিকা। ভূমিবিজ্ঞানত পকা ওস্তাসকলে এই বিৰাট ভূখণ্ডৰ মহাদেশক গোণ্ডোৱানা ভূমি বুলিছিল। সেইকাৰণে সেই যুগক তেওঁলোকে গোণ্ডোৱানা (Gondwana) যুগ বুলি মাতিছিল। অতীজতে প্ৰকৃতিৰ বুকুত বাহিৰা আৰু ভিতৰুৱা শকতিৰ মাজত দন্দ-কাজীয়া হৈ থাকোতে পৃথিৱীৰ কলিজা

ডুখুৰীৰ পৰা বাৰেপতি অগণি উগৰা হা-হুমুনিয়াহ বাজহৈ ওলাওতে ওলাওতে হিমালয়ৰ জনম হ'ল, তিঠাইচ্ সাগৰৰ বুকু ভেদি বিধে বিধে পাহাৰৰ শাৰী আৰু নানান তৰহৰ পৰ্ব্বত শ্ৰেণীৰ সৃজন হ'ল। সাগৰৰ প্ৰাণীৰ ছাব্ থকা শিল হৈ ৰোৱা জঁকা আদিৰ বহু চিন্ আজিও হিমালয়ৰ বুকুত কৰবাত কৰবাত কোনো কোনো ঠাইত দেখা পোৱা যায়। আনকি, এই পৰ্ব্বতৰ শিলবিলাকত সময়ে সময়ে শংখ, শামুক প্ৰভৃতি সামুদ্ৰিক জীৱজন্তুৰ জঁকা দেখা পাই, এই ওজাসকলে ঠাওৰায় যে, হিমালয় হেন এটা বিৰাট পৰ্ব্বতশাৰী ও একালত সমুদ্ৰৰ গৰ্ভত ডুব গৈ আছিল। ধৰণীৰ গৰ্ভৰ শকতিৰ ওফোলনিতহে হেনো এনেকৈ সাগৰৰ গৰ্ভৰ পৰা ওপৰ হৈ ডাং খাই উঠিছিল। ই গোণ্ডোৱানা যুগৰ কাহিনী।

ফটিকৰ নিচিনা চিক্‌মিকীয়া ( Schists ), বালিচন্দা ( Mica ) নিচিনা জিল্‌মিলীয়া, চিলেটৰ ( Slate ) নিচিনা চিল্‌চিলীয়া আৰু চূণৰ দৰে বগা ঢেক্‌ঢেকীয়া টান শিলৰ তৰপবিলাক দেখিলে বুজা যায় যে, এই শিলবিলাক সৃষ্টিৰ আদিতে যি যুগ ভূ-ওজাসকলৰ মনত 'আৰ্চিয়ান' বা প্ৰাক-কেম্ব্ৰিয়ান ( Archean or Cambrian age ) যুগ হিচাবে গুণা হয়। সেই যুগত এই বিলাকৰ জনম হৈছিল হেনো। এই আৰ্চিয়ান বা প্ৰাক্-কেম্ব্ৰিয়ান যুগ গোণ্ডোৱানা যুগতকৈ ও পুৰণি গতিকে গোণ্ডোৱানা যুগতে যদি এটা প্ৰলয়ঙ্কৰ ভূমিকম্পৰ ফলত অসমৰ শিল পাথৰবে সৈতে পাহাৰশ্ৰেণীৰ সাগৰৰ বুকুৰ পৰা জনম হৈছিল তেন্তে আৰ্চিয়ান যুগৰ সেই শিলবিলাক কেনেকৈ ওলাল? আভ্যন্তৰিক শকতিৰ কোবত সাগৰৰ অতল গৰ্ভতেই সিবিলাকৰ জনম হৈছিল বোলে।

এই প্ৰাক্-কেম্ব্ৰিয়ান তৰপৰ ওপৰতে গোণ্ডোৱানা যুগৰ তৰপ পোৱা যায়। বালি গোটমৰা শিল, বালিচন্দীয়া শিল, চিলেটৰ দৰে কালচীয়া চিল্‌চিলীয়া শিল, আৰু অলপীয়াকৈ কয়লাৰে খামুচি ধৰা শিলৰ চপৰা এই তৰপত দেখা যায়। অগণি উগৰা ( Volcanic rocks ) শিল ও বৰ বৰ এচটাকৈ আবৰ দেশত দেখা পোৱা যায়। এই শিলবিলাকৰ বেচিভাগেই অগণি উগৰা বৈচান্টিক জুলীয়া ধাতু আদি গোটমৰা ( Basaltic lavas ) সিবিলাকৰ ছাই (Volcanic ashes i.e. triffs) যিবিলাক অ'ত ত'ত সিঁচৰিত হৈ পৰি আছে। এই শিলবিলাকেই কালৰ হেচাত অৱশেহত 'দামুদা' শ্ৰেণীত ( Damuda series ) পৰিণত হয়। এই 'দামুদা' শ্ৰেণী গাণ্ডোৱানোত্তৰ যুগত অৰ্থাৎ গোণ্ডৱানা যুগৰ পাছত জনমে। সোৱণশিৰি নৈত পোৱা—শিল হৈ থকা

সামুদ্রিক জ'কা দেখিলে বুজা যায়, যে তলথাপৰ জনম দিয়া শকতি থকা চুনশিল ও ( Lower products limestones ) এই পৰ্ব্বতবিলাকৰ কৰবাত লুকাই আছে।

ভূতাত্ত্বিক ক্রম-পর্য্যায়ত গোণ্ডোৱানা তৰপৰ ওপৰত আৰু এটা তৰপ গোট খাইছিল যাৰ সৃজন হৈছিল ত্ৰৈস্তৰিক যুগত ( Tertiary age বা তৃতীয় স্তৰৰ যুগত ) এই ত্ৰৈস্তৰিক শিলবিলাক পুৰণি শিলবিলাকতকৈ বেচি ফটফটীয়াকৈ দেখা যায়, আৰু ভূ-বৈজ্ঞানিকসকলে এইবিলাকক চাৰিটা শ্রেণীত ভাগ কৰিছে।

(ক) দিচাং শ্রেণী ( The Disang series ) : দিচাং নৈৰ পৰাই এই দিচাং শ্রেণীৰ নাম হয়। ত্ৰৈস্তৰিক যুগৰ ভিতৰত এই দিচাং শ্রেণীয়েই আটাইতকৈ পুৰণি আৰু সম্ভৱ এই যুগৰ শেহছোৱাতে খড়িমাটি যুগৰ (Cretacious age) আৰু নিম্নতৰ ত্ৰৈস্তৰিক যুগ (Lower teritiary age)। এই সময়ত বহু হেজাৰ ফুট ডাঠ ধোঁৱা বৰণীয়া কালচীয়া চিলটীয়া শিল আৰু মাজে মাজে বালিশিৰীয়া শিল, বালিশিৰীয়া চিলট হেন শিল আৰু পাতল অশুধ্ চুনশিল ও সৃজন হয়।

(খ)· কয়লা পৰিমাপানুযায়ী শ্রেণী ( The coal measure Series ) :

দিচাং শ্রেণীৰ তৰপৰ ওপৰত চিলটীয়া, বালুৱা, মাটিয়া আদি শিলবিলাক হৈছিল। এই তৰপক কয়লা পৰিমাপানুযায়ী শ্রেণী বোলা হয়। এই শ্রেণী প্রায় দহ হেজাৰ ফুটতকৈ ও বেচি ডাঠ হৈ থাকে আৰু ইয়াত পাতলীয়াকৈ পৰা কয়লা আৰু এঙেৰুৱা চিলটীয়া শিলৰ তৰপ থাকে। একেবাৰে তলিতহে কেৱল নানা বৰণৰ দাগ থকা আৰু নীলা বৰণীয়া এঠাল মাটি দেখা পোৱা যায়। ওপৰ ছোৱাত ধুনীয়াকৈ গুঁথা কয়লাৰ তৰপৰ জোৰা থাপে থাপে পৰা দেখা যায়।

(গ) টিপাম শ্রেণী ( The Tipam Series ) :—লখীমপুৰ জিলাৰ জয়পুৰৰ দাতিকাষৰীয়া টিপাম নামৰ পাহাৰৰ শাৰীৰ পৰা টিপাম শ্রেণীৰ নাম হয়। এই শ্রেণী দহ হেজাৰ ফুটতকৈও বেচি ডাঠ আৰু তিনিটা সমান ভাগত ভাগ কৰা হৈছে। আটাইতকৈ তলত টান লো মাটীয়া, নীলা বালিশিৰীয়া শিল শুকাই হালধীয়া, ৰঙচুৱা আৰু পিঙলীয়া ৰহণৰ আৰু মাজে মাজে নানা বৰণৰ দাগ থকা নীলা এঠাল মাটি দেখা যায়। এই তৰপৰ ওপৰত নানা বৰণৰ দাগ থকা মাটি— তাৰ ওপৰত নীলা বৰণীয়া এঠাল মাটি, তাৰ ওপৰত বালিশিৰীয়া এঠাল মাটি, তাৰ ওপৰত এঠাল বালিশিৰীয়া শিল আৰু মাজে মাজে টান লো-মাটীয়া শিল

পোৱা যায়। আটাইতকৈ ওপৰত চপৰা চপৰা পোৰা কাঠেৰে সৈতে-নীলা বৰণীয়া মাটিয়া শিল আৰু কয়লা আৰু পোৰা কাঠৰ জলি থকা পোৱা যায়।

(ঘ) দিহিং শ্ৰেণী ( The Dihing Series ) : দিহিং নৈৰ পৰা এই শ্ৰেণীৰ নাম হয়। এই শ্ৰেণী বহু হাজাৰ ফুটলৈকে ডাঠ থাকে। এই শ্ৰেণীৰ তৰপ তলখাপৰ নৰম আলতীয়া মাটি আৰু বালিশিৰীয়া শিলৰে সৈতে শিল-গুটিৰে (pabble) পূৰ হৈ থাকে।

এই ত্ৰৈশুৰিক শ্ৰেণীবিলাকৰ ওপৰেদি ওখ ঠাইৰ পৰা নৈ, জুৰি, নিজৰি বৈ থাকোতে তৰপৰ ওপৰত থকা শিলৰ গুৰি (gravels), বালিমাটি আৰু পলস ধুই পথালি উটাই নিয়ে, আৰু সেই উটি ভাঁহি অহা শিলৰ গুৰি, বালিমাটি আৰু পলসবিলাক নামনিত দম বান্ধি গোট মাৰে। এই বিলাকেই শেহত জাঞ্জী বা পলসুৱা মাটিৰ চৰ হয়।

আজিকালি কোনো কোনো ঠাইত এই পুৰণি চৰ (older alluvium) নৈ, জুৰিৰ পানীৰ বুকুৰ পৰা এহেজাৰ ফুট ওখ দেখা যায়।

এইদৰে দিহং আৰু পুবৰ পৰা বৈ অহা লুইত মিল হৈ পৰাত আজি বিৰাট ব্ৰহ্মপুত্ৰ নদে ৰূপ লয়।

এইখিনি হওঁতে দহ বছৰ নহয়, এশ বছৰ নহয়, এজেহাৰ বছৰ নহয়, একলাখ বছৰ নহয়, কিমান লাখ বছৰ হৈছিল, তাৰ হিচাব কৰোতাসকলে কৰি আছে।

পৃথিৱীৰ গৰ্ভ চেঁচাত থেতুৰা লগাত ইয়াৰ খোল কোঁচ খোৱাৰ লগে লগে অসমৰ সাগৰৰ গৰ্ভত যিবিলাক আছিল, সেইবিলাকেই পাহাৰৰ শাৰী আৰু পৰ্ব্বতৰ শ্ৰেণী হৈছিলগৈ। এই ধৰণীয়ে তাপ বিলাওতে বিলাওতে কোঁচ খোৱাৰ লগে লগে, যেনেকৈ অসমৰ ন-ন খলা বমা ঠাইৰ জনম হৈছিল, ইয়াৰ বুকুত থকা বিপৰীত দ্বন্দ্বৰ ফলত কিছুমান প্ৰাকৃতিক শকতিৰ গুণত সেই বিষমতা লয় পাইছিল। এই দুয়োটা বিৰুদ্ধগতিৰ ফলতেই অসমৰ পিঠিত দিনেপতি সাল সালনি হৈ আহিছে আৰু হবই। যিবিলাক শকতিৰ গুণত আৰু বিপৰীত শকতিৰ দ্বন্দ্ব কাজিয়াৰ ফলত এনে সাল-সলনি হৈ আছে, সিবিলাকৰ কিছুমান হৈছে বাহিৰা শকতি ( External agent ) আৰু কিছুমান হৈছে ভিতৰুৱা শকতি ( Internal agent )।

ৰ'দ, বৰষুণ, নৈ, তাপ, বৰফ প্ৰভৃতি বাহিৰা শকতিৰ গুণত অসমৰ উপৰি ভাগত যি সাল সলনি হব লাগিছে, সেই সাল সলনি ইমান সুক্ষ্ম আৰু ইমান

লাহে লাহে ঘটিছে যে, মানুহে এই চকুৰে উম ধামকে নাপায়,—অথচ কালৰ হেঁচাত খনেপতি, পলেপতি, দিনেপতি সাল সলনি হৱই লাগিছে।

দিচাং শ্ৰেণীয়েই হওঁক নাইবা কয়লা পৰিমাণানুযায়ী শ্ৰেণীয়েই হওক, নাইবা টিপাম শ্ৰেণীয়েই হওক নাইবা দিহিং শ্ৰেণীয়েই হওক—এই গোটেই ত্ৰৈস্তৰিক (Tertiary) তৰপ হওঁতে বহু লাখ বছৰ লাগিছিল। এই গোটেই শ্ৰেণীবিলাকক গোট খোৱালে—সিবিলাকৰ মুঠ অৰ্থাৎ ত্ৰৈস্তৰিক তৰপটো প্ৰায় চল্লিচ হাজাৰ ফুট ডাঠ হয়।

পৰশুৰামকুণ্ড বা ব্ৰহ্মকুণ্ডৰ দাঁতিয়ে কাষৰেও ফটিকৰ দৰে চিক্‌মিকীয়া, বালিচন্দাৰ দৰে জিল্‌মিলীয়া, কাল্‌চীয়া চিলটৰ দৰে চিল্‌চিলীয়া আৰু চূণৰ দৰে বগা ঢেক্‌ঢেকীয়া শিল পোৱা যায়। আনকি এই ব্ৰহ্মকুণ্ডৰ অলপ দক্ষিণে দাফাবুম্‌ৰ ওচৰত এটা বিৰাট অঞ্চলত এনে শিলবিলাক ও বেছি ৰকমে পোৱা যায়। সেইকাৰণে জনা বুজা মানুহে কয়,—এই অঞ্চলটোও আৰ্টিয়ান বা প্ৰাক্-কেম্ব্ৰিয়ান যুগত জন্মিছিল হেনো।

মানাবুম্, মিয়াওবুম্, মুনমুন্-বুম আৰু পাটকাই পৰ্বতৰ শাৰী আৰু ইবিলাকৰ ওচৰীয়া নামদভীয়া ঠাইবিলাকত আৰ্টিয়ান আৰু গোণ্ডৱানা যুগৰ পুৰণি শিল পোৱা নাযায়, বৰং ত্ৰৈস্তৰিক যুগৰ শিলহে বেচিকৈ পোৱা যায়।

ধোঁৱাবৰণীয়া চিল্‌চিলীয়া চিলটীয়া শিলৰ ভাগে এই তৰপৰ তলত বেচিকৈ থাকে যদিও পাহাৰ পৰ্ব্বতৰ ও বুকুতে নিচানৰ দৰে বালিচঁহীয়া শিলবিলাক মূৰ ডাঙি আছে। এইশ্ৰেণীৰ তৰপৰ ওপৰত কয়লা পৰিমাপানুযায়ী শ্ৰেণী থাকিলেও ইয়াৰ গাঁথনি বৰ জটিল কাৰণে, এই শ্ৰেণী বৰ সহজে ধৰা নপৰে। টিপাম শ্ৰেণীৰ নিম্নতৰ ভাগত বালিচঁহীয়া শিলবিলাকেই এই ওখ পাহাৰ শাৰী আৰু পৰ্ব্বত শাৰীৰ জনম দিছে। সৰু সৰু পৰ্ব্বতীয়া নিজৰিবিলাক টান-শিলৰ ওপৰেদি বৈ যাওতে বহুতো ঝৰণা সৃজিছে—খৰ্‌তৰকৈ যোৱা ধৰাল জুৰি নিজৰিবিলাকে নৰম শিলৰ ওপৰেদি বৈ যাওতে খহাই খহাই দুয়োকাষে টান শিলৰ থিয় গড়া সৃজি গিৰিখাত তৈয়াৰ কৰিছে আৰু কৰবাৰ ঘূলিৰ দৰে কুণ্ডও সৃষ্টি কৰিছে,—সেই কুণ্ডৰ পৰা উপচি পৰি বৰ কোবে বগাই বৈ বৈ দিহিং শ্ৰেণীৰ ভগা বালিচঁহীয়া শিলৰ গুৰি আৰু পলস উটাই নামদভীয়া ভৈয়াম সৃজিছে।

পাটকাই পৰ্বতৰ শাৰী দিচাং শ্ৰেণীৰ ওপৰত আৰু কয়লা পৰিমাপানুযায়ী শ্ৰেণীৰ ভেটিৰ কাষত নানা তৰহৰ বালিচঁহীয়া শিলৰ থিয় গড়াৰ সমষ্টি যেন হে লাগে। পাটকাই শাৰীৰ দক্ষিণে নোংয়োং ভৈয়ামখন কেৱল কয়লা

পৰিমাপানুযায়ী শিলবিলাকেৰে ভৰপুৰ হৈ আছে। আৰু উত্তৰে হোংকাপ্-বুম আৰু মুন্-মুন্-বুম শাৰীৰ নাম-দাফা মোহোনালৈকে বিয়পি থকা অঞ্চলত ত্ৰৈস্তৰিক যুগৰ সকলো শ্ৰেণীৰ শিলবিলাক দেখা পোৱা যায়। এই বিলাকত দিহিং শ্ৰেণীৰ তৰপ বেচি দেখা নাযায়।

মিজুৰ বসাত অঞ্চল আৰু ব্ৰহ্মকুণ্ডৰ পূব-অঞ্চলৰ পৰা আৰম্ভ কৰি আৰু টেঙাপানীৰ পৰা নোৱা দিহিংলৈকে মানাবুম্ পাহাৰ শাৰীজুৰি সেই অঞ্চলত বহু দ'লৈকে ত্ৰৈস্তৰিক শিল পোৱা যায়, কেৱল দিহিং শ্ৰেণী আৰু টিপাম শ্ৰেণীৰ আটাইতকৈ ওপৰ তৰপ গোটেই পাটকাই শ্ৰেণীত বেচিকৈ দেখা যায়।

এইদৰেই গোটেই নগাপাহাৰ, বৰাইল পাহাৰ, মণিপুৰ পাহাৰ আৰু লুচাই পাহাৰৰ শাৰীত ত্ৰৈস্তৰিক যুগৰ চিন-ছাব্ স্পষ্টকৈ পোৱা যায়।

কিছুমানৰ মতে উত্তৰ নগাপাহাৰ, নোৱাদিহিং আৰু দিহিঙৰ উজান অঞ্চল আৰু গাৰো পাহাৰ আৰু খাচীয়া পাহাৰৰ কিছু অঞ্চলত গোণ্ডোৱানা যুগৰ শিল-বিলাক সিচৰিত হৈ আছে হেনো।

পাটকাইৰ কাণসমনীয়া পাহাৰৰ শাৰী কাষৰে-পাজৰে নামকীয়া, চিংকৌ, নগাপাহাৰ, বৰাইল, মণিপুৰ, লুচাই পাহাৰ আৰু আৰাকানয়োমা শাৰী-বিলাক সাগৰৰ দাতিলৈকে লেথাৰিকৈ লানি নিছিগাকৈ বিয়পি মুৰ ডাঙি আছে।

নগাপাহাৰৰ জাপ্‌ভোটিঙৰ হিয়া ফালি বৰাকলৈ ওলাই দক্ষিণমুৱাহৈ আকৌ উত্তৰমুৱাহৈ লুচাই পাহাৰৰ পৰা ভুখন উপনৈৰ পানী বুকুত লৈ সুৰমা বুলি জনাজাত হৈ পশ্চিমমুৱাহৈ বৈ যায়।

বৰষুণৰ পানী পৰ্ব্বতৰ গায়েদি তলমুৱাহৈ বাগৰি আহোতে পৰ্ব্বতৰ গাত পাহাৰৰ দেহাত এই বৰাক সুৰমানৈয়ে কিমান যে সৰু সৰু লোৰ সৰজিলে আৰু সেই লোৰবিলাক আন আন লোৰ লগত লগ লাগি তললৈ নামি আহিল। বৰষুণৰ পানীৰ কিছু ভাগে বালি, বোকা, চূণ আদি পানীত গলিব পৰা বস্তু-বিলাকৰ লৈতে সেই সুৰমা বৰাক নৈও পৰি সেই নৈয়েই বহু জাঁজি আৰু পলসুৱা মাটি গোটাই সমভূমি সৰজিলে। আৰু কেতিয়াবা বাণপানীৰ সময়ত এই নৈৰ দুয়ো কাষত পলস পৰি সমভূমি হ'ল। গোণ্ডৱানা যুগৰ বিলবিলাক পোত গৈ এই সমভূমিৰ আয়তন বাঢ়িল। এইদৰে লাখ লাখ বছৰৰ পিছত নামদঙীয়া সুৰমা ভৈয়ামৰ সৃষ্টি হ'ল।

লুইতপৰীয়া ভৈয়ামখো এইদৰেই সৃজন হোৱাৰ উপৰিও ইয়াৰ গঢ় বেলেগ

ধৰণেও হৈছিল। হিমালয়ৰ ওখ পাৰ্বত্য অঞ্চল শীত প্ৰধান দেশ হোৱাত ইয়াত প্ৰায়েই বৰফ জমি আছিল। এই বৰফৰ ক্ৰিয়াত নানান সাল সলনি ঘটিছিল। বৰষুণৰ পানী শিলৰ ফাঁকত সোমাই বন্ধ হৈ থকাত এই চেঁচা অঞ্চলত সেই পানী গোট মাৰি বৰফ হৈছিল আৰু সেই বৰফৰ আয়তন বাঢ়ি যোৱাৰ লগে লগে শিলৰ ফাঁকো বহল হৈ গৈছিল। দিনত বৰফ গলিলে সেই শিলবিলাক সোলোক-ঢোলোক হৈছিল আৰু নিশা পুনৰ চেঁচা হৈ বৰফ হলে শিলৰ ফাঁকবিলাক ক্ৰমান্বয়ে বাঢ়ি যোৱাত শেহত সেই সোলোক-ঢোলোক শিলাখণ্ডই খহি পৰিবলৈ ধৰিলে।

হিমালয় পৰ্ব্বতৰ ১৬,০০০ ফুট ওখত থকা চিৰ তুষাৰ ৰেখাৰ ওপৰত তৰপে তৰপে বৰফ জমা হোৱাত তলৰ তৰপবিলাক ওপৰৰ ভৰত অতি ডাঠ হৈ আহিবলৈ ধৰিলে। জহকালি দিনত বৰফ গলি পানী হোৱাত, নিশা হলে সেই পানী পুনৰ বৰফ হোৱাত আৰো জাৰকালি ইয়াৰ ওপৰত নতুন এচাম বৰফ জমা হোৱাত, বছৰে পতি বৰফ পৰি পৰি ডাঠ হোৱাৰ লগে লগে বৰফ বিলাক আয়তনতো বাঢ়িবলৈ ধৰিলে। ওপৰৰ ভৰ আৰু মাধ্যাকৰ্ষণৰ প্ৰভাৱত বৰফ-বিলাক তুষাৰনদী বা হিমালয় প্ৰবাহ (glacier) হৈ অতি লাহে লাহেকৈ তললৈ পিচলি হুহকি আহিবলৈ ধৰিলে। অতি ধীৰে ধীৰে বোৱা তুষাৰ নদীৰ গতি বৰফৰ প্ৰকাণ্ড খণ্ডবিলাকৰ সৈতে চুঁচৰি নামি আহিল। ইয়াৰ হেঁচাত তলি আৰু কাষৰ শিলবিলাক ডুখুৰা ডুখুৰা হ'ল আৰু পৰস্পৰে ঘঁহনি খাই খাই সেই ডুখুৰা ডুখুৰী শিলবিলাক মসৃ আৰু মিহি হ'ল। বছৰেকত কেইগজ মানহে আগবঢ়া এই তুষাৰ নদীয়ে গতিত বাধা শিলবিলাকৰ বেচি লৈ আগবাঢ়িল। তলৰ শিলবিলাক এৰাই গল আৰু ওপৰৰ শিলবিলাক সোলোক-ঢোলোক হৈ খহি ঢঁহি পৰিল আৰু বাগৰি আহিল, আনকি অতি ওখ পৰ্ব্বতো এই তুষাৰ নদীৰ ক্ৰিয়াত আৰু প্ৰকোপত খহি পৰিল। চিৰতুষাৰ ৰেখা পাৰ হোৱাৰ পাচতে তুষাৰ নদীৰ বৰফ গলিবলৈ আৰম্ভ কৰিলে। তাৰ পানী দিহঙত পৰিল। তেনে পানী লুইতত পৰিল—এনেকৈ সৰুসুৰা উপনৈত পৰিল। শিলৰ গুৰি, ধূলি-বালি জাঁজ-পলস উটি ভাঁহি পানীৰে সৈতে বাগৰি ভৈয়াম-চাপৰি পলসুৱা ৰাঙী সৰজিলে। কোনো কোনো সময়ত প্ৰকাণ্ড বৰফৰ খণ্ডবিলাক পৰ্ব্বতৰ ওপৰৰ পৰা অতি জোৰেৰে তললৈ হিম প্ৰপাত (avaluche)-ৰ দৰে বাগৰি আহিল। নৈ বিলাকৰ জোৰাল সোঁতত নাইবা বৰষুণৰ পানীৰ সৈতে তললৈ নামি এই শিল-বিলাকৰ গুৰি, বালি, পলস আদিয়ে লুইতপৰীয়া ভৈয়াম সৃজিছিল।

তাতে আকৌ ভূঁইকঁপৰ খেল হবলৈ ধৰিলে। খোলৰ স্তৰবিলাক ভাঙ লবৰ সময়ত তলৰ স্তৰ ভাগি বা সিইতৰ স্থানান্তৰ ঘটোতে বহুবাৰ ভূমিকম্প হৈছিল, ফলত তাৰ ফলত বহুতো পৰ্ব্বত পাহাৰ হল আৰু পাহাৰ পৰ্ব্বত হ'ল আৰু বহুতো খহি টহি পৰিল। এই ভাৰতৰ প্ৰান্তৰ ভূখণ্ডই তাপ বিকীৰণ কৰি সঙ্কুচিত হওতে ও নাইবা কলিজা ডুখুৰীৰ চূণ-শিল, লোণ আদি পদাৰ্থবিলাক পানী পৰি গলি যোৱাৰ পিচত ওপৰৰ স্তৰৰ তলত ফাঁক হ'ল আৰু সেই শূন্য ঠাই পুৰাবলৈ ওপৰৰ মাটি খহি পৰোতে জোকাৰ খোৱাৰ লগে লগে ভূঁইকঁপৰ ফলত এই অসমৰ ৰূপান্তৰ হৈছিল। কেতিয়াবা আকৌ এই ভূমিখণ্ড আভ্যন্তৰৰ অতিশয় তপত আৰু গলিত পদাৰ্থবিলাকত উপবিভাগৰ পথা কোনো প্ৰকাৰে পানী পৰিলে অতি শীঘ্ৰে তাপ উৎপন্ন হোৱাত অগ্নি উৎপাতৰ প্ৰচেষ্টাৰ ফলত ভূমিকম্প হৈ অসমীৰ ৰূপ সলালে।

এইবিলাকৰ উপৰিও বায়ুমণ্ডলৰ বিচিত্ৰ গতি আৰু চাপৰ ফলত অসমৰ বহু-ৰূপৰ সাল সলনিত বেলেগে ছাব্ পৰিল। অসমৰ বুকুৰ ওপৰত বায়ু-মণ্ডলৰ তাপ-চাপৰ নানা তৰহৰ লালা চলিল। জলীয় ভাঁপ আটৈ মাইল ওপৰলৈকে ঘূৰিব ধৰিলে। প্ৰকৃতিয়ে কুঁৱলী, নিয়ৰ, মেঘ, বৰষুণ, শিলাবৃষ্টি আদি হৈ ভৈয়ামৰ বুকু ভিয়াই নতুন ৰূপ ৰহন দিলে। পাহাৰ পৰ্ব্বতৰ অৱস্থানে বৃষ্টিপাতৰ কাৰণ হোৱাত বাষ্পপূৰ্ণ বায়ুৰাশিয়ে পোনকোবে পাহাৰ পৰ্ব্বতৰ গাত ঠেকা খাই উচ্চৰ পৰা উচ্চতৰ অংশলৈ উঠি যাব লগা হোৱাত সেই সময়ত ভাপবিলাক ক্ৰমে বেচি চেচা বায়ুৰ লগ লাগি ঘনীভূত হ'ল আৰু যিকালে ঠেকা খালে সেইপিনে বৰষুণ হবলৈ ধৰিলে।

হিমালয়ৰ নামনিত অটব্য অৰণ্যবিলাকেও বাষ্পবাহী বায়ুক আগচি বৃষ্টিপাত ঘটালে।

মৌচুমী বতাহ দক্ষিণ-পূব মৌচুমী আৰু উত্তৰ-পশ্চিম মৌচুমী বতাহ ৰূপে বৈ অসমৰ চোতাল সাৰি মচি গৈছিল।

পলসুৱা মাটিয়ে বৰষুণৰ পানী শুহিলৈ জলবায়ু পৰিবৰ্ত্তন কৰিবলৈ ধৰিলে। পৰ্ব্বতৰ হাবিৰ গছ-গছনিৰ গুটি, পুলি ; ঠাল-ঠেঙুলি বৰষুণৰ পানী নাইবা নৈৰ সোঁতৰ লগে লগে উঠি ভাহি আহি ভৈয়ামৰ মাটিত খান্থিত ললে। ভৈয়ামৰ শেলুবৈ শ-শ হেজাৰ হেজাৰ বছৰৰ ফলত ন-ন ৰূপলৈ ন-ন গছ গছনি হ'ল।

এইদৰে মৌচুমী অঞ্চলত মৌচুমী অৰণ্যভূমি সৃষ্টি হ'ল আৰু গ্ৰীষ্মমণ্ডল অৰণ্যভূমিৰও এই অসমত ছাঁ পৰিল, সেই কাৰণে ইয়াত অটব্য অৰণ্যভূমি ও

দেখা গ'ল। শাল-চেগুন, বাঁহ, বেত, কঠাল, ছাও, তাল, কল ইত্যাদিৰ আদি গছ জন্মিল। তদুপৰি গ্ৰীষ্মমণ্ডল তৃণ ভূমিৰ আভাস থকাত ডাঠ ঘাঁহনিৰে ভৰা পথাৰ দেখা দিলে। এই অঞ্চলত হাতী, গঁড় নানান প্ৰকাৰ বান্দৰ, সাপ, ভেকুলি বিধ বিধ চৰাই আদিয়ে ঘন হাবিৰ ভিতৰত বসতি ললে। পাতল হাবিত চেঙীয়া-পতীয়া, নাহৰ ফুটুকী আদি বাঘ আৰু ভালুক আদিয়ে বাস কৰিলে, শাহৰি, শিয়াল, পশু, হাপা, কেৰ্কেটুৱা, নেউল ইত্যাদি নোমাল জন্তুৰ আদি পশুৰ বাসস্থান সৃজন হ'ল।

এই গছ-গছনি নল খাগৰি, ঘাঁহ-বাঁহান আৰু পশু-পখীৰ আজিৰ যি ৰূপ সেইৰূপ আদিতে নাছিল। ক্ৰম বিবৰ্ত্তনৰ ফলত চালুকীয়া অৱস্থাৰ পৰা প্ৰকাণ্ড ৰূপত ৰূপায়িত হৈছিল যদিও পুনৰ ক্ৰম বিকাশৰ ফলত সিহঁতৰ আজৰ ৰূপত পৰিবৰ্ত্তন হৈছে।

পোন পোনতে সামান্য ঘন বহনৰ সেউজবুলীয়া শেলুৱৈৰ পৰা ক্ৰম বিকাশৰ ফলত আজিৰ ঘাঁহ-ঘাঁহান, বন-বননি হ'ল, হাড়-ৰাজহাড় আদি নোহোৱা ক্ৰিমি আদি বাঢি মাছ, কাছ, শাহৰি, নৰসিংহ আদি হৈ বিধ বিধ জন্তু প্ৰাণীৰ ৰূপলৈ জল, থল, হাবি-বননিত চৰিবলৈ ধৰিলে। প্ৰকৃতিৰ বেহ ৰূপ নতুন ৰূপ লৈ ধুনীয়া, শুৱনী হ'ল। আজিৰ অসমী তাইৰ কেচুৱা অৱস্থাতে চিকুণ হৈ উঠিল। -

## মানুহ

আজিৰ পৃথিৱীত কিমান ধৰণৰ মানুহে যে বসতি কৰি আছে, তাৰ সীমা সংখ্যা নাই। যদিও নৃতত্ত্ববিদ সকলে সংখ্যা ৰাখিছে—সেই সংখ্যা বহুত। পৃথিৱীৰ মানুহ বগা, ক'লা, হালধীয়া আৰু মাগুৰ বৰণীয়া ( white black, yellow and brown ), এই চাৰি-জাতিত ভাগ কৰা হৈছে। প্ৰাগ্-ঐতিহাসিক যুগত মানৱ জাতিৰ ঘাই-কাম আছিল পৃথিৱীত ভিন ভিন জাতিৰ গঠন কৰা আৰু বিয়পাই দিয়া। এইখিনি কৰোতে কিমান শ, কিমান হেজাৰ, কিমান লাখ বছৰ যে উকলি গৈছিল, তাৰ হিচাব সঠিক ভাবে কোনেও দিব পৰা নাই। সচৰাচৰ,—পৃথিৱীৰ মানচিত্ৰ দেখিলেই দেখা পোৱা যায় যে ;— বিষুৱ ৰেখাৰ দাঁতি কাষৰীয়া অঞ্চলত বিশেষকৈ আফ্ৰিকাত আৰু পূব দ্বীপ-পুঞ্জত ক'লা বৰণীয়া মানুহে বসতি কৰে। এচিয়াৰ সোঁ মাজত আৰু দক্ষিণ অঞ্চলত হালধীয়া বৰণৰ মানুহে বাস কৰে। এচিয়া আৰু ইউৰোপৰ না-জাৰ না-তপত ঠাইত বগা মানুহে বাস কৰে আৰু এইবিলাকৰ সান-মিহলি ঠাইত

বিশেষকৈ মালয় অঞ্চলত মাগুৰ-বৰণীয়া মানুহে থাকে। কোনো কোনোৱে ভাবে *যদি নিগ্রো, মঙ্গোলিয়া, শ্বেত আৰু আন জাতিবিলাকৰ প্ৰত্যেকৰে নিজৰ নিজৰ গুৰি আছে, তেন্তে এই পৃথিবীৰ মানুহে পৰিমিত কালৰ ভিতৰত নিজৰ নিজৰ আদিভূমিৰ পৰা ওলাই আহি চাৰিওফালে সিঁচৰিত হৈ পৰিছিল। কিন্তু—আধুনিক প্ৰাণীতত্ত্ববিদসকলে ( Zoologists ) যি সকলে বেলেগ বেলেগ ( species ) পশু পখীৰ জীৱন আৰু ৰূপ লৈ আৰু সিহঁতৰ সঙ্কৰতাৰ (breeds) বিষয়ে দকৈ ভাবিছে, চিন্তিছে, গুনিছে, গাঁথিছে আৰু অধ্যয়ন গৱেষণা কৰিছে। এই দাবীত তেওঁলোকেই যাই বিচাৰক হৈ কয় আৰু অভিমত দিয়ে যে……

"সেইয়া নহয়। মানুহ হৈছে এটা জাতি (species), তাৰ গুৰি একেটাহে। এনে সিদ্ধান্তলৈ অহাৰ কাৰণ দুটা। এটা কাৰণ হৈছে মানুহৰ যিমানবিলাক জাতি উপজাতি আছে আটাইতকৈ ক'লাৰ পৰা, আটাইতকৈ বগালৈকে, আটাইতকৈ অসভ্যৰ পৰা আটাইতকৈ সভ্যলৈকে নিলগীয়া সম্পৰ্ক হলেও সিহঁতৰ গুৰি এটাহে কাৰণ সিহঁতৰ দেহা গঠন আৰু মনৰ কাৰ্য্যাৱলীত এটা সাধাৰণ মিল দেখা যায়। দ্বিতীয়টো হৈছে, মানুহ এটা জাতি ( species ) হোৱাৰ কাৰণে ক'লাই হওক বা বগাই হওক, হালধীয়া নাইবা মাগুৰবৰণীয়াই হওক, সিহঁতৰ এটা শকতি আছে, যি শকতি সিহঁতৰ সকলোৰে মিল, যাৰ জহত সিহঁতে পৰস্পৰে বিয়া বাৰু কৰিব পাৰে, আৰু সতি-সন্ততি সান মিহলিকৈ ( Crossed races ) উলিয়াব পাৰে, বগা কলাৰ মৈথুনৰ পৰা জন্মা (Mula ffos ইউৰোপীয়ৰ ঔৰসত কাফ্ৰিৰ গৰ্ভজাত ) অথবা স্পেন আৰু ৰেড্ ইণ্ডিয়ানৰ দেহাৰ কৃষিৰ পৰা ওপজা পুলি পোখা যেনেকৈ ন-পৃথিৱী আমেৰিকাত ইউৰোপীয় আফ্ৰিকা আৰু আমেৰিকাৰ আদিবাসীৰ মাজত চলিছে—মানৱৰ সকলো জাতিৰ গুৰি এটাহে বুলি যিটোৱে উদ্গকিয়ায়, ইয়াকেই পণ্ডিতসকলে হোমো ছেপিয়েন্চ ( Homo—Sapiens ) বোলে; কাৰণ মানৱ একে জাতিৰ ( genas and species ) মানুহ আৰু সিহঁতৰ গুৰি একেটাহে। এয়ে প্ৰাণীতত্ত্ববিদ সকলৰ হেনো অকাট্য যুক্তি।

ডাৰুইনে তেওঁৰ নতুন যুক্তিৰে বানৰৰ পৰা মানৱৰ ক্ৰমবিকাশ প্ৰচাৰ কৰোঁতে বহু লাঞ্চনা ভুগিলে। অৱশেষত তেওঁৰ এই তথ্যটিকে বহু জ্ঞানবান মানুহে স্বীকাৰ কৰি সমৰ্থন কৰিলে। মগট্‌নে ও বহু তথ্য দান কৰিলে।

* কোনো কোনোৱে ভাবে,—কোন কোনটোনো কেন্দ্ৰ ঠাই য'ৰ পৰা এই জাতিবিলাকৰ আদিমে আহি আন ঠাইলৈ বিয়পি পৰিছিল। যেনোৱে ভাবে,—যদি নিগ্রো……

হাক্সলিয়ে এই তথ্যবিলাক বিজ্ঞানত পেলালে। কার্ল-মার্ক্স আৰু এঙ্গেলে ও এই তথ্যৰ সহায়েৰে পৃথিৱীত মানৱৰ নতুন সমাজত সৃষ্টিৰ আভাস দিলে।

পাতনি নহলে যৱনিকাৰ আশা নাই। গুটি নহলে গছৰ ভৱিষ্যত অন্ধকাৰ।

যতে সুশিক্ষ ( elaborate ) আৰ্ট প্ৰকৃষ্ট জ্ঞান, আৰু জটিল অনুষ্ঠান দেখা গৈছে—এই সকলোবিলাক মানৱজীৱনৰ প্ৰাচীন, সৰল আৰু স্থূলতাৰ অৱস্থাৰ পৰা ক্ৰম-সম্ভূত ফল। সভ্যতাৰ কোনো স্তৰ পোন পোনতে একেবাৰে গঠিত নহয়। তাৰ প্ৰাক্তন স্তৰৰপৰা ইয়াৰ জনম হয়। মিচৰ আৰু বেবিলনৰ প্ৰাচীন স্মৃতিবোৰে সাক্ষী দিয়ে যে,—ছহেজাৰ বছৰৰ আগতে কিছুমান বিশিষ্ট জাতিয়ে সভ্যতাৰ উৎকৰ্ষৰ উন্নত স্তৰত আছিল যদিও সেই সময়ত পৃথিৱীৰ অধিকাংশত বৰ্ব্বৰ আৰু অসভ্যসকলে বাস কৰিছিল। নীল আৰু ইউফ্ৰেটিচ্ নদীৰ অঞ্চলত সভ্যতা যে বিৰাজ কৰিছিল ইয়াৰ কোনো সন্দেহ নাই। প্ৰাচীন মিচৰীয় সকলৰ সুভ্যতাৰ চৰম অৱস্থাৰ চিন বহুতো পোৱা গৈছিল—তাৰ ভিতৰত ঘাই হৈছে লিপি-কলা ( Art of writing ), চিত্ৰিত ছবিৰে ভৰা আখৰৰ ব্যৱহাৰ ( Hieroglyppic ) আজিৰ বৰ্ণমালাৰ যি গুৰি। তেওঁলোক কৃষি বিদ্যাতো পাৰ্গত আছিল, বছৰি পথাৰখন সাৰুৱা কৰি কেনেকৈ কৃষিৰ উপাদানেৰে বহু সংখ্যক বাইজৰ জীৱন ৰক্ষা কৰিছিল এনে উপায় জানিছিল। সাংগঠনিক আৰ্টত সিইঁতৰ দক্ষতাৰ জাজ্বল্যমান প্ৰমাণ হ'ল পীৰামিডবোৰ। গিজেহ ( gizeh )-ৰ বিৰাট পীৰামিডটো চূণ-শিল আৰু চায়েনাইট্ ( Syenite ) শিলেৰে যাৰ গাঁথনি লিন্কল্নৰ ইন্চ-ফিল্ড্ ( Lincoln's Inn fields )-ৰ সমান যাৰ ভেটি আৰু চেন্টপল্চৰ গীৰ্জাতকৈও যি ওখ—ই দৰ্শকৰ চকুত আচৰিত যেন লাগিবই। ভিতৰ কোঠাৰ আৰু বাট পথৰ প্ৰকাণ্ড প্ৰকাণ্ড শিলৰ চপৰা আৰু সুন্দৰ স্থাপত্য দেখিলেই খনিকৰৰ দক্ষতাই কেৱল নহয় সিদ্ধ জ্যামিতিবিদৰ পাৰদৰ্শিতাৰও প্ৰমাণ পোৱা যায়। জ্যোতিষ—চৰ্চ্চাতো সিইঁতৰ যথেষ্ট জ্ঞান যে আছিল এই বিলাকেই প্ৰমাণ দিয়ে। ইয়াৰ কিনাৰ-বোৰ ইমান পৰিপাটিকৈ হিচাব কৰি সংখ্যানুপাতে বহুৱা যে, ইয়েই প্ৰমাণ কৰে মিচৰীইঁত সেই সময়ত জ্যোতিষবিদ্যাৰ মূল পদাৰ্থৰ বিষয়ত যথেষ্ট বুৎপত্তি লাভ কৰিছিল—পীৰামিডৰ ওপৰেদি সূৰ্য্যাস্তৰ দ্বাৰা দিন ৰাতিৰ সমানৰ দিন ( equinox ) আজিও নিৰ্দ্ধাৰিত কৰিব পাৰি আৰু ওচৰ-চুবুৰীয়া আৰৱীয়ইঁতে ইয়াৰ ছাঁয়াৰে আজিও জ্যোতিবিষয়ত দিনবোৰ গণনা কৰি থাকে। এই মিচৰীয়ইঁতে কেৱল তাম আৰু লোৰ কামেই যে জানিছিল এনে নহয়, সোণ

আৰু ৰূপৰ বিষয়ে সিহঁতৰ যথেষ্ট জ্ঞান আছিল। প্ৰতিকে সিহঁতৰ আৰ্ট আৰু স্থাপত্য, ভাস্কৰ্য্য আৰু কাৰুকাৰ্য্য গণনা আৰু পৰিমাণ ( Reckering and Measuring ) কেৰাণী কাকতি প্ৰশাসকৰ লগতে শাসনিক জীৱনৰ পদ্ধতি ( system of official life with its governors seribes ) পৌৰহিত্যৰ ধাৰাৰ লগতে ধৰ্ম্ম আৰু অবিৰাম উৎসৱ—এইবোৰ সকলো দীঘলীয়া আৰু ক্ৰমসম্ভূত বৰ্দ্ধনৰ ( gradual growth )-ৰ ফল। বৃটিচ মিউজিয়ামত থকা চতুৰ্থ ৰাজবংশৰ ৰাজকোঁৱৰ টেটা (Teta)-ৰ কবৰৰ (Tomb) নিচিনা পুৰণি স্মৃতিবোৰ দেখিলেই পৌৰাণিকতাৰ (antiquity) চৰম ধাৰণা কৰিব পৰা যায় আৰু তেতিয়াও মিচৰীয় কৃষ্টি কিদৰে কক্ষ আৰু ক্ৰমাগত ভাৱে বাঢ়িবলৈ আৰম্ভ কৰিছিল বুজা যায়। সিহঁতৰ আৰ্ট এনে এটা স্তৰ পাইছিলগৈ যে মানুহে ভাবিছিল ইয়াতকৈ আৰু আগুৱাবৰ সম্ভাৱনা নাই কাৰণ সিহঁতৰ পূৰ্বপুৰুষইতে জীৱনৰ যি বিশুদ্ধ প্ৰশাসন গাঁথি গৈছিল, সংস্কাৰৰ দ্বাৰা তাৰ সলনি কৰা মহাপাপ বুলি সিহঁতে বিশ্বাস কৰিছিল। পুৰণি বেবিলনীয় আৰু কেলিডীয় হঁতৰ বিষয়ে বৰ বেচি জনা নাযায় যদিও সিহঁতৰ স্মৃতিচিহ্ন আৰু লিপিবোৰেই (Inscriptions) দেখুৱায় সিহঁতৰ সভ্যতা কিমান পুৰণি আৰু কিমান গুণ ধৰণৰ আছিল। সিহঁতৰ লিপি কলাকাৰ আৰু গোঁজাকাৰ (cunciform and wedge shaped) সাঁচত আছিল আৰু সিহঁতৰ পাছৰ আচাৰীয়হঁতে সিহঁতৰ পৰাই এই লিপিৰ লিখনি শিকিছিল। সিহঁতে ডাঙৰ ডাঙৰ নগৰ গঢ়িব পাৰিছিল। ইটাবোৰত সিহঁতৰ ৰজাবিলাকৰ নামবোৰ, সিহঁতৰ ডাঙৰ উপাসনা মন্দিৰবোৰৰ দলিল (Record) হিচাবে সাক্ষী দিছিল—যেনে উৰ (Ur)-ৰ দেৱতাৰ নাম উচ্চৰ্গা কৰা দলিল যি বাইবেলৰ বুৰঞ্জীত থকা কেলডীয়ৰ উৰ (Ur of the chaldees) নামে জনাজাত চহৰত কৰা হৈছিল। বিবাহিতা নাৰীৰ বাবে সম্পত্তিৰ ব্যৱস্থাৰ বিষয়ে আইনৰ, পুতেকক অৱজ্ঞা কৰাৰ ফলত মাক-বাপেক পৌতাশালত থোৱাৰ ব্যৱস্থাৰ, দাসক বধ কৰা নাইবা দুৰ্ব্যৱহাৰ কৰা প্ৰভুৰ ওপৰত শস্যৰ আধা পৰিমাণৰ প্ৰাত্যাহিক দণ্ডৰ সিহঁতৰ লিখিত নকল আজিও পোৱা যায়। যি জ্যোতিয়ে বেবিলনীয় আৰু কেলডীয়হঁতক প্ৰখ্যাত কৰিছিল, আৰু আকাশৰ গ্ৰহ-নক্ষত্ৰৰ বিষয়ে নিয়মিতভাৱে গৱেষণা কৰিবলৈ উদগনি দিছিল,—সেই জ্যোতিয়েই আজিৰ জ্যোতি বিজ্ঞানত পৰিণত হয়। যি জাতিয়ে সভ্যতাৰ বুৰঞ্জীত ইমানকৈ নাম থৈ গ'ল, সেই জাতিৰ সভ্যতা প্ৰাচীন মিচৰীয় সভ্যতাৰ সম-সাময়িক আছিল। এই দুটা জাতিৰ কৃষ্টি সভ্যতা প্ৰাচীন আড়ম্বৰৰ কালতে

লিপি অঙ্কনৰ দ্বাৰা প্ৰমাণিত হৈছিল আৰু সেই কাৰণেই আন আন জাতিতকৈ এই দুই জাতিৰ মানুহৰ মনৰ আকৰ্ষণ বেচি হয়। সভ্যতা যদি ইমান চৰমেই আছিল, তেতেৰা চৰাই চিৰিকতি আদিৰ ছবিৰ বৰ্ণলিপিৰে যদি লিখনৰ সমস্যা সমাধান কৰিছিল কিন্তু আধুনিক বৰ্ণমালাত পৰিণত কৰিব নোৱাৰিলে, ধৰ্ম্মৰ প্ৰতি যদি একান্ত ভাৱনাই আছিল, কিন্তু কুকুৰ-মেকুৰীক পূজিছিল, জোতিষ চৰ্চা কৰিছিল যদিও জ্যোতিবিজ্ঞানত ভুল ধাৰণা আছিল। কিন্তু সেই কালতে নহল? সভ্যতাৰ চৰম অৱস্থাৰ মাজতো, বৰ্ব্বৰতাৰ আভাস বিৰিঙি উঠা দেখা গৈছিল—প্ৰাক্-ঐতিহাসিক ইংলণ্ডৰ দৰে মিচৰায় পিৰামিডবোৰ মৰাশৰ মৈদাম হে, কেৱল অৱয়বত ডাঙৰ আৰু কটা শিল আৰু ইটাৰে সজোৱা. আমেৰিকাৰ অসভ্য আদিম চিকাৰীইতৰ দৰে ছবিৰ লিখনৰ পৰা আৰম্ভ কৰি মিচৰীয় ইতে মানুহ, প্ৰাণী আৰু বিবিধ বস্তুবোৰেৰে ছবিৰে আখৰ (hieroglyphics) উলিয়ালে। অতি প্ৰাচীন যুগত যি সভ্যতা পোন প্ৰথমে বুৰঞ্জীয়ে প্ৰকাশ কৰিলে সেই সভ্যতা ও প্ৰাগ্ ঐতিহাসিক যুগৰ পৰা ক্ৰমবৰ্দ্ধমানৰ ফলতহে হৈছিল। এই সিদ্ধান্ত জাতি আৰু ভাষাৰ অধ্যয়ন আৰু গবেষণাৰ দ্বাৰা পোৱা হৈছে। পৃথিৱীত মানৱৰ জনম হোৱাৰ সময়টো বিচাৰ কৰিব লাগিলে সভ্যতাৰ ক্ৰম বিকাশৰ ধাৰা আৰু প্ৰমাণবোৰ ফঁহিয়াই চাব লাগিব, মানৱ সভ্যতাৰ গুৰি বিচাৰিলে মানৱ জাতিৰ প্ৰথম সৃষ্টি কেতিয়া হল এই পৃথিবীত এই তথ্য আবিষ্কাৰ কৰাৰ আগতে মানৱ সভ্যতাৰ ক্ৰম বিকাশৰ ধাৰা প্ৰমাণ-সাপেক্ষে ফঁহিয়াই চোৱা উচিত। মানৱ জাতি কেনেকৈ এসময়ত বাস কৰিছিল—এই তথ্য চোৱাৰ লগে লগে মানৱ জাতিয়ে কি উপাদানৰ ওপৰত জীৱিকা আহৰণ কৰিছিল—এই তথ্য ও লক্ষ্য আৰু গবেষণা কৰা উচিত। মানৱ জাতিৰ জীৱন তিনিটা পৰ্য্যায় বা স্তৰত দেখা যায়—বন্য, বৰ্ব্বৰ আৰু সভ্য। নিম্নতৰ স্তৰ হৈছে এই বন্য বা savage পৰ্য্যায়। এই যুগত মানুহে কৰিতলীয়া ফলমূল, পাত আৰু জীৱজন্তুৰ ওপৰত নিৰ্ভৰ কৰিছিল—মাটি চহ আৰু পশু পালন কৰিবলৈ মুঠেই নাজানিছিল। সিইত আত্মনিৰ্ভৰশীল নাছিল, বৰং প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰিছিল। সিইত না-জাৰ না-গৰম ঠাইতহে বসতি কৰিছিল আৰু সেই হাবিতলীয়া ঠাইত এটা সৰু গোষ্ঠী বা খেলৰ উপযোগী খাদ্য বা আহাৰ নিজৰ শক্তি জোৰালৈকে আহৰণ কৰি এবছৰ কুলোৱাকৈ জমা কৰি থৈছিল। বা সকলো একেলগে ব্যৱহাৰ কৰি এটা গোষ্ঠীৰ জীৱন ৰক্ষা কৰিছিল। খৰালি জাৰ বতৰ পৰিলে—তাৰ খাদ্য বা আহাৰৰ নাটনি হলে, সেই ঠাই এৰি আন ঠাইলৈ গুচি গৈছিল। সিইতৰ জীৱন মুঠতে যাযাবৰ

আছিল। শেহত কালৰ প্ৰবাহত সিহঁতে অস্ত্ৰ-প্ৰহৰণ সাজিলে যিবোৰ সাজিবলৈ তেনেই সহজ অথচ কৰ্কশ। গছ, শিল, হাড়ৰ পৰাই সচৰাচৰ অস্ত্ৰ প্ৰহৰণ তৈয়াৰ কৰা হৈছিল। ধাতুৰ আবিষ্কাৰ তেতিয়াও হোৱা নাছিল। সেই কাৰণে সেই যুগ প্ৰস্তৰ যুগ বুলি বুৰঞ্জীবিদ বা নৃতত্ত্ববিদ্ পণ্ডিতসকলে কয়। মানৱ জাতিয়ে যেতিয়া খেতি কৰিবলৈ শিকিলে, তেতিয়া সেই কাল বা যুগ বৰ্ব্বৰ যুগ নাম পালে। খেতিৰ দ্বাৰা আহাৰ, যেনে শস্যাদি যেতিয়া আহৰণ কৰি জমা কৰি থবৰ ব্যৱস্থা হৈছিল, তেতিয়া গাঁও, বসতি নাইবা চহৰৰ সৃষ্টি হ'ল। লগে লগে শিল্প কলা, জ্ঞান, ব্যৱহাৰ আৰু শাসনৰ উৎকৰ্ষ সাধন কৰা হ'ল। পালক গোষ্ঠীও এই বৰ্ব্বৰ যুগতে ওলাল, যদিও সিহঁতে খেতি কৰা নাছিল, কিন্তু পশু পালনৰ দ্বাৰা গাখীৰ আৰু মাংস আহৰণ কৰিবলৈ সিহঁত ভালকৈ জানিছিল। তাৰ পিছতে ধাতু যুগৰ আৰম্ভ হৈছিল। শেহত সভা যুগত সভ্য মানৱ জীৱনৰ জন্মৰ লগে লগে লিপিৰ ও আবিষ্কাৰ হৈছিল, যিটোৰ কাৰণে বুৰঞ্জী, আইন, জ্ঞান আৰু ধৰ্ম্ম লিপিবদ্ধ কৰা হৈছিল যাৰ ফলত বুদ্ধি আৰু নীতি সম্পৰ্কীয় উন্নয়নৰ অবিচ্ছিন্ন শৃঙ্খলত যুগৰ অতীত আৰু ভবিষ্যত শৃঙ্খলিত হব পৰা হ'ল। এই মানৱ কৃষ্টিৰ তিনিটা যুগ বা স্তৰৰ বিভিন্নকৰণে বাস্তৱতে যিটো বাস্তৱ, কাল্পনিক নহয় এনে তথ্য ভাবিবলৈ, চিন্তিবলৈ আৰু গৱেষণা বিশ্লেষণ কৰি উলিয়াবলৈ বহুতে সুবিধা আৰু সুযোগ সৃষ্টি কৰিলে। আজি এই পৃথিৱীত এই তিনিটা স্তৰ--বন্য যুগ, বৰ্ব্বৰ যুগ আৰু সভ্য যুগৰ বহুতো প্ৰমাণ সিচঁৰিত হৈ পৰি আছে। ব্ৰেজিলৰ হাবিৰ এজন বন্য মানুহ, নিউজিলেণ্ডৰ ইমান দূৰ নালাগে এই অসমৰে পাহাৰীয়া জনজাতি যেনে নগা, কুকাৰ দৰে বৰ্ব্বৰ মানুহ—ইউৰোপ, আমেৰিকা নাইবা ভাৰতৰ সভা মানুহ—এই বিলাকেই তিনি যুগৰ মানৱ জাতিৰ বিভিন্ন স্তৰৰ প্ৰমাণ দিয়ে। শিক্ষাৰ্থী সকলৰ এইবোৰেই প্ৰমাণ মানৱ সভ্যতাৰ ক্ৰমবিকাশৰ সাক্ষ্য। তবে তেওঁলোক সতৰ্ক হোৱা উচিত যে তুলনামূলক গৱেষণা পথ প্ৰদৰ্শক (guide) হে তাত সম্পূৰ্ণ ব্যাখ্যা নহয়।

যি দেশত বন্য বা বৰ্ব্বৰ মানুহ নাই, কেবল সভ্য মানুহৰ যে বসতি আছে—এনে ধাৰাত চিন্তা কৰিলে প্ৰমাণ পোৱা যাব যে—সেই দেশতো বন্য আৰু মানুহে ও একালত বাস কৰিছিল। সিহঁতৰ অস্তিত্ব কেৱল কল্পনাৰে প্ৰমাণ সিদ্ধ হব এনে নহয়, যাদুঘৰত থকা সেই যুগৰ সিহঁতৰ প্ৰহৰণ প্ৰকৰণবোৰেও সিহঁতৰ অস্তিত্বৰ বিষয়ে সাক্ষ্য দিব। মানৱজাতিৰ কাল আৰু বয়সৰ সাক্ষ্য আৰু প্ৰমাণ পুৰাতত্ত্ব বিজ্ঞান আৰু ভূতত্ত্ব বিজ্ঞানৰ পৰা কেনেধৰণেৰে পাব পাৰি, আৰু কিনো প্ৰমাণিত হয় তাকে বিচাৰ আৰু বিবেচনা কৰা উচিত।

যেতিয়া পুৰাতত্ত্ববিদ্ সকলে কোনো এটা ঠাইত খনন কৰি পোৱা বস্তুবোৰ পৰীক্ষা কৰে, তেতিয়া তেওঁলোকে বিচাৰ কৰে সেই ঠাইৰ মানুহ কোন যুগৰ।

# অসমীয়া কৃষ্টি

ৰহাৰ ৰহঘৰাৰ ৰহ পিবলৈ বৰ হেপেহুৱা এই অধমে, মৌৰস চেলেকিবলৈ বৰ আকলুৱা এই নিঃকিন। সেই অমৃত হেন ৰহ আৰু মৌৰস পিবলৈ আৰু লগত চেলেকি সোৱাদ লবলৈ উধাতু খাই লৰি আহিবৰ মন সদায়। কাহানিবা ধাউতি ৰহা চণ্ডীৰ নিমাটী মাটিৰ সুৰভি সুঙো, ৰহীয়াল মৌৰ কোঁহৰ মৌবিচনীৰ সোৰোঙে সোৰোঙে লুকাই থকা মৌকুৰঁৰীহঁতৰ গুণগুণনি শুনোঁ। অমৃত সোৱাদ লভিবলৈ নতুন ৰাগীত বাঁইজাই হৈ কলঙৰ কুলুকুলু ধ্বনিৰে সতে উটি যাওঁ, ভাহি যাওঁ, বৰ নৈ লুইতৰ সতে মিলি যাওঁ, আহল বহল সাগৰৰ কোবাল সোঁতৰ মহাশূন্যতাৰ মাজত নাইকীয়া হওঁ।

কিন্তু বিধি পথালি। ভাগ্য-চকৰীত আও পাক, বৰ ভাৱনা হ'ল জয়জয়তে বৰ বায়ন, বৰ গায়নসকলে ৰ ধেমালি, সৰু ধেমালি, ঘোষা ধেমালি, নাট ধেমালি পটুতাৰে সুকলমে শেষ পেলালে। নান্দী সুহাই একতালীকও সামৰণি পৰিল। তাৰ পিছে সূত্ৰধাৰ কোন?

ৰাইজে টোঁৱালে এই অধম নিঃকিনক—এতিয়া মৰোঁ ক'ত পলাওঁ ক'ত? নিৰুপায়! মনত পৰিল সেই ৰাঙচালী, পিকৰাঙী, তেজীবাঙী, সৰবৰহী, তেজী-গোৱা তেজামালা আইগোসানীৰ পদুমী কুমলী হাতত নটুৱা, পেটুৱা, জটুৱা, ভঙুৱা, অলীয়া-বলীয়া বুঢ়া শিবৰ আলৈ-বিলৈৰ সাধু। অ' আই, ধোঁৱা হৈও উৰৰ নোৱাৰে, হাকুটি লগাই হেনো আকুচি আনে, পানীতো পৰি লুকাব নোৱাৰে, জুলুকি বাই হেনো বুটলি আনে, শামুক হৈও লবিব নোৱাৰে, কঁকালৰ খালৈত হেনো ভৰাই থয়। সৰ্বৈশ্বৰ্তীৰ মাক আই গোসানীৰ ৰিহাৰ আঁচলৰ তল যেন লখিমীৰ পেটুৱা বাপেকৰ পোতাশাল। যি হে ৰাই বাঘিনী আমাৰ আইগোসানী, চকুৰ পিৰিকতিতে হাতীমুৰীয়া গণেশ আৰু ম'ৰা উৰণীয়া কাৰ্তিকৰ ভঙুৱা পগলা দেউতায়েক একেবাৰে পেঁপুৱা। এনে সাধুবসেৰে ৰসাল পদেৰে হচুৰী গীত "দেউতাৰ পদুলিত গোন্ধাইছে মাধুৰী কেতেকী মলেমলায় ঐ গোবিন্দাই ৰাম" বৈ হেজাৰ চকুৰ ৰাইজৰ পৰা মন ছুটি মেলিলে।

শিৱৰ যেনে অৱস্থা, এই অধমৰও তেনে দুৰৱস্থা। এই হুতাশনীয়াই নো পলাই যাবে ক'ত? গতিকে সূত্ৰধাৰ ভঙ্গিমা নাচিবই লাগিব। তাৰ দি

এপাক ঘূৰিবই লাগিব। ভুচং-পছ হওঁ কোনো কথা নাই, তেওঁ খিং খি-চিং খিন্ দেই"ৰ ছেৱে ছেৱে, তালৰ তালে তালে হাত ভৰি নচুৱাবই লাগিব: গতিকে "ভো ভো সভাসদ" বুলি পোন পোনতে যাৰ কপালৰ পৰা বোৱতি সুঁতি জ্ঞান গঙ্গাৰ দাঁতিয়ে দাঁতিয়ে ব্যাকৰণ গন্ধৰ্ব্ববেদ,সামুদ্রিক বিদ্যা, আয়ুৰ্ব্বেদ, ধনুৰ্ব্বেদ, যোগশাস্ত্ৰ, ভক্তিশাস্ত্ৰ, কুদ্রকমলাদি তন্ত্ৰশাস্ত্ৰ, শবৰাদি মন্ত্ৰশাস্ত্ৰ, স্বৰোদয়, ব্ৰতাচাৰ এই এধাৰটা ঘাটি বন্ধা, সেই বিদ্যাৰ্থীৰ তীৰ্থ প্ৰথম মহামানৱ আদিম অসমীয়া, নঙঠা, পিঙঠা, নটুৱা পেটুৱা, জটুৱা, ভস্মুৱা শিৱলৈ প্ৰণাম জনাই শুভাশীষ কামনা কৰোঁ—দ্বিতীয়তে ৰাইজৰ চৰণৰ ধূলি শিৰত লৈ শুভেচ্ছা কায়মনোবাক্যে মাগোঁ, অৱশেষত ৰহাৰ হাঁৰা-কনি ছাত্ৰ-ছাত্ৰী, বান্ধৱ-বান্ধৱী সকলৰ সম্প্ৰীতি অন্তৰান্তকৰণে ভিক্ষা কৰোঁ। শিৱৰ শুভাশীষেই হওক এই অধমৰ পাশুপাত অস্ত্ৰ, ৰাইজৰ শুভেচ্ছাই হওক এই ৰাইজৰে চৰণৰ ধূলিৰ ৰক্ষা-কবচ আৰু হাঁৰা-কনি বান্ধৱ বান্ধৱীসকলৰ চেনেহ প্ৰীতিয়েই হওক এই দুৰ্বলৰ সবল বৰ্ম। সেই বৰ্ম পৰিধান কৰি, সেই ৰক্ষা কবচ বাহুত পিন্ধি, সেই পাশুপাত অস্ত্ৰ হাতত লৈ এনে দায়িত্বপূৰ্ণ বৰ-সবাহৰ খাটোলা আসনত মৰসাহঁদি বহি সভাৰ কাম যাতে সুকন্দমে চলে, এয়ে এই অধীনৰ হিয়াৰ গোহাৰি আৰু এনে ৰহা ৰভাঘৰৰ তলত যাতে সূত্ৰধাৰৰ ভাৰও ভালকৈ দি আহিব পাৰো, তাৰ বাবে যেন ৰহীয়াল বায়নসকল মৃদঙ্গত শুধ্‌কৈ চাপৰ দিয়ে, ৰাইজে নিৰ্ভুলে তাল ঠকে, এয়ে এই অভাজনৰ আন্তৰিক মিনতি। এনে গোহাৰি আৰু মিনতি সংযুক্ত নৃত্যহস্তেৰে ৰাইজকলৈ জনাই কৃষ্টি সভাৰ নঙলামুখলৈ আগ বাঢ়ো। গতিকে কৃষ্টিৰ বিষয়ে আলোচনাই এই সভাৰ উদ্দেশ্য। কৃষ্টি কি? ...... কৃষ্টি হৈছে, কৃষ্ ধাতু ক্তি প্ৰত্যয়ৰ সংযোগত কৃষ্টি। কৃষি বিষয়ক মাত্ৰেই কৃষ্টি অৰ্থাৎ কৰ্ষণেই কৃষ্টি! ভূমি কৰ্ষণেই কৃষ্টি নহয়; অদৃশ্য অন্তৰীক্ষৰ শূণ্যময় পথাৰ কৰ্ষণও—কৃষ্টি। আৰু হৃদিস্থানত বা কেৱল হৃদয়ৰ কুণ্ডলিনী চক্ৰত নাইবা মস্তিস্কৰ মগজৰ মাজত আলোড়ন তোলা মানসিক কৰ্ষণও কৃষ্টি।

সেই কৃষ্টিৰ যেতিয়া সংস্কাৰ হয়, তেতিয়া সেই কৃষ্টি সংস্কৃতি আৰু সংস্কৃতিত যেতিয়া বিদেশীয় মীনাৰ নক্সা উঠে, তেতিয়া সেই সংস্কৃতি হয় (culture) কাল্‌চাৰ। সেই কাল্‌চাৰে শেহত সেই আদিম কৃষ্টিৰ কাল হয়, চাৰিওফালৰ পৰা কালে চেপি ধৰে তেতিয়া হয় সেই কৃষ্টিৰ ৰূপান্তৰ।

কাব্য, গান, শিল্প, দৰ্শন, ধ্যান ধাৰণাই নাইবা আচাৰ অনুষ্ঠান, ভদ্ৰতা শিষ্টাচাৰ, নীতি নিয়মকেই সাধাৰণতঃ মানুহে বুজে কৃষ্টি বা কালচাৰ বুলি।

কিন্তু দৰাচলতে বাস্তৱ প্ৰয়োজনত যাৰ জনম, মানুহৰ জীৱন সংগ্ৰামত যি শকতি, জীৱন যাত্ৰাৰ বাস্তৱ উদ্দেশ্য সিদ্ধিত যি মুকুতি, সেয়েহে আচল কৃষ্টি. প্ৰকৃত সংস্কৃতি, ( Real ) ৰিয়াল কালচাৰ। জীৱন যাত্ৰাৰ ঘাত প্ৰতিঘাতত যেনেকৈ কৃষ্টিৰ ৰূপান্তৰ হয়, সংস্কৃতিৰ আলমলৈ জীৱন যাত্ৰাও তেনেকৈ আগুৱাই যায়। গতিকে জীৱন যাত্ৰাৰ লগত কৃষ্টি সংস্কৃতি ওতঃপ্ৰোতভাৱে জড়িত। যি জাতিৰ কৃষ্টি সংস্কৃতি গতিশীল নহয়, সেই জাতিৰ জীৱন যাত্ৰাও স্থিৰ হয়।

এনে কৃষ্টিৰ কাৰণেহে মানুহ মানুহ, নহলে মানুহ পশুৰ শাৰীত থাকিলহেতেন। কাৰণ বাচি থকাই যেতিয়া প্ৰকৃতিৰ প্ৰেৰণা, আৰু প্ৰকৃতিৰ ওপৰতে মানুহে নিৰ্ভৰশীল হলহেঁতেন তেতিয়া মানুহ পশুবুলি গণ্য হলহেঁতেন। কাৰণ পশুয়ে প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰে; কিন্তু মানুহৰ জীৱিকা প্ৰচেষ্টাই প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ নকৰি প্ৰকৃতিৰ বুকুফালি খাদ্য বস্তু আৰু প্ৰয়োজনীয় উপাদান আদায় কৰিবলৈ মানুহক শিকালে। গতিকে মানুহৰ সৃষ্টিৰ মূল প্ৰেৰণা হ'ল প্ৰকৃতিৰ দাসত্বৰ পৰা মুক্তি। এইযে মানুহৰ সহজ সাধা মুক্তি স্বাধীনতাৰ সাধনা, এই সাধনাই হৈছে মানুহৰ জীৱিকা প্ৰয়াস আৰু এই মানুহৰ জীৱিকা প্ৰয়াসেই হৈছে কৃষ্টি-সংস্কৃতি বা কাল্‌চাৰৰ মূল তত্ত্ব।

গতিকে দেখা যাওক :—অসমীয়া কৃষ্টি কি ? সংস্কৃতি কিনো ? Culture এই বা কি ? অসমীয়া সভ্যতাৰ প্ৰকৃত ৰূপেই বা কেনে ?

ভূ-তত্ত্বৰ পৰা চাবলৈ গলে আজি প্ৰায় কোটি কোটি বছৰৰ আগেয়ে যি এটা প্ৰলয়ঙ্কৰ ভূঁইকপ হৈছিল, তাৰ ফলত সেই ভূ-তৰঙ্গ বৈছিল হিমালয়ৰ উত্তৰে উত্তৰ দক্ষিণ মুৱাকৈ আৰু দক্ষিণে পূব পশ্চিম মুৱাকৈ। সেয়েহে আজি এচিয়াৰ মানচিত্ৰত দেখোঁ হিমালয়ৰ উত্তৰ-দক্ষিণমুৱাকৈ থকা পৰ্ব্বত শ্ৰেণী আৰু হিমালয়ৰ দক্ষিণে দেখোঁ পূব-পশ্চিম মুৱাকৈ পাহাৰ শ্ৰেণী। এই পূব-পচিমীয়াকৈ থকা পাহাৰ শ্ৰেণীয়েই হৈছে ভাৰতৰ পূব অঞ্চলৰ অসমী আইৰ কোলাত পথালিকৈ থকা গাৰো পাহাৰ, খাচীয়া-জয়ন্তীয়া পাহাৰ, কাছাৰ পাহাৰ আৰু নগা পাহাৰ। এই পাহাৰ শ্ৰেণীয়েই অসমী আইৰ মেৰুদণ্ড, তাৰ দুয়ো কাষে ইড়া পিঙ্গলা হেন দুটা নাড়ী লুইত আৰু বৰাক। অসমী আইৰ কুণ্ডলিনী চক্ৰ হৈছে নগাওঁ জিলাৰ দখিনৰ পাহাৰ শ্ৰেণী, খাচীয়া-জয়ন্তীয়া, উত্তৰ কাছাৰ আৰু নগা পাহাৰ। এই অঞ্চলেই অসমৰ সোঁমাজতেই অসমৰ প্ৰাণৰ স্পন্দন। গতিকে নগাওঁৰ স্পন্দনতেই অসমীয়া স্পন্দিত হয়। গতিকে অসমীয়াৰ কৃষ্টি, সংস্কৃতি আৰু কালচাৰত নগাওঁৰ দান সামান্য নহয়, যথেষ্ট। সেই কাৰণে, এই

নগাওঁয়েই অসমীয়াৰ পৰীক্ষাৰ স্থল, এই নগাওঁয়েই আদি লীলা নিকেতন, এই নগাওঁয়েই অসমীয়াৰ নিবাস ভূমি। এই নগাওঁতে মিকিৰ আছে, নগা আছে খাচী আছে, চিন্‌টেং আছে, লালুং আছে, মৰাণ আছে, ৰাভা আছে, গাৰো ৰামছা আছে, ডিমাছা আছে, কোচ আছে, মণিপুৰী আছে, বামুণ আছে, শুদিৰ আছে, কায়স্থ আছে, কৈবৰ্ত্ত আছে, হিন্দু আছে, খৃষ্টান আছে, শিখ আছে, অসমীয়া মুছলমান আছে, নতুনকৈ অহা নোৱাখালীয়া আছে, চিলেটীয়া আছে, মৈমনচিঙীয়া আছে। গতিকে নগাওঁ হৈছে বহল অসমৰ একন অসম। নগাওঁখন জানিলেই অসমকো জনা যায়। কাৰণ নগাওঁখন হৈছে অসমৰ সৰু সংস্কৰণ আৰু এই নগাওঁ জিলাতেই অসমৰ নানান জাতিৰ সমাবেশ, অসমৰ প্ৰাচীন আদিম জাতি নগা, কুকি, মিকিৰ, মিকিৰেই অসমৰ আদিবাসী। অসমৰ পাহাৰে পৰ্ব্বতে, গুহাই, কন্দৰে, নৈয়ে ভৈয়ামে, হাবিয়ে বননিয়ে এই মিকিৰ সকলেই প্ৰথমে বিচৰি ফুৰিছিল। তেওঁলোকেই অসমৰ আবিস্কৰ্ত্তা কলম্বচ। তেওঁলোক অষ্ট্ৰিক জাতীয়, আজি প্ৰায় আঢ়াই লাখ বছৰ হল, যেতিয়া যাভা, বালী আদি পূৰ্ব্ব ভাৰতীয় দ্বীপ-পুঞ্জৰ লগত মালয়েদি দক্ষিণ পূৰ্ব্ব এচিয়াৰ সংযোগ আছিল সেই সংযুক্ত থলেদি এই অষ্ট্ৰিক জাতীয় লোকসকলে উত্তৰ-পচিম মূৱা হৈ আহে। ডাৰউইনৰ মতে ক্ৰমবিকাশৰ ফলত বানৰৰ পাছতেই মানুহ, সেই মানুহ তেতিয়া উলঙ্গ, বৰ্ব্বৰ অসভ্য আছিল, প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰিছিল। তেওঁলোক পশুৰ দৰে যিহকে ওচৰত পাইছিল তাকে বুটলি খাইছিল। শেষত গছৰ ফল মূল পাত পাৰি খাইছিল। প্ৰস্তৰ—শিলৰ অস্ত্ৰ নিৰ্মাণ কৰি পশু চিকাৰ কৰি পেট প্ৰবৰ্ত্তাইছিল। এই প্ৰথম আদিম অসমীয়া হ'ল মিকিৰ। যদি বানৰৰ ক্ৰমবিকাশৰ ফলতেই নৰৰ জন্ম তেন্তে মিকিৰৰ জন্ম ও সেয়েই। কাৰণ তেওঁলোকে কয় মিকিৰসকলৰ হেনো বালীৰ বংশ। বালী বানৰ আছিল, গতিকে মিকিৰ সকলো বানৰৰে বংশ। অতীজতে মিকিৰসকল যেনে আছিল আজিও প্ৰায় তেনেই আছে। আঢ়াই লাখ বছৰীয়া কালৰ সোঁতেও তেওঁলোকৰ কৃষ্টি আৰু উলঙ্গ বৰ্ব্বৰ সভ্যতাক উটুৱাই নিব পৰা নাই। আবৰণৰ ভিতৰত এটা সামান্য লেংটি; তাতো বিশেষ কাৰুকাৰ্য্য নাই। খাদ্যৰ ভিতৰত লতাৰ আলু ফল মূল, গছৰ পাত। গতিকে এই মিকিৰ সকলে আদিম অসমীয়াৰ প্ৰতিচ্ছবি এতিয়াও চিনাকি দি আছে। কিমান সংগ্ৰাম যে চলাইছিল, তেওঁলোক কিমান যে যুঁজিছিল ইয়াৰ হিংস্ৰ জন্তু বিলাকৰ লগতে, তাক কল্পনা কৰিলেও আজিৰ অসমীয়াৰ মন প্ৰাণ আতঙ্কত আতঙ্কিত হয়, গাৰ নোম থিয়

দিয়ে। এই মিকিৰ সকলৰ কত লৰা-ছোৱালী কালৰ গ্ৰাসত অকালত পৰিল, কত বুঢ়া বুঢ়ীৰ প্ৰাণ অবাবত গ'ল কোনোবাই ভাবি চাইছে নে? এই অসমত প্ৰথম মানৱৰ প্ৰথম বাসস্থান গঢ়োতে কিমান পৰিশ্ৰম লাগিছিল, এই মিকিৰ সকলেই জানে। সেই যুজ জানো সামান্য? ভীষণ শ্ৰম ভীষণ ৰণ। তেতিয়া আজিৰ দৰে বন্দুক নাছিল, মধ্যযুগৰ জাঠি জোং, বাৰুদ নাছিল, লৌহ যুগৰ অস্ত্ৰ নাছিল, তাম্ৰ যুগৰ হাতীয়াৰ নাছিল, নব্য প্ৰস্তৰ যুগৰ শানিত শিলৰ প্ৰহৰণ নাছিল, আছিল ভোতা, কৰ্কশ, শিলৰ সম্বল, আৰু আছিল শৰীৰৰ অপৰীসীম বল। ধুঁৱলী কুঁৱলী ভৰা এস্থাৰ শীতল হিম মধু যুগৰ কোলাত এই বসুন্ধৰা ফুটি শিল ওলাল সেই শিল কাটি নিজৰি ব'ল, নিজৰিয়ে পলিমাটি ঢলৰ সতে উটাই লৈ ভৈয়াম গঢ়িলে। শেহত কীট, মাছ, কাছ, বৰাহ বানৰ আদিৰ অৱতাৰ হোৱাৰ পিছত ক্ৰমবিকাশৰ ফলত নৰৰ সৃষ্টি হ'ল। তেতিয়া সেই আদিম নৰৰ ভিতৰত অষ্ট্ৰিক জাতীয় মিকিৰ সকলৰ অসমী আইৰ প্ৰতি দান সামান্য নহয়। উশৃঙ্খল প্ৰকৃতিৰ কোলাত অতিকায় মহাবলী হিংস্ৰজীৱ জন্তুৰ মাজত একমাত্ৰ অস্ত্ৰ বল' শিলৰ সম্বল লৈ ফুৰা সামান্য সাহৰ কথা নহয়। সেই সাহ আছিল এই মিৰিসকলৰ, সেয়েহে আজি আদিম অসমীয়া মিকিৰসকলৰ বৰ্ত্তমান অসমীয়াৰ চিৰ নমস্য—আৰু এই মিকিৰ সকলৰ প্ৰতি আজিৰ অসমীয়া চিৰ কৃতজ্ঞ, তেতিয়া তেওঁলোকৰ বিশ্ৰামস্থল আছিল নগাওঁ জিলাৰে দাঁতি কাষৰীয়া পাহাৰৰ গুহাত, কন্দৰত। এইদৰে তেওঁলোকে প্ৰকৃতিৰ বুকুৰ পৰা প্ৰকৃতিৰ ওপৰতে নিৰ্ভৰ কৰি জীৱ জন্তু চিকাৰ কৰি, পানী বিলত মাছ ধৰি, গছৰ ডালত উঠি ফল মূল আহাৰ খাই জীৱিকা নিৰ্ব্বাহ কৰিবলৈ ধৰিলে।

তাৰ পিছত আহিল আদি প্ৰস্তৰ যুগৰ শেহত আৰু নৱ প্ৰস্তৰ যুগৰ প্ৰাৰম্ভতে 'কুকী-লুচাই' শেহত নগা। মিকিৰৰ মতে তেওঁলোকে অৰ্থাৎ নগা কুকী মিচমী দফলা ছাম ৰজাৰ বংশ অৰ্থাৎ মিকিৰৰ সতিসন্ততি। এওঁলোকো অষ্ট্ৰিকজাতীয়, কিন্তু এওঁলোকৰ ভিতৰত নগাই শ্ৰেষ্ঠ। নগাৰ প্ৰাণত সৌন্দৰ্য্য বোধৰ প্ৰথম জিলিকনি জিলিকি উঠিল। সিঁহতৰ সম্বল অস্ত্ৰ হলেও সেই অস্ত্ৰ চোকা আৰু উন্নত ধৰণৰ আছিল। এদিন অকস্মাতে শিল ঘঁহি থাকোতে সেই অগ্নিৰ আবিষ্কাৰ হল। এই যুগান্তকাৰী অগ্নিৰ আবিষ্কাৰে আদিম অসমীয়াৰ প্ৰাণত সৃজন শক্তিৰ অস্তিত্ব থান থিত্ ললে। সেই অগ্নি-ঘৰ্ষকৰ শিলেই হ'ল অসমীয়াৰ আদিম টিণ্ডিৰী। সেই টিণ্ডৰীৰ সহায় লৈ তেওঁলোকে হাবি

বননি পুৰিবলৈ ধৰিলে। অটব্য হাবিৰ হিংস্ৰ জীৱ জন্তু বহুতো সেই খাণ্ডব দাহ অগ্নিত পৰি সেই পুৰি মৰিল। হিংস্ৰ শত্ৰুৰ বহুতৰ প্ৰাণ নাশ হ'ল। শত্ৰুৰ লগত সংগ্ৰাম কৰিবৰ আৰু বেচি আৱশ্যক নহ'ল। পুৰুষে চিকাৰ কৰিবলৈ গ'ল, নাৰীয়ে বিশ্ৰামৰ সময়ত কল্পনাৰ জাল বুলে। গুহাত, হাতী দাঁতত, বাঁহৰ চুঙাত, গাহৰি দাঁতত অঙ্কন কৰি সময় কটালে। পুৰুষেও সন্ধ্যা পৰত চিকাৰৰ পৰা উভটি আহি নাৰীৰ সৈতে অঙ্কনত যোগ দিলে। সেই অঙ্কনত চিকাৰৰ পশু-পক্ষীৰ গছ-গছনিৰ ছবি প্ৰতিফলিত হ'ল। এই দৰে গোষ্ঠী-সভ্যতা সৃষ্টি হ'ল। নাৰী হ'ল সেই গোষ্ঠীৰ প্ৰধান। কাৰণ নাৰীৰে এক অলৌকিক শক্তি আছে, পুৰুষৰ নাই। সতিকে নাৰীৰ ওচৰত পুৰুষ দাস হে। সেই কাৰণে পুৰুষৰ আৰাধ্যা হ'ল নাৰী। এই অসমীয়া নাৰীয়ে পাহাৰৰ হাবি পুৰি শূন্য ছাইপূৰ্ণ ঠাইত হাবিৰ পৰা আলে-জালে গুটি আনি সিঁচি দিলে। সেই গুটিৰ পৰা পুলি হ'ল, সেই পুলিৰ পৰা শস্য হ'ল। এই দৰে আজৰি সময়ত এই আদিম অসমীয়া নাৰীয়ে প্ৰথম মাটিৰ চৰু তৈয়াৰ কৰিলে। শেহত সেই শস্য চৰুত ঢালি পানী মিহলাই তলত অগ্নিৰ উত্তাপ দি সিজাই খালে সেই খাদ্যত সোৱাদ পালে। এইদৰে অসমৰ মাটিত শস্য হ'ল। প্ৰকৃতিৰ বিপক্ষে প্ৰথম বিপ্লৱ আৰম্ভ হ'ল। শেহত নব্য প্ৰস্তৰ যুগত আদিম অসমীয়াই প্ৰকৃতিৰ বুকু ফালি শস্য উৎপাদন কৰিব শিকিলে। এয়ে হ'ল জুম খেতি। এই জুম খেতিয়েই আদিম অসমীয়াৰ প্ৰথম কৃষি তথা আদিম কৃষ্টি। এই কৃষ্টিৰ বয়স হ'ল প্ৰায় ১৫ হাজাৰ বছৰৰো বেছি।

তেতিয়া প্ৰথম অসমীয়া দ্বিস্বৰক গানৰ সৃষ্টি হ'ল। তেতিয়া অসমীয়া সমাজৰ শ্ৰেণী ভেদ নাছিল। আছিল শ্ৰেণীহীন জাতিহীন গোষ্ঠী সমাজ। এইদৰে অসমত নব্য প্ৰস্তৰ যুগত বেলেগে মিকিৰ গোষ্ঠী, কুকি গোষ্ঠী, লুচাই গোষ্ঠী আদি শ্ৰেণী-হীন জাতি-হীন বেলেগ বেলেগে সমাজ গঠিত হ'ল। এই নগাওঁ অঞ্চলতে মিকিৰ গোষ্ঠীয়ে প্ৰাধান্য লাভ কৰিলে। মিকিৰৰ আদি ৰজা আছিল হেম্‌ফুমুক্ৰাম্ বংশৰ কংস, এই কংসই নগাওঁ অঞ্চলৰ তথা অসমৰ আদি ৰজা। তাৰ পিছত পুতেক ছাম্ ৰজা আৰু জাম ৰজাই ৰাজত্ব কৰিছিল, ছাম্ ৰজাৰ বংশ হ'ল নগা, কুকি. দফলা, মিচিমি। অৱশেষত ছুংবৰ্ব্বাদে ৰজাৰ প্ৰতাপত গোটেই নগাওঁৰ দক্ষিণ অঞ্চল, জয়ন্তীয়া, কাছাৰ, নগা পাহাৰৰ উত্তৰ অঞ্চল মিকিৰ সকলৰ কৰতলগত হ'ল। তেওঁলোকৰ আদি দেৱতা বেপংকংকেৰৰ পূজা মহাসমাৰোহে চলিল। আদি প্ৰস্তৰ যুগৰ আদি বিস্ময় যেতিয়া শিলেই,

এই শিলেই হ'ল মিকিৰ সকলৰ গোষ্ঠীদেৱতা—এই বেপংৰংকেৰ আৰু ৰেক্‌পিৰংকেৰ। মৃত্যুৰ পিছত এই শিলেই হ'ল প্ৰতীক্। এই শিলেই পুৰুষ মৃতকৰ ওপৰত দীঘলীয়া ওখকৈ মিকিৰ সকলে পুঁতি থলে। চেপেটা শিল নাৰী-মৃতকৰ কবৰৰ ওপৰত পেলাই থলে। পৰজনমত এই শিলৰ পৰিচয় লৈহে পুনৰ মৃতকৰ জন্ম হ'ল। এয়েই জন্মান্তৰবাদৰ আদি তত্ত্ব। কেৱল মিকিৰসকলৰে এনে, এনে নহয়; সকলো অষ্ট্ৰীক জাতিৰেই নগাই হওক কুকায়েই হওক কিংবা লুচায়েই হওক, খাচিয়াই হওক, মৃত্যুৰ পিছত এনে শিলৰ ব্যৱস্থা হ'ল। এয়েই আদিম যুগৰ অসমীয়াৰ উলঙ্গ-বৰ্ব্বৰ সভ্যতা।

শেহত অসমীয়া আদি নাৰীয়ে হাবিৰ পৰা এবিধ গুটি বুটলি আনিলে সেই গুটিৰ পৰা কপাহ হ'ল। সেই কপাহৰ আঁহ উলিয়াই পকাওতে সূতা ওলাল। সেই সূতাৰ পৰা মাটিত গাঁত খান্দি কঁকালত টঙালি বান্ধি আওজি সেই সূতাৰ মাজে মাজে হাতেৰে জাকি তুলি বেলেগে সূতা সোমাই আঙুলিৰে তাঁৰ মাৰোতে কাপোৰ ওলাল। সেয়ে অসমীয়াৰ আদিম কাপোৰ। উলঙ্গ বৰ্ব্বৰ সভ্যতাৰ গাত আবৰণ পৰিল।

তাৰ পাছত দহ হেজাৰ বছৰৰ আগেয়ে দক্ষিণ ব্ৰহ্ম আৰু শ্যামৰ মোন্ বা তালৈঙ জাতি আৰু কম্বোজৰ খমেৰ্‌জাতি মিলি মন্‌খ্‌মেৰ্ এই দুয়োৰ শঙ্কৰ জাতি অসমলৈ আহিল। এওঁলোক খাচীয়া জাতিৰ পূৰ্ব্বপুৰুষ। এওঁলোক অলপ সভ্য। পাহাৰৰ গা কাটি ধানৰ খেতি কৰিছিল এওঁলোকে। ধনুৰ্ব্বান আছিল এওঁলোকৰ প্ৰধান অস্ত্ৰ। এওঁলোকে মানুহৰ একাধিক আত্মাৰ বিশ্বাস কৰিছিল। মানুহৰ মৃত্যুৰ পাছত তেওঁলোকৰ আত্মা গছত, পাহাৰত অথবা আন জীৱজন্তুত প্ৰবেশ কৰে, এনে বিশ্বাস আছিল। এই বিশ্বাসৰ পৰাই পূৰ্ণজন্মবাদৰ সৃষ্টি হ'ল। মৃতকক আহাৰ্য্য দান এওঁলোকৰও ৰীতি আছিল। ভূগৰ্ভত মৃতকক পুঁতি সমাধিৰ ওপৰত দীৰ্ঘাকাৰ শিল পোতাৰ ৰীতি আছিল। এই ৰীতি আজিও এওঁলোকৰ মাজত প্ৰচলিত। অস্ত্ৰৰ মাজত আছিল শাণিত শিলৰ সম্বল, পৰিধানত দেহাত আছিল বস্ত্ৰ। এনে মন্‌খেমেৰ্ খাচীয়া জাতি সকলৰ জুম খেতিৰ ভিতৰত তামোল, পাণ, ধান আদি শস্য আছিল। এওঁলোক অহাত অসমৰ মাটি হাবি বহুতো পৰিষ্কাৰ হ'ল। অসমী আইৰ কোলাত প্ৰাণৰ সঞ্চাৰ হ'ল। মাটি ফুটি শস্য গজিল। প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ নকৰি শিলৰ হাত-নাঙলৰ সহায়েৰে শস্য উৎপাদন কৰা হ'ল। পশু আনি পালন

কৰা হ'ল। এইদৰে নতুন সভ্যতা সুকৰৰ প্ৰথম পৰ্ব্ব পুৰাৰ জিলিঙনি অসমী আইৰ সোণামুৰা মুখত পেলাই জিলিকাই তুলিলে।

তাৰ পাছত আহিল আদিম মঙ্গোলীয়া জাতি। অসমৰ সৌমাৰ অঞ্চলৰ পূব চুকেদি। এই জাতিৰ মানুহৰ তিনিভায়েক আছিল। তিনিভায়েক বৰ প্ৰতাপী আছিল। এই তিনিভাইৰ নাম আছিল মৌৰাং, মাইৰাং আৰু মোৰাণ। মোৰাণ পূব অঞ্চলত, মাইৰাং মধ্য অঞ্চলত আৰু মৌৰাং নেপালৰ দক্ষিণে বঙ্গৰ উত্তৰ অঞ্চলত বেলেগ ৰাজ্য স্থাপন কৰিছিল। মাইৰাঙেই মহীৰঙ্গ দানৱ। সেই বংশৰে শেষ ৰজা ঘট কিৰাটক বধ কৰি মঙ্গোলীয়া এজাতিয়ে অসমলৈ উত্তৰ পশ্চিম চুকেদি সোমাই ৰাজত্ব কৰিছিল। ঘটকৰ হত্যাকাৰী ৰজা জনেই আছিল নৰকাসুৰ। ঘটক-কিৰাটৰ মৃত্যুৰ লগে লগে মহীৰঙ্গ বা মাইৰাঙৰ বংশও লোপ পালে। মৌৰাং বংশৰ মানুহ এতিয়াও নেপালত আছে। আৰু সৌমাৰ অঞ্চলৰ মোৰাণ ৰজাৰ বংশ মৰাণসকল এতিয়াও স্থায়ীভাৱে আছেই। এওঁলোক বৰ প্ৰতাপী আছিল। সেই প্ৰতাপৰ গুণত তেওঁলোকৰ গোষ্ঠীৰ প্ৰাধান্য আন আন গোষ্ঠী যেনে—মিকিৰ, নগা, কুকী, লুচাই খাচীয়া আদি অষ্ট্ৰিক আৰু মন্‌খমেৰ গোষ্ঠীসকলৰ ওপৰত বিস্তাৰ কৰিলে। এওঁলোকৰ যুগতে অসমত দ্ৰুতভাবে তাম্ৰযুগ, ব্ৰোঞ্জ যুগ আৰু লোহ যুগ আৰম্ভ হয়।

তেতিয়া নিজ নিজ গোষ্ঠীৰ মাজত শ্ৰেণীহীন জাতিহীন সমাজ আছিল। সকলোৱে কাম কৰিছিল। সেই কামৰ ফল সকলোৱে ভগাই লৈছিল। এই অষ্ট্ৰিক আৰু মন্‌খেমৰ জাতি সকল মাতৃ প্ৰধান আছিল। এই কাৰণে এনে শ্ৰেণী বৈষম্যহীন গোষ্ঠী সমাজৰ জীৱনৰ উৎস হ'ল মাতৃভাব আৰু সেই মাতৃ-ভাবৰ পৰাই হ'ল মাতৃমূৰ্ত্তিৰ কল্পনা। তেনে মাতৃমূৰ্ত্তি বাঁহৰ চুঙাত, হাতীদাঁতত গাহৰীদাঁতত, শিলত ইত্যাদিত প্ৰতিফলিত হ'ল। কাৰণ নাৰীয়েই হ'ল মানৱ শিশুৰ মাতৃ; তাৰ কাৰণ হৈছে নাৰীৰ গৰ্ভতে মানৱৰ বীজ বোৱা হয়। কিন্তু ধৰণীও মাতৃ কাৰণ ধৰিত্ৰীৰ বুকুত গুটি সিঁচা হয়। সেই গুটিৰ পৰা পুলি হয় আৰু সেই পুলিৰ পৰা শস্য হয়। এনে বিশ্বাসৰ পৰাই শেহত—"জননী জন্ম ভূমিশ্চ স্বৰ্গাদপী গৰীয়সী" মন্ত্ৰ উদ্ভুত হয়। গতিকে ধৰণীও নাৰী, ধৰিত্ৰীও মাতৃ। বৰ্ব্বৰ যুগৰ কামনা বাসনা সেই মাতৃ ভাবকেই কেন্দ্ৰ কৰি সঙ্গোৎসৱৰ ভিতৰেদি আত্মপ্ৰকাশ পালে। বসন্ত কালত কুলিৰ "কুউ কুউ" পঞ্চম সুৰৰ মাজেদি চতুৰা চৰাইৰ সুহুৰিৰ কঁপনিৰ লগে লগে যেতিয়া গছৰ

ডালে ডালে ঠালে-ঠালে ঠেকৰে ঠেকৰে কুঁহি কুঁহি সেউজীয়া পাত মলিয়ালে, ধৰিত্ৰীৰ বুকু সেউজবুলিয়া ঘাঁহনিৰে সৈতে তৰুলতা বন ওপচি নানা বৰণীয়া ফল-ফুল-পাত উপচি পৰিল, তেতিয়া পুৰুষ নাৰীৰ যৌন-জীৱনৰ সৈতে যে ধৰণীৰ শস্যৰ নিগূঢ় সম্বন্ধ আদিম অসমীয়াই বুজি পালে। সেই সম্বন্ধৰ প্ৰেৰণাৰ গুণত আদিম অসমীয়াৰ প্ৰাণত এটা সুক্ষ্ম অনুভূতি জাগি উঠিল। সেই অনুভূতিৰ ফলত নাৰী পুৰুষৰ মিলনক কেন্দ্ৰ কৰি যৌথ সঙ্ঘৰ প্ৰাচীন নৃত্যৰ উদ্ঘাত হ'ল। সেই নৃত্যৰ পুৰুষৰ ভাৱ প্ৰধান হ'ল। নাৰী-শক্তিৰ শাৰীত পৌৰুষ শক্তিৰও ঠাই হ'ল, নাৰী দেৱীৰ আসনত পুৰুষ দেৱতাৰ আসনত অধিষ্ঠিত হ'ল। গোষ্ঠী নৃত্যৰ ক্ৰমবিকাশৰ ফলত পূজা উৎসৱৰ সৃষ্টি হ'ল। যৌথ সঙ্ঘৰ প্ৰাচীন নৃত্যৰ ক্ৰমবিকাশৰ গুণত অসমীয়াৰ অতিকৈ চেনেহৰ ৰঙালী-বড়িলা বিহু বহাগী নৃত্য-গীতৰে পৰিপূৰ্ণ বিহু উৎসৱ হ'ল। তেতিয়াৰ পৰা নাৰী মূৰ্ত্তিৰ লগতে পুৰুষ দেৱতানকলৰ মূৰ্ত্তিও পূজিত আৰু প্ৰতিফলিত হ'ল। গীতৰ ক্ৰমবিকাশ হ'ল। তাৰ পিছত আহে লালুং। এই লোকৰ আদি কি জনা টান। তবে দেউৰীসকলৰ যি খেল পাতৰ গঞা হেৰুৱাইছিল, সেই পাতৰ গঞা দেউৰীসকলেই এই লালুংসকল যেন লাগে।

জনক ঋষিৰ আশ্ৰমত পৰিপুষ্ট আৰু আৰ্য্য সংস্কৃতিৰে সংস্কৃত নৰকাসুৰে অসমৰ ৰজা হৈও আদিম অসমীয়াৰ বৰ্ব্বৰ সভ্যতা ধ্বংস কৰিব নোৱাৰিলে। তাৰ আগতে আৰু এদল মঙ্গোলীয় গোষ্ঠী অসমৰ সোমাৰ অঞ্চলেদি অসমত সোমাইছিল। এই গোষ্ঠীৰ ৰজা হ'ল সোমাৰত ভীষ্মক আৰু শোণিতপুৰত বাণ। এই ভীষ্মক আৰু বাণ আছিল নৰকাসুৰৰেই সমসাময়িক। সেই সময়ৰ প্ৰধান দেৱতা আছিল শিৱ বা শিৱাই। তাৰ লগতে এই অঞ্চলৰ লোকসকলৰ অগাধ বিশ্বাস আছিল ভূত, প্ৰেত, দেৱ দেৱীৰ প্ৰতি। সেই কাৰণে এই ৰাজ্যৰ নাম হল 'কামৰু' অৰ্থাৎ ভূত-প্ৰেত দেৱ-দেৱীৰ ৰাজ্য। আৰু আদ্যাশক্তি গোসানীৰ নাম হ'ল, কামাখ্যা বা কামলখী অৰ্থাৎ ভূত-প্ৰেত দেৱ দেৱীৰ গোসানী, যি কি নহওক, এই নৰকাসুৰেই অসমত প্ৰথম নগৰ স্থাপন কৰিলে। তাৰ পৰাই শ্ৰেণী বিভেদ হ'ল। আহল বহল ডাঙৰ দীঘল নৈৰ নাম হ'ল 'ডিলাও'। শেহত সেই "ডিলাওয়েই" টিলাও হ'ল। ভৈৰ বাৰিষা ডকা চাকনৈয়া আৰু ভদীয়া চলৰ কোবাল সোঁতৰ শব্দ বুকুত লৈ এই টিলাও নৈখন বৈছিল কাৰণে, এই নৈখনক "ভুল্লং বুথুৰ" ও বুলিছিল। "ভুল্লং বুথুৰ'ৰ অৰ্থ হৈছে কল কল নাদকাৰী। যেতিয়া দেখিলে

নৰকাসুৰ 'কামৰু'ৰ বৰ্ব্বৰ সভ্যতাৰ মাজত বিলীন হ'ল আৰু আৰ্য্য সভ্যতাৰ কোনো ছাব এই ৰাজ্যত পেলাব নোৱাৰিলে, তেতিয়া শ্ৰীকৃষ্ণ নিজেই অসমলৈ আহি ভীষ্মকৰ জীয়েক আৰু লখিমী ৰুক্মিণী গোসানীক হৰণ কৰিলে, বাণৰ জীয়াৰী ঊষা আইদেউক নাতিয়েক অনিৰুদ্ধলৈ চুৰি কৰি নিলে আৰু নৰকাসুৰক বধ কৰি, ভায়েক ভগদত্তক বধ কৰি ষোল হেজাৰ গোপীনী লগতে দ্বাৰকালৈ নিলে। তেতিয়াৰ পৰাহে আৰ্য্য সভ্যতা 'কামৰু'ত চলিল, কামৰুৰ নাম সলাই কামৰূপ কৰা হল। কামখী বা কামলখী গুছি কামাখ্যা হ'ল টিলাওৰ ঠাইত লাওটি, লুইত, লোহিত, লৌহিত্য হ'ল আৰু ভুলুংবুথুৰে মোট সলাই ব্ৰহ্মপুত্ৰ হ'ল। অসমৰ আদিম শ্ৰেণীহীন, জাতিহীন গোষ্ঠী সমাজত বৰ্ণ বৈষম্যই দেখা দিলে। ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ, এই চাৰি জাতিৰ উৎপত্তি হ'ল;

তেতিয়া অসমৰ বেলেগ বেলেগ গোষ্ঠী সকলৰ মাজত দ্বেষ বিদ্বেষ চলিল আৰু লগে লগে নিজ নিজ গোষ্ঠীৰ প্ৰাধান্যৰ প্ৰতিযোগীতা হ'ল। সেই প্ৰতিযোগীতাত নৰকাসুৰ আৰু তেওঁৰ বংশৰ প্ৰতিপত্তিহে প্ৰতিষ্ঠিত হ'ল। আৰ্য্য সভ্যতাৰ জিলিঙনি তেতিয়াৰ পৰা প্ৰাচীন অসম তথা কামৰূপত পৰিল। লিখন কলাৰ সৃষ্টি হল, শাস্ত্ৰৰ আলোচনা চলিল। নতুন জেউতিলৈ প্ৰাচীন অসমীয়াই আগুৱাব ধৰিলে। তাৰ ফলত কুৰুক্ষেত্ৰ যুদ্ধত ভগদত্তই অসীম বীৰত্ব দেখুৱালে। সেই বংশৰ চন্দ্ৰভূতি বৰ্মাই এই নগাওঁৰে ডৱাক বা ডবকাৰ পৰা এজন দূতক চীনলৈ পঠিয়ালে। চতুৰ্দ্দশ শতিকাত এই কামৰূপৰে জীয়াৰী অমৃত প্ৰভাই কাশ্মীৰৰ ৰাজমহিষী হৈ বৌদ্ধ-শ্ৰমণসকলৰ পূজ্যা হল। আৰু তেওঁৰ নামানুসাৰে বহু মঠ নিৰ্ম্মাণ কৰিলে। লগতে তেওঁ লোস্তনপা নামে তিব্বতীয় বৌদ্ধ গুৰু জনক কাশ্মীৰলৈ কামৰূপৰ পৰা নিছিল। এই কামৰূপৰ বৰ্ম্মন বংশৰে ভাস্কৰ বৰ্ম্মাই আৰ্য্যাবৰ্ত্তৰ মগধ ৰজা হৰ্ষ বৰ্দ্ধনৰ সৈতে বন্ধুত্ব পাতিবলৈ হংসবেগ নামে দূতক মগধ ৰাজ্যলৈ নানা উপাদান লগত দি পঠিয়ালে। সেই উপাদানবোৰে অসমীয়া কৃষ্টিৰ যথেষ্ট চিনাকী দিয়ে। বুৰঞ্জীত বা হৰ্ষচৰিতত সেই তালিকা পঢ়িলে সঁচাকৈয়ে আজিৰ অসমীয়াই গৌৰব অনুভব কৰিব পাৰে। সেই উপহাৰৰ উপাদানবোৰ সভ্যতাৰ শ্ৰেষ্ঠ সম্পদ। সেই সময়ৰ চীন পৰিব্ৰাজক য়ুৱান-চাঙৰ বিবৃতি ও অসমীয়া কৃষ্টিৰ যথেষ্ট পৰিচয় দিয়ে। এই ভাস্কৰ বৰ্ম্মাৰ কালতে অসমীয়া সভ্যতাৰ চৰম উৎকৰ্ষৰ পৰিচয় পাওঁ।

এই ভাস্কৰ বৰ্ম্মাৰ কালতে প্ৰথম বিকৃত অসমীয়া ঠাচত সংস্কৃত ভাষাত সপ্তম শতিকাৰ ব্ৰাহ্ম লিপিত লিখা তামৰ ফলি আৰু য়ুৱান-চাঙৰ নিমন্ত্ৰণ উপলক্ষে

নালন্দা বিশ্ববিদ্যালয়ৰ অধ্যক্ষলৈ লিখা হাতৰ ছাব মৰা তামৰ লিপি পোৱা হৈছে। তাম্ৰলিপিৰ আখৰ কেইটাই চিনাকী দিয়ে অসমৰ লিখন কলাৰ বিকাশ কেনে হৈছিল।

তাৰ পিছত কামৰূপ ৰাজ্যৰ অসুৰ বংশৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰৰ পৰা শালস্তম্ভই হাৰূপেশ্বৰত পাতিলে। সেই বংশৰ ৰজা হৰ্জ্জৰ বৰ্ম্মৰ, বনমালদেৱ বৰ্ম্মন আদিৰ তামৰ ফলি, শিলালিপিৰ পৰা বুজা যায় যে তেওঁলোকৰ সময়তো কৃষ্টি চৰ্চা কোনো গুণে কম হোৱা নাছিল। তদুপৰি সেই আখৰবো যথেষ্ট প্ৰচলন হৈছিল, সেই আখৰৰ মূল গঠন আছিল আৰ্য্য সভ্যতাৰে সংস্কৃত বা ব্ৰাহ্মী লিপিৰ অনুকৰণ।

আগেয়ে অষ্ট্ৰিক জাতিৰ অসমত বাস কৰাৰে পৰা অষ্ট্ৰিক ভাষা চলিছিল। সেই নাম অনুসাৰে নৈৰ নাম আছিল লাংযুক্ত যেনে লাংচালিয়েট, লাংডিং, লাংফেৰ, লাংখা, খা-লাং ( বা কলং ), লাংক্লাং ( কপিলী )—নগা পাহাৰৰ ৱাক্‌চিং মোককচং ইত্যাদি। অসমৰ নাম আছিল পাৰক। মিকিৰ ভাষাত লাং মানে পানী বা নৈ। মিকিৰ সকলেই পাৰক নাম দিছিল অসমক। তাৰ পিছত মাঙ্গোমেৰ আহিলে যদিও বিশেষ প্ৰভাৱ অসমৰ ভৈয়ামত দিব নোৱাৰিলে। কেৱল তেওঁলোক থকা ঠাইত হে তেওঁলোকৰ ভাষাৰ ছাব পৰিল। কিন্তু মঙ্গোলীয়া বড়ো জাতীয় লোকসকলে যেতিয়া অসমলৈ আহি বিয়পি পৰিল ; তেওঁলোকৰ ভাষাৰ প্ৰচলন অষ্ট্ৰিক জাতিৰ মাজতে হ'ল। ঠাই, নৈৰ নাম তেওঁলোকৰ ভাষাতে চলিল। ডিবং, ডিহং, ডিহিং ডিখৌ, ডিগাক, গাব্‌ৰু, ফাগ্‌লাদৈয়া, ইত্যাদি। গোসানীৰ নামত হ'ল ভৰলু বা ভৰলী ইত্যাদি। এই ভৰলী বা ভল্লীৱ্ৰী বড়োসকলৰ ঘাই গোসানী। যতে বড়োৰ কামৃখা বা কেঁচাখাইতী গোসানী থাকিব, তাতে ভৰলু বা ভৰলী নৈ থাকিবই, কামাখ্যাৰ পাদ প্ৰক্ষালন কৰি আছে আজিও গোহাটীৰ ভৰলী নৈয়ে। তেজপুৰৰ কেঁচাখাইতী গোসানীৰ থান ভৈৰবী থানৰ কাষেদি আজিও ভৰলী নৈ বৈ আছে। সদীয়া অঞ্চলৰ কেঁচাখাইতী আইৰ শ্ৰীচৰণ চুঁই আছে আজিও দেওপানী বা ভৰলী নৈ। তদুপৰি এই মঙ্গোলীয়া বড়োসকলে ৰাজকুঁৱৰী, ৰাণীসকলৰ নামানুসাৰেও নৈৰ নাম দিছিল। যেনে বেলচিৰি, ধৰ্নাচিৰি, সোৱণচিৰি ইত্যাদি। তদুপৰি অসমীয়া ভাষা মঙ্গোলীয়াত বড়ো ভাষা বহুতো সোমাইছে। যেনে ৰাইদাং ( ৰাই মানে বেত ) দলং, ফুৰ্ বা ভুৰ্ ( যাব পৰা অসমীয়াৰ বহুবচনৰ বোৰ হৈছে ), ৰীহা ( ৰী মানে কাপোৰ ), ইত্যাদি। বাক্যৰ গঢ় ও অস-

মীয়াৰ সম্পূর্ণ বেলেগ। বাৰে বাৰে কৈছোঁ, বঙালী ভাষাৰ লগত অসমীয়া ভাষাৰ বিশেষ মিল নাই, কাৰণ বঙালীয়ে কয়, আমাৰ পিতা, তাহাৰ পিতা, তোমাৰ পিতা। কিন্তু অসমীয়াই কয় মোৰ পিতা, তাৰ পিতায়েক, তোমাৰ পিতায়েৰা। গতিকে অসমীয়া ভাষাৰ বৰ্ত্তমান অৱস্থালৈ আহিছে আদিম কালৰ পৰা এনে ছেকনিৰ মাজেদি নিগৰি। ভাস্কৰ বৰ্ম্মাৰ সময়ত য়ুৱান চাঙে শুনিছিল অসমীয়া ভাষা যি অসমীয়া ভাষাৰ মধ্য ভাৰতৰ ভাষাৰ লগত মিল আছিল। কিন্তু য়ুৱানচাঙে নগৰৰ প্ৰাগজ্যোতিষপুৰৰ নাগৰিক ভাষাহে শুনিছিল, গতিকে তেওঁৰ বিবৃতিত বেৰ্‌ণ লাগিল। ব্ৰাহ্মণ্য ধৰ্ম্ম বা অনাৰ্য্যকৃষ্টিৰ উৎকৰ্ষ সাধন তেতিয়া ভাস্কৰ বৰ্ম্মাৰ সময়ত যথেষ্ট হৈছিল, যি কৃষ্টি গোটেই ভাৰতত আৰ্য্যচৰ্চ্চাৰ একেই পদ্ধতিতে চলিছিল। সেই ভাষাক গঢ় দিলে বেলেগে সম্পূৰ্ণ ভাৱে অষ্টম শতিকাত। সেই অষ্টম শতিকাৰ ভাষাই হৈছে বৰপেটাৰ কাৰৰ লেহী ডাঙৰা ডাক পুৰুষৰ বচন। এই ডাকৰ বচনেই বৰ্ত্তমান অসমীয়া ভাষাৰ আদিম ভাষা।

এই অসুৰ বংশৰ অৰ্থাৎ বৰ্ম্মন বংশৰ পৰা অসমীয়া ভাস্কৰ্য্য আৰু স্থাপত্যৰ নিদৰ্শন পাওঁ। এই ভাস্কৰ্য্যৰ পৰাই অসমীয়াই নতুন কৃষ্টি পালে। শেহত সেই কৃষ্টিয়েই সংস্কৃত হৈ সংস্কৃতিত ৰূপান্তৰিত হল। এই কালৰ পৰা ভাস্কৰ্য্য অসমৰ ঠায়ে ঠায়ে সিঁচৰিত হৈ পৰি থকা শিলত কটা চিত্ৰ চিত্ৰাৰ্দ্ধ মূৰ্ত্তি বোৰ দেখি মনে হয় “মনসাৰ” নিৰ্দ্দেশ অনুযায়ী সেই মূৰ্ত্তিবোৰ কটা। ইও অসমীয়া শিল্প কৃটি সকলৰ মহা অমূল্য দান। তেনে মূৰ্ত্তিৰ নিদৰ্শন এই নগাওঁ জিলাতো বহুতো আছে।

ইকালে অসমৰ নগৰত যদিও নগৰ সভ্যতাত আৰ্য্যসভ্যতাই ব্ৰাহ্মণ্য ধৰ্ম্মৰ সহায়লৈ প্ৰভাৱ বিস্তাৰ কৰিলে তথাপি বৌদ্ধধৰ্ম্ম সংস্কৃতি আৰু সভ্যতাও মনে মনে প্ৰাচীন কামৰূপত শিপাবলৈ ধৰিলে। অমৃত প্ৰভাৱ সময়ত তিব্বতীয় বৌদ্ধ গুৰু লোস্তনপাও অসমত আছিল, বৌদ্ধ শ্ৰমন সকলৰ দৰে চন্দ্ৰভূতি বৰ্ম্মাৰ সময়ত ভৱকাৰ পৰা এজন কামৰূপীয়া চীনলৈ গৈছিল। বৌদ্ধ বিহাৰ নালন্দা বিশ্ববিদ্যালয়ৰ পৰা চীন পৰিব্ৰাজক য়ুৱান চাং কামৰূপ লৈ আহিছিল। তেওঁৰ মতে “কামলুপো”ৰ ৰজা যদি ক্ষত্ৰিয় আৰু শিৱভক্ত আছিল, তেওঁ বৌদ্ধ শ্ৰমণ সকলক যথেষ্ট সন্মান কৰিছিল। গতিকে তেতিয়া অসমত বৌদ্ধ সংস্কৃতিৰ সূত্ৰপাত হৈছিল।

অসমত এই বৌদ্ধ সংস্কৃতিয়ে বেচিকৈ প্ৰাধান্য পালে, কামৰূপৰ দুৰ্জ্জয় নগৰৰ পাল বংশীয় ৰজাসকলৰ দিনত।

এনে বৌদ্ধ সংস্কৃতিৰ সময়ৰ আগৰে পৰা তেজপুৰৰ শোণিতপুৰ, হাক-পেশ্বৰ, হাটকেশ্বৰ, সোৱাণশিৰীৰ পূব অঞ্চলত হালাৰ্লী, সৌমাৰ অঞ্চলত পাট শদীয়া, পৃথিমীনগৰ, ভীষ্মক নগৰ, কুণ্ডিল নগৰ, ধনচিৰিৰ তৈয়ামত ডিমাপুৰ আৰু এই নগাওঁ অঞ্চলত পাৰক ৰাজ্য, হংসধ্বজৰ চম্পা ৰাজ্য, কদলী ৰাজ্য জাহৰ দেশ, লঙ্কেশ্বৰী ৰাজ্য স্থাপন হ'ল। এই ৰাজ্যবোৰৰ ধ্বংসাৱশেষৰ মাজত এতিয়াও বহুতো শিলৰ ভাস্কৰ্য্যৰ নিদৰ্শন পৰি আছে।

এনে বৌদ্ধ সংস্কৃতিৰ মাজতো ব্ৰাহ্মণ্য সভ্যতাৰ ডাকৰ বচন আৰু ব্ৰাহ্মণ বিশাখদত্তৰ দান মুদ্ৰাৰাক্ষস পুথিখন সামান্য নহয়। এই যুগত অসমীয়া আখৰৰ প্ৰথম সৃষ্টি হয়। তন্ত্ৰৰ সাধনা তন্ত্ৰ-শাস্ত্ৰৰ চৰ্চ্চা প্ৰাচীন কামৰূপত যথেষ্ট বৈছিল। কামধেনু আৰু বৰ্ণোদ্ধাৰত বৰ্ণৰ যেনে বৰ্ণনা আছে সেই বৰ্ণনাত অসমীয়া আখৰৰ পৰিচয় হে পোৱা যায়। কালিকা বিলাস তন্ত্ৰৰ দুটা মন্ত্ৰ হুবহু অসমীয়া হে। তান্ত্ৰিক সাহিত্যত অসমীয়াৰ শ্ৰেষ্ঠ তান্ত্ৰিক "নিবন্ধ" বোৰ। এই নিবন্ধবোৰ ভাৰত প্ৰসিদ্ধ। তন্ত্ৰৰ দাৰ্শনিকতা সম্পৰ্কে উপাদেয় গ্ৰন্থ ৰচনা কৰিছিল কামৰূপৰ অভিনৱ গুপ্তই আৰু দক্ষিণ ভাৰতৰ ভাস্কৰ ৰায়। এই অভিনৱ গুপ্তক তৰ্কত হৰুৱাই শঙ্কৰাচাৰ্য্যই তেওঁক লগতলৈ পুনৰ সনাতন ধৰ্ম্ম প্ৰচাৰ কৰিছিল। কামধেনু আৰু বৰ্ণোদ্ধাৰৰ মতে যি আখৰ সৃষ্টি হ'ল সেই তন্ত্ৰ মন্ত্ৰ গুপুতীয়া ৰাখিবৰ কাৰণে সৃজন কৰা হৈছিল। এই আখৰৰ উৎপত্তি স্থান বিক্ৰমশীল সংঘাৰাম (বৰ্ত্তমান বিক্ৰমপুৰ) আৰু কামৰূপৰ কামাখ্যা। সেই আখৰেই আজিও অসম বঙ্গত চলি আছে। সেই আখৰ সম্পূৰ্ণ অসমীয়া হে। মৎস্যেন্দ্ৰ মীন নাথ অসমৰে তথা কামৰূপৰে অসমীয়া কৈবৰ্ত্ত আছিল। তেওঁ তিব্বতত অৱলোকিতেশ্বৰ অৱতাৰ বুলি পূজিত হৈছিল, এই শ্ৰেষ্ঠ সন্মান বুদ্ধৰ দৰে অসমীয়াই পাইছিল। এই পৰম সিদ্ধ মীন নাথে কদলী ৰাজ্যলৈ ফুৰিবলৈ আহি এই কদলীৰে ৰাণী কমলা দেৱী আৰু ভনীয়েক মঙ্গলাৰ প্ৰেম পাশত বন্দী হৈ যোগ ধৰ্ম্ম পাহৰি সাংসাৰি দৈহিক সুখত মতলীয়া হৈছিল। এই কমলা দেৱী সামলযোগী নামে এজন তান্ত্ৰিক সিদ্ধাৰ শিষ্যা আছিল। কমলা ৰাণীয়ে মায়াৰ দ্বাৰা মৎস্যেন্দ্ৰ নাথক মোহিত কৰি থৈছিল। কামৃফাৰ মুখত গুৰুৰ সংবাদ পাই উপযুক্ত শিষ্য গোৰাক্ষ নাথে নৰ্ত্তকীৰ বেশত ৰাজকাৱেডৰ অন্তঃপুৰত সোমাই নটীৰ ভাও দেখুৱাই কাৰ্য্যসাধনৰ

তত্ত্ববোৰ গুৰুৰ স্মৃতি জগাই কদলী ৰাজ্যৰ পৰা মুক্ত কৰি লৈ আহিছিল। এই মীননাথৰ ঔৰসতে ৰাণীৰ গৰ্ভত দুজন পুত্ৰ হৈছিল পাৰ্শনাথ আৰু নেমনাথ যাক গোৰক্ষনাথে লালন-পালন কৰিছিল। পাগ্ শাম জোনাব্জান্ মতে হৰ্ষবৰ্দ্ধনৰ পিছত আৰু শঙ্কৰাচাৰ্য্যৰ দিগ্বিজয়ৰ পাছত কামৰূপৰ পশ্চিম অঞ্চলৰ ৰজা সিংহচন্দ্ৰৰ পুতেক বালচন্দ্ৰই বা মানিকচন্দ্ৰই মালৱ দেশৰ ৰজা ভুঙহৰিৰ ভনীয়েক ময়নামতীক বিয়া কৰিছিল। এই ময়নামতীৰ ভাগিনী বনমালাক কামৰূপৰ ৰজা ধৰ্ম্মপালে বিয়া কৰিছিল। এই ময়নামতীৰ পুতেক আছিল গোপীচান্দ কোঁৱৰ। এই গোপীচান্দে সিদ্ধা বালপাদ বা জীৱন্ত অৱস্থাত মাটিত পুতিছিল। শেহত এই হাড়িপাৰে শিষ্য হৈছিল গোপীচাঁদ কোঁৱৰ। এই হাড়িপাৰ কান্ফাৰ মুখৰ পৰা শুনিয়েই গোপীচান্দ কোঁৱৰৰ মাক ময়নামতীৰ গুৰু গোৰখনাথে তেওঁৰ গুৰু মীননাথক ৰক্ষা কৰিছিল। সিদ্ধা সৰহপাদ ৰাজ্ঞীও বৰ্ত্তমান কামৰূপৰ ৰাণীগাওঁৰ চন্দনপাল ৰাজ্যৰ এজন ব্ৰাহ্মণ আৰু ডাকিনীৰ সংযোগত জন্মিছিল। এই সৰহপাদেই অতি আশ্চৰ্য্য ঐন্দ্ৰজালিক বিভূতি দেখুৱাই কামৰূপৰ ৰাজধানী সুনিৰ্ম্মিত, সুধাধৱলিত, শিবাধিষ্ঠিত ও মন্দিৰবোৰৰ দ্বাৰা সুশোভিত দুৰ্জ্জয় নগৰাধিপতি ৰত্নপালক আৰু ব্ৰাহ্মণ মন্ত্ৰীসকলক বিস্ময়াপন্ন কৰি বৌদ্ধ-ধৰ্ম্মত দীক্ষিত কৰিছিল।

ইন্দ্ৰপাল বা ইন্দ্ৰভূতিৰ ৰাজ্যৰ ৰাজ কৰ্ম্মচাৰী কৈৱৰ্ত্ত জাতীয় সামন্ত শোভাই শাবৰীপাদ নামে এজন সিদ্ধাৰ ওচৰত বৌদ্ধ-ধৰ্ম্মত দীক্ষিত হৈ লুইপাদ বা লোহিতপাদ নাম লৈ নতুন বৌদ্ধ সহজীয়া ধৰ্ম্ম পন্থাৰ প্ৰৱৰ্ত্তন কৰিছিল।

এই ইন্দ্ৰপালৰ ভনীয়েক ভগৱতী লক্ষ্মীকে লঙ্কাপুৰীৰ ৰাজা জালেন্দ্ৰৰ পুতেকে বিবাহ কৰিছিল। এই লক্ষ্মীংকৰা শেষত বৌদ্ধ-সিদ্ধা হ'ল। এওঁৰ পুতেক এই নগাওঁৰে গুৰুপদ্মসম্ভৱ আজিও ভুটিয়া আৰু তিব্বতীয় লামা সকলৰ দ্বাৰা পূজিত হৈ আছে। এতিয়াও চিকিমৰ ৰাজ মন্দিৰত নগঞা পদ্মসম্ভৱৰ মূৰ্ত্তিয়ে পূজা পাই থাকে। জনাগাভক এই নগাওঁৰে কামপুৰ অঞ্চলৰ কপিলিৰ দক্ষিণ পাৰে থকা গৰু বাট ৰাজ্যৰ ৰজাৰ কুঁৱৰী আছিল। নগাওঁৰ আন ৰাজ্যৰ কোঁৱৰ গোপীচান্দে কেইৰাজনীও মহিষী থকা স্বত্বে মাকৰ বাধা সুগুনি গৰুবাটৰ ৰজাক পৰিজাত কৰি জনাক বিয়া কৰিছিল।

গোৰক্ষ বিজয়ত পোৱা যায়, পাটন, বকুল, কদলীৰ কথা। এই পাটন বকুল, কদলী নগাওঁৰ পাটন, বকুলীয়া আৰু কদলী গাওঁ। লঙ্কাপুৰীয়েই আলঙ্কা বা লঙ্কা। গোৰক্ষ নাথে কদলী ৰাজ্যৰ পৰা গুৰু-জনক ৰক্ষা কৰি বিজয় নগৰলৈ

যোৱাৰ আগতে তেওঁৰ শাপৰ ফলত কদলীসকল বাদুলী হল। এই বাদুলী থকা ঠায়েই আজিও নগাওঁৰ বাদুলী কুকং। অভিনৱগুপ্তৰ পৰাজয়ৰ লগে লগে বৌদ্ধ-ধৰ্ম্ম ক্ষীণতৰ হৈ আহিল। শেহত অসমত, ধৰ্ম্মৰ, ৰাজ্যৰ আৰু সমাজৰ অৰাজকতা চলিল।

তাৰ পিছত আহিল মঙ্গোলীয় বডোজাতীয় বৰাহী ৰাজবংশ। তেওঁলোকৰ নাম আমি খছাৰী বুৰঞ্জীত পাওঁ, যেনে চচেম্ফা, খাঁৰাফা, দেৱজাৰ.. বীৰহাস, বিচাৰপতিফা, বিক্ৰমাদিত্যফা, মহামানিফা, মানিফা মহামানিফা মহামাণিক্য। এওঁ বৰাহীখছাৰী আছিল। এওঁৰ নিৰ্দ্দেশমতে এই নগাওঁৰ কদলী ব্ৰাহ্মণ মাধৱ কন্দলীয়ে পদ্যত ৰামায়ণ লিখিছিল। এওঁৰ পদ্য ৰামায়ণ অসমীয়া সাহিত্যত ডাকৰ বচনৰ পাছত প্ৰথম আৰু শ্ৰেষ্ঠ অৱদান। সেই হিচাবে নগাওঁৱে অসমীয়াক প্ৰথম সাহিত্য কবিতা দিয়ে। ই নগাওঁৰ পক্ষে কম গৌৰৱৰ কথা নহয়।

সিফালে, খেনবংশ, কোচবংশ, সোমাৰত চুটীয়া বংশ, মৰাণ বংশ, বৰাহীবংশৰ আধিপত্য চলিল। ডিমাপুৰত খছাৰীবংশৰ আধিপত্য প্ৰবল হ'ল। আহোমৰ টাইজাতীয় চুকাফাই মুংৰিং মুংৰ পৰা অৰাজকতাত দুৰ্ব্বল অসম ৰাজ্যলৈ আহি মৰাণ আৰু বৰাহী ৰাজ্যৰ পৰা থাকুমথা আৰু বদনছাৰ হকৰাই নতুন ৰাজ্য পাতি দিখৌপাৰত ৰংপুৰ শিৱসাগৰত ৰাজধানী নিৰ্ম্মাণ কৰিলে। লাহে লাহে এই আহোম সকলেই অসমত ৰাজ্য বিস্তাৰ কৰি অসম খন গঢ়িলে আৰু ইয়াৰ বাসিন্দাসকলক অসমীয়া হিচাবে এটা জাতিত পৰিণত কৰিলে। সেয়েহে আজিৰ কামৰূপ অসম আৰু ইয়াৰ বাসিন্দা অসমীয়া হ ল।

মৎস্যেন্দ্ৰ নাথৰ শিষ্য গোৰক্ষ নাথে কেনেকৈ কদলী ৰাজ্যলৈ আহি ঢোলবজাই অসমীয়া ৰাজকুৱৰীৰ মায়াজালত বন্দী হৈ থকা গুৰুক ৰক্ষা কাৰ উদ্ধাৰ কৰিছিল, কেনেকৈ অসমীয়া গোপীচাঁদ কোঁৱৰে বৌদ্ধগুৰুৰ ওচৰত মাতৃ দেৱী ময়নামতীৰ উপদেশ মতে দীক্ষা লৈছিল, কেনেকৈ শঙ্কৰাচাৰ্য্যই কামাখ্যালৈ আহি সেই সময়ৰ বৌদ্ধতন্ত্ৰত পণ্ডিত অভিনৱগুপ্তক তৰ্কত হৰুৱাই তেওঁৰ সাহায্য লৈ ভাৰতৰ পৰা বৌদ্ধধৰ্ম দূৰিভূত কৰি পুনৰ সনাতন ধৰ্ম্ম স্থাপন কৰিছিল, এইবিলাক বৌদ্ধ যুগীয় কাহিনীত অসমীয়াৰ কৃষ্টি সভ্যতা পাট জানিলে আজিৰ অসমীয়াই গৌৰৱ অনুভৱ নকৰে নে? বিশাখ দত্তৰ পুথিও জগদ্বিখ্যাত।

যেতিয়া ন-কৈ হিন্দু ধৰ্ম্ম সমাজ প্ৰতিষ্ঠিত হল, বৌদ্ধযুগৰ সেই পণ্ডিত সকলে ব্ৰাহ্মণত পৰিণত হল, আৰু সেই ব্ৰাহ্মণৰ যাদুকাৰী কল্পনামূলক চক্ৰান্তত অসমৰ

আদিম ৰজাসকলে দীক্ষিত হৈ প্ৰজাৰ পৰা বেলেগ জাতিত পৰিণত হ'ল। এইদৰে ৰজা-প্ৰজাৰ মাজত বিভেদ সৃষ্টি কৰি ব্ৰাহ্মণৰ প্ৰধান্য পুৰ্ণস্থাপন কৰিলে। বৌদ্ধ-ধৰ্ম্ম আগয়ে যি উদাৰ ধৰ্ম্ম আছিল, আদিম উলঙ্গ বৰ্ব্বৰ যুগৰ যি যাদুকৰ দলে পুৰোহিত শ্ৰেণীত পৰিণত হৈছিল,—লিখন কলা বিকাশৰ লগে লগে ছলে বলে কৌশলে সিইঁতে বেদ-শাস্ত্ৰ লিখি চাতুৰ্ব্বৰ্ণ সৃষ্টি কৰি সকলোৰে নমস্য হৈ সেই উদাৰ ধৰ্ম্ম জটিল কৰিলে। কৃষ্টি-সভ্যতা শেহত সিইঁতৰে একচেটিয়া সম্পত্তি হ'ল। এনে প্ৰতিপত্তি বৌদ্ধ-ধৰ্ম্ম লোপ-হোৱাৰ পাছত নতুন সনাতন ধৰ্ম্ম-সমাজ পুনৰ প্ৰতিষ্ঠিত হোৱাৰ লগে লগে এই ব্ৰাহ্মণ সম্প্ৰদায়ে নিজস্ব প্ৰাধান্য ৰাখি লাভ কৰিলে। শেহত এই ব্ৰাহ্মণ আৰু ব্ৰাহ্মণ সম্পৰ্কিত জাতিসকলে নতুন শাস্ত্ৰ পুৰাণ আদি ৰচনা কৰিলে। আদিম কৃষ্টি-সভ্যতাৰ ৰূপ পৰিবৰ্ত্তিত হ'ল। যেনে অসমক ডিমছা খছাৰী সকলে কামৰূপ সুবুলি 'কামৰু' হে বুলিছিল, কামাখ্যা সুবুলিছিল 'কামলখা' হে বুলিছিল, ব্ৰহ্মপুত্ৰ সুবুলিছিল "ভুল্লু বুথুৰ' হে বুলিছিল, লৌহিত্য সুবুলিছিল "টিলাও" হে বুলিছিল আৰু কিমান কম। 'কাম' মানে প্ৰেতাৰ দেৱতা টিলাও মানে ডাঙৰ দীঘল নৈ। কিন্তু যেতিয়া কালিকাপুৰাণ, যোগিনীতন্ত্ৰ ৰচিত হ'ল, তেতিয়া নানা গল্পেৰে সজাই কামৰুক কামৰূপ কৰিলে কামলখী বা কামথীক কামাখ্যা কৰিলে, ভুল্লুবুথুৰক ব্ৰহ্মপুত্ৰ কৰিলে, টিলাও লাওটি লুইটি লোহিত লোহিত্য কৰিলে। আহোম সকলে যেতিয়া অসমলৈ আহিছিল তেতিয়া তেওঁলোকে ব্ৰহ্মপুত্ৰ নদৰ নাম শুনা নাছিল, টিলাও হে শুনিছিল। এইদৰে অসমৰ পাচমৰ এটা ডাঙৰ কৃষ্টি আৰু সভ্যতাই অসম অধিকাৰ কৰিলে। বক্তিয়াৰে যেতিয়া প্ৰথম অসম আক্ৰমণ কৰিছিল, তেতিয়া অসমক কামৰূপ বোলা নাছিল, কামৰু বা কামৰুদ হে বুলিছিল। তাৰ পিছত অসমৰ ভাষা, কৃষ্টি আৰু সভ্যতাই নতুন গঢ ললে

ভাষা হিচাবে অসমীয়া সম্পূৰ্ণ বেলেগ। ইয়াৰ বৰ্ত্তমান গঠন প্ৰাচীন আদিম অসমীয়া ভাষাৰে শেষ পৰিণতি। সেই কাৰণে ইয়াণ্ডাবু সন্ধিৰ পাছত যেতিয়া ইংৰাজে অসম অধিকাৰ কৰিলে, বৃটিছ শাসনৰ প্ৰাৰম্ভত আমাৰ ভাষা হ'ল বঙালী। আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদি মহাপুৰুষসকলৰ প্ৰচেষ্টাত আৰু এণ্ডাৰ্চন চাহাবৰ ঊনৈশ শতিকাৰ শেষ-ভাগত "এচিয়াটিক জৰ্ণেল"ৰ প্ৰবন্ধই বুজাই দিলে যে অসমীয়া এটা স্বকীয়া ভাষা। এই ভাষাৰ লগত বঙালা ভাষাৰ কোনো সম্বন্ধ নাই। বঙালীয়ে কয় আমাৰ পিতা, তোমাৰ পিতা, তাহাৰ পিতা। কিন্তু অসমীয়াই কয়,

মোৰ পিতা, তোমাৰ পিতায়েৰা, তাৰ পিতায়েক। এই গঠন হল বড়ো-কছাৰীৰ পৰা। বড়ো ভাষাত কয়, আংনি আফা, নেনি নেফা, বেনি বেফা। ...বাক্যৰ গঢ়ও বেলেগ। এই ভাষাৰ প্ৰথম কবিতা কোনে জানে—"বেং কান্দে তৰৰং চাপ্‌ৰা মাটিৰ তলত, নতুন তিৰীৰ ছাৱা কান্দে চিৰাকানিৰ তলত।" অথবা ৰংপুৰ, কোচবিহাৰৰ "তাৰ নাক্ ডাংৰা বেটাটা মোৰ চকু ডাংৰী বেটাটাৰ মন ফুচুলাই গে'ল হাতৰে থাক দি।" নাইবা "অ" মোৰ বাপ্ মুই আৰু কাম কৰিবাৰ নাপাৰুংবে" ইত্যাদি। শেহত আমি মাৰ্জ্জিত ভাষাত পাওঁ লেহীডঙৰাৰ ডাকৰ বচন, বৰাহী ৰজা মাণিকফাৰ আদেশত মাধব কন্দলিয়ে লিখা ৰামায়ণ, ভট্টদেৱৰ কথা-গীতা, শঙ্কৰ মাধৱ আদি মহা-পুৰুষৰ মহাপুৰুষীয়া সাহিত্য, শুক নাৰায়ণদেৱৰ পদ্মপুৰাণ, দুৰ্গাবৰীৰ গীত, আইনাম, বিয়ানাম, বনগীত, বৰগীত, দেহবিচাৰ, বুৰঞ্জী আৰু আধুনিক যুগৰ প্ৰাৰম্ভৰ নবীন সাহিত্য আৰু আধুনিক সাহিত্য।

এই শঙ্কৰদেৱৰ যুগতে হ'ল অসমীয়া শিল্পৰ চৰম বিকাশ। এই পৃথিৱীত যি সকল মহাপুৰুষে জন্ম গ্ৰহণ কৰিছিল তাৰ ভিতৰত তিনিজন মহাপুৰুষ আছিল কৃষ্টিৰ আকৰ। এজন হৈছে স্বয়ং শ্ৰীকৃষ্ণ। কৃষ্ ধাতু লগ্ন কৃষ্টিৰ আকৰ কাৰণে তেওঁক কৃষ্ণ বুলিছিল। তেওঁ কি নাজানিছিল? গীত-বাদ্য, নৃত্য, ধনুৰ্ব্বিদ্যা, ক্ৰীড়া, ৰাজনীতি ইত্যাদি সৰ্ব্বগুণনিধি তেওঁ আছিল। আৰু এজন আছিল ইটালীৰ লিওনাৰ্দো দা ভিন্সি। তেওঁ একেলগে বৈজ্ঞানিক, চিত্ৰকৰ ৰাজনীতিজ্ঞ পুৰুষ আছিল। আৰু এজন আছিল আমাৰ এই অসমৰে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ যাক আজি অসমে গুৰু বুলি পূজা কৰি থাকে। সঁচাকৈয়ে আজি শঙ্কৰদেৱ গুৰু, অসমীয়াৰ প্ৰাণ। আজি শঙ্কৰদেৱৰ যি কোনো কৃষ্টি বা সাহিত্য বাদ দিলে অসমীয়াৰ মৃত্যু হব। শঙ্কৰ নাথাকিলে অসমীয়াৰ একোৱেই নাই। শঙ্কৰদেৱে কি নাজানিছিল আৰু কিনো নিদিছিল? অসমীয়াক তেৱেঁই সকলো দি গৈছিল। এই নগাওঁৰে বটদ্ৰৱাৰ শিলিখা গছৰ তলত বহি লিখি অমূল্য ৰত্ন কীৰ্ত্তন পুথি অসমীয়াক দান কৰিছিল। কল-কাৰখানা নামঘৰ নিজে গাঁথি দি নিৰ্ম্মাণ কৰিছিল, কপিলামুখৰ মাটিৰে খোল তৈয়াৰ কৰিছিল, বৈকুণ্ঠলীলা নাটভাৱনা দেখুৱাইছিল। অসমীয়াৰ গীত, বাদ্য, নৃত্য, সাহিত্য, ভাৱনা, নাম, কীৰ্ত্তন, বৰগীত, নামঘৰ, খোল, মৃদঙ্, তাল, ভঁজঘৰ দোলযাত্ৰা, হাটী, ধনপুঁজি (Bank), সমাজ, ধৰ্ম্ম, বিচাৰ, নীতি, আইন, নৈতিক আন্দোলন, অহিংসা, ত্যাগ, ভোগ, বৈৰাগ্য, সমাধি সকলো শঙ্কৰ-

দেৱে অসমীয়াক দি গৈছিল। কেৱল অসমীয়াইহে সেইবিলাক ভালকৈ আয়ত্ত কৰিলব পৰা নাই। এই শঙ্কৰদেৱৰ আমোলতে আমি অঙ্কীয়া নাট পাওঁ। ভাৱনা পাওঁ, পদ্ধতিত ৰচা গীত-ৰাগ-সুৰ-সঞ্চ পাওঁ। আজিও অসমীয়াই ভাৱনা পাতে মুখত গাত ৰং সানি সাজ অলঙ্কাৰ পিন্ধি। পাতনিতে সক ধেমালি, বৰ ধেমালি, ঘোষা ধেমালি বাজে, নান্দীসুহাই একতালীৰ পাছত সূত্ৰধাৰ ভঙ্গিমাৰ ছেৱে হেৱে সূত্ৰধাৰে নাচে, তাৰ পাছত গোসাই-গোসানী ৰজা-ৰাণী, সৈন্য-সামন্ত আদি প্ৰবেশ কৰে, নাটকৰ ঘটনা নানা গীত-বাদ্যেৰে অঙ্গী-ভঙ্গীৰে প্ৰকাশিত হয়—শেহত কল্যাণ খৰমানত সমাপন হয়। মাৰ্ক্সৰ সাম্যবাদ আৰু গান্ধীৰ গান্ধীবাদৰ আগেয়ে তেওঁ তেনে নীতি প্ৰচাৰ কৰিছিল। যবনহৰি, ভোট, গাৰো, শ্ৰীৰামকৈৱৰ্ত্ত সকলো আতা তেওঁৰ শিষ্য আছিল। এই ভাৱনা নাট্যশাস্ত্ৰৰ অনুসাৰে লিখা। ভাৱনাৰ প্ৰকাশ ভঙ্গীও শাস্ত্ৰসমৰ্থিত। কিন্তু তাৰ প্ৰকাশভঙ্গী, তাৰ গীত-মাত-সুৰ-সঞ্চ অসমীয়া। গতিকে ভাৰতৰ আন আন সঙ্গীতৰ লগত বিশেষ সামঞ্জস্য নাই। মণিপুৰী নৃত্য কামৰূপীয়া সঙ্গীত পদ্ধতিৰ এটা শাখাহে। মণিপুৰৰ নাম মিতেই লাইপাক অৰ্থাৎ মিশ্ৰিত জাতিৰ বাসভূমি। মানইতে এই দেশক "কা-ছে" বা "কা-থে" বুলিছিল; মেখলী নদীৰ পৰা সিইঁতক মেখলী বা মগলু বোলে। অসমীয়াই "মগলৌ" বোলে। সিইঁতৰ আদি দেৱতা পাংপম্বা বা নাগ। সিইঁত তিব্বত-বৰ্ম্মীয় আৰু অষ্ট্ৰিক মিশ্ৰিত জাতি। গতিকে সিইঁত মিশ্ৰিত নগা। সিইঁতৰ "লাই-হাৰওবা" নৃত্য সেই আদিম অষ্ট্ৰিক আৰু মঙ্গোলীয় মিশ্ৰিত শিল্পৰ আভাস দিয়ে। অসমৰ ৰংপুৰত যেতিয়া ৰাজেশ্বৰসিংহ ৰজা আছিল, তেতিয়া মানে মণিপুৰ আক্ৰমণ কৰাত মণিপুৰৰ ৰজা জয়সিংহই জীয়েক কুৰঙ্গনয়নীৰ সৈতে পলাই আহি ৰহাচকীত অসম ৰজাৰ প্ৰতিনিধি কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ আশ্ৰয় ললে। কীৰ্ত্তিচন্দ্ৰ মোগলৌ কুঁৱৰীৰ ধৰ্ম্মবাপেক হ'ল। তেওঁ তেওঁলোকক ৰংপুৰলৈ নিলে। মণি-পুৰৰ ৰজাক ৰাজ সন্মান দিবলৈ বিৰাট আয়োজন কৰা হ'ল। ধুলীয়া, খুলীয়া, গায়ন-বায়নসকলে মিলি ৰাৱণ বধ ভাৱনা কৰিলে, নটুৱাদি নাচও প্ৰদৰ্শিত নিশ্চয়েই হ'ল। যেতিয়া মানক খেদি মণিপুৰ উদ্ধাৰ কৰা হ'ল,—আৰু মগলৌ কুঁৱৰী কুৰঙ্গনয়নীক ৰাজেশ্বৰসিংহই বিবাহ কৰিলে,—তেতিয়া মণিপুৰৰ ৰজাক বিদায় দিওঁতে, মণিপুৰৰ ৰজালৈ আন আন দানৰ লগত অসমীয়া গায়ন-বায়ন নিশ্চয়দিয়া হৈছিল। সেই অসমীয়াগায়ন-বায়নে মণিপুৰত নৃত্যাদিৰ চৰ্চ্চা কৰাইছিল। তাৰ ফলত মণিপুৰী নৃত্যত অসমীয়া নৃত্যৰ ছাব দেখা যায়। মণিপুৰীযা

ৰাসনৃত্যৰ গোপিনীৰ সজ্জা আমাৰ অসমীয়া নটুৱাৰ সাজ সজ্জাৰে উন্নত ধৰণৰ অনুকৰণ। আজি কামৰূপীয়া সঙ্গীত পদ্ধতিৰ শাখা মণিপুৰ নৃত্য জগদ্বিখ্যাত। কিন্তু তাৰে ঘাই অসমীয়া নৃত্য আজি সত্ৰ আৰু নামঘৰবিলাকৰ ভিতৰ চোতালত। মোৰ মতে ভাৰতত তিনিটা ঘাই সঙ্গীত পদ্ধতি আছে; হিন্দুস্থানী সঙ্গীত পদ্ধতি, কৰ্ণাটকী সঙ্গীত পদ্ধতি আৰু কামৰূপীয়া সঙ্গীত পদ্ধতি। কামৰূপীয়া সঙ্গীত পদ্ধতিৰ নিজস্ব তাল আছে, ৰাগ আছে, নৃত্য আছে। তালৰ মাত্ৰা বিচিত্ৰ আৰু বিজ্ঞান সম্মত। তাল বহু আছে, যেনে ৰূপক, একতালা, পৰিতাল, খৰমান, যতি ইত্যাদি। ৰাগও তেনে, যেনে বেলোৱাৰ, আশাবৰী, কানাডা, পূৰ্ব্বী, কল্যাণ ইত্যাদি। এই ৰাগ বিলাকৰ বৰ্ণনা মলিতাও আছে। নৃত্যৰ কথা নকওঁৱেই। এই কামৰূপীয়া নৃত্য ভাৰতৰ ভিতৰত শ্ৰেষ্ঠ। তদুপৰি পৃথিৱীত নোহোৱা ভাৰতীয় নৃত্য শাস্ত্ৰ ৰূপ অসমীয়াৰ 'শ্ৰীহস্ত মুক্তাবলী' আছে। গতিকে সঙ্গীতত অসমীয়াৰ এনে বহুমূলীয়া ধন থাকিও আজি জগতৰ আগত ভালকৈ দেখুৱাবলৈ অসমীয়াই অপৰাগ। তাৰ বাবে লাগে চৰ্চ্চা, সাধনা আৰু সাধনা আশ্ৰম। তাৰ বাবে লাগে বাট দেখুৱাওঁতা অসমীয়া "ভাটখণ্ডে"।

চিত্ৰ, চিত্ৰাৰ্দ্ধ আৰু আলেখ্যৰও বহু নিদৰ্শন দেখা যায়। কামৰূপ অনুসন্ধান সমিতিৰ মিউজিয়াম দেখিলে গৌৰৱত বুকু ফুলি উঠে। কিন্তু মোৰ মতে সেই সংগ্ৰহ আৰু অনুসন্ধান এতিয়াও কেচুৱা অৱস্থাতেই আছে। তাৰ অনুসন্ধান দেখিলে মনে হয় যে এইবিলাক লৰা ধেমালিহে হৈছে। ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ অনুসন্ধান বিজ্ঞান মতে হোৱা নাই যেন লাগে। কেৱল পুৰণি বস্তুৰে নতুন সংস্কৰণ যেন বোধ হয়। ডঃ বাণীকান্ত কাকতিৰ খিচিৰখন বাৰপাছি ভুলৰে ভৰা যেন লাগে। কাকতিদেৱৰ অনুসন্ধান যদিও বিজ্ঞানসম্মত, তথাপি বেছিভাগেই তেওঁৰ পুথিগত বিশ্লেষণ, তেওঁৰ নিজস্ব অভিজ্ঞতা বিশেষ নাই। বোধকৰোঁ এই অনভিজ্ঞতাৰ দোষতে বহু ভুল দেখা যায়। তথাপি ডঃ কাকতিদেৱৰ প্ৰচেষ্টা আৰু সাধনা অসমীয়াৰ আদৰ্শস্থলি আৰু শলাগীবলগীয়া। যি কি নহওক কামৰূপ অনুসন্ধান সমিতিৰ ঘৰটোৰ বাহিৰেও গোটেই অসমখনেই এটা বিৰাট মিউজিয়ম। প্ৰাচীন স্থায়ী শিল্পৰ যে কিমান আৱশ্যক তাৰ প্ৰমাণ পাওঁ, নগা, মিকিৰ, খাচী আদিৰ শ্মশানত মানুহ মৰিলে তাৰ স্মৃতিৰ স্তম্ভ যে দিব লাগে, এই প্ৰথা আজিও এইকেইটা জাতিৰ মাজত দেখা যায়। আদিম যুগত অসমত এই প্ৰথা অষ্ট্ৰিক, ইণ্ডো-

নিৰ্মাণ, মঙ্গোলীয় জাতিৰ মাজত বিশেষ ভাবে আছিল। শেহত সেই শিল বিলাক কাটি চিত্ৰিত কৰা হ'ল, তাৰে বহু চিত্ৰাৰ্দ্ধ "Terracotta" আজিও পাৰ্ব্বত্য অঞ্চলবিলাকত দেখা যায়। শেহত ডিমাপুৰত মঙ্গোলীয় জাতিসকলে এই স্তম্ভ বিলাক উন্নত ধৰণত সাজিলে। শেহত বৌদ্ধ-যুগ আহিল, অজন্তা, ইলোৰা, শাঞ্চী আদিত চিত্ৰকলা বাঢ়িল। তাৰ ঢউ অসমলৈও আহিল, আজিও অসমত চিত্ৰ-চিত্ৰাৰ্দ্ধৰ বহু নিদৰ্শন সিচৰতি হৈ পৰি আছে। মহাপুৰুষীয়া যুগৰ পৰা শিলৰ মাটিৰ আমি আলেখ্যৰ নিদৰ্শন পাওঁ। আজিও কামৰূপ অনুসন্ধান সমিতিত আৰু অসমীয়াৰ বহুতৰ ঘৰতে নানান ৰহণেৰে আঁকা ছবিৰে পৰিপূৰ্ণ সাঁচিপতীয়া পুথি পাওঁ। সেই ছবিৰ নিদৰ্শন অসমীয়া কৃষ্টিৰ এটা বহুমূলীয় পৰিচয়। তদুপৰি শঙ্কৰদেৱে পতা চিহ্নযাত্ৰা ভাৱনাৰ কাৰণে আঁকা ছকুৰি হাত দীঘল, তিনিকুৰি হাত বহল সাত-বৈকুণ্ঠৰ লীলাৰ ছবিৰে ভৰা বৃন্দাবনী কাপোৰ খন অসমীয়াৰ অঙ্কন-পদ্ধতিৰ এটা মহামূল্য সম্পত্তি। এই সম্পত্তি হেনো এতিয়াও কুচবিহাৰত আছে। কিন্তু এই অধীনে কুচবিহাৰত বিচাৰোতে সেই নিদৰ্শনৰ কোনো আভাসকে নাপালে। যি কি নহওক আলেখ্য-চিত্ৰ আৰু চিত্ৰাৰ্দ্ধ কলাত এসময়ত অসমীয়াই কেতিয়াও পিছপৰা নাছিল, বৰং যথেষ্ট উৎকৰ্ষ সাধন হৈছিল।

তাৰ পিছত বয়ন শিল্পৰে কৃষ্টিৰ বিষয়ে আলোচনা কৰা যাওক। অসম এখন বিচিত্ৰ প্ৰদেশ। ইয়াত আজিও বিবিধ জাতিৰ মানুহে বাস কৰে। সেই কাৰণে নৃতত্ত্ব আৰু ভাষাতত্ত্বৰ বিদ্যাৰ্থীসকলৰ ই এখন বিদ্যা-নিকেতন। ইয়াত উলঙ্গ নগাও থাকে। অৰ্দ্ধনগ্ন নগা, মিকিৰ, লুচাই, আবৰ, মিচিমি আঁকা, দফলা, গাৰো, কোচ, ৰাভা আদিও বসতি কৰে। এজাত গাৰোৱে কাপোৰ নুবুয়, গছৰ বাকলি পিন্ধে, গাত লয়। সেই গছৰ বাকলি বা ছালৰ উম যথেষ্ট আছে, তাক গাত ললে জাৰ গুচে। অৰ্দ্ধনগ্ন জাতিৰ বাকী কিছুমানে কঁকালত টঙালি মাৰি গাঁত থানি এবিধ কাপোৰ বয়। তাৰ সূতা কপাহ, পশুৰ নোম, গছৰ আঁহ এইবিলাকৰে তৈয়াৰ কৰি লয়। ক্ৰমবিকাশৰ ফলত কপাহ খেতি কৰি সেই কপাহ বুটলি আনি নেওঠনিত নেওঠি, ধেনুৰে ধুনি, পাজী তুলি, যতৰত সূতা কাটি, চোতালত কুৰ মৰা খুটা আদি পুতি বাতি কাটি, ব'ম তুলি, তাঁত মেলি কাপোৰ উলিওৱা অসমীয়া কৃষ্টিৰ এটা ডাঙৰ পৰিচয়। কপাহী মেখেলা, ৰীহা, আঘোৰাণ, চুৰিয়া, গামোছা, টঙালি, চাদৰ, চেলেং, বৰকাপোৰ আদি, বড়ো সকলৰ দখনা মেখেলা আদি, ডিমাছা

সকলৰ ৰিগু, ৰিজাংফাই, ৰিখাওছা আদি চালে অসমীয়াৰ সভ্য সাজ যে কিমান ওখ ধৰণৰ তাক বুজিব পাৰি। তাৰ লগে লগে ছোলা, চুটীয়া ছোলা, এঙাছোলা, হাতীগুৰীয়া, ৰবপাগ, মথুৰাপাগ, ইত্যাদি সাজ-সৰঞ্জাম দেখিলে কোন অসমীয়াৰ নো প্ৰাণত গহীনভাৱ নাহে! সেই প্ৰাচীন খিংখাপ, গোমচেং, চাতোন আদি উৎকৃষ্ট কাপোৰ বুৰলৈ আজি মিলৰ কাপোৰ পাই অসমীয়া কাজী শিপিনিয়ে পাহৰি পেলালে। এতিয়া জানে কেৱল, এৰী, মুগা, পাটৰ আৰু কপাহী কাপোৰ বুৰলৈ। মুগা অসমীয়াৰ শ্ৰেষ্ঠ অবদান। চোমনীৰ পৰা মুগা আনি ভাওৰিত সূতা কাটি কাপোৰ বুই এনে সোণালী কাপোৰ উলিয়াবলৈ কোনে পাৰে? আজি এই পৃথিৱীত সামান্য অসমীয়া মানুহেও সোণৰ বস্ত্ৰ, সোণৰ সাজ, সোণৰ ছোলা পিন্ধি গৌৰৱ কৰিব পাৰে।

প্ৰস্তৰ যুগৰ পাছত যেতিয়া আদিম অসমীয়াই টিডিৰী ঘঁহি অগ্নি পালে; —নৱ প্ৰস্তৰ যুগৰ শেহত যেতিয়া তাপ নিয়ন্ত্ৰণ বুজিলে, শেহত কৃষি আৰু কুমাৰৰ মাটিৰ শিল্পৰ বাহিৰেও ধাতুৰ আবিষ্কাৰ কৰিলে, সেই ধাতু-যুগতে তাম, কঁহৰ পিছত তিকৰাল শ্ৰেণীৰ জন্ম হ'ল। বড়ো-খছাৰীৰ এই তিকৰাল শ্ৰেণীয়ে লো উলিয়াবলৈ শিকিলে, তাৰ পিছত ঠেঙাল বা কপোৰাল শ্ৰেণী এটা ওলাল। এই শ্ৰেণীয়ে মাটিৰ বুকুৰ পৰা ৰূপ উলিয়াবলৈ জানিলে। অৱশেহত সেই বড়ো খছাৰীৰে এটা শ্ৰেণী ওলাল যাৰ নাম হল সোণোৱাল আৰু যাৰ কাম হ'ল অসমৰ নৈ বিলাকৰ বুকুৰ পৰা সোণ উলিওৱা। সেই কাৰণে অসমত বৈজ্ঞানিক প্ৰথা মতে তাম, কঁহ, লোহা, ৰূপ আৰু সোণৰ অভাব অতীজৰ পৰাই নাছিল। আদি যুগৰে পৰা অসমীয়াই তামৰ ফলি পাইছে, কঁহৰ মূৰ্তি বাচন আদি গঢ়িছে, লোৰ অস্ত্ৰশস্ত্ৰ তৈয়াৰ কৰিছে, ৰূপৰ সজুলি সাজিছে, আৰু সোণৰ অলঙ্কাৰ সাজি পিন্ধিছে। সেই কাৰণে আজিও অসমীয়াৰ ঘৰত বিচাৰিলে তামৰ সজুলি পাওঁ, কঁহৰ বাচন বৰ্ত্তন, মূৰ্ত্তি, তাল, ৰৰকঁহ, ভোৰতাল, শৰাই দেখোঁ, ৰূপৰ সৰঞ্জাম লাৰি পিটিকি চাওঁ, লোৰ দা, কুঠাৰ, কোৰ, জাঠিজোং, কঁাৰ, কাৰকাই, ধনু লৈ যুদ্ধা অস্ত্ৰ-শস্ত্ৰ মামৰ ধৰি চুকত পৰি থকা দেখোঁ। আৰু আয়তী-গাভৰু সকলে কেৰু, সোণৰ লংকেৰু, নেজাপতা থুৰীয়া, বাখৰুৱা থুৰীয়া, লুকাপাৰ, সোণা কাণত, গামখাৰু, মুঠিখাৰু, খুচৰীয়াখাৰু, হাতত গৈজেৰা, গলপতা, সাতসৰি, জোনবিৰি, মাছুলিমণি, ঢুগ্‌ঢুগী, ঢৰীয়ামণি, খিলিখা মণি, ডিভিত, চিৰিপতা আঙঠি, বাখৰুৱা আঙঠি হাতত পিন্ধা দেখি বং পাওঁ। ৰূপসজ্জাৰ এনে অলঙ্কাৰ শিল্পও অসমীয়া কৃষ্টিৰ আৰু অসমীয়া সভ্যতাৰ

কেনে ভাবে চিনাকী দিয়ে, ৰাইজেই ভাবি চাব। আজিও ৰংপুৰীয়া শিৱদেউলৰ সোণোৱালৰ কীৰিতি সোণৰ কলচীয়ে শ্ৰেষ্ঠ ধাতু সোণৰ বিজয় গৌৰব ঘোষণা কৰিয়েই আছে।

তাৰ পিছত স্থাপত্য কলাৰ বিষয়ে আলোচনা কৰা যাওক। আদি প্ৰস্তৰ যুগৰ উলঙ্গ বৰ্ব্বৰ মানুহে যেতিয়া পৰ্ব্বতৰ গিৰি গহ্বৰত বাস কৰিছিল, সেই যুগৰে পাছত, নব্য-প্ৰস্তৰ যুগৰ প্ৰাৰম্ভতে আদিম অসমীয়াই ও গছৰপাত, ডাল ভাঙি কোনোমতে ছালি বান্ধি আছিল। কিন্তু ধাতুযুগৰ প্ৰাৰম্ভৰ লগে লগে যেতিয়া ধাতুৰ অস্ত্ৰেৰে অসমীয়াই কাটিবলৈ শিকিলে, তেতিয়া হাবিৰ পৰা বাঁহ, খেৰ, বেত কাটি আনি কোৰেৰে মাটি চাঁচি ঘৰ বান্ধিবলৈ ধৰিলে। সেই খেৰ, বাঁহ, বেতৰ ঘৰৰ নিৰ্ম্মাণ প্ৰণালীৰ ক্ৰমবিকাশৰ ফলত আজি গাৱেঁ ভুয়ে অসমীয়াৰ ঘৰ বহু উন্নত ধৰণৰ দেখোঁ। আজি অসমীয়া কৃষ্টিৰ সহায় লৈ অসমীয়া ঠাঁচৰ এই কেইটি ঘৰ দেখো,—মাৰল-ঘৰ, বৰঘৰ, চৰা-ঘৰ, বাট-চৰা, চেৰাশলীয়া-ঘৰ, বোহ্ ঘৰ, ভঁৰাল-ঘৰ, ছোঁ-ঘৰ, ঢেকী-শালী, গোহালী-ঘৰ, নাম-ঘৰ, ভাঁজঘৰ ইত্যাদি। এই ঘৰবিলাক সাজিবলৈ মুখৰ-খুটা, কুমৰ-খুটা, পানীপচা-খুটা, বৰ চটি, ফুল-চটি, ফোকাম-চটিৰ পৰা মাৰলি থিয় কৰিবলৈ দমৰা বা মুৰীয়া, কৰা, মাৰলি, কৰাৰ মাজে মাজে জেঠীগলি, মুধচ্ কাৰ,দবা, বেৰৰ চুকৰ পোলা—কোৰা, কামোড়া, হলাবোৰা বেৰ, গোধা বেৰ ঘুৰ্, ঘুৰী, খবুৰা,—দাংদিয়া চকাদিয়া শলখা দিয়া দুৱাৰ; জালিকটা খিৰকী জোলোঙা আৰু যে কত কি লাগে; ভঁড়াল ঘৰ সাজিবলৈ গ-ধৈ চাং, জোংগড়, বৰঘৰৰ ভিতৰত পানীচাং, খোৱাচাং, এইবিলাক ঘৰসাজি আৰু বেৰ বান্ধি বাৰীৰ কেউপিনে চকোৰা টাটিৰে আৱৰি থকা, আগকালে বাটৰ পিনে পদুলিমুখ, নঙলামুখ, বাট-চৰা। এইবিলাক দেখিলেই বুজিব পাৰি অসমীয়াৰ ঘৰ, অসমীয়াৰ দুৱাৰ, অসমীয়াৰ বাৰী। তাতে আকৌ তামোল, পান, বাঁহৰ চুপা, কলনি, আৰু বিধে বিধে গছ, নাদ, খাল, ইত্যাদি। এইয়া হ'ল পজা ঘৰৰ ক্ৰমবিকাশ। এই ক্ৰমবিকাশৰ পৰিণত হল কীৰ্ত্তন, নামঘৰ ভাজঘৰ। কিন্তু ঘৰ সজাৰ আৰু এটা শিল্প ওলাল যাক বোলে স্থাপত্য শিল্প। এই শিল্পৰ সহায়েৰে বৰ বৰ কাৰেং, বৰ বৰ মন্দিৰ সজা হৈছিল। ডিমাপুৰৰ ভগ্নাৱশেষ, শদীয়াৰ ভীষ্মক-নগৰ বা পৃথিমীনগৰ, তেজপুৰৰ বামনী-পাহাৰৰ ধ্বংসাৱশেষ, শিলৰ ইটাৰ মন্দিৰ দেউল, কামাখ্যা, শুক্লেশ্বৰ, উমানন্দ, মহাভৈৰৱ, তাম্ৰেশ্বৰী, শিৱ-দেউল, জয়দৌল, শিলৰ সাকো ইত্যাদি। কোচ, খছাৰী,

আহোম ৰজাৰ দিনৰ মন্দিৰ, দেউল, তলাতল ঘৰ, কাৰেংঘৰ, ৰংঘৰ, ইত্যাদিয়ে দেখুৱায়, অসমীয়াই স্থাপত্য কৃষ্টিতো কেতিয়াও পিছ পৰা নাছিল।

ৰন্ধন-শিল্পতো অসমীয়া নাৰীৰ দান সামান্য নহয়। এই ৰন্ধনৰ ঘাই আলম হৈছে তেল। অসমীয়া তিৰোতাই তেল পেৰে। প্ৰথমে সৰিয়হ গৰম কৰি বেতেৰীত ভৰাই সেই বেতৰী বহলা বঠাৰ ওপৰত ওভটাই বহুৱাই তাৰ ওপৰেদি এটা খোৰোঙত লাং-পাত সোমাই আন মূৰে আয়তীসকলৰ দেহা ভৰ দি তেলপেৰা হয়। সেই তেলেৰে শাক-পাচলী বন্ধা হয়, মাছ-মঙহ ভজা হয়, বিধে বিধে পিঠা পনা কৰা হয়। তাৰ ওপৰি কাহুদি আছে খাৰলি আছে, কলপুৰি তাৰ ছাই তিয়াই ছাকি পোৱা খাৰ আছে। মুঠতে জুটি সোৱাদ লগাই বিবিধ আঞ্জা, শাক, তৰকাৰীৰে আহাৰ খাবলৈ অসমীয়াই পায়। ই অসমীয়াৰ স্বকীয়া নিজস্ব বস্তু। অসমীয়া আহাৰৰ লগত ভাৰতীয় আহাৰৰ বিশেষ সামঞ্জস্য নাই, ভাৰতৰ কোনো জাতিয়ে খৰিচা, কাহুদি, খাৰলি নাই, অসমীয়াৰ আছে। এই ৰন্ধন বিদ্যাতো অসমীয়া তিৰোতাই পিছ হুহকা নাছিল।

ৰূপ-সজ্জাতো অসমীয়া তিৰোতাই কম পাকৈত নাছিল। অসমীয়া গাভৰুৱে হাঁহিলে হীৰাপাতিয়া, ডালিমগুটিয়া, মুকুতাপতীয়া দাঁতৰ পাৰি জিলিকি উঠে। তাতে আকৌ ওঠ-আধৰ, লালেং, টেপৰ বা দেৱা গছৰ ছালৰ ছালিৰে তামোল খাই সেলেঙী লগাই ৰঙা পিকৰ বোল বুলায়, ৰাংঢালী, পিকৃঢালী সৰবৰহী, তেজীৰঙ্গা মুখত কেতেকীফুলৰ সুগন্ধি ৰেণুগুৰি সানে, খকালি-নকীয়া নাকৰ ওপৰত দুটা ধনুভিৰীয়া চেলাউৰীৰ মাজত সোণপোক বা সেন্দুৰৰ ফোঁট পিন্ধে, ঔবগলী গালৰ চকলা বা মিৰি চাঙৰ সোণৰ শোলেং বা সুমথিৰা টেঙাৰ নিচিনা গাল দুখন ৰহনাই উঠে, গুৱলা, বাবৰীয়া, ঢেকীয়া পতীয়া লিহিৰি লিহিৰি গোন্ধতেল ঘঁহা চুলিৰে গুঠা নেঘেৰী, ঘিলা, কল্ডিলীয়া খোপাত কপৌফুল আদি ফুলে গুৱাই ধৰে, মৃণালভূজীয়া, হাতীশুডীয়া হাতত চিৰীখাৰু, পতীয়াখাৰু, মুঠিখাৰু, গোটাখাৰু, খুচৰীয়া খাৰুই শোভা পায়, হাঁহিনীৰ দৰে অথবা শামুকৰ দৰে ডিঙিত গলপতা, জোনবিৰি, মাদুলীমণি, গেজেৰা, চৰীয়া, দুগ্ দুগী, খিলিখামণি, সাতসৰি গুৱাই ধৰে, 'লৰ নিচিনা নাইবা শকুনীৰ নিচিনা কাণৰ লেটুত সোণ, ৰেক, কৰীয়া, থুৰীয়া, লংকেক, লুকা-পাৰ ওলমি জিলিকি থাকে ; পাজীসেৰিয়া, চম্পাকলীয়া আঙলিত চিৰিপতা বা বাগৰুৱা আঙঠিয়ে বিজুলীৰ দৰে ছাট মাৰে ; খামুচীয়া এমুঠি কঁকালৰ পৰা খাৰুগাঠিলৈকে খিংখাপ, গোমচেং, কপাহী, মুগা, পাটৰ মেখলাই লিপিটখাই

ধৰে চাতোনৰ কেচ্ দিয়া ৰীহা, কপাহীয়েই হওক কিংবা পাটৰেই হওক কিংবা মুগাৰেই হওক, গাত আটিধৰে, নাৰিকেল বা ইন্দ্ৰধনু-যঁতৰৰ নিচিনা বুকুৰ ওপৰেদি মৰা মেঠনীয়ে মেটমেটাই থাকে।—মুঠতে অসমীয়া তিৰোতাই ভিতৰ চৰাত গাভৰু মেলত বহি—প্ৰধান শিল্পৰ বিষয়েও যথেষ্ট আলোচনা কৰিছিল।

কামৰূপ কামাখ্যাত গলে মানুহ ভেৰা হয়, এনে অপবাদ অসমৰ বাহিৰে যথেষ্ট আছে। কাৰণ কামৰূপ কামাখ্যা হৈছে তন্ত্ৰমন্ত্ৰৰ দেশ। ইয়াত আদিম পন্থাৰ জন-সংখ্যাৰ প্ৰাধান্য বেছি আধুনিক বিজ্ঞান যুগত অসমৰ মানুহে সমানে তাল দিব নোৱাৰাৰ কাৰণে প্ৰাচীন তন্ত্ৰমন্ত্ৰৰ ওপৰত বিশ্বাস হেৰুৱাব পৰা নাই। গতিকে ইয়াৰ মানুহে কিবা এটা অসুখ হলে বেজ ওজাক মাতে। বেজ-ওজাই মন্ত্ৰ গাই বিহলঙনীৰে কোবায়, খেৰ-কুটাৰে পানী আৰু চাউল জাৰে, বাণ মাৰে, তাবিজ দিয়ে ইত্যাদি। এইয়া হলে মন্ত্ৰ-বিজ্ঞানৰ কথা। তদুপৰি আসুৰী ঔষধৰ বিষয়ে অসমীয়া বেজ উন্নত। হাবিৰ পৰা গছ-লতা, বন, শিপা আনি তাক কাটি বা বান্ধি বা পিহি খুৱাই, লগাই ভৰণ দি অসমীয়া ওজাই ৰোগীক আৰোগ্য কৰে। তদুপৰি এসময়ত অস্ত্ৰ-চিকিৎসাও অসমত আছিল। শিঙা দিয়া, অস্ত্ৰোপচাৰ কৰা অস্ত্ৰও এসময়ত অসমত আছিল। কিন্তু ইংৰাজ শাসনৰ আমলত সেইবিলাক অধুনা লুপ্ত। গতিকে চিকিৎসা বিদ্যাতো অসমীয়াই যথেষ্ট ব্যুৎপত্তি ৰাখিছিল। অসমীয়া বেজৰ অসমীয়া মন্ত্ৰ-সাহিত্য অসমীয়া সাহিত্যত এটা ডাঙৰ অৱদান।

গতিকে অসমীয়া কৃষ্টিৰ বিষয়ে অসম কেতিয়াও পিছ পৰা নাছিল। সেই কাৰণে পুৰাণে কয়, প্ৰথমে জ্যোতিঃ সৃষ্টি ইয়াতে হৈছিল, সেই কাৰণে কামৰূপক প্ৰাগজ্যোতিষপুৰ বুলিছিল। ইয়াত হেনো আজু ককা ব্ৰহ্মাই থিয়াই বিশ্ব ব্ৰহ্মাণ্ড সৃষ্টি কৰি দক্ষ আদি সৃজন কৰিছিল। তাৰ পিছত সন্ধ্যা নামে এজনী সৰৱৰহী দিপ্-লিপ্ তিৰোতা তেৰাৰ মানসকলৰ পৰা ওলাল। তাৰ পিছত কামদেৱৰ সৃষ্টি হল। ব্ৰহ্মাদেৱৰ বৰ অনুযায়ী কামদেৱে কৰ্ম্ম শক্তি পালে তাৰ পঞ্চশৰৰ আলম লৈ। তাৰ পৰীক্ষা হল সৃষ্টিকৰ্ত্তা ব্ৰহ্মাৰ ওপৰতে। সেই পঞ্চশৰৰ গুণত সন্ধ্যাক দেখি ব্ৰহ্মা নিজেই কাম বলীয়া হ'ল। সন্ধ্যাও তেনে ভাৱত ঘামিবলৈ ধৰিলে। সেই ঘামৰ পৰা চৌষষ্টি কলাৰ জন্ম হ'ল। গতিকে এই অসমতে চৌষষ্টি কলাৰ উৎপত্তি।

পুৰাণ মতে শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰি এই কামৰূপৰ পৰা নিয়া

যোলহেজাৰ গোপিনীৰ পৰাই হেনো যোল হেজাৰ ৰাগিনীৰ জন্ম। গতিকে ভাৰতীয় সঙ্গীতৰ যোলহেজাৰ ৰাগিনী প্ৰাচীন অসমৰে অৱদান নহয় নে ?

ভাৰতীয় নাট্য-শাস্ত্ৰৰ মতে ব্ৰহ্মাৰ আদেশ অনুযায়ী ভৰতমুনি শিৱৰ ওচৰলৈ গৈ ত্ৰিপুৰাদাহ নাট্যসংযোগ কৰি দেখুৱালে। তাত শিৱই সন্তুষ্ট নহল। নানা মুদ্ৰা, কৰণ, অঙ্গহাৰ সংযুক্ত নৃত্য সেই নাট্যত যুক্ত কৰিবলৈ শিৱই তণ্ডুমুনিক দেখুৱাবলৈ আদেশ দিলে। তণ্ডুৱে দেখুৱালে। সেই মুদ্ৰা, কৰণ, অঙ্গহাৰ সংযুক্ত নৃত্যযুক্ত নাট্যশাস্ত্ৰ প্ৰণয়ন কৰি ভৰত মুনিয়ে পৃথিবীত প্ৰবৰ্ত্তন কৰিলে। তণ্ডু মুনিৰ পৰা নৃত্যক তাণ্ডৱও বোলে। কিন্তু কালিকাপুৰাণৰ মতে গোটেই প্ৰাচীন কামৰূপ আছিল আদি শিৱ মহাদেৱৰে লীলাভূমি। আৰু নাটক-শৈল আছিল হৰ ভোলানাথৰ আৱাস—গতিকে ভাৰত-নাট্য শাস্ত্ৰৰ আদিম প্ৰেৰণা হ'ল এই শিৱ-ভূমি কামৰূপেই। এইয়া হ'ল পুৰাণৰ কথা।

এই নগাওঁতে শিখ তেগবাহাদুৰৰ শিষ্য শিখ সকলৰ কৃষ্টি, সভ্যতা অসমীয়াৰ মাজত সোমাল। কাৰণ তেওঁলোক তেগবাহাদুৰৰ লগত আহিছিল। কিন্তু তাৰ আগেয়ে শিখ সম্প্ৰদায়ৰ বালা গুৰুজীৰ "জনম সাখী" ( অৰ্থাৎ "জনম সাখী ভাই বালাকী"ৰ ) গ্ৰন্থত প'ঢ়ি পাওঁ যে গুৰু নানকৰ অনুচৰ মৰ্দ্দানক কামাখ্যাৰ এজনী নাৰীয়ে ত্ৰিভিত এদাল সূতা বান্ধি ভেড়া কৰি থৈছিল। দ্বিতীয় অনুচৰ বালাৰ মুখত এনে বাতৰি শুনি বাবা নানকে নিজেই আহি অনেক চেষ্টা কৰি সেই সঙ্গী অনুচৰক উদ্ধাৰ কৰিছিল। পাছতো মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ কেপ্তেইন বেলচ্ৰ সৈন্যবাহিনীৰ লগত আৰু মানৰ আক্ৰমণ প্ৰতিহত কৰিবলৈ লাল পল্টনৰ সেনাসকলৰ লগত শিখসকলে আহি এই অসমত থাকি অসমীয়া হৈ যায়।

মুছলমান সংস্কৃতিও অসমীয়াক গঢ় দিলে অজ্ঞানে অজ্ঞাতে। আউলীয়া ফকীৰে হজত গৈ মক্কাৰ পৰা মাটি আনি হাজোত থাপিলে। সেই ঠাই আজিও মুছলমানৰ পবিত্ৰ পাকিস্তান পোৱামক্কা। তদুপৰি অসমত সহজীয়া সুফি দলে মুছলমানৰ ধৰ্ম্মৰ লগে লগে কৃষ্টিও প্ৰচাৰ কৰিলে। বৌদ্ধ ধৰ্মৰ বিকৃতিৰ ফলতো অসমীয়া মুছলমান হ'ল। আজান ফকিৰৰ আৰু চৈয়দ ফকিৰৰ গীত, নাম, পদ অসমীয়াৰ প্ৰাণতো স্পন্দন জগালে। পুৰণিগুদামৰ আদি নগাঁওৰ মুছলমান সকলে এক ধৰ্মৰ বাহিৰে বিয়াই সবাহে, সভায় সমাজে অসমৰ অসমীয়াৰ বুকুৰ মাজত হিয়াৰ অভ্যন্তৰত ঠাই পালে। থামৃতি-ফাকিয়ালৰ

মাজত শনুবৌদ্ধ-কৃষ্টি চলিল ; বিহাৰ, উৰিষ্যা, মাদ্ৰাজ, ছোটনাগপুৰৰ বনুৱা, হজুৱা, হালুৱা সকলে ইয়াত অসমত বসতি কৰিলে। অসমী আইৰ বুকুৰ অমৃত পিয়ুষধাৰা পি জীৱিকা নিৰ্বাহ কৰিলে।

নগাঁওৰ লামডিং অঞ্চলত যিবিলাক ডিমাছা খছাৰী থাকে তেওঁলোকে ডিফু অঞ্চলক ডিজুৱা বোলে ডিজুৱাৰ মহন্তীয়া সকলে আগৰে পৰা অসমত নাগাচাওৰ পৰা নিমখ আনি বিলাইছিল। লামডিং অঞ্চলত ৰালগং বোলে এই অঞ্চলৰ ৰালগং সকলে কপাহ খেতি কৰি কপাহ যোগাইছিল আৰু পচিম অঞ্চলক ডেমৰা বুলিছিল। এই ডেমৰাসকলে হোজাই বা বেজ হৈ হাবি, পৰ্ব্বত, পাহাৰৰ পৰা অসমীয়াক আমুৰা ঔষধ দান কৰিছিল।

এই নগাওঁত বৃটিছ আমোলৰ প্ৰাৰম্ভত গুণভিৰাম বৰুৱাই, বঙলা ভাষা আমোলা ভাষা হিচাবে চলাওঁতে, তাৰ বিপক্ষে অসমীয়া ভাষা প্ৰচলন কৰিবলৈ যুজিছিল আৰু বহুতো প্ৰবন্ধ পুথি অসমীয়াত লিখিছিল।

এনে এটা বিৰাট জাতিৰ কৃষ্টি, সংস্কৃতি, সভ্যতাৰ দান নগঞাৰ সামান্য নহয়, যথেষ্ট। কিন্তু এই কৃষ্টি, সংস্কৃতি আৰু সভ্যতা ধনী অসমীয়াৰ হাতত নাই, চফল নগৰীয়া প্ৰাণত নাই, আছে দুখীয়া হজুৱা হালুৱা, বনুৱা অসমীয়া গাৱঁলীয়া হিয়াৰ অন্তঃস্থলত। সেই অন্তৰ ভেদি আজিও বৈ আছে সেই মন্দাকিনীৰ কুলু কুলু গতি। সেই গতিৰ মাজতে অসমীয়া জাতিৰ ছন্দ, অসমীয়া কৃষ্টিৰ স্পন্দন ছন্দিত স্পন্দিত হৈ আছে।

এই কুড়ি শতিকাত সাম্ৰাজ্যবাদীৰ যি যুমুহা বলিছে। ধনতান্ত্ৰিকতাৰ বিজয় বৈজয়ন্তী ধ্বজা উৰিছে, সেই ধনতান্ত্ৰিকতা আৰু সাম্ৰাজ্যবাদৰ হেচাত অসমীয়া গাৱঁলীয়া দুখীয়া, হজুৱা, হালুৱা বনুৱা বাঁচি থাকিব নে? যদি অসমীয়াৰ এই দুখীয়া শ্ৰেণী মৰে, তেন্তে অসমীয়া জাতিও মৰিব, লগে লগে লয় পাব অসমীয়া কৃষ্টি, অসমীয়া সংস্কৃতি, অসমীয়া সভ্যতা. এই কৃষ্টি, এই সংস্কৃতি, এই সভ্যতা বচাবলৈ লাগিব। এই নিস্পেষিত, নিৰ্য্যাতিত, নিপীড়িত দুখীয়া অসমীয়াক বচাব হলে, বচাব লাগিব বিপ্লৱৰ মাজেদি সেই ধনীসকলৰ বিপক্ষে যুজি, যি ধনীৰ কোনো জাতি নাই, সমাজ নাই, ধৰ্ম্ম নাই,—যিটো জাতি বৃটিছ সাম্ৰাজ্যবাদৰ বৰ খুটা, যতে সিহঁতৰ লাভ ততেই সিহঁত। সিহঁতে গাঁৱলীয়া অসমীয়াৰ তেজ শুহিছে, পটাশিলত পিহিছে, পিণ্ডত দিছে, বিচাৰ কৰিছে, বক্তৃতা দিছে, ৰাইজৰ ব্যক্তিগত স্বাধীনতা হৰণ কৰিছে। সিহঁতেই হৈছে চোৰাবাজাৰী মুনাফা খোৰ, ধন ঘটিবলৈ সিহঁতেই লগ হৈছে বাৰ বিদেশী,

শোষণকাৰী বগা বজাল ইংৰাজৰ। সিহঁতৰ বক্তৃতা লিখন সাহিত্য সকলো ভূৱা। সকলো মিছা। কলিৰ পাছত সত্য যুগ আহিব বুলি শাস্ত্ৰই কয়। সেই সত্যযুগ আহিছে। সেই সত্য বুজিব লাগিব, জানিব লাগিব, আয়ত্ত কৰিব লাগিব। সেই সত্য হৈছে মুক্তি, হেজাৰ হেজাৰ বছৰৰ বন্দীশালত বন্দী হৈ থকা দলৰ মুক্তি, হালুৱাৰ মুক্তি, হজুৱাৰ মুক্তি, বনুৱাৰ মুক্তি। সেই সত্য হৈছে মানুহেই সত্য। সেই সত্যৰ মাজত শ্ৰেণীভেদ নাই, আছে সাম্য।*

*অসম ছাত্ৰ-কংগ্ৰেছৰ (আগৰ প্ৰাদেশিক ছাত্ৰ-ফেডাৰেচন) শাখা নগাওঁ জিলা ছাত্ৰ-ফেডাৰেচনৰ ৰহাত বহা প্ৰথম বাৰ্ষিক অধিবেশনৰ কৃষ্টি শাখা-সভাৰ সভাপতিৰ অভিভাষণ ৰূপে ইয়াক পাঠ কৰা হৈছিল।

# বজ্জানৰ বিলুপ্তি কাহিনী

জন জাতীয় ঐক্য মহাশক্তিৰ 'অজেয় স্বৰূপটো বুৰঞ্জীৰ বহুতো উদাহৰণেৰে প্ৰমাণ কৰিব পাৰি। এই খিনিতে কৌটিল্যৰ বহু পূৰ্ব্বৰ বুৰঞ্জী প্ৰখ্যাত এটা কাহিনীৰ উল্লেখ কৰা বাহুল্য। জৈন সাহিত্যত এই কাহিনীটো "The last battle with large stone" আখ্যা দিয়া হৈছে। (বৌদ্ধ বিশ্বাস মতে এই কাহিনী বুদ্ধদেৱৰ জীৱন কালৰ।)

সেই সময়ত জাতি সমূহ লগ লাগি এটা জাতি সংঘ গঠন কৰিছিল। এই জাতি সংঘ বজ্জান নামেৰে জনাজাত। পালি সাহিত্যত উল্লেখ আছে বজ্জান জাতি সংঘৰ গুৰি আছিল লিচ্ছভি বংশ। মগধৰ ৰজা অজাত শত্ৰুৱে এই বজ্জান সংঘ আক্ৰমণ কৰিবলৈ সঙ্কল্প কৰিলে, মহাপৰি নিৰ্ব্বাণ সূত্ৰত এই আক্ৰমণৰ বৰ্ণনা এনেদৰে আছে—

সেই সময়ত শ্ৰেষ্ঠ আসনাধীস্থ জন (বুদ্ধ) "Vulture Peak" নামৰ পাহাৰৰ ওপৰত ৰাজগৃহত বাস কৰিছিল। মগধৰ বিদেহ বংশী ৰজা অজাত শত্ৰুৱে বজ্জান সকলক আক্ৰমণ কৰিবলৈ স্থিৰ কৰি ভাবিলে—"যদিও বজ্জান সকল মহাপৰাক্ৰমী মই সিহঁতক আক্ৰমণ কৰিমেই, পুলি-পুঁখাৰে সৈতে এই বজ্জান সকলক মই ধ্বংসৰ গহ্বৰত কবৰ দিমেই।" দৃঢ় সঙ্কল্প মনত লৈ তেওঁ মগধৰ প্ৰধান মন্ত্ৰী ব্ৰাহ্মণ বৰ্ষাকৰৰ লগত পৰামৰ্শ কৰিলে। বৰ্ষাকৰক ৰজাই বুদ্ধদেৱৰ ওচৰলৈ গৈ বজ্জান ধ্বংসৰ উপায় সুধিবলৈ অনুৰোধ কৰিলে। তেওঁ ক'লে—"হে মহান ব্ৰাহ্মণ, আপুনি সেই শ্ৰেষ্ঠ আসনাধিস্থ বুদ্ধৰ ওচৰলৈ গৈ তেওঁক মোৰ অভিলাষ জনাই কব,—মগধৰ মহামান্য ৰজা অজাত শত্ৰুৱে বজ্জান জাতিসমূহ নিৰ্ম্মূল কৰিবলৈ সঙ্কল্প কৰিছে। সিহঁত যিমানেই শক্তিশালী নহওঁক; যি কোনো উপায়ে সিহঁতক ধ্বংস কৰিবই লাগিব। এই বিষয়ে শ্ৰেষ্ঠ আসনাধিস্থ বুদ্ধই যি যি ভবিষ্যত বাণী কৰে—সেই সকলোবোৰ ভালদৰে মনত ৰাখি আখৰে আখৰে মোৰ আগত পুনৰোচ্চাৰণ কৰিব লাগিব। কাৰণ বুদ্ধই কোনো অধ্যায় বা অসৎ পৰামৰ্শ নিদিয়ে।"

বৰ্ষাকৰে ৰজাৰ আদেশ মানি বুদ্ধৰ ওচৰলৈ যাবৰ কাৰণে ৰথ সজ্জা কৰিবলৈ দিলে। তেওঁ এখন ৰথত উঠি সদল বলে ৰাজগৃহ অভিমুখে যাত্ৰা কৰিলে।

বিমান দূৰ পাৰি ৰথেৰে, তাৰ পাছত ঘোঁৰাৰ পিঠিত আৰু বাকী ডোখৰ বাট খোজ কাঢ়ি তেওঁ বুদ্ধৰ উদ্দেশ্যে শৃঙ্গ বগাই যাব ধৰিলে।

অৱশেষত বহুতো কষ্টেৰে ৰাজগৃহ পাই পাৰস্পৰিক স্বাগতম বিনিময় কৰিলে। বুদ্ধক সসন্মানে প্ৰণাম জনাই ৰাজপ্ৰদত্ত উপহাৰ নিবেদন কৰিলে আৰু বুদ্ধৰ সাম্যমূৰ্ত্তিৰ নামনিত বহি পৰিল। তেতিয়া সাহেকৈ তেওঁ ৰজা অজাতশত্ৰুৰ অভিলাষৰ কথা বুদ্ধদেৱৰ ওচৰত নিবেদন কৰিলে।

আনন্দই মানৱ শ্ৰেষ্ঠ বুদ্ধদেৱৰ পিচফালে থিয় হৈ বিচি আছিল। আনন্দক উদ্দেশ্য কৰি বুদ্ধই মাত লগালে—"আনন্দ তুমি জানানে যে সেই বজ্জান জাতিসমূহ প্ৰায়ে আৰু সঘনে তেওঁলোকৰ গোষ্ঠিৰ ৰাজহুৱা সভা পাতে?" উত্তৰত আনন্দই কলে—"হয় প্ৰভু, মই তেনেই শুনিছো।"

"জানা আনন্দ", সৌভাগ্যশীল বুদ্ধই ক'ই গ'ল—"যেতিয়ালৈকে বজ্জান সকল তেওঁলোকৰ মাজত পাৰস্পৰিক বুজাপৰাৰ মাজেদি ৰাজহুৱা সভাপাতি এক হৈ থাকে, তেতিয়ালৈকে তেওঁলোকে উন্নতিৰ জখলাত আগবাঢ়ি গৈ থাকিব; কোনো শক্তিয়ে তেওঁলোকক ধ্বংস কৰিব নোৱাৰে।"

বজ্জান সকলৰ উন্নতিৰ কাৰণেহে যেন চিন্তা কৰিছে এনেদৰে তেওঁ কৈয়েই গ'ল—"আৰু আনন্দ, যেতিয়ালৈকে বজ্জান সকলে ঐক্যভাৱে সংঘবদ্ধ হৈ থাকে আৰু সংঘবদ্ধ ভাবেই হাতত লোৱা কাম কৰি যায়—যেতিয়ালৈকে নতুন একো অসৎ কাম নকৰে,—যেতিয়ালৈকে তেওঁলোকৰ অৱস্থিত কোনো জাতীয় অনুষ্ঠান বিলুপ নহয়—তেওঁলোকে তেওঁলোকৰ বয়োজেষ্ঠ সকলৰ বহুমূলীয়া উপদেশ আৰু নীতি নিয়মবোৰ কৰ্ত্তব্য নিষ্ঠাৰে পালন কৰে, তেওঁলোকৰ কুলবধূ আৰু দুহিতাসকলক যথাবিধি সন্মান দেখুৱায় তেতিয়ালৈকে বজ্জান সকলৰ অৱনতি অসম্ভৱ। যেতিয়ালৈকে বজ্জান সকলৰ পুৰুষানুক্ৰমে চলি অহা গ্ৰাম্য আৰু নাগৰিক জীৱনৰ সামাজিক আৰু ধৰ্ম্মসম্বন্ধীয় আনুষ্ঠানিক পূজা পাতালবোৰ সন্মানপূৰ্ব্বক মূল্যাঙ্কন কৰে আৰু এই ঐতিহ্যপূৰ্ণ মঙ্গলাচৰণবোৰৰ কোনো অপব্যৱহাৰ যেতিয়ালৈকে নকৰে; আৰু 'Arahantas' সকলৰ দূৰ দেশৰ পৰা তেওঁলোকৰ মাজলৈ সহজ আৰু অবাধ আগমন আৰু তাত তেওঁলোকৰ কাৰণে যথোচিত সা-সুবিধা আৰু ৰক্ষণা-বেক্ষণ দি সুখেৰে বাস কৰিবলৈ দিব পাৰে। তেতিয়ালৈকে বজ্জান সকলে কোনো বাধা বা অমঙ্গল নোহোৱাকৈ উন্নতিৰ পথত আগবাঢ়ি—যাব পাৰিব—ই ধ্ৰুব সত্যই।"

কথাটো যথেষ্ট পৰিমাণে মন কৰিবলগীয়া। ইয়াৰ পৰা বুজা গ'ল যে

কৌটিল্যাই জাতি সংঘৰ আৱশ্যকতা আৰু উপকাৰিতাৰ বিষয়ে নতুন একো কোৱা নাই ; বুদ্ধদেৱে কৌটিল্যৰ বহু পূৰ্ব্বেই কৈ গৈছে যে জাতি সংঘবোৰ প্ৰত্যক্ষ সামৰিক শক্তিৰ দ্বাৰা জয় কৰিব নোৱাৰি। তেওঁলোকৰ এই অজেয় শক্তি লুকাই আছিল ঐক্য আৰু পাৰস্পৰিক সদ্ভাৱৰ ওপৰত। সেয়েহে কৌটিল্যাই কোনো জাতি সংঘৰ বিৰুদ্ধে সামৰিক আক্ৰমণ অনুমোদন নকৰিছিল।

বৌদ্ধ সাহিত্যত উল্লেখ আছে—বুদ্ধদেৱৰ মুখত বজ্জান সকলৰ ঐক্যৰ অপৰাজেয় শক্তিৰ কথা জানি বৰ্ষাকৰে আচৰিত হৈ ভাবিছিল—"তেতিয়া হলে, বজ্জান সকলৰ মাজত কল্যাণৰ অমোঘ অস্ত্ৰ ঐক্য থকালৈকে তেওঁলোকৰ ধ্বংসৰ কথা ভাবিব নোৱাৰি।" তেওঁ গৌতমক কৈছিল—"তেন্তে গৌতম, বজ্জান সকল যেতিয়া ঐক্যৰ বলেৰে অজেয় গতিকে তেওঁলোকক কূটনীতিৰ সহায়েৰে বেলেগ বেলেগ নকৰালৈকে মগধৰ ৰজাই যুদ্ধক্ষেত্ৰত পৰাজয় কৰিব নোৱাৰে।" গৌতমৰ পৰা বিদায়লৈ ব্ৰাহ্মণ মন্ত্ৰী প্ৰত্যাগমন কৰিলে।

কাহিনীটো ইমানতে শেষ হোৱা নাই। বুদ্ধঘোষে তেওঁৰ "সুমঙ্গল বিলাসিনী" নামৰ গ্ৰন্থত কৈছে—অজাতশত্ৰুৱে বুদ্ধৰ পৰামৰ্শ মতে বজ্জান জাতি সংঘক সোনকালে আক্ৰমণ নকৰাকে স্থিৰ কৰিলে। তেওঁ নিজৰ শক্তিৰ ওপৰত দৃঢ় বিশ্বাস কৰিব নোৱাৰি বজ্জান সকলক বুদ্ধৰ পৰিবৰ্ত্তে ছলেৰে পৰাজয় কৰিবলৈ মনস্থ কৰি কূটনীতি বিশাৰদ ব্ৰাহ্মণে বৰ্ষাকৰক আশ্ৰয় প্ৰাৰ্থী বেশেৰে বজ্জান সকলৰ ৰাজ্যলৈ পঠাই দিলে, যাতে তেওঁ লিচ্ছবি সকলৰ মাজত মতানৈক্যৰ সৃষ্টি কৰি তেওঁলোকৰ ঐক্য দুৰ্ব্বল কৰি দিব পাৰে। সুদীৰ্ঘ তিনি বছৰৰ চেষ্টাৰ পাছত বৰ্ষাকাৰে বজ্জান সকলৰ মাজৰ পৰা ঐক্য ভঙ্গ কৰিবলৈ সমৰ্থ হ'ল আৰু অজাতশত্ৰুৱে সহজতে গঙ্গা পাৰহৈ বজ্জান ৰাজধানী বৈশালী অধিকাৰ কৰিলে।

অৱশ্যে বুদ্ধঘোষৰ এই বৰ্ষাকৰৰ বজ্জান সকলৰ ৰাজ্যলৈ যাত্ৰাৰ কাহিনীটো কিমান দূৰ সত্য ই প্ৰশ্নৰ বিষয়। তেওঁ বহু পাছৰ লিখক। হলেও বাশমে কোৱা কথাষাৰ মানি লৈয়েই ইয়াৰ সত্যতাত বিশ্বাস কৰিবলৈ মন যায়। বাশমে কৈছে যে বুদ্ধঘোষ বহু পৰবৰ্ত্তী লিখক হলেও তেওঁ মগধৰ বাসিন্দা। গতিকে তেওঁ মগধৰ প্ৰাচীন বুৰঞ্জীৰ বিষয়ে বিশ্বাসযোগ্য নথি পত্ৰ নাইবা পৰম্পৰা সংক্ৰান্তৰ কাহিনী জনাটো বিশ্বাস যোগ্য।

কথাটো সঁচা। সেয়ে মহাপৰি নিৰ্ব্বাণত দিয়া বৰ্ণনাত সত্যতা থকা যেন

লাগে। আৰু সেই কাৰণেই সেই সময়ত প্ৰত্যক্ষ যুদ্ধ এৰি কৌটিল্যৰ কূটনীতি অবলম্বন কৰা কথা ভাবিবলৈ যুক্তি আছে। আনহাতে বুদ্ধঘোষৰ বৰ্ণনাত কল্পনাৰ ৰং আছে। কাৰণ বুদ্ধদেৱে ৰজা অজাত শত্ৰুক কূটনীতিৰ আশ্ৰয় লবলৈ পৰামৰ্শ দিয়াটো সঁচা নহয়।

বজ্জান সকলৰ প্ৰতি থকা তেওঁৰ সহানুভূতিয়ে তেওঁ অজাতশত্ৰুক বজ্জান সকলৰ বিৰুদ্ধে পৰামৰ্শ দিয়া কথাটো সুস্পষ্ট। দ্বিতীয়তে, অন্য গ্ৰন্থত পোৱা প্ৰমাণবোৰে ইয়াকে ইংগিত কৰে যে লিচ্ছৱি সকলৰ পৰাজয় পৰ্যাবেক্ষক সকলে বৰ্ণনা কৰাৰ দৰে সহজ নাছিল।

"নীৰায়বলিকা" নামৰ জৈন গ্ৰন্থখনত অজাত শত্ৰুৰ লিচ্ছৱি সকলৰ বিৰুদ্ধে যুদ্ধৰ কথা বৰ্ণনা কৰা আছে। তাত আছে—লিচ্ছৱি প্ৰধান চেদেঙাই অজাত শত্ৰুৰ দলৰ "কাল" নামৰ ৰাজকুমাৰক বধ কৰি তেওঁৰ সেনাপতিত্বত যুদ্ধ কৰা এটা দল নাশ কৰে। যুদ্ধখনৰ পৰিণতিৰ বিষয়ে "নীৰায়বলিকা"ৰ গ্ৰন্থকাৰ নিমাত। কিন্তু অন্যখন জৈন পুথি "ভগবতী সূত্ৰ"ত এই যুদ্ধৰ বৰ্ণনা আছে। ভগৱতী সূত্ৰৰ মতে অজাত শত্ৰুৱে লিচ্ছৱি সকলৰ বিৰুদ্ধে দুখন যুদ্ধ কৰিব লগা হৈছিল।—প্ৰথম খন "মহাশিলাকান্তি" আৰু দ্বিতীয়খন "ৰহমূষলী"। প্ৰথম খনত ৰজাই তেওঁৰ সৈন্যদলৰ শোচনীয় অৱস্থাৰ খবৰ পাই যুদ্ধ ক্ষেত্ৰলৈ যায়। তেওঁৰ দহজন ভায়েক ইতিমধ্যে চেদেঙাৰ বানত ইহলীলা সামৰিছে। চেদেঙাৰ জয় অনিবাৰ্য্য; এনেতে এটা ঘটনা ঘটিল। যুদ্ধৰ একাদশ দিনা দেৱৰাজ ইন্দ্ৰই অজাত শত্ৰুক এটা প্ৰকাণ্ড যুদ্ধ যন্ত্ৰ দিলে আৰু এই যন্ত্ৰৰ সহায়েৰে প্ৰকাণ্ড প্ৰকাণ্ড শিল বৰ্ষণ কৰি অজাত শত্ৰুৱে লিচ্ছৱি সকলক বধ কৰিব ধৰিলে। এনেদৰে 'মহাশিলা কান্তি' যুদ্ধৰ অন্ত পৰিল। জৈন সাহিত্যত বৰ্ণনা কৰা অন্যখন যুদ্ধ "ৰহমূষলী"ৰ শেষ পৰিণতিত কোনো দৈৱশক্তি হস্তক্ষেপৰ দ্বাৰা নিৰ্দ্ধাৰিত হোৱা বুলি কোৱা যায়। অজাত শত্ৰুৱে ইন্দ্ৰৰ পৰা 'কেমেৰা' নামৰ এক বিশেষ ধৰণৰ যুদ্ধৰ ৰথ লাভ কৰিছিল। ৰথখন প্ৰকাণ্ড ত্ৰিশূলেৰে সজ্জিত আছিল। এই ৰথৰ সহায়ত তেওঁ লিচ্ছৱি সকলক নিপাত কৰিছিল।

জীনদাসৰ "আৱশ্যক কাৰ্নি" নামৰ পুথিখনত কোৱা আছে যে—লিচ্ছৱি সকলৰ পৰাজয়ৰ আচল কাৰণ কেৱল দৈৱশক্তি নাছিল; ইয়াৰ আচল কাৰণ হ'ল কূলবলয় নামৰ যোগী এজনৰ বিশ্বাসঘাটকতা। বাস্তৱবাদী চকুত ইয়ে সঁচা যেন অনুমান হয়।

কুনিয়াৰ (অজাতশত্ৰু) দ্বাৰা নিয়োজিত এজনী বেশ্যাৰ দ্বাৰা যোগীক ধৰ্ষিত

কৰাই তেওঁৰ প্ৰতিজ্ঞা ভঙ্গ কৰাই নগৰখনক বিশ্বাসঘাটকতা কৰিবলৈ উচট্‌াই দিছিল। এই কাৰ্য্যত আঘাট পাই চেদেঙাই পানীত পৰি আত্মহত্যা কৰে আৰু লিচ্ছৱি সকল নেপাললৈ পলাই যায়।

এই খিনিতে বালমে কোৱা এটা কথা উল্লেখ যোগ্য। বজ্জান সকলক (বজ্জান জাতি সংঘক) নিৰ্মূল কৰিবৰ কাৰণে অজাত শত্ৰুৱে কৰা সংকল্প আৰু চেষ্টা স্বত্বেও বজ্জান সকলৰ পৰাজয় চূড়ান্ত নাছিল। নেপালত লিচ্ছৱি সকলৰ বাস আৰু প্ৰথম চন্দ্ৰগুপ্তৰ লিচ্ছৱি কন্যা কুমাৰী দেৱীৰ লগত বিবাহে প্ৰমাণ কৰে যে—অজাতশত্ৰুৰ লগত হোৱা যুদ্ধৰ আঠশ বছৰ পিচলৈকে লিচ্ছৱি বংশৰ ৰাজত্ব চলি আছে।

এয়ে আছিল জনজাতি সকলৰ শক্তি শৌৰ্য্যৰ প্ৰমাণ, বুদ্ধদেৱৰ দিনতে এনে চক্ৰান্ত আৰু ষড়যন্ত্ৰেৰে বজ্জীয়ানৰ শক্তি ভাঙি পেলোৱা হৈছিল আৰু এই বজ্জীয়ান সকলেই আছিল কিৰাট বংশৰ—উত্তৰ বিহাৰ, পূব নেপাল, উত্তৰ বঙ্গৰ বড়ো সকল বড্ডীয়ান—'বড্ডন্' সকল।

চাণক্যৰ কৌটিল্য শাস্ত্ৰ জন্ম হোৱাৰ লগে লগে জনজাতীয় মহাশক্তি কুটিল চক্ৰান্তৰে চুৰমাৰ কৰিবলৈ নানা ষড়যন্ত্ৰ আৰ্য্যসকলৰ দ্বাৰা চলোৱা হৈছিল। কিৰাত বংশৰ যিয়ে ৰজা হয়—অভিষেকৰ পাছত আৰ্য্য ব্ৰাহ্মণ সকলে তেওঁক ব্ৰাত্য ক্ষত্ৰিয়ত দীক্ষিত কৰি বড়ো জনসাধাৰণৰ পৰা পৃথক কৰিছিল। নৰকৰ পৰা ৰজাসকলক আৰ্য্যীকৰণেৰ বেলেগ কৰি অভিষিক্ত কৰা হৈছিল। কৌটিল্য শাস্ত্ৰ জন্ম হোৱাৰ পাছত ৰজাক আৰ্য্যীকৰণ, ব্ৰাত্যক্ষত্ৰিয় আদি কৰাৰ নিয়ম প্ৰচলিত হয় আৰু এই নীতি শক্তিবান হবলৈ বাধ্য হয়।*

*ৰাও আৰৌ ৰাদাৰ

VIEWS AND NEWS

বড়ো সাহিত্য সভা।

Bodo Sahitya Sabha.

গাগামি বীছাৰ বড়ো থুনলাই আফাৎ (জাথুমনায়)

ৰাঙাগড়া : ওদালগুৰি : দৰং

# কৈনো থাকো মানে ওৰকে নপৰে

'আলিয়াই লিগাং' সেইদিনা, গোটেই গাওঁখতে উৎসৱ মুখৰ হৈ উখল-মাখল লাগে পুঁৱতি নিশাৰ পৰা।

'আলি' মানে আলুৰ শিপা, 'য়াই' মানে গুটি বা ফল, 'লিগাং' মানে সিঁচা—পোতা আৰম্ভ কৰা। 'আলিয়াই লিগাং' মানে আলু পুটি গুটি সিঁচি খেতি আৰম্ভ কৰা। সেই দিনাৰে পৰা খেতি আৰম্ভ।

মিচিং সকলৰ এই 'আলিয়াই লিগাং' এটা ডাঙৰ উৎসৱ। সকলোৰে ৰং উলাহেৰে এই উছৱ পাতে।

'চিংগি'-শিমলুৰ, 'অপ্ন্ন', ফুল এই 'গিনৃখৰ পালো' ফাগুন মাহত ফুলে। আপ্ন্ন ফুলে 'আলাং' ৰস জন্মে। এই মাহতে শালিকাবোৰে 'গিলাং' জমি থকা, 'আলাং' ৰস গুহি গুহি ৰং—উলাহত কিৰিলি পাৰি পুঁৱতি নিশাৰ আগ জাননী দিয়ে।

সেইদিনা বুধবাৰ লিগাং—সেইদিনাই আলিয়াই লিগাং লখিমী বাৰ। এই মঙ্গলবাৰে উকবল হৈ যায়। সেইদিনাই এচাম ডেকা গাভৰুৱে সা-সজুলি লৈ বিলত মাছ মাৰি ভাৰে ভাৰে মাছলৈ ঘৰলৈ আহে, এচামে তৰা খৰি 'কামৰ আক্কাম' কৌপাত আৰু লগতে 'পিৰ' বগা ফুলৰ থোপা থকা কঁহুৱা বন কেইডালমান গোটেই ঘৰলৈ লৈ আহে।

'আলিয়াই লিগাঙৰ কাৰণে ইমান যতন! যতন নো নকৰিব কিয়? এই 'আলিয়াই লিগাং'ৰ ওপৰতে গোটেই পৰিয়ালৰ গোটেই বছৰটো নিৰ্ভৰ কৰিছে।

কৃষিজীৱি মিচিংসৱৰ কৃষিৰ ওপৰতে নিৰ্ভৰশীল। কৃষি নহ'লে জীৱনটো চলিব কেনেকৈ? খেতি কৰিও যদি ফচল নাপায়, তেন্তে দুৰ্ভিক্ষ ৰাক্ষসৰ কৰাল গ্ৰাহত পৰিব লাগিব সকলোৱে। দুৰ্ভিক্ষই মিচিং সকলৰ জীৱনী শকতি মষিমূৰ কৰিব, মহামাৰীয়ে মৰণৰ জাললৈ আহি খেও পেলাব। তিলতিলকৈ মিচিং মৃত্যুৰ মুখত পৰি ধ্বংস হব। সেয়েহে পৰিয়ালে প্ৰতি এই আলিয়াই লিগাং লৈ ইমান ধাউতিৰে, ভকতিৰে শুদ্ধ মনেৰে এই উছৱ পাতে।

কেৱল সেই গাৱঁতেই নহয়; অসমৰ প্ৰতি মিচিং গাঁৱৰে প্ৰত্যেক

পৰিয়ালেই এই উছৱ পাতে। আৰু এই উছৱৰ কাৰণে প্ৰত্যেক মিচিঙৰ হিয়া ইমান আকলুৱা, ইমান হেপাহৰে পূৰ্ণ।

সেয়েহে সেই গাঁৱৰ প্ৰতি ঘৰে ঘৰে, পৰিয়ালে পৰিয়ালে এই 'আলিয়াই লিগাঙ'ৰ ৰং চৰে। সেয়েহে মিচিং ডেকা সকলে কেইদিনমান আগৰে পৰা সাজু হৈ থাকে এই উছৱত ৰং ধেমালি কৰিবলৈ।

সেয়েহে দুম্-দুম্ ঢোল 'পেমপা' পেপা, চিফং বাঁহী আদি যুগুত কৰি থয়। সেয়েহে 'মিমবিৰ' গাভৰু সকলেও চকুত ফুঁটমাৰি যোৱা চমক লগোৱা ধুনীয়া ধুনীয়া শুৱনী শুৱনী ৰং-বেৰঙৰ ফুলাম 'বিৰয়েগ' মেখেলা, বিধে বিধে নানা তৰহৰ নানান ৰঙৰ ফুল বছা 'বিবিগাছেং', চাদৰ আপৰ পৰা উলিয়াই যতনেৰে নিজৰ নিজৰ 'ছ পণ ডাং'ত ভাজ কৰি থয়। চালত গুজি থোৱা মৰম চেনেহৰ 'গুং গাং' গগণা উলিয়াই তেল দি যতনাই ৰাখে।

ইমান হেঁপাহ, ইমান ধাউতি ইমান হাবিলাষ সিহঁতৰ! বৰ ককায়েক আৰু মাজু ককায়েক এবাৰ ঘৰৰ ভিতৰৰ পৰা কাপোৰ কানি লৈ চাঙৰ পৰা নামি ঘাটৰ পিনে ওলাই যায়। ৰন্ধা কাম-বন শেষ কৰি বৌয়েকে জুহাল চাফ চিকুন কৰি মাজি পুচি নিকা কৰে।

সক দৈ চিলা, বৰদৈ চিলা
বহাগী বিহুৰে বাতৰি দিবা।

এই গীততে বৰদৈ চিলাৰ চিনাকী বিৰিঙি উঠে। কোননো সেইজনী বৰদৈ চিলা? পুৰণি কাহিনী মতে জটায়ুৰ জীয়ৰী গৰুড়ৰ বোৱাৰী বৰদৈ চিলাই হেনো দলচেপ হেন্দোলদোপ খলকনি লগাই শিলে বৰষুণে মাকৰ ঘৰলৈ বিহু খাবলৈ আকলুৱা হৈ হেঁপাহেৰে অসমী আইৰ কাৰেঙলৈ আহে। ইমান হেপাহ, ইমান ধাউতি মাকৰ ঘৰত বিহু খাবলৈ। যেতিয়া শিমলু গছৰ ডালে ঠাৰিয়ে ৰঙা ৰঙা ফুল ফুলি ৰঙচুৱা হৈ জিলিকি উঠে, সেই ৰঙা ফুলবোৰ চুহি চুহি শালিকাবোৰে কিৰিলি পাৰি উঠে—সেই সময়ত অসমী আইৰ বুকুত ফাগুনী মলয়াই বুকু ভগা, হিয়া চিগা হুমুনিয়াহেৰে ধুমুহা তুলি আইৰ মন আবেগ বিহ্বল কৰে: মোৰ ছোৱালীজনী শাহু শহুৰেকৰ ঘৰৰ পৰা মাক বাপেকৰ ঘৰলৈ বিহু খাবলৈ আহিব…জীয়েকলৈ ইমান মৰম! ইমান চেনেহ!

ডিব্ৰুগড় মহকুমাৰ ডাঙৰী ষ্টেচনৰ পৰা আঠ মাইলমান পূবে থকা বৰ পথাৰ গাৱঁত আজিও সোণোৱাল কছাৰী সকলে সমূহীয়া ভাৱে 'বাইট' পূজা

আটোমটোকাৰীকৈ পাতোতে বুঢ়াসকলৰ কোনোবাই হাতত ম'ৰা পাখি চালি ধৰি নাচে।

কোনোবা চামৰ বাঁহীৰ সুৰে সুৰে, কোনোবা চামৰ খুটি তালৰ তালে তালে উথল-মাথল কদম দম লগাই গোটেই গাওঁখন বজনজনাই জাউৰিয়ে জাউৰিয়ে হেজাৰ বিজাৰ সেৱক, দৰ্শক সকলৰ সম্মুখত, ভকতি ভৰা চকুৰ আগত সোণোৱাল ডেকা গাভৰুৱে সেই পুৰণি কলিয়া 'ৰূপ আৰু চুপে' —এই দুই গৰাকী ধুনীয়া ৰাজকুমাৰীৰ বিয়াৰ উপলক্ষে হাইদঙ্ গীত সুৰে সুৰে, বাঁহীৰ ছেৱে ছেৱে, তালৰ তালে তালে বিবিধ ভঙ্গীমাৰে ৰং উলাহেৰে নাচোনত-কাচোনত আপোন পাহৰা হৈ যায়। সন্ধিয়াৰ পিচত চোতালত বোকা পানী খেলাৰ পিচত গাভৰু সকলে পানী বোকাৰে গাঁত লিপিট খাই থকা ৰিহা মেখেলাৰে ঘাই ঘৰৰ ভিতৰ সোমাই দুৱাৰত ডাং দিয়ে। ডেকা সকলে দুৱাৰ খুলিবলৈ কত ৰকমেৰে চেষ্টা কৰে, ভিতৰত থকা দগ্‌দগীয়া গাভৰু হতৰ শকতিৰ ওচৰত হাৰ মানি দুৱাৰ খুলিব নোৱাৰি চোতাললৈ আহি বোকা পানী গচকি গচকি পানী ফেনেকি বিহুনাম জুৰি ঢোলৰ ছেৱে ছেৱে, তালৰ তালে তালে, ৰঙ উলাহত নাচি বাগি গাভৰু হতৰু মিনতি জনাই—সেই নাচোনত যোগ দিবলৈ। শেষত মৰম চেনেহে পিৰিতিৰে দুৱাৰ খুলি বাজলৈ ওলাই সেই নাচোনত যোগ দিয়ে—সুৰীয়া মাতেৰে বিহুনাম জুৰি। এইদৰে এঘণ্টি দুঘণ্টি উকলি যোৱাৰ পিচত সিহঁতে কাতৰ মিনতিৰে বৰদৈ চিলাক মাতে, গোটেই গাওঁৰ পূজা থলি চতুৰা পুৰে বজন জনাই ওঠে গগন বিদাৰি। সোণোৱাল কছাৰী সকলৰ বিশ্বাস : এই কাতৰ মিনতি শুনাৰ পিচতে, হিল্লোল কোবাই বৰদৈচিলা আহে হেনো। মই এই বৰ পথাৰত সোণোৱাল কছাৰী সকলে পতা 'বাইঠ' পূজা দুবাৰো চাবলৈ যাওঁতে সেই দুবাৰো ধুমুহা বৰষুণ হোৱা দেখিছো—এনে ডেকা গাভৰুৰ কাতৰ মিনতি আহ্বানৰ পিচত।

বড়ো সকলে বাৰ্‌দৈচিখলা নামে গোসাঁনী এগৰাকীক (বীৰ হনুমানৰ জীয়েক) পূজা কৰিছিল, 'বাৰ' মানে বতাহ বা ধুমুহা, 'দৈ মানে পানী বা বৰষুণ' 'চিখলা' মানে গাভৰু বা গোঁসানী বা অপেস্বৰী। চমুকৈ কবলৈ হলে 'বাৰ্ দৈচিখলা' মানে ধুমুহা বৰষুণৰ গোঁসানী। ইয়াকে পিচলৈ ধুমুহা বা 'বাৰছথা' বুলি কয়। বড়ো সকলৰ মতে 'ছথা' মানে গছ-গছনি ভাঙি চুড়মাৰ কৰা আলি-পতুলি সমান কৰি চাফ কৰা। এই বাৰ্ দৈচিখলাৰ পৰাই বৰদৈচিকলা ...বৰদৈচিহিলা...বৰদৈচিলা হৈছে বুলি অনুমান কৰা যায়। শেষত অসমলৈ

আৰ্য্যসকল অহাৰ পিছত এই ৰৰদৈচিলাকে জটায়ুৰ জীয়ৰী আৰু গৰুড়ৰ বোৱাৰী বুলি কাহিনী এটা ৰচনা কৰে। সচাকৈ

সৰুদৈচিলা, ৰৰদৈচিলা,
বহাগী বিহুৰে বাতৰি দিলা।

ৰৰদৈচিলাই অসমী আইৰ বুকুত জুৰ পাৱলৈ হিল্লোল কোৱাই আহিলেই বহাগী বিহুলৈ আৰু বেচি দিন নাই বুলি প্ৰত্যেক অসমীয়াই অনুমান কৰে। আৰু দেহে কেহে এই ৰঙালী বিহুৰ বাবে বিবিধ ধৰণেৰে, নানান তৰহেৰে যত্ন লবলৈ মন মেলে। ডেকা জুমে হাবিলৈ গৈ তামোলৰ লগত চানিৰে ওঁঠ দুটা ৰঙা কৰিলৈ আৰু গাভৰু সকলক পিক্ ঢালী আৰু ৰাংঢালী কৰি সজাবলৈ দেৱা, লাল আৰু টেপৰ ছাল কাটি ঘৰলৈ আনি যতনাই থয়। কোনোবা এজুমৰ ডেকাই হাবিৰ পৰা কিছুমানৰ মতে সাত বিধ তিতা, কিছুমানৰ মতে এশ এক বিধ তিতা যোগাৰ কৰি থয়, বিহুলৈ আৰু বেছিদিন নাই—গাভৰু, জীয়াৰী বোৱাৰী হতে ডাৱৰীত মুগা বা পাট সূতা কাতি চেৰেকীত পকাই নেচাই নোচাই ভৰাই থয়। কোনোবা এচামে নেওঠনীত কপাহ নেওচা, যতঁৰত সূতা কাটি উঘাঁই পকাই থয়। এসময়ত এই গাভৰু জীয়াৰী বোৱাৰী সকলে চোতালত খুটা দুফাল পুতি শাৰীয়ে শাৰীয়ে উঘাৰ পাক ঘূৰণী তুলি উলাহেৰে তাঁত বাতি কাঢ়ি, টোলোঠাত সূতা পকাই, ৰাছত সূতা ভৰাই, 'ব তুলি তাঁতৰ শাল গুৱনী কৰি তোলে, নিগনি খাটিৰ লগত থকা গৰকা গচকি, জাকি তুলি মাকো ইপাৰ সিপাৰ কৰি, দোৰপতিৰ বুকুত থকা বাঁছৰ টাৰ মাৰি বান মাৰিৰে টোলোঠা পকাই ফুলাম সপোন ৰচি বিহুৰ কাৰণে গামোছা, ৰিহা, মেখলা, চাদৰ, চেলেং, খনিয়া বৈ বিহুলৈ হেপাহেৰে বৈ থাকে। উৰুকাৰ আগদিনাখন ৰৰজাল লৈ হাবিলৈ গৈ ডেকা গাভৰু এজুমে বেৰালী, এজুমে চোঙালী আৰু দুই চাৰিজন শকত আৱত ডেকাই হাতত যাঠি জোং লৈ থিয়কৈ মেলা জালৰ কাষত বৈ থাকে। সমুখত ঢোল, তাল ভোৰ তাল লৈ শই শই ডেকা গাভৰুৰ জুমে বেৰালি হৈ হাই-উৰুমি কৰি থাকে। সাহীয়াল চোঙালী দুই তিনিজন ডেকাই হাতত চোকা মিত দা লৈ সেই হাবিৰ চোঙত মাজলৈ সোমাই যায়। চোঙত থকা পহুৰে চোঙালী এই দুই তিনিজনক দেখি চক খাই লৰ মাৰে বেৰালীৰ ফালে। ভোৰতালৰ শব্দ আৰু বেৰালী সকলৰ হাই উৰুমি শুনি ভয় খাই বেচিকৈ চক খাই উভতি লৰ মাৰে। লৰমাৰি আহোতে জালত ঠেকা খাই—ঠেকা খাওঁতেই চিকাৰী সকলে যাঠি বা জোঙেৰে খুচি মাৰে।

বড়ো সকলে চিকাৰক 'ফোলান' বুলি কয়। ইপিনে আকৌ উৰুকাৰ দিনা তিতা-কেঁহা খোৱাৰ নিয়ম। ক্ৰমেক্ৰমে গাভৰুহঁতে হাবিলৈ যায়—শাক পাত বুটলিবলৈ।

ৰং-উলাহত গীত-মাতে—নাচোনেৰে সেই পহুটোকে ভাৰ বান্ধি নিজৰ গাঁৱলৈ লৈ আনে। কিছুমান লচ পচি-খছমচি গাভৰুৱে ভদা বাহৰ চুঙা কিছুমান লৈ কেতেকীবনলৈ গৈ কেতেকী ফুল চিঙি তাৰ ৰেণু বাহৰ চুঙাত ভৰাই ঘৰলৈ আনি বেৰত গুজি থয়। কিছুমান গাভৰুৱে দাং মাৰিলৈ জেতুকা গছৰ তললৈ গৈ জেতুকা পাত চিঙি কোচে কোচে ভৰাই আনি যতনাই থয়।

এক্ৰম গাভৰুৱে বৰকেৰাহী আৰু কেই মোনামান সৰিয়হ, বেটেৰী, বহনা কাঠ,লাং পাত হাবিৰ কাষলৈ লৈ গৈ মাটিত বহনা কাঠ থৈ কাষতে জুহাল সাজি, কেৰাহীত কিছুমান সৰিয়হ তপতাই বেটেৰীত ভৰাই, বহনা কাঠৰ খোপে খোপে বেটেৰীটো বহুৱাই, গছৰ খোবোঙত লাংপাতৰ এচুক সুমুৱাই, বেটেৰীৰ ওপৰত বহওৱা লাং পাতৰ এচুকত তিনিজনী মান মেটমেটিয়া গাভৰুৱে বহি হেচা দিয়ে। বেহনা কাঠৰ লোৰেদি টুপি টুপি তেল ওলাই বেটেৰী উপচি পৰে। এইদৰে তেল যতনাই থয়। এক্ৰম গাভৰুৱে পিঠা গুৰি খুন্দি বিধে বিধে নানা তৰহৰ পিঠা বনায়। সেই উৰুকাৰ দিনা নিশা পতাত জেতুকা পিহি বাতি ভৰাই থয়। সকলো কাম বন শেষ হোৱাৰ পিছত গাভৰু জাকে হাতে, নখে, ভৰিয়ে জেতুকাৰ বোল বোলাবলৈ চাফ্ চিকুন ফটা কানিৰে পিহা জেতুকা বান্ধি থয়। এক্ৰমে এটা হাতী খুজীয়া বাতিত মাহ হালধী ঠিক ঠাক কৰি থয়। কাউৰীয়ে কা কা কৰাৰ আগেতেই পুৱা দোক্—মোকালিতে ঘৰৰ সকলোৱে সাৰ পাই উঠি নিজ নিজ কাম বনত লাগে। মাহ পিহাই মাহ পিহে, হালধী পিহাই হালধী পিহে। ডেকা চামে গোহালিৰ পৰা গৰু মহ উলিয়াই নিয়ে। মাহ হালধি নিয়াই পিহা মাহ হালধি নিয়ে। এইদৰে সকলোৱে বিল জুৰি বা নৈৰ পাৰলৈ গৈ ৰং ৰহইচ কৰে। গা ধোৱাই গা ধোৱে, নাম গোৱাই নাম গায়, গৰু মহ জাকক মাহ হালধিৰে নোৱাই গা-পা ধোৱাই পাৰলৈ আনি কণ কণ লৰা ছোৱালীহঁতে কাঠিৰ পৰা বেঙেনা লাও ডোখৰ বোৰ উলিয়াই গৰু মহ জাকৰ কালে দিলয়াই দি গায়।...

লাও খা বেঙেনা খা

বছৰে বছৰে বাঢ়ি যা

তাৰ পাছত হালধি ঘঁহি গাভৰু আকেও পানীত জপিয়াই সাতুৰি নাতুৰি ৰং ধেমালি কৰি পাৰলৈ ন- সাজ পিন্ধি ঘৰলৈ উভতি আহে।

ডেকা ক্ৰমে ঘৰৰ চুকৰ টোমৰ পৰা কণী উলিয়াই কণী যুঁজ লগাই, বুঢ়া মেথাই নাম ঘৰত নাম গাই সেৱাটি জনাই গণকৰ হতুৱাই বৰ্ষা ফল গণনা কৰাই আৰু নাহৰ পাতত বাকনি মন্ত্ৰ লিখাই ভকতিৰে ঘৰলৈ উলটি চালত সেই পাতখিলা খুচি থয়—যাতে ঘৰত বজ্ৰ নপৰে। গাভৰু চামে চুলিত গোন্ধ তেল লগাই কাকৈৰে ফনিয়াই নোদোন দোম খোপা বান্ধি মুখত কেতেকী বেণু ঘঁহি ৰূপহী হৈ পিঠা পনা খাই, তামোল চালি খাই পিকচালী বাংটালী হৈ সেলেঙি লগাই বিহু তলীলৈ ঢাপলি মেলে, ঢোপ খেলাই ঢোপ খেলে। গগনা বজাই, সুৰীয়া মাতেৰে বিহু নাম গাই হাত চাপৰিৰ তালে তালে, ছেৱে ছেৱে, সুৰে সুৰে নতুন সাজত নতুন কাচোনত ৰং ধেমালি কৰে। ডেকা চামেও আন এটা বিহু তলীলৈ গৈ ঢোল কোবাই, তাল বজাই, টকা টোৰোকাৰ ছেৱে ছেৱে নাচ-বাগ কৰে। আৰু যে কিমান……

মাদলৰ তালে তালে, চিফুঙৰ সুৰে সুৰে ডেকা গাভৰু জুমৰ তেজ দুগুণ চৰে। ভৰিৰ গোবোহাৰ শবদত আই ধৰণী সাৰ পাই উঠে। নাচে, গায় প্ৰকৃতিৰ ৰূপ চৰে; বৰদৈচিলাজনা পাগলী হৈ যাকৰ ঘৰলৈ ঢাপলি মেলে। ৰং-আনন্দত সকলো বিভোৰ হয়। কাৰণ ইয়াৰ পিচতেই খেতিত ছমাহলৈ আবদ্ধ থাকিব লাগিব। গোটেই বছৰটোৰ বাবে পৰিয়ালটোৱে নিৰ্ভৰ কৰে সেই খেতিৰ ওপৰতেই। টোপাটোপে মুৰৰ ঘাম মাটিত পেলাই, কপালৰ ঘাম ভৰিত পেলাই প্ৰাণ ভৰি হেপাঁহৰে বুকুৰ হাড় মাটি কৰি তেজ পানী কৰি খেতিত মনোনিবেশ কৰিব লাগে। সেয়েহে ইমান ৰং ইমান উৎসাহ উপচি উপচি পৰে।

নোদোকা নোদোকা হাঁহ-কুকুৰা-গাহৰী যতনাই থোৱা আছে গৰালত, হেপাঁহেৰে উলাহেৰে বাট চাই 'বৈ সাগু'ৰ দিনা অঙহী-বঙহী-মিতিৰইত আহিব, খুৱাই বুৱাই মৰম বিলাব ; চেনেহ বিলাব।

ৰূপে-ৰঙে-ৰহইচেৰে উহালি উঠে 'বৈসাগু' বিহুটি (বড়ালী বিহু)। ক্ৰমে ক্ৰমে গাভৰু—ডেকা, বুঢ়া—মেথাৰ দল, কিশোৰ কিশোৰীৰ দল ওলায় মাগিবলৈ মোনোহত আকৌ দুৰ-দুৰণি পায়গৈ। গিৰিহঁতেও দিয়ে বিধে বিধে, তৰহে তৰহে, কান্ধৰ মোনা উপচি পৰে। বুঢ়া জাকে লব কণী—কুকুৰা আদি, ডেকা-গাভৰু আদৰণীয়া আইইঁতে লয় টকাটো সিকাটো, চাউল আদিও

পায়। বিহু মাৰিবলৈ যাব নোৱাৰা সকলে জ্ঞাতি-গঞাৰে লগহৈ এঘৰত ভোজ ভাত খায় বং তামোচা কৰে।

এই দৰে অতি চেনেহৰে অতি মৰমেৰে বৈসাগী বিহুটিক বড়ো সমাজে আন্তৰিকতাৰে বিদায় দিয়ে।

এয়ে অসমীয়াৰ ৰঙালী বিহু—বহাগ বিহু। চুতীয়া সকলে এই বহাগক "বিচ" আৰু ডিমাচা সকলে "বিষু" (সৰহকৈ খোজা, দান ললেও হেপাহ নপলোৱা) আৰু বড়ো সকলে বিহু বোলে। বড়ো সকলৰ মতে 'বি' মানে মগা, 'হু' মানে দিয়া। গুৰুজনক ভকতি মাগিলে তেওঁলোকে আশীষ দিয়ে। মাক দেউতাকক শ্ৰদ্ধা যাচিলে তেওঁলোকে লৰা ছোৱালীলৈ চেনেহ দিয়ে। এই দৰে এই বিহুৰ দিনাই হিয়াৰ ভাবৰ আদান প্ৰদান হয়। এই দিনাই সূৰ্য্যই বিষুব ৰেখা পাৰ হৈ উত্তৰায়নলৈ ঢাপলি মেলে। জ্যোতিষৰ মতে এয়াই বিষুব ক্ৰান্তি। কামৰূপৰ কিছুমান ঠাইত দান দিওঁতে এযোৰ তামোল পান আৰু চাউল নতুন কাপোৰত ঢালি দিয়ে। মানুহ বিলাকে আজলি ভৰাই লয়। কিছুমান ঠাইত দোনতো দিয়ে। এই দৰে মগাক বড়ো সকলে 'হুনায়' বুলি কয়। তাৰ পৰাও 'বিহু' শব্দ হোৱা বুলি অনুমান কৰিব পাৰি। অসমৰ পশ্চিমীয়া বড়োসকলে ইয়াক 'বৈছাগা' (বৈছা মানে বছৰ, গা মানে জনম) বোলে। গতিকে এই দিনাই বছৰৰ জনম হয়। বৈছাগৰ পৰা অসমীয়াৰ 'বহাগ' নহৈ বৈশাগৰ পৰা 'বহাগ হোৱা বুলি অনুমান কৰো।

অসমীয়াৰ বিহু দুবিধ:—ৰৰবিহু আৰু বহুৱা বিহু, ভৈয়ামত যি বিহু সচৰাচৰ পতা হয়, সেয়ে ৰৰ বিহু। বহুৱা বিহু আজি কালি প্ৰায় লোপপাই আহিছে। এই বিহুত এচাম ডেকাই ঢোলৰ ছেৱে ছেৱে, তালৰ তালে তালে ছাগলৰ মুখা পিন্ধি নাচি-বাগি যায় আৰু পিচে পিচে এজুম ডেকাই ধনুকাঁড লৈ চিকাৰীৰ বেগেৰেও যায়।

এই বহুৱা বিহুক জেং বিহু বুলিও কয়। ৰৰ বিহু আৰু' দুবিধ—গৰু বিহু আৰু মানুহ বিহু। গৰু বিহুৰ দিনা আবেলি গোহালীৰ কাষত 'দীঘলতি 'দীঘল পাত, মাখি মাৰো জাত জাত' আদি নাম গাই চপাই অনা গৰু ম'হ জাকক কোবাই, তৰাপাত মেৰিওৱা ন-পঘাৰে বান্ধি, মাখিয়তী, অগৰা আৰু তুঁহগুডি জলাই জাগ দিয়া হয়। পিচদিনা ঘৰে ঘৰে পিঠা-পনা খাই ৰং-ৰহইচ কৰি, ঘৰে ঘৰে হুচৰিৰ দলো সৰল পবিত্ৰ মনেৰে হুচৰি-গীত গাই ফুৰে।

এই খিনিতে উল্লেখ কৰিব পাৰি যে 'হুচৰি' শব্দটো বড়ো সকলৰ পৰা অহা বুলি অনুমান হয়। কাৰণ ৰং-উলাহত গোৱা গানক বডো সকলে 'হুছুশ্ৰী ৰাসাৱনায়' বুলি কয়। গাব পাৰিলেও নোৱাৰিলেও গায়েই থাকে উলাহত হেঁপাহ যেন নপলাই। ডেকা গাভৰু হঁতে ন-ন দখ্‌না-জংমগ্ৰা আৰু গামুছা পছ্‌লা পিন্ধি উৰি ওলাই যায় নাচিবলৈ। বাটত কোনোবা সম্ভ্ৰান্তলোক বা মহিলা পালে বেঢ়ি লৈ নাচে। মানুহ জনে একো দিব নোৱাৰিলেও তেওঁৰ হাতত থকা কিবা এটি বস্তুকেই চিন হিচাপে দি যায়। পিচত তেওঁ পইচা পাতি দি মোকোলাই আনে। অসমীয়াৰ বাপতি সাহোন এই ৰঙালী বিহুৰ কাৰণে প্ৰতিজন অসমীয়াই হিয়া উদঙাই ৰং-উলাহ ঢালে। সেয়েহেঃ

"অতিকৈ চেনেহৰ মুগাৰে মহুৰা
অতিকৈ চেনেহৰ মাকো—
তাতোকৈ চেনেহৰ ৰঙালী বিহুটি
নেপাতি কেনেকৈ থাকো।"
আৰু—
"কৈ থাকো মানে শুৰকে নপৰে
ৰঙালী বিহুৰে কথা।"......

এই ৰঙ ৰসে ভৰপূৰ ৰঙালী বিহুৰ দিনা আপোনলোকলৈ কিনো যাচিম ?

"মৰমৰ দীঘ দি
চেনেহৰ বানি বৈ—
হেপাঁহৰ আচুৰে বোৱা" ...

মোৰ হিয়াৰ বিহুৱান খনিকে যাচিলোঁ।*

অসম বাতৰি
ইং ১২ এপ্ৰিল ১৯৭০

# বৰদৈ চিলা সৰুদৈ চিলা

"বৰদৈ চিলা সৰুদৈ চিলা

বহাগী বিহুৰে বাতৰি দিলা।"

এই গীতেতে বৰদৈচিলাৰ চিনাকি বিৰিঙি উঠে। কোননো সেইজনী বৰদৈচিলা? পুৰণি কাহিনীৰ মতে জটায়ুৰ জীয়ৰী গাভৰু বোৱাৰী বৰদৈচিলাই হেনো দলদোপ হেন্দোল দোপ্ খলকনি লগাই শিলে বৰষুণে মাকৰ ঘৰলৈ বিহু খাবলৈ আকলুৱা হেপাহেৰে অসমী আইৰ কাষেৰে আহে · ইমান হেঁপাহ! ইমান ধাউতি! মাকৰ ঘৰত বিহু খাবলৈ। যেতিয়া শিমলু গছৰ ডাল ডাল ঠেকৰে ৰঙা ৰঙা ফুল ফুলি ৰঙচুৱা হৈ জিলিকি উঠে, সেই সময়ত অসমী আইৰ বুকুত ফাগুনী মলয়াই বকু-ভগা হিয়া ছিগা হুমুনিয়াৰে ধুমুহা তুলি আইৰ মন হেপেহুৱা কৰে—মোৰ ছোৱালীজনী শাহু-শহুৰেকৰ ঘৰৰ পৰা মাক বাপেকৰ ঘৰলৈ বিহু খাবলৈ আহিব ···। জীয়েকলৈ ইমান মৰম! ইমান চেনেহ!

ডিব্ৰুগড় মহকুমাৰ ডাঙৰি ষ্টেচনৰ পৰা আঠ মাইল মান পুবে থকা বৰ পথাৰ গাঁৱত আজিও সোণোৱাল কছাৰীসকলে সমূহীয়া ভাবে "বাহী" চালি নাচে, কোনোৱা চামৰ বাঁহীৰ সুৰে সুৰে কোনোৱা চামৰ খুটি তালৰ তালে তালে, উগল মাথল খদমদম লগাই গাওঁখন ৰজনজনাই জাউৰিয়ে জাউৰিয়েহেজাৰ বিজাৰ সেৱক, দৰ্শক, দৰ্শক সকলৰ সমুখত ভকতি ভৰা চকু সোনোৱালি ডেকা গাভৰুৱে সেই পুৰণি কলীয়া 'ৰূপে "আৰু" চুপে' বিয়াৰ উপলক্ষে 'হাইদঙ' গীতৰ সুৰে সুৰে বাঁহীৰ ছেৱে তালৰ তালে তালে বিবিধ ভঙ্গীমাৰে ৰঙ উলাহৰ নাচোন কাচোনত আপোন পাহৰা হৈ যায়। সন্ধিয়াৰ পাচত চোতালত বোকা পানী খেলাৰ পাচত গাভৰু সকলে পানী বোকাৰে গাত লিপিট খাই থকা তিতাৰিহা মেখেলাৰে ঘাই ঘৰৰ ভিতৰত সোমাই দুৱাৰত দাং দিয়ে ডেকা সকলে দুৱাৰ খুলিবলৈ কত ৰকমেৰে যে চেষ্টা কৰে ভিতৰৰ পৰা দগৰগীয়া গাভৰুহঁতৰ শকতিৰ ওচৰত হাৰমানি দুৱাৰখুলিব নোৱাৰি চোতাললৈ আহি বোকাপানী কেনেকি যেনেকৈ বিহুনাম জুৰি ঢোলৰ চেৱে চেৱে, তালৰ-তালে ৰঙ উলহত নাচিবাগি গাভৰুসকলক মিনতি জনায়, সেই নাচোনত যোগ দিবলৈ। শেষত মৰম চেনেহ, পিৰিতিৰে দুৱাৰ খুলি বাজলৈ ওলাই সেই নাচোনত যোগ দিয়ে

জুৰিয়া মাজেৰে বিহু নাম জুৰি। এইদৰে এঘতি দুঘতি উকলি যোৱাৰ পিচত সিহঁতে কাতৰ মিনতিৰে বৰদৈচিলাক মাতে, গোটেই গাৱৰ পূজাথলি চতুৰা স্বৰে ৰজনজনাই উঠে গগন বিদাৰি। সোণোৱাল কছাৰী সকলৰ বিশ্বাস এই কাতৰ মিনতি শুনাৰ পিচত হিল্লোল কোবাই বৰদৈচিলা আহে হেনো।

মই এই বৰপথাৰত সোণোৱাল কছাৰী সকলে পতা "বহিঠ" পূজা ভূবাৰ চাবলৈ যাওঁতে-সেই ভূবাবো ধুমুহা বৰষুণ হোৱা দেখিছোঁ এনে ডেকা গাভৰুৰ কাতৰ মিনতি আৱাহনৰ পাছত।

বড়ো সকলে বৰদৈচিখলা নামে গোঁসানী এগৰাকীক পূজা কৰিছিল বাৰমানে বতাহ বা ধুমুহা, দৈ মানে পানী বা বৰষুণ, চিখ্‌লামানে গাভৰু বা গোসানী বা অপস্বৰী। চমুকৈ কবলৈ গলে বাৰদৈচিখলা মানে হৈছে ধুমুহা বা বৰষুণৰ গোঁসানী। এই বাৰদৈচিখলাৰ পৰাই বাৰদৈকলা, বাৰদৈ চিহিলা-বৰদৈ চিলা হৈছে বুলি অনুমান কৰা যায়। শেষত অসমলৈ আৰ্য্য সকল অহাৰ পাছত এই বৰদৈ চিলাকে জটায়ুৰ জীয়াৰী আৰু গৰুড়ৰ বোৱাৰী বুলি কাহিনী এটি ৰচনা কৰে। "সচাকৈয়ে

বৰদৈচিলা সৰুদৈচিলা—
বহাগী বিহুৰে বাতৰি দিলা।

বৰদৈ চিলাই অসমী বুকুৰ জোৰ লবলৈ হিল্লোল কোবাই আহিলেই বহাগী বিহুলৈ আৰু সৰহ দিন নাই বুলি প্ৰত্যেক অসমীয়াই অনুমান কৰে আৰু দেহেকেহে এই ৰঙালী বিহুৰ বিবিধ ধৰণেৰে নানা তৰহেৰে যতন লবলৈ মন মেলে। ডেকা জুমে হাবিলৈ গৈ তামোলৰ লগত চালিৰে ওঁঠ দুটা ৰঙা কৰিবলৈ আৰু গাভৰুসকলক পিকচালি আৰু ৰাংচালি কৰি সজাবলৈ দেৱা লাগে আৰু টেপৰ চাল কাটি ঘৰলৈ আনি যতনাই থয়। কোনোবা এজুম ডেকাই হাবিৰ পৰা কিছুমানৰ মতে সাত বিধ তিতা, কিছুমানৰ মতে এশ একবিধ তিতা জোগাৰ কৰি থয়। বিহুলৈ আৰু বেচি দিন নাই গাভৰু জীয়াৰী বোৱাৰী সকলে ভাবৰীত মুগা বা পাটৰ সূতা কাটি চেৰেকী পকাই লেচাই লেচাই ভৰাই থয়। এনোৱা এচামে কপাহ নেওঠনিত নেওঠি যতৰত সূতা কাতি উঘাত পঘাই থয়। এসময়ত এই গাভৰু জীয়াৰী বোৱাৰী সকলে চেতালত কোৰ মৰা খুটা দুফালে পুতি শাৰীয়ে শাৰীয়ে উঘাৰ পাকঘূৰণি তুলি উলাহৰ তাঁত বাঁতি কাঁড়ি শাল টোলোঠা পকাই, ৰাছত সূতা ভৰাই ব' তুলি, মাকো ইপাৰ সিপাৰ কৰি দোৰপতিৰ বুকুত থকা ৰাছৰ তাঁৰ মাৰি কান মাৰিৰে

টোলোঠা পকাই বাঁহত সূতা ভৰাই ব' তুলি তাঁতৰ শাল গুৰনি কৰি তোলে। নিগনি খুটিৰ লগত থকা গৰকা গচকি, জাকি তুলি, মাকো ইপাৰ সিপাৰ কৰি দোৰপতিৰ বুকুত থকা ৰচিৰ তাঁৰ মাৰি কান মাৰিৰে টোলোঠা পকাই ফুলৰ নপোন ৰচি বিহুৰ কলেৰে গা-মোচা, বিহা, মেখেলা চাদৰ, চেলেঙ খনিয়া বৈ বিহুৰ হেপাহেৰে বৈ থাকে। উৰুকাৰ আগদিনা বৰজাল বৰ বৰ হাবিলৈ গৈ ডেকা গাভৰু এজুমে, বোৱাৰী এজুমে চেঙেলীয়া আৰু দুই চাৰিজন শকত আৱত ডেকাই হাতত যাঠি জোংলৈ ঠিয় কৈ মেলা চিকাৰীৰ জালৰ কাষত ঠিয় হৈ থাকে। সন্মুখত ঢোল তাল ভোৰতাল গৈ শই শই ডেকা গাভৰু জুমে হৈ হাই উৰুমি কৰি থাকে। সাহিয়াল দুই তিনিজন ডেকাই হাতত চোকা মিতদা লৈ সেই হাবিৰ চোঙৰ মাজলৈ সোমাই যায় চোঙত থকা পছৰে চোঙনীৰ পৰা এই দুই তিনিজনক দেখি চক খাই লৰ মাৰে। ভোৰ তালৰ শব্দ আৰু বোৱাৰীসকলৰ হাই উৰুমি শুনি ভয় খায়। বেচিকৈ চক খাই উভতি লৰ মাঁৰে। লৰ মাৰি আহোতে জালত থেকা খায়, থেকা খাওতেই চিকাৰী-সকলে যাঠি বা জোঙেৰে খুচি মাৰে। বঙ উলাহত গীত-মাতে নাচোনেৰে সেই পছটোক ভাৰ বান্ধি নিজৰ গাৱলৈ লৈ আহে। কিছুমান লচপচি, খচখচি গাভৰুৱে সুদা বাহৰ চুঙাত গাৱলৈ কিছুমানলৈ কেতকী ফুল ছিঙি তাৰ বেণু বাহঁৰ চুঙত ভৰাই ঘৰলৈ লৈ গৈ বেৰত গুজি থয়। কিছুমান গাভৰুৱে ডাঙ মাৰি লৈ জেতুকা গছৰ তললৈ গৈ জেতুকাৰ পাত ছিঙি কোঁচে কোঁচে ভৰাই আনি যতনাই থয়।

গাভৰুহঁতে বৰবেৰাহী আৰু সৰিয়হ, বেটেৰী, বহনা কাঠ, লংপাতনি হাবিৰ কাষলৈ গৈ মাটিত বহনা কাঠ থৈ কাষতে জুহালত সৰিয়হ তপতাই বেটেৰীত ভৰাই বহনা কাঠৰ খুপে খুপে বেটেৰীটো বহুৱাই গছৰ খোৰোঙত লাংপাতৰ এচুক সুমুৱাই বেটেৰীৰ ওপৰত বহুৱাই লাংপাতৰ এচুকত তিনিজনীমান মেটমেটিয়া গাভৰুৱে বহি হেঁচা দিয়ে। বহনা কাঠৰ লোৱেদি টুপি টুপি তেল ওলাই বেটেৰী উপচি পৰে। এইদৰে এজুম গাভৰুৱে পিঠাগুৰি খুন্দি বিধ বিধ নানা তৰহৰ পিঠা বনায়। সেই উৰুকাৰ দিনা নিশা পত্তাশিলত জেতুকা পিহি বাতি ভৰাই থয়। সকলো কাম বন শেষ হোৱাৰ পাছত গাভৰুজাকে হাতে নখে ভৰিয়ে জেতুকাৰ বোল চাফচিকুন কটাকানিৰে বান্ধি থয়। এজুমে এটা হাতী-খুজীয়া বাতিত মাহ্‌হালধী যোগাৰ কৰি ৰাখে।

কাউৰীয়ে কা কা কৰাৰ আগতেই দোকমোকালিতে উঠি ঘৰৰ সকলোৱে

সাৰ পাই নিজ কামবনত লাগে। মাছ পিহাই মাছ পিহে, হালধী পিহাই হালধী পিহে, ডেকাচামে গোহালিৰ পৰা গৰু মহ উলিয়াই নিয়ে হালধী মাহ নিয়াই পিহা হালধী মাহ নিয়ে,— এইদৰে সকলোৱে বিল বা জুৰি বা নৈৰ পাৰলৈ গৈ ৰঙ ৰহইচ কৰে। গা ধোৱাই গা ধোৱে, নাম গোৱাই নাম গায়, গৰু মহ জাকক গা-পা ধুৱাই পাৰলৈ আনি কণ কণ লৰাছোৱালীহঁতে কাঠিৰপৰা বেঙেনা লাওৰ ডোখৰবোৰ গৰুমহ জাকৰ ফালে দলিয়াই গায়—

লাওখা বেঙেনা খা
দিনে দিনে বাঢ়ি যা।

তাৰ পাচত হালধি ঘঁহি গাভৰুজাকেও পানীত জপিয়াই সাতুৰি-নাদুৰি ৰঙ ধেমালি কৰি পাৰলৈ উঠি ন সাজপিন্ধি ঘৰলৈ উভতি আহে। ডেকাজুমে ঘৰৰ চুকৰ টুমৰ পৰা কণী উলিয়াই কণী যুঁজ লগায়, বুঢ়া মেথাই নাম ঘৰত নাম গাই সেৱাটি জনাই গনকৰ হতুৱাই বৰ্ষফল গণনা কৰে আৰু নাহৰ পাতত বাৰুনি মন্ত্ৰ লিখাই ভকতিৰে ঘৰৰ চালত সেই পাতখিলা খুঁচ থয় যাতে বজ্ৰ নপৰে। চুলিত গোন্ধ তেল লগাই বিহুতলীলৈ ঢাপলি মেলে, ধোপ খেলাই ধোপ খেলে গগণা বজায়, সুৰীয়া মাতেৰে বিহুনাম গাই হাতৰ চাপৰিয়ে চাপৰিয়ে তালে তালে, ছেৱে ছেৱে সুৰে সুৰে নতুন সাজত নতুন কাচত ৰঙ ধেমালী কৰে। ডেকাচামেও আন এটা বিহুতলীলৈ গৈ ঢোল কোবাই তাল বজাই টকা টোকাৰে চৰে চেৰে নাচগান কৰে। আৰু যে কিমান······।

এয়ে অসমীয়াৰ ৰঙালী বিহু বহাগ বিহু। চুতীয়া সকলে এই বহাগক বিচু, ডিমাচা সকলে বিসু আৰু বড়ো সকলে বিহু বোলে। বড়ো সকলৰ মতে বি'মানে মুগা "হু" মানে দিয়া। গুৰু জনকলৈ ভকতি মাগিলে তেওঁলোকে আশীষ দিয়ে। মাক দেউতাকক শ্ৰদ্ধা যাচিলে তেওঁলোকে লৰা ছোৱালীলৈ চেনেহ দিয়ে। এইদৰে এই বিহুৰ দিনাই হিয়াৰ আদান প্ৰদান হয়। সেইদিনা সূৰ্যে বিষুব ৰেখা পাৰ হৈ উত্তৰাণলৈ ঢাপলি মেলে গতিকে জ্যোতিষৰ মতে বিষুবক্ৰান্তি বোলে। অসমৰ পশ্চিমীয়া বড়োসকলে ইয়াক বৈছাগা ('বৈছা' মানে বছৰ 'গা' মানে জন্ম) বোলে। গতিকে এই দিনাই বছৰৰ জন্ম হয়। বৈছাগাৰ পৰা অসমীয়াৰ বহাগ নহৈ বৈশাগৰ পৰা হে বহাগ হোৱা অনুমান কৰে।

অসমীয়াৰ বিহু দুবিধ ৰৰবিহু আৰু বহুৱা বিহু। ভৈয়ামত যি বিহু সচাৰাচৰ পতা হয় সেয়ে ৰৰ বিহু। বহুৱা আজিকালি প্ৰায়ে লোপ পোৱা হৈ ঢোলৰ চেৱে চেৱে, তালৰ তালে এচাম ডেকাই ধেমুকাৰ লৈ চিকাৰীৰ বেশেৰেও যায়।

এই বহুৱা বিহুক জেং বিহুও বোলে। ৰঙবিহু দুবিধ গৰু বিহু আৰু মানুহ বিহু। গোহালীৰ কাষত "দীঘলতৰী দীঘল পাত মাখি মাৰো জাত জাত" চপাই অনা গৰু মহ-জাকক কোবাই ন পঘাৰে বান্ধি মাখিয়তি আৰু তৰাপাত জলাই জাগ দিয়া হয়। পাছ দিনা ঘৰে ঘৰে পিঠাপনা খাই, ৰং ৰহইচ কৰি ঘৰে ঘৰে হুচৰিৰ দলে সবল মনেৰে হুচৰি গীত গাই ফুৰে। অসমীয়াৰ বাপতি সাহোনীয়া এই ৰাঙলী ৰঙালী বিহুৰ কাৰণে হিয়া উদঙাই জনে প্ৰতি অসমীয়াই ৰঙ উলাহ কৰে সেয়েহে—

অতিকৈ চেনেহৰ মুগাৰে মহুৰা
অতিকৈ চেনেহৰ মাকো
তাতোকৈ চেনেহৰ ৰঙালী বিহুটি
নেপাতি কেনেকৈ থাকোঁ।

ৰাভাদেৱে এই প্ৰবন্ধটি 'অসম বাতৰি'ৰ বাবে লিখিছিল। কিন্তু শিলঙৰ ৰঙালী বিহু সন্মিলনৰ মুখপত্ৰৰ বাবে তেখেতৰ পৰা এটি প্ৰবন্ধ বিচৰাত প্ৰবন্ধটিৰ বিষয় বস্তুৰ কিছু অংশ বিহু সন্মিলনীৰ কেই গৰাকী মানক তেখেতে "পাইন উড" হোটেলৰ কোঠাত বহি মুখে মুখে কৈছিল। কলাগুৰু জনাৰ স্বৰ্গীয় আত্মাৰ প্ৰতি শ্ৰদ্ধা জনাই সেই প্ৰবন্ধটিকে নতুন নামা কৰণেৰে তেখেতৰ পৰিবাৰ শ্ৰীমতী মোহিনী ৰাভাৰ সৌজন্যত প্ৰকাশ কৰা হল।*

*সোনোৱালী আলোচনীৰ পৰা প্ৰথম প্ৰকাশ
বসন্ত সংখ্যা তৰনি প্ৰকাশৰ দ্বাৰা সম্পাদিত—১৮৯২ শক

## ঃ বোৱতী সুঁতি ঃ

"তুমি বহা। নাযাবা"। বুলি কৈ জ্যোতি ককাইদেৱে ভিতৰ সোমায় মই অকলশৰীয়া,—গুণো গুথোঁ, ভাবোঁ, চিন্তো।·····

আকৌ কুহেলিকা।· ধুঁৱলি কুঁৱলি।······

কুহেলিকা জাগে,—আগুচি খামুচি মন-কোহঁক আকোৱালি ধৰে।··· কুহেলিকা? হু—সপোনৰ কুহেলিকা।·· তাৰ জেল জেলীয়া ঢাকোন। মন-কোঁহ ঢাক খায়। · কেউপিনে জেংজেঙীয়া হেঙাৰ, জেং জেঙনি,

ভীষণ ভয়াল শিঙাল শিঙাল।· মন কোঁহ পোতাশাল।·· কল্পনা বেলিৰ কাৰাশাল। মুকুতি বলীয়া ললাটী স্বৰূপং ললা-কলা,····· বিতত হৈ ছটফটায়।·· ·

নাহী, পাতল, ৰাংবৈয়া, জেলজেলীয়া ঢাকোন কঁপে।·· বিধ বিধ ভাৱনা বিধ বিধ ৰংচঙীয়া জেউতি বেলিৰ হেঙুলি বুকুত তিৰবিৰায়, জলমলায়,—মন-কোঁহৰ কোঁহ মেলি সাত ৰঙীয়া বৰণ চাবি ভুমুকি মাৰি জুমি জুমি চায়,····

দোপত দোপে খোপত খোপে ঢৌ—হেঙাৰ ডেও দি ধুঁৱলী, কুঁৱলি, কুহেলিকা ফালি নানা তৰহৰ ৰেহৰূপ লৈ ৰেঙায়।

কল্পনা আৰু সপোন। সপোনৰ সোনালী গৰভত কল্পনা স্বৰগাৰ কোমল পৰশ।

অঙ্ক-শাস্ত্ৰত কেৰোণ লাগে।· বিজ্ঞান হয় অজ্ঞান। দুয়ে দুয়ে এক হয়। জোৰা খায় কল্পনা আৰু সপোন। এক হয়,

সৃজনোন্মুখী সহবাস। সৃজনানন্দ জাগে। সচ্চিদানন্দ পুৰুষ দিগম্বৰী ভেশত নাচে।·· · কুণ্ডলী চাকৰ তাপ পাই তপত হৈ ন ন সৃজনৰ কল্পনা উতলি উতলি জটা কেৰাহীৰ পৰা উছলি উপচি পৰি জিৰ জিৰ কৈ বয়।

কল্পনাই আল্পনা আকে।····

তিন কোণীয়া কাঁচৰ মাজেদি চাবনিৰ জিলিকনিৰ তীখা কাঁৰ ভেদি যোৱাৰ দৰে ৰং বেৰঙৰ ছবি বিধ বিধ ৰূপ লৈ নয়ন পটত বিৰিঙে। Prism Shot······একত্বাং বহবো ভবন্তি।···  ··

ছবি চিত্ৰ, আলেখ্য চিহ্ন যাত্ৰাৰ দৰে শাৰী শাৰীকৈ চকুৰ আগেদি বুলে। চলচিত্ৰৰ আদিম ৰূপ বিকশে। আদিম যুগৰ আদিম ছবি জলমলাই উঠে।

আদিম যুগৰ গুহা।.... ·

আদিম যুগ।......আদিম উদ্দাম আডাম আৰু তাৰেই পঞ্চৰজা প্ৰাণ মন লোভা ইভাৰ যুগ।......

......ল্যাচকক্স Lascaux গুহা।......

কুৰি হেজাৰ বছৰীয়া মানুহৰ কেচুৱা কাল।......

সেই গুহাৰ গাত প্ৰাচীৰ চিত্ৰ জীৱন্ত ;......

পশুৰ জুম্ লৰে চৰে, জপিয়ায়।......শকতিৰ চিতৰ পাতি গতি দিঠকৰ কাষ চাপি ছুয়।....

থিৰ ছবিৰ থিতিশীলতা শিথিল হয়,—শিকলি খোলে,—

গীতশীলতাৰ মুকুতা গতি লবে।...

যুগৰ বোৱঁতী সুতিৰ কাহিনী কালৰ দৰে পুৰণি,—নতুনও। ঠায়ে ঠায়ে প্ৰগতিৰ পটিয়েদি গতি আগুৱায়, মাজে মাজে জপিয়াই আগবাঢ়ে। যেনো ক্ষণত থমকি বৈ জেগেলা কৰে।—অলেখলেখ উদাহৰণ মূৰ ডাঙি উঠে কাপোৰত, বাঁহৰ চুঙাত, হাতী-গাহৰীৰ দাতত, শিলত, মুৰতিত।......

ভাৰততো অসমতো—লোলিত ভুজঙ্গ কৰণত নটৰাজ শিৱ,—দ্বাদশ শতিকাৰ মেৰপাকত গুলোৱা কামাখ্যা আৰু হলেশ্বৰ দেৱালয়ত মন হৰা নাচোন তোলা, প্ৰাণ হৰা কাচোন তোলা গণৰাজ গণেশ। আৰু যে কিমান?... অলেখ—লেখ উদাহৰণ ; অফুৰন্ত পটন্তৰ।......

এই দৰে গতিৰ জীৱন্ত দৃশ্য ৰূপতান্ত্ৰিক সকলৰ মন আকুহি নিয়ে,.. ৰূপ-তন্ত্ৰ-সিদ্ধ শিল্পীসকলৰ হতুৱাই ছবিত বিচিত্ৰ ৰূপ লৈ ওলায়। কেৱল ছবিয়েই নহয়,—ছায়া ছবি, পুতুলাৰ নাচ...মানুহৰ আগুৱান মনৰ ন ন গুলগ।... জ্ঞান প্ৰজ্ঞানৰ থাপানাত থটিলা আসন সাজি বিজ্ঞানেও ঠাই জুৰি বহে।

পোহৰৰ আতিগুৰি ফহিয়াই চোৱা হয়, কত কি ওলায়, পোহৰৰ জনম পোহৰৰ কৰম, পোহৰৰ ধৰম,...পোহৰৰ গৱেষণা, পোহৰৰ বিশ্লেষণ, পোহৰৰ শকতিৰ পৰিমাণ, আৰু যে কিমান?.........কেমেৰা ওলায়,......ফটো তোলা হয়,......

মানৱৰ কেচুৱা কালৰ ঘেলু ঘেল ঘেলীয়া থেল্ থেলীয়া......উনৈশ শতিকাত পৈনত।......

বোঁৱতি ছবি motion picture তোলাৰও আলম বিচৰা হয়,...ওলায়ও। প্ৰাক্ প্ৰস্তৰ যুগৰ দ' হেন অতিকায় জন্তুবিলাকৰ নামৰ দৰে তাৰও যে কিমান

নাম ?······জোয়োট্ৰোপ Zoetrope, ফেনোকিষ্টি কোপ্ Phano Kisticope কেৰিউটোস্কোপ Choreutoscope, প্ৰেক্সিনোস্কোপ Praxinoscope, জুগাইৰোস্কোপ Zoagyroscope নানা তৰহৰ নাম,······কৃষ্ণৰ বহু নামৰ দৰে বিধ বিধ।····· বোঁৱতি ছবিৰ এনে কুমলীয়া চৰাশলীয়া সময়।·········· ···ধুঁৱলি কুঁৱলি।

গতিৰ বিৰুদ্ধে আদিম মানৱৰ অভিযান অৱশেষত বিজয়ত সাফল্য লভে। ১৮৮৯ চনেই গতিৰ বিৰুদ্ধে মানৱৰ অভিযান বিজয়ে শুভ।

উলিয়াম্ ফ্ৰিচগীনৰ William Freese Greeneৰ গতি বিজয়ৰ আনন্দতেই ল্যাচ্ককস Lasacux গুহাৰ পৰা পাতনি মেলা শিল্পীৰ অভিযানৰ অপূৰ্ব্ব সাফল্য সাৰ্থকতা মিলে, সেই চনৰে জাহুবাৰীৰ খেতুৰা লগা জাৰত খোজ কাঢ়ি যোৱা পুলিচ এজনৰ কেই অনুপলৰ বোঁৱতি ছবি, চলচিত্ৰ, motion Picture.

এডিচন Edison আৰু আগষ্টি লুমিয়েৰ Auguste Lumiere এই দুই ঋষিৰ যাদুকৰী পৰশত বোৱতি ছবি জখলাৰ কেইখোপ উঠে।······বৰ গুজা এডিচনৰ Edisonৰ মন্ত্ৰ বলত কাইনেটোপস্কোপ knıetoscope ওলায়। তাৰ সৰু বিন্ধায়েদি কেৱল এজনৰ ভাইগত হে যেই কোনো এটা দৃশ্যৰ দৰশন মিলে।······

আপোন ভোলা শিল্পীয়ে তাৰ আবিষ্কাৰৰ ভবিষ্যৎ মূল্য নুবুজে।·· ···সাউদৰ মনত সন্দেহ ওপজে,···কুবেৰইতৰ মন নাগুৰায়······লুমিয়েৰৰ আবিষ্কাৰলৈ আওকান দেখি ফৰাচী ফিল্মৰ আদিম উন্নেতা জৰ্জ্জেচ মিলিয়েচৰ Georges Meliesৰ অশেষ চেষ্টা প্ৰচেষ্টাতো মন কোঁচ খায়। সামন্ত যুগৰ পিছত ধনতান্ত্ৰিক শিল্প বিপ্লৱত ধনকুবেৰ ইতৰ মন কিবা এটা নতুন সৃজন দেখিলে মুনাফাৰ লোভত লপ্লপায়, এনে যুগান্তৰকাৰী বিশ্বকৰমী সৃজন দেখিও সিইতৰ মন নাগুৰায়। কাৰণ, সন্দেহ।····· আৰ ডাবলিউ পল R. W. Paul চাৰ্লচ আৰ্ব্বান, Charles Urban আৰু চেচিল হেপ্ৱাৰ্থৰ Cecil Hepworth ৰ পহিলা চেষ্টা দেখি ৰাইজৰ হেপাহ, ধাউতি, উদ্‌গানি বাঢে। বোঁৱতি ছবি motion picture যেনেকুৱাই নহওঁক লাগে, মানুহে তাক চিৰকলায়াকৈ বিচাৰে। ৰূপ—তান্ত্ৰিক শিল্পী সকলৰ ৰূপ তীৰ্থ যাত্ৰা বিফলে নাযায়, বৰং তেওঁলোকে ৰাইজৰ দাবীতে মৰম, চেনেহ, আৰু সহানুভূতিহে লভে।······

ৰূপ-তীৰ্থ যাত্ৰীসকলৰ সাধনা কঠোৰ নিষ্ঠাত বাঢ়ে।......অক্টোবৰ, ১৮৯৫ চন।......

বাৰ্লিন। উইণ্টাৰ,—গাৰ্টেন Winter Garten।

স্কলাডানোভস্কী Skladanovsky ভ্ৰাতৃদ্বয়ৰ পহিলা বায়স্কোপ্ Bioscope প্ৰদৰ্শন।......

আচম্বিত!......

২৮ ডিচেম্বৰ, ১৮৯৫ চন।......

মৰতন অলকাপুৰী প্যাৰী।......Paris.....

মন-মোহা বুলি ভাৰ্ড ছ কেপিউচাইনে Boulevard des Capucines;

..... তাৰ ধুনীয়া সৰবৰহী গ্ৰ্যাণ্ড কাফে Grand cafe!

......এটি ফুল কুমলীয়া কেচুৱা, গাখীৰ পিয়ে......চাওঁতাৰ মন আকুহি নিয়ে, অন্তৰত বাৎসল্য জাগে। অগষ্টিৰ লুমিয়েৰৰ পহিলা ওলগ।

কাৰো চকুত পিৰ্‌কতি নাই,..... সকলোৱে ত্ৰবধ লাগি চায়।. ...... ১৮৯৬ চন।......

মাৰ্কিন শিল্পী মে আৰুইন May Irwin আৰু জন্ চি ৰাইচৰ John c. Rice ৰ চুমা পৰশৰ ছবি।

শিহৰণত ৰোমাঞ্চ।.........

......বিজুলী সঞ্চাৰে গোটেই পৃথিবীত এনে বাতৰি বিয়পে।.. .. ১৮৯৬ চন।... ..বিশ্বত আলোড়ন......

ৰাইজৰ দাবীৰ হেন্দোলনি নিউইয়ৰ্কৰ পৰা চেণ্ট্ পিটাৰ্চবুগলৈ।......

লুমিয়েঁৰ দলৰ চিত্ৰ শিল্পী আৰু চিত্ৰ প্ৰদৰ্শক সকলৰ চলন ফুৰণ ন উলাহত, ন উচাহত,।......

সিহঁতে তোলা ছবিৰ আশাত চোৱাৰ হেপাহত সকলোৰে মন লপ্‌লপায়।..

.....১৮৯৮ চন।......

ৱেভচ এণ্ড স্প্ৰে Waves and spray: পাৰৰ শিলৰ ওপৰত খঙাল সাগৰৰ ঢৌবোৰৰ আছাৰনি।......

ব্ৰাইটনৰ Britonৰ জৰ্জ এল্‌বাৰ্ট স্মিথৰ George Albert Smith ৰ চিত্ৰাৰ্ঘ্য।... . ...

......সেই চন।......

চেচিল হেপৱাৰ্থৰ চিত্ৰ ওলগ—এক্সপ্ৰেচ ট্ৰেইনচ্ Express trains।......

ধুনীয়া চাৰেত Surrey ত তিনিটা ভাপ কেৰেলুৱাৰ গতি, নিলগৰ পৰা অহা একস্‌প্ৰেচ ট্ৰেইনচ।······ইঞ্জিনৰ উগাৰ বগা ধোৱা।······

চালে শিহৰণ জাগে, উলাহত মন জকি উঠে।··· গতিৰ আনন্দ, চলাৰ উলাহ।······

ঘোৰা দৌৰ, ৰণ-যুদ্ধ,···· আৰু যে কিমান? চকু ৰ' লাগে।······১৮৯৯ চন।······

জে, উইলিয়মচনৰ J. Williamson ৰ গাৱলীয়া খেতিয়ক জীৱনৰ হুবহু ছবি। কৃষক জীৱনৰ ৰূপোৱালী আবোৱানত প্ৰতিচ্ছবি···· দাপোনত যেন কৃষকৰ নিজৰ মুৰতি।

জীৱন্ত। ··শিল্পীৰ উপস্থাত ধন কুবেৰইতে নি সচাত ভৰাই কাঠি মুৰাই বন্ধ কৰে।··· অমূল্য ধন ধনীৰ সচাত বন্ধ।·····

"তুমিও থাবা ইয়াতে।" ৺জ্যোতি ককাইদেৱৰ মাত। ···

উচপ খাই উঠো।···

··সপোন ভাগে, কল্পনা উৰে। দিঠকত আকৌ নই। ৺জ্যোতি ককাইদেউ আৰু নই।···

*বোৱতী স্মৃতি: একেনামৰ বাভাৰ আন এখন স্মৃতিৰচনাও আমাৰ সংকলনত অন্তৰ্ভূক্ত হৈছে। কিন্তু দুয়োখন ৰচনাৰে বিষয়বস্তু ভিন্নমুখী।

সম্পাদনা সমিতি।

* নিৰ দিগন্ত: শাৰদীয়া সংখ্যা: ১৩৭১ বঙ্গাব্দ।



# ৰাভা নৃত্যনাটিকা

ন পৃথিবীৰ নতুন যুগ

## প্ৰথম দৰ্শন

### উলিচ, শতিকাৰ জীৱন

দৃশ্য :—[ আৰম্ভণিৰে পৰা বাঁহীৰ সুৰ আবহমান সঙ্গীত হিচাবে বাজি থাকে ]

নগা—চাও ।···

পজা ঘৰ দুটামান দেখা যায়।··এটা ঘৰৰ এছোৱা আৰু আনটোৰ এছোৱা।···এজনী নগা ছোৱালীয়ে উৰুলত ধানখুন্দি থাকে। কাষতে ডলা আৰু চালনী।···এজনীয়ে বাঁহৰ চুঙা কিছু মানত পানী ভৰাই পিঠিত ওলমাই আনি ঘৰৰ বেৰত আওজাই ঠিয় কৰি থৈ সিজনীৰ কাষলৈ আহি চালনিখন লৈ উৰলৰ পৰা খুন্দা ধান ডলা খনত ঢালি ছালে—জাৰে শেহত উঠি আন এডাল গাইন বাৰিলৈ দুয়োজনীয়ে খুন্দে।···

সেই লেহেতিয়াই ইনাই বিনাই থকা বাঁহীৰ সুৰ ছন্দত নাচি উঠে সেই দুজনী গাভৰু ছোৱালীৰ গাইন বাৰিবে খুন্দা ছন্দৰ ছাপে ছাপে তালে তালে পাহাৰীয়া সুৰ উলাহৰ বহলৈ বাজি উঠে। দুটা অদ্ভুত ধৰণৰ বাঁহী আৰু কিম্ভুত আকাৰৰ ডবা মাদল লৈ তিনিজন নগা ডেকাই বাই বাই বজাই বজাই সেই চোতালত নাচি নাচি দেখা দিয়ে। দুফালৰ পৰা নগা ডেকা গাভৰুৰ দলে হাতত ধৰা—ধৰিকৈ নাচি বাগি হালি জালি সোমায়। পাহাৰীয়া জীৱনত সহজ ছন্দত উচ্ছল গতি ডেকা-গাভৰুৰ নৃত্যৰ মাজেৰে প্ৰকাশ পায়।·

···চাৰিওফালে উখল মাখল, চৌভিতি জুৰি উলহ মালহৰ জাউৰি।

···উলহ—মালহ।···

···লাহে লাহে এন্ধাৰ হৈ যায়।···

লগে লগে পাহাৰীয়া সুৰ ক্ষীণ হৈ বিলীন হৈ যায় এন্ধাৰৰ গৰ্ভত মণিপুৰী সুৰ বাজি উঠে; বাজি উঠে লাই হাৰাওবা নৃত্যৰ সুৰ খম্বা—থৈবী—কাহিনীৰ—নৃত্যৰ ছন্দ বন্ধত।···

ধীৰে ধীৰে ৰঙ্গমঞ্চ আলোকিত হৈ উঠে।···এহাল খম্বা-থৈবী ৰূপী মণি পুৰী সাজলৈ ডেকা গাভৰুৰ শৰীৰত নৃত্যৰ লহৰ উঠে।·

দুয়োৰে লৰণু দেহাৰ পৰা আনন্দৰ ৰস ছিটিকি পৰে। উলাহৰ নিজৰি বৈ যায়।····

লাহে লাহে এন্ধাৰে পুনৰ ৰঙ্গ মঞ্চৰ কেউ পিনে ছাটি ধৰে।·· ··

ঘোপ মৰা এন্ধাৰ।····

এন্ধাৰৰ বুকুভেদি চিফুং বাঁহীৰ করুণ সুৰ বড়োৰ 'ডেমগ্ৰাই বন্দনা-সুৰ ইনাই বিনাই উঠে।······সেই ইননি বিননি বেজাৰৰ নহয়, উলাহৰ······

হঠাতে বিজুলীৰ দৰে পোহৰৰ চিক্ মিকনি তিৰবিৰণিৰ খন্তেকীয়া জিলিক সনা জিলিকনিত দেখা যায় চোতালৰ সোঁ মাজেতে পাঁচ ডাল কামীৰে গুথা জেউৰাৰে আগুৰা শিজু গছ। থাম মাদলৰ গিৰগিৰণি গৰজি উঠে।

আকৌ পোহৰ ; জোনোবালী নিশাৰ ৰূপৰালি পোহৰ ।……

বড়ো—কছাৰী 'খেৰাই' নাথ দেৱতাৰ পূজাৰ নৃত্য । 'খাম' মাদলৰ ছন্দৰ চিংফুৰ বাঁহীৰ সুৰ জীৱন্ত আনন্দত বাজি উঠে ।

সুৰে, সুৰে, তালে, তালে, ছেৱে, ছেৱে ছন্দে, ছন্দে, ৰঙা, বগা, কলা, সেউজীয়া হালধীয়া বৰণৰ বিধে বিধে ভমকাফুলীয়া ফুলাম চুৰীয়া চাদৰ পাগুৰি গাত মূৰত পকাই, লেটিয়াই বড়ো সকলে নাচে ।

নৃত্যৰ চৰম বিকাশ পোৱাত হঠাতে বন্তি নুমাই যায় । কেউপিনে মনিব নোৱাৰা এন্ধাৰ ।· ···

অকস্মাতে মহৰ শিঙৰ পেপাৰ টিহি টিহি মাত এন্ধাৰৰ জাল ফালি চিঞৰি মাতি উঠে । ঢোলৰ গিৰগিৰণী শব্দৰ লগে লগে গোটেই ৰঙ্গ মঞ্চ ৰঙচুৱা জেউতিৰে জিলিকি উঠে ।

সেই পোহৰত দেখা যায়, অসমৰ ডেকা গাভৰুৱে জাক বান্ধি বনগীতৰ সুৰৰ ছেৱে ছেৱে তালে তালে ঠেওদি ডেওদি মাজে মাজে ; বুলি বুলি ৰঙালী বিহুৰ নাচোন নাচি হালি জালি বিবিধ ভঙ্গিমাৰে গাঁৱলীয়া জীৱন প্ৰকাশ কৰে । নৃত্যৰ নানান ভঙ্গীৰ মাজেদি বিধে, বিধে, কৰণ অঙ্গ হাবৰ আলমলৈ নৃত্যকাৰ সকলে অসমীয়া গাৱলীয়া জীৱন যেনে, নাঙলেৰে হালবোৱা ঢেকীৰে, ধান খুন্দা, ভঙ্গিমাৰে ছলা—জৰা, কৰণেৰে সুতা কটা তাঁত, বোৱা ভুইবোৱা, ধান কটা ইত্যাদি উনৈচ্ শতিকাৰ আনন্দৰ জীৱন প্ৰকাশ কৰে ।····

শেহত সকলো প্ৰকাশ পোৱাৰ পিছত সকলোৱে শৃঙ্খলাৰে জুম বান্ধি জেউৰা বেৰৰ দৰে ঘূৰণীয়াকৈ নাচি থাকে । অৱশেহত সেই ছন্দ দ্ৰুততৰৰ পৰা দ্ৰুততমৰ ফালে আগুৱাই যায় ।···

চূড়ান্ত ছন্দত পৰিণত হোৱাত যৱনিকা ধীৰে ধীৰে পৰে ।······

এয়ে হৈছে উনৈচ্ শতিকাৰ জীৱন । অসমীয়াৰ উনৈচ শতিকাৰ জীৱন : অসমৰ অসমীয়া গাৱলীয়া পাহাৰীয়া হালোৱা হজুৱাৰ উনৈচ শতিকাৰ জীৱন ! ইমান বাধা ইমান বিঘিনি, ইমান আসৈ ইমান আথানি !!!—তেও জীৱনৰ বোঁৱতি সুঁতি কেনে সৰল, কেনে স্বচ্ছন্দ, কেনে সাৱলীল ।·····

## দ্বিতীয় দৰ্শন

[ দৰ্শক মণ্ডলীৰ বহা ঠাই ডোখৰ এন্ধাৰ হৈ যায়। ঘোপ মৰা এন্ধাৰ।· · এনে এন্ধাৰত আৰকাপোৰ উঠাৰ শব্দ শুনা যায়।····· ৰূপোৱালি পৰ্দ্দা··· আবহমান সঙ্গীত বাজি থাকে।······

নেপথ্যত কৰুণ বিননিৰ ৰোল উঠে। ···

প্ৰথম ছবি :—জয় সাগৰৰ পাৰৰ জয় দৌল দেখা যায়।···কৰুণ সুৰত আবহমান সঙ্গীত বাজি উঠে।···নেপথ্যৰ কৰুণ বিননিৰ ৰোল ক্ৰমান্বয়ে বেছি হৈ উঠে।

· ···জয় দৌলৰ সোণৰ কলচীৰ ছাঁ কপে।··

·· ···আবহমান সঙ্গীত আৰু কৰুণ বিননিৰ ৰোল চূড়ান্ত স্তৰ পোৱাৰ লগে লগে জয় দৌলৰ সোণৰ কলচী কাৰোবাৰ তৰোৱালৰ আঘাতত সৰি পৰে।· ····

[ সুত্ৰধাৰ :—অসমৰ জয়-দৌলৰ সোণৰ কলচী শত্ৰুৰ আঘাতত ভূলুণ্ঠিত হ'ল।······ ]*

দ্বিতীয় ছবি :—ৰূপোৱালী পৰ্দ্দাত মিজিমাহা তিলুৱাৰ ছবি হাতত তৰোৱালনৈ মুঁজি থকা দেখা যায়।··

সুত্ৰধাৰ :—মিজিমাহা তিলুৱা! মিজিমাহা তিলুৱা!! · · মিজিমাহা তিলুৱা ·· ]

······কৰুণ বিননিৰ ৰোলৰ মাজত মিজিমাহা তিলুৱাৰ বিকট হাঁহি শুনো তাৰ হিয়া-আমঠু কঁপাই তোলে।···কৰুণ বিননি সকৰুণ আৰ্ত্তনাদত পৰিণত হয়।······

···যুদ্ধৰত মিডিমাহা তিলুৱাৰ চৌপাশে অসংখ্য খোলা তৰোৱাল ঘূৰি থাকে।······অলেখ নৰনাৰীয়ে পলায় পিলিঙা পিলিঙি দিয়ে। ·····

---

এনে নৃত্য—দীপালীৰ দৃশ্যাৱলী হৈ থাকোতে ভিতৰৰ পৰা এজন সুত্ৰধাৰে এটা চুঙাৰ সাহায্যেৰে নাইবা সম্ভৱ হলে মাইক্ৰফোন যন্ত্ৰৰ আলম লৈ প্ৰত্যেক নৃত্যৰ পৰিকল্পনাৰ বিবৰণী বহলাই বিবৰি কৈ যাব লাগিব। আনকি ছায়া ছবি দৃশ্যাৱলী দৰ্শনৰ সময়তো—

ভালকৈ আবহমান সঙ্গীত বাজি থাকে।… ‥করুণ আৰ্ত্তনাদৰ মাজত শুনা যায় হা-হুতাশাৰ হিয়া ছিগা হুমনিয়াহ—"মৰিলো ঔ—মৰিলো ঔ"—ইত্যাদি।

[ সূত্ৰধাৰ :—মানৱ নিঠুৰ অভিযানে সোণৰ অসম ছাৰখাৰ কৰিলে অসমৰ অসমীয়াৰ সুখৰ জীৱনৰ সৰগৰ কাৰেং চুৰমাৰ কৰি ভাঙি দিলে, গৰিমাৰে ভৰা অসমৰ স্বাধীনতাৰ বুৰঞ্জীৰ সোণালী পাতত অধীনতাৰ কলঙ্ক কালিমা সানিলে। …… ]

……হঠাৎ কামানৰ শব্দ শুনা যায়।……কামানৰ গোলা ধাৰাষাৰে পৰে……কামানেৰে সৈতে বগা বগাল ইংৰাজৰ মুৰতি দেখা যায়।…‥

মিজিমাহা তিলুৱাৰে সৈতে তাৰ চৌপাশে ঘূৰি থকা তৰোৱাল বিলাকো গৰ্জ্জনকাৰী কামানৰ অগ্ৰগতিৰ লগে লগে আন ফালেদি আতৰি যায়।……

সোঁমাজতে কামানৰে সৈতে এজন ইংৰাজে আহি ইংৰাজৰ পতাকা ইউনিয়ন জ্যাক্ হাতত লৈ থিয় দিয়ে।‥…

……ইংৰাজৰ "Rule Britania" ৰ বৃটানীয়া শাসন কৰাৰ সুৰত ব্যাণ্ড বাজি উঠে।….

[ সূত্ৰধাৰ :—সীমা শূচৰা বগা বগাল ইংৰাজৰ সাম্ৰাজ্যবাদী জালত পৰি আই অসমী ছট—পটাবলৈ ধৰিলে।—বৃটেইনৰ মোহনী মন্ত্ৰত মুগ্ধ হৈ অসমীয়া ৰাইজে ধনতন্ত্ৰবাদী সৰ্পৰ কৰাল গ্ৰাসত পৰি টুপি টুপি তেজ দান দি. নি বল।…… ]

তৃতীয় ছবি :—ঢোল তাল বজাই গোমধৰ কোঁৱৰক কেকোঁৰা—দোলাত তুলি পতাকাৰ ফালে আগুৱাই যোৱা অসমীয়া আহোম ৰাইজৰ সমাদল দেখা যায়।

[ সূত্ৰধাৰ :—বগা বগালক খেদি পোন পোনতে গোমধৰ কোঁৱৰেই প্ৰজাৰ চকু কঢ়া আঠুৰ ঘিলাকঢ়া আহোম সৰ্গদেৱৰ ৰাজ পাঠ বহুৰাবলৈ চেষ্টা কৰি ইংৰাজৰ হাতত বন্দী হ'ল!!…… ]

……কেকোঁৰা দোলা বৈ যায়। দোলা-কাষৰীয়াইতে আৰোৱান লৈ কাষতে থিয় দি থাকে। দোলাৰ পৰা গোমধৰ কোঁৱৰে নামি ইংৰাজৰ "ইউনিয়ন জ্যাক" পতাকাৰ কালে আৰোৱানৰ ছাঁলৈ আগুৱায়।…‥

ঢোল তাল গিৰগিৰাই বাজি উঠে।……

পতাকাৰ কাষ চাপোতেই গোমধৰ কোঁৱৰক কামানৰ কাষত থকা দুজন ইংৰাজে বন্দী কৰে।……কোঁৱৰক বন্দী কৰা দেখি গোম ধৰ কোঁৱৰৰ পালি

পহৰীয়াইঁতে পলাই পতং দিয়ে। দোলা লৈ দোলা ভাৰীইঁতে আৰোৱান লৈ দোলা কাষৰীয়া হঁতে ভিৰাই যায়।

গোমধৰ কোঁৱৰক বন্দী অবস্থাত সেই ইংৰাজ দুজনে ধৰি লৈ যায়।... পুনৰ সেই দুজন বগা বঙালে পতাকাৰ তলত কামানৰ কাষলৈ আহি ঠিয় দিয়ে।......

[ সূত্ৰধাৰ :—পিয়লী ফুকন! চাকলা পিয়ালী ফুকন!! দেশৰ জাতি-দ্ৰোহী জাতি দ্ৰোহী বদন বৰফুকনৰ পুতেক পিয়লি ফুকন!!! দীমা খুচৰা ইংৰাজক খেদি চকুকঢা আঠুৰ ঘিলা কঢ়া আহোম ৰাজ-কৈদৰ এজনক পুনৰ অসমৰ সিংহৰ খাটোলা আসনত বহুৱালৈ প্ৰচেষ্টা কৰা পিয়লী ফুকন!!!

বিদেশীৰ হাতৰপৰা মুক্তি, সেই স্বদেশ প্ৰেমৰ পৰিণাম কি? প্ৰাণ দণ্ড! প্ৰাণ দণ্ড!! · ফাঁচী। ফাঁচী!! ফাঁচী!!!·· লগুৱাৰ বোকোচাত চাকোলা পিয়লী ফুকন।·· · পিছে পিছে অসংখ্য অসমীয়া আহোমৰ হাতে হাতে বিধে বিধে অস্ত্ৰশস্ত্ৰ।·· ···

চাকোলা পিয়লী ফুকনক পিঠিতলৈ লগুৱাই আগুৱাই। গুডুম! গুডুম!!··

লগুৱাই গুলি খাই পৰে।· ·· লৰিব নোৱাৰা পিয়লীয়ে উত্তেজনাত ছটফটাই থাকে।·· বাকী মখাই পলায়।·· ইংৰাজ দুজনে আহি, পিয়লী ফুকনক বন্দী কৰি পতাকাৰ কাষলৈ নি ডিঙিত ছিপ্ জৰি দি ফাঁচী দিয়ে· ···এন্ধাৰ!· ····· ·

চতুৰ্থ ছবি :—ফাঁচী কাঠৰ চাও। উঠিবলৈ জখলা। ফাঁচী কাঠৰ দুয়োকাষে দুজন বগা বঙাল চাওদাং। ৰূপৰ হোকা হুপি হুপি মণিৰাম দেৱানে ফাঁচী চাঙত মণিৰাম দেৱান।

এজন ইংৰাজে উঠি দেৱানৰ হাতৰ পৰা ৰূপৰ হোকাটো লৈ গুচি যায়। ·

ফাঁচীত মণিৰাম!

এন্ধাৰ!

[ সূত্ৰধাৰ :—মণিৰাম কাকতি! মণিৰাম দুৱাৰা!! মণিৰাম বৰ ভাণ্ডাৰী বৰুৱা!!! মণিৰাম চিৰান্তা দাৰ!!!! চতুৰ মণিৰাম দেৱান!!!!!··· ধনতন্ত্ৰবাদ প্ৰথম গোন্ধ পোৱা চাহ খেতিৰ প্ৰথম খেতিয়ক অসমীয়া, প্ৰথম ধনতান্ত্ৰিক অভিজাত্যৰ সোৱাদ পোৱা; নিজৰ মান মৰ্য্যাদা ৰক্ষা কৰি পুনৰ আহোম ৰাজ বংশৰ ঠাল ঠেঙুলিৰ পখা মেলাবলৈ চেষ্টা কৰোতা এই দুৱাৰা

কাকতি বংশৰ মণিৰাম—মণিৰাম দেৱান!· ·পৰিণাম ·!···ফাঁচী!···ফাঁচী!!
—ফাঁচী!!! ]····· ·

পঞ্চম ছবি :—গঙ্গাম নগৰ।

কাছাৰৰ গঙ্গাম নগৰ এটা বাংলো ঘৰ পাহাৰৰ টিঙত জিলিকি আছে। পাহাৰ বগাই হাতত সাৰে ভৰিত সাৰে বাংলোৰ ফালে আগুৱাই এজাক মানুহ আগে, আগে ঘাইজন। · ·

[ সুত্রধাৰ :—সমদন্—। অকলে, অকলে জাঁকৰ আগে আগে যোৱা জনেই সমদন খাছাৰী। দেওউঠি জাকি জাকি দেওধনি হৈ ৰাইজৰ এচোৱাক আকুহি অনা সমদন খছাৰী। গঠন নাই সংগঠন নাই কেবল আলৌকিক শক্তিৰে ৰাইজৰ এক অংশৰে বগা বঙাল বুটিছক খেদি আকৌ কছাৰী ৰাজ্য পাতি তাৰ ৰাজ সিংহাসনত খছাৰী ৰাইজৰ তেজ টুপি, টুপি, সুহা, নিজৰ শৌৰ্য্য বাৰ্য্য হেৰুৱাই আনৰ বশ্যতা স্বীকাৰ কৰা, প্ৰজাৰ আলৈ বিলৈ—বিলৈ, আথানি কৰা ৰাজবংশৰ কোনৰা এজনক গাবৰা মদায় দাও বক্সা পাতিবলৈ ষড়যন্ত্ৰ কৰা দেওধনি সমদন খছাৰীয়ে সদল বলে গঙ্গামত থকা বুটিছ পলিটিকেল অফিচাৰৰ বাংলো পুৰিবলৈ আগুৱাই গ'ল। ]

## বাংলো ঘৰত জুই লাগে

ইংৰাজৰ পলিটিকেল অফিচাৰে খিৰিকীয়েদি পলাব খোজোতে সমদন খছাৰীয়ে সেই পলিটিকেল অফিচাৰৰ হাতৰ বুঢ়া আঙুলি কুঠাৰেৰে ঘপিয়াই কাটে।

সমদন খছাৰীৰ বিকট হাঁহি পৰ্ব্বতত ঠেকা খাই ৰজনজনাই উঠে।

[ সুত্রধাৰ :—সমদন খছাৰীৰ কুঠাৰৰ ঘাপত ইংৰাজ অফিচাৰৰ বুঢ়া আঙুলি ছিঙি পৰিল শেহত তাৰ বিহত মৰিল ]

ষষ্ঠ ছবি :—ঘন হাবি।······

এজোপা বৰ ডাঙৰ গছৰ তলত সমদন খছাৰীয়ে জুই ধৰি নিজৰ আহাৰ ৰান্ধে।······কেউ পিনৰ পৰা ইংৰাজৰ সৈন্যৰ বন্দুকলৈ সমদন খছাৰীক আগুছি বেৰি ধৰে। গুড়ুম.!

ইংৰাজৰ গুলিৰ অঘাতত সমদন খছাৰী মৰে।

সপ্তম ছবি :—

[ সূত্ৰ ধাৰ :—এই দৰে অসমৰ প্ৰত্যেক ৰাজ্যৰ একোজন বীৰ সংগ্ৰাম কৰি ইংৰাজৰ সাম্ৰাজ্যবাদী শিকলিৰ বান্ধ ছিঙি নিজৰ নিজৰ দেশৰ মুক্তি আনিবলৈ গৈ শ্বহীদ হল।......

টিকেন্দ্ৰ জিং!

লৱনু দেহৰে লহৰ তুলি মগলৌ মণিপুৰী কুঁৱৰী লাইছেবীইতৰ নৃত্যৰ দেশৰ টিকেন্দ্ৰজিং। সিও ফাঁচীৰ ছিপজৰিলৈ শ্বহীদ হ'ল......থম্বাথৈবী নৃত্যৰত মণিপুৰী ডেকা-গাভৰু হতে নাচি আছে। কেউপিনৰ পৰা ইংৰাজৰ সেনা হতে আগুছি সিইতক শিকলিৰে ঘেৰি ধৰে।

মাজত এটা ফাঁচী কাঠ থিয় হৈ উঠে। সেই ফাঁচী কাঠত টিকেন্দ্ৰজিং।

এন্ধাৰ! .. ..

অষ্টমছবি :—বীৰ জাওলীয়া দেৱান।

একালে ইংৰাজৰ ফৌজ, আনফালে ভুটিয়া গঙ্গাৰৰ গাৰপা সৈন্যৰ দল

জাওলীয়াই ইংৰাজৰ ফৌজক যুজি খেদি নিয়ে। ভুটিয়া সৈন্য দলে খেদি গৈ জাওলীয়ক আগুছি ধৰে।

আঘাত পাই জাওলীয়ই মাটিত পৰে জাওলীয়াৰ আঘাতৰ ওপৰত আঘাত পৰে।

[ সূত্ৰধাৰ :—দৰং, কামৰূপ, গোৱালপাৰা জলপাইগুৰি জুৰি বড়ো খছাৰী জাওলীয়া দেৱানে নিজক একচ্ছত্ৰী নায়ক পাতিবলৈ ইংৰাজ আৰু ভূটিয়াৰ লগত যুঁজি যুঁজি শেহত নিজৰ জীৱনকে এৰিলে। এইদৰে বহুতো সংগ্ৰাম চলিল, বৃটিছ সাম্ৰাজ্যবাদৰ শিকলিৰ বান্ধোন ছিঙিবলৈ।

নৱম ছবি :—এটা বিৰাট সৰ্প। শিৰত ইংৰাজৰ পতাকা 'ইউনিয়ন জ্যাক। ভীষণ ৰূপ তাৰ। নগা আহে তাক মাৰিবলৈ গিলি থয়। এইদৰে, আবৰ মিচিমী খামটি, আঁকা, দফলা চিংফৌ গাৰো খাছীয়া কুঁকী টিপৰা, মিৰি, মিকিৰ, লালুং লুচাই সকলোৰে এজন এজনকৈ আহে, বৃটিছ সাম্ৰাজ্যবাদী সৰ্পক বধ কৰিবলৈ, শেহত সকলোৰে একো জন কৈ সেই সৰ্পৰ কৰালত পৰে।

সূত্ৰধাৰ :—এই দৰে গোটেই অসমৰ সাম্ৰাজ্যবাদী ইংৰাজ সৰ্পৰ কৰাল গৰাহত পৰিল। মৃত্যুমুখী সামন্ততন্ত্ৰবাদক যুগান্তকাৰী ধন-তান্ত্ৰিক সিংহাসনত পুনঃ প্ৰতিষ্ঠিত কৰাৰ সমগ্ৰ চেষ্টা ব্যৰ্থ হোৱাত অসমৰ সুবিধাবাদী নায়ক

নেতৃস্থানীয় লোক সকলে সাম্রাজ্যবাদী ইংৰাজৰ লগত মৈত্রী স্থাপন কৰিলে, কিন্তু দুঃখী নির্য্যাতিত খেতিয়ক শ্রেণীৰ অন্তৰত সিইতৰ সকলো যাতনা লাঞ্ছনাৰ মূল বৃটিছ সাম্রাজ্যবাদৰ ওপৰত সংঘাত চলাবলৈ চেতনা প্রেৰণা জাগি উঠিল ]

দশম ছবি :—সোঁমাজত বৃটিছ পতাকা উৰে কাষত বৃটিছ সৈন্য দুজন মান। তলত অলেখ লেখ খেতিয়ক বন্দুৱাক বিদ্রোহী ৰূপত দেখা যায়।· ···

পতাকাৰ তলত দেখা যায় ৰাঙলী আখৰত লিখা :—"ফুলগুৰীৰ ধাওৱা।"

"ৰঙ্গীয়া—বিদ্রোহ।"

"সৰ্থেবাৰীৰ আন্দোলন।"

"পাথুৰীয়াঘাটৰ ৰণ।"

"শিৱসাগৰৰ উজনি অঞ্চলত বিদ্রোহৰ ঢউ।"

"এঠৈকছচনৰ বিদেশী বৰ্জ্জনৰ অগ্নি যজ্ঞ।"

"একত্রিচ্ চনৰ সত্যাগ্ৰহ।"

"বিয়াল্লিচৰ বিপ্লব।"

এঠৈকছচনৰ বিদেশী বৰ্জ্জনৰ অগ্নি যজ্ঞৰ ফিৰিঙতি ছিটকনিৰ লগে লগে শুনা যায়, ৰাইজৰ অন্তর্ভেদী ধ্বনি—বন্দেমাতৰম্।

একত্রিচ চনৰ সত্যাগ্ৰহৰ লিখনি জিলিকি উঠাৰ লগে লগে গগন ভেদী আৰ্ত্তনাদৰ ৰোল উঠে, 'বন্দেমাতৰম' 'মহাত্মা গান্ধীৰ জয়'।

বিয়াল্লিচৰ বিপ্লব আখৰ কেইটি জুইৰ আঙ্গানিৰ দৰে জিলিকি জ্বলি উঠাৰ লগে লগে ৰূপোৱালি পৰ্দাত দেখা যায়। কিছুমান অসমীয়া ডেকা গাভৰুৱে হাতত জাতীয় পতাকা লৈ আগবঢ়া। লগে লগে হিয়া ছিগা বুকু ভগা ত্রিভূবন কপাই তোলা কৌটি কণ্ঠৰ ধ্বনি বন্দেমাতৰম মহাত্মাৰ জয়—কৰো নতু মৰো" ভাৰত ত্যাগ কৰ" ইকিইলাব্ জিন্দাবাদ।"

শেহত পতাকাৰ তলত ফাচীৰ মঞ্চ দেখা যায়। কুশল কোঁৱৰৰ ডিঙিত ফাঁচীৰ চিপজৰী লগায়।

দুইজন গান্ধী টুপি পিন্ধা অসমীয়াই জাতীয় পতাকা লৈ ফাঁচীৰ চাঙত উঠে। ইংৰাজ দুজনে বৃটিছ পতাকা "ইউনিয়ন জ্যাক" হাতত লৈ চাঙৰ পৰা নামি আতৰি যায়।

[ সূত্রধাৰ :—কুশল কোঁৱৰ আদি বীৰ শ্বহীদ সকলে স্বাধীনতা সংগ্রামত জীৱন বিসৰ্জ্জন দিয়াৰ পাচতে বৃটিছ সিংহই অসম, ভাৰত ত্যাগ কৰিলে। ১৯৪৭ চনৰ পোন্ধৰ আগষ্টত ভাৰত স্বাধীন হ'ল।

জাতীয় পতাকাৰ তলত দেখা যায় সোণোৱালি আখৰত
"ভাৰত স্বাধীন হ'ল।"
স্বাধীন অসম।
"বন্দেমাতৰম্" সঙ্গীত মুখৰিত হৈ ৰজন জনাই উঠে।
তাৰ পিচতে এন্ধাৰ।
যৱনিকা পৰাৰ শব্দ শুনা যায়।

—ঃ যৱনিকা ঃ—

[ উলাহৰ উখল মাখল! ···
দিব্য ৰঙ্গ-মঞ্চ আলোকেৰে জল মল। ····
সাতোলা-আসন·· বাস্তিৰে উজ্জ্বল!······
পাঁচ-খলপীয়া সেই আসন-বেদীত দেৱী মনোহৰা
সুখ মনা, ভাৰতী জননী।······
· চউ পাশে পূজাৰিণী····
ছন্দে-ছন্দে নচা গীত-বাদ্য নৃত্য-ৰত চাৰণ চাৰণী।
গায় সবে মুকতিৰ গান,
মুকতি আনন্দে
মুক্ত ছন্দে
মহানন্দে কৰে নৃত্য সবে ভক্তবৃন্দে।······
···· দুৰণিত ৰিনি ৰিনি দেখা যায় কোম্পানী
জাহাজ।······
জাহাজত বিদেশী ইংৰাজ······
ভাৰতীয় কাষতেই জননী অসমী—
অসম বাসীৰ জন্ম-ভূমি
স্বৰ্গাদপি গৰিয়সী—
শ্ৰেয়সী প্ৰেয়সী
······দুয়ো শৃঙ্খলিতা।······

উভয়ে বন্দিনী ; দুয়ো পুজিতা···সেবিতা ·····জাহাজৰ ইংৰাজৰ হাতত শিকলি।······শিকলিৰ বন্ধনিত দুয়ো হয় জলা—কলা—আউলি—জাউলী।···

( ···যৱনিকা উঠনৰ লগে লগে ) উঠে "বন্দেমাতৰম ধ্বনি"

[ ছন্দিত গীতি—নৃত্যৰ ৰজন জননি
তুলি কৰে ৰঙ্গ মঞ্চ সঙ্গীত মুখৰ
দীপ্ত দৃশ্যাৱলী ভৰা সুন্দৰ লহৰ ]

—গীত—

আই মোৰ ভাৰতী জননী—
লখিমী দুখুনী ,—
ভাৰত বাসীৰ হৃদয়ৰে ৰাণী ,—
মোৰ পৰানৰ
মোৰ জীৱনৰ
চেনেহী গোসানী। · ···

সোণামুৰা সঁফুৰা সুখৰে কোলাত তোৰ
উমলি পাওঁ সৰগৰ অমিয়া যেন মোৰ
তেও কিয় নপৰে শত শত দুখৰ ওৰ ?
—পৰানৰ আই
জীৱনৰ আই
কিয়নো বন্দিনী ?· ···
নিচলা আই অ' দেৱী স্বৰূপিনী ? ··
·· চেনেহী চিকুণী দেৱী। অসমী জননী
লখিমী দুখিনী মোৰ চেনেহী—
গোসানী—

পিশাচে নি শুহি
ৰকত্ পিয়েহি ,—
হিয়া তোৰ যায় জুহি
ওৰে নিশা দিন ,

সউ ধনৰে থকুৱা
জননীৰে তেজ পিয়া
ৰকতেৰে ৰং চুবা
    কৰে তোক অইক্ষীণ
পাবিনো মুকুতি অসমী। কাহানি ?

( নৃত্য বন্ধ হোৱাৰ পাছতেই মূখ্য পূজাৰীয়ে আবৃত্তি গায়।······লগে লগে আবহমান সঙ্গীতৰ ঢউ উঠি থাকে।· ·

সেই ঢউত ওপঙি ওপঙি আবৃত্তিৰ স্বৰূপ। প্ৰকাশ পায় )

মূখ্য পূজাৰী :—

ভাৰতী জননী।·
কোটি কোটি সন্তানৰ মাতৃ স্বৰূপিণী—
কবি শিল্পী ভাবুকৰ মধুৰ কল্পনা
পৃথিবীৰ মহা মহা কূটনীতি বিশাৰদৰ জটিল জল্পনা
মহা ভাৰতৰ গৰিমাৰ মধুগান—
ধনিকৰ কবি সেৱকৰ অৱদান
তব মহিমাৰে ভৰা তোমালৈহে কৰে সবে দান।······
· · ইমান পুজিতা।
তেও কিয় বিদেশীৰ দ্বাৰা শৃঙ্খলিতা ? ···
হায় ! ৰাণী ! আজি তুমি শোষণ বাদীৰ
মহা শোষণৰ থল···
ৰক্ত শোষকৰ দল,
জুমে জুমে আহি
    বিকট ভাবেৰে হাঁহি
        দূৰ্দ্দান্ত ৰাক্ষস সম ককি ককি
            কুককি কুককি
তোমাৰ ৰাঙলি তেজ নিয়ে স্থহি স্থহি।
কোমল কুসুম—সম যোৱাহি মৰহি।······
তাৰ পৰিনামে হায় ! তোমাৰ সুন্দৰ দেহা হ'ল আজি জকা
সেই জকা সাম্ৰাজ্যবাদৰ সৃষ্টি শাসন পটত আঁকা
ধনতন্ত্ৰী শোষণৰ ৰহনেৰে লিখা,—

শোষণ বাদীৰ ইতিহাসৰ পাতৰ ছবি,—
এক জাতি একতা দেশ মাতৃকা।
আই মোৰ জননী অসমী !…… ·
অসম—বাসীৰ জন্মভূমি
স্বৰ্গদপি গৰিয়সী
শ্ৰেয়সী প্ৰেয়সী।· ·
তোমাৰো একেই দশা।……
তোমাৰ মূৰ্ত্তিও সেই শোষণ বোলেৰে আঁকা ,—
তুমিও যে শোষণ বাদীৰ ইতি হাসৰ পাতৰ
ছবি,এক জাতি একতা দেশ মাতৃকা।
উভয়ো বন্দিনী হায় ! উভয়ৰে চৰণত কঠিন শিকলী।……
শৃঙ্খলৰ বন্ধনত দুয়ো হোৱা জলা কলা আউলী জাউলী।·· · ·

[ এনেতে পিছফালেদি সাতোলা আসনৰ পিচ পিনৰ পৰা দুজন বিকট আকাৰৰ ৰাক্ষস-ৰূপী সাম্ৰাজ্যবাদী ইংৰাজ দুজনে ভাৰতী জননী আৰু আই অসমীৰ শ্ৰীহস্ত তুলি মুখত লৈ সুহে ,—মাজে মাজে বুকুত টিপ টিপনি তোলা বিকট আটাহ-হাঁহি শুনা যায়।…… ]

সৌৱা সৌৱা চোৱা শোষকৰ দল
শাসন নামত সুহে ৰক্ত আবিৰল :—
তোমাৰ তপত ৰঙা তেজ টুপি টুপি। ··
পিয়ে মনে মনে চুপি চুপি।
দুখৰ জ্বালাত দুয়ো ভাৰতী অসমী আয়ে চকুৰলোতক টুকে উচপি উচপি।
……গোপুতে গোপনে তেজ পিয়া—
এই কথা নাজানে বাইজে কাৰো জ্ঞান নাইকীয়া

[ সাম্ৰাজ্যবাদী ৰাক্ষসৰ গুপুতে গোপনে অগোচৰে তেজ পিয়া কাৰ্য্যচলি থাকে।……

মাজে মাজে বিকট হাঁহি শুনা যায়
লগে লগে করুণ ইননি বিননি উঠে। ···

চৰণ চাৰণী আদি বজ মকৰ সকলোৰে আতঙ্কত শিয়ৰি উঠে—ভয়ত কাতৰ হয়—মূছকছ যায়।……

কেৱল মুখ্য পূজাৰীয়ে ধীৰ থিৰহৈ আবৃত্তি গায়……

আবহমান সঙ্গীত চলিয়েই থাকে……ভাবান্তৰৰ লগে লগে সুৰ ও বিধে বিধে ৰূপ লৈ মীড় মুচ্ছনাৰে ৰূপায়িত হয় ··]

দ্বিতীয় সমৰে যে দিলে হেচাধৰণী বুকুত—

পৰিনামে দেখা দিলে বিষম সঙ্কট।···অভাবৰ তাড়নাই ৰাক্ষস বেশেৰে আহি পৃথিবী কৰিলে গ্ৰাস।

···তৃতীয়াৰ হ'ল সৰ্ব্বনাশ।··

·· ভাৰততো দেশ জুৰি হ'ল হাহাকাৰ

উঠি ভাহি বিয়পিল বোল হতাশৰ।·

অকাল দুৰ্ভিক্ষ দুষ্টা ৰাক্ষসীৰ কৰাল গ্ৰাসত দুখীয়া ৰাইজে বল কৰি ছটফট্।···

[এনেতে নৰকঙ্কাল ৰূপী এজাক নৰ নাৰীয়ে ৰঙ্গ-মঞ্চৰ মাজেদি আতুৰ কাতৰ হৈ ঢলি পৰি উঠি যায়।]

সি এটা কৰুন দৃশ্য।·

দৃশ্য বেচিকৈয়ে সকৰুন হৈ উঠে যেতিয়া কাতৰ ক্ৰন্দনৰ বোল উঠে।·· যেনে ক্ৰন্দসা ৰোদসী ধৰণীৰ বুকু ভগা হিয়া ছিগা কান্দোন হে।· ··

· ৰঙ্গ মঞ্চত মুচ্ছিত চাৰণ চাৰণী আদিয়ে জাগ্ৰত হৈ চকু মোহাৰি এনে সকৰুন দৃশ্য দেখি, অসহ্য হৈ উতলুৱা ভাবে জাহাজাৰ পিনে বজ্ৰ মুঠি প্ৰসাৰিত কৰি মিলিত কণ্ঠে চিঞৰি উঠে-·

"ভাৰত ত্যাগ কৰ!—ভাৰত ত্যাগ কৰ !! ভাৰত ত্যাগ কৰ !!!

মহা ভাৰতৰ—

অন্তৰ কুণ্ডৰ পৰা হয় প্ৰবাহিত ধ্বনি-ভাৰত ত্যাগৰ।··

ৰাইজে বুজিলে কোন শতক দেশৰ—

কিনো মুল দুখ অভাবৰ।

বিদেশী—শাসন

আৰু ধনী ইংৰাজৰ শোষণ—

এয়ে হ'ল ৰাইজৰ দুখ-দুৰ্গতিৰ কাৰণ।···

নিপীড়িত ভাৰত-বাসীৰ হ'ল জ্ঞান।···

উঠিল বিদ্ৰোহী বান।···

বিয়াল্লিশ চন।

বিয়াল্লিশ চন্।···

দেশ জুৰি হ'ল আন্দোলন।·

নিদ্ৰিত দেশত হ'ল জন-জাগৰণ।...

[ নেপথ্যৰত আৰু ৰঙ্গ মঞ্চত একে বাহে বন্দে মাতৰম্ আৰু ভাৰত ত্যাগৰ মন্ত্ৰ বোল উঠে।..

কোম্পানী জাহাজৰ পৰা বন্দুকৰ শব্দ শুনা যায়। জনতাৰ কোলাহল তীব্ৰতৰ হৈ উঠে।.. ]

দেশ-জুৰি বন্দে মাতৰম্ আৰু ভাৰত ত্যাগৰ মন্ত্ৰ বোল তুলিলে কল্লোল।..

মেদিনী কঁপিল,—

ত্ৰিভুবন উতলি উঠি।.

[ জনতাই গৈ শিকলি খামোচ মাৰি ধৰে। ]

সমৰত ক্লান্ত পৰিশ্ৰান্ত দুৰ্ব্বল ইংৰাজ

দেশৰ উন্মত্ত ৰণ সাজ

ভাৰতৰ কোটি কোটি সন্তানৰ ৰুদ্ৰমূৰ্তি দেখি থমকি চমকি গুপুতে গোপনে বুলে কুটনীতি শোষনৰ জাল।...

[ এনেতে ভাৰতৰ আমীৰ ভূপাল মহাৰাজ, মহাজন ৰজা জমিদাৰ আহি প্ৰবেশ কৰোতেই কোম্পানী জাহাজৰ পৰা কিছুমান ইংৰাজে নামি আহি ফুচফুচ কৈ মেল পাতে ]

ভাৰতৰ আমীৰ, ভূপাল,

মহাৰাজ পুঁজিপতি মহাজন ৰজা জমিদাৰ

হ' হুঁচিয়াৰ

পাতিলে গোপনে মেল

মেলিলে শোষণ-খেল

শিকি তেজ পিয়া মন্ত্ৰ

ফাঁকি বাজী ধন তন্ত্ৰ।..

[ ইংৰাজ কেইজনে জাহাজত উঠে। ভাৰতীয় নেতৃবৃন্দই জনতাৰ কাষলৈ যায়।...

নেপথ্যৰ পৰা মন্ত্ৰধ্বনি উঠে—"ওঁ শান্তি! ওঁ শান্তি!! ওঁ শান্তি!!!

মন্ত্ৰ ধ্বনিৰ লগে লগে জনতাই শিকলি এৰিদি লাহে লাহে কৈ গুচি যায়।.

ভাৰতী জননী আৰু আই অসমীৰ চৰণ বন্ধনী শিকলি ভাৰতীয় ধনিক শ্ৰেণীৰ কঠিন হাতত পৰে।

জাহাজৰ পৰা শিকলি খহি পৰি যায়। ]...

…এনে ভাবে ভাৰতৰ

পুজিবাদী সকলৰ

গহন কক্ষৰ মাজে চলিল ভীষণ ষড়যন্ত্ৰ।

সহায় সাৰথি হ'ল

ইংৰাজৰ ধনী ৰক্ত শোষকৰ দল।

ভাৰতৰ জনতাৰ কৰিলে নেতৃত্ব ধনী পুঁজি-পতি সবে।

'বন্দেমাতৰম' আৰু ভাৰত ত্যাগৰ মন্ত্ৰ-ৰে :

ধৰণী কঁপিল

ত্ৰিভুবন উতলি উঠিল।…

[ নেপথ্যৰ 'বন্দেমাতৰম্' আৰু 'ভাৰত ত্যাগৰ কোলাহল উঠে কোম্পানীৰ জাহাজ টুলবুলাই থাকে।… ]

কোম্পানীৰ জাহাজ সোৱা কৰে টলমল ,—

লোহৰ নঙৰ তুলি চলে কল—

অবিৰল—

চুঙিয়েদি ধোঁৱা উলিযাই সোৱা চিয়ৰি উঠিল ধ্বনি বিদায়ৰ বাণী।

ভাৰত সাগৰ এৰি গ'ল—

ত্যাজি শাসনৰ থ'ল

গঢ়ি শোষণৰ কল

বৃটেইনৰ সাউদৰ দল।

‥ গ'ল বগা বঙাল ইংৰাজ—

পাতি ধন ৰাজ

কৰি বৰ বাদ

সাত চল্লিচ চনৰ—পোন্ধৰ আগষ্ট।

সিদিনাই পোৱা হ'ল স্বাধীনতা ভাৰতবাসীৰ কাম্য ইষ্ট। দুভাগে খণ্ডিতা আই ভাৰতী স্বাধীনা হল—মুকুতা অদমী।…·

ৰাইজৰ জন্ম ভূমি,—

শ্ৰেয়সী—প্ৰেয়সী

স্বৰ্গাদপি গৰিয়সী।……

এমুঠি ধনীৰ হ'ল সুখ

কোটি কোটি ৰাইজৰ হ'ল বিধে বিধে নানা দুঃখ……

এয়ে হল স্বাধীনতা ভুৱা স্বাধীনতা।……

কোটি কোটি মানবৰ ঘৃণ্য অধীনতা।····
পীড়ন যাতনা ভৰা
পৃথিবীৰ ইতিহাস !
কৰে ইতিকিং দুখীয়াক দুৰ্ভাগ্যৰ পৰিহাস ···
[ কোম্পানীৰ জাহাজ টুলবুল কৰে।······
লোহৰ 'নঙ্গৰ' তুলি কল চলাৰ শব্দ শুনা যায়।
অবিৰল ভাবে কল চলিয়েই থাকে।···
জাহাজৰ চুঙীয়েদি ধোৱা উগৰি গুলায়। ···
জাহাজৰ 'চিটি' চিঞৰি উঠে।······

কোম্পানীৰ জাহাজ লাহে লাহে টুলবুলাই গুচি যায় · ৰাক্ষস ৰূপী ৰঙচুৰা সাম্ৰাজ্যবাদী ইংৰাজ দুজনে আৰু বিকটাকাৰ কলা ভাৰতীয় ধনতান্ত্ৰিক ধন-ৰাজ নব পিশাচ্ দুজনে আই অসমী আৰু ভাৰতী জননীৰ শ্ৰী হস্ত তুলি শোষণ কৰে।

নেপথ্যত কৰুন বিননিৰ ৰোল উঠে। ··
···লাহে লাহেকৈ যবনিকাৰ পতন হয়।· · ]

যবনিকা

## দ্বিতীয় পট

কাষত অসমৰ কাউন্সিল ঘৰৰ এছোৱা দেখা যায়। "অসম কাউন্সিল"— সেই ঘৰৰ গাত লিখা আখৰ কেইটি জিলিকি উঠে।

সোঁমাজতে এটা বিকট বহনা কাঠ*। সেই কাঠত ডাঙৰ আখৰেৰে লিখা থাকে "শ্বিলংচৰকাৰ।

*উজনি অসমত তেল পেৰিবলৈ হলে এটা ডাঙৰ গছৰ গুৰি কাটি ওপৰভাগ সমান কৰি প্ৰথমে সোঁমাজতে ঘূৰণীয়াকৈ দুআঙুল মান ওখকৈ ছ আঙুলমান ব্যাসৰে খৈ চাৰিওকালে তিমানেই বেৰ ৰাখি চাছি উলিয়াই একালে নলৰ দৰে বাট ৰাখি দীঘলীয়াকৈ ৰখা হয়। ইয়াকেই বহনা কাঠ বোলে। ওচৰত জুইৰ তাপত আল দি কেৰাহীত সৰিয়হ তপতাই সেই

বেতেৰী ওভটাকৈ সেই ছ আঙুল ব্যাসৰ খোপনিত খোপে খোপে বহুৱা হয়। এদাল গছৰ খোৰঙত এছটা চাৰিহতীয়া তক্তাপাট ( যাক লাংপাট কয় ) সেই বেতেৰীৰ ওপৰেদি পাৰি সেই লাংপাটৰ হেচা খোৱাত তেল ওলায়। সেই তেল বহনা কাঠৰ সমান ঠায়েদি বাগৰি নলৰ নিচিনা বাটেদি বৈ পৰে।

কাষতে ফ্যাচিবাদী স্বৈৰতন্ত্ৰী আমোলৰ অগনিত জ্বাল দি তিনি জন পুলিচ মিলিটাৰী আৰু আমোলাই আইনৰ কেৰাহীত ওচৰৰ ডাঙৰ পাছীৰ, পৰা সৰিয়হ লৈ ঢালি তপতায়।

কেৰাহীত "আইন পাছীত" "প্ৰজা ৰাইজ" লিখা থাকে। ··তপত সৰিয়হ "আইন বান্ধনি" লিখা বেতেৰীত ভৰাই দিইঁতে সেই ৰাইজ হেন তপত সৰিয়হেৰে ভৰা, আইন-বান্ধনি বেতেৰীটো নি ওভটাই সেই "শ্বিলং চৰকাৰ" হেন বহনা কাঠৰ খোপনিত খোপে খোপে বহুৱাই দিয়ে।· · ·

সিহতে "আইন" লিখা পাট এছটা তুলিনি "অসম কাউন্সিল, ঘৰৰ খোৰোঙত সেই লাং-পাটৰ এটা চকু সোমাই সেই বহনা কাঠত বহোৱা বেতেৰীটোৰ ওপৰেদি পাৰি হেচা দি থয়।·· ·· সেই লাং পাটৰ আন চুকত বৰ বৰ দলৈ, বৰ বৰ মেধি, বৰবৰ ব্ৰহ্ম, বৰ বৰ শইকীয়া, বৰ বৰ বসুমতাৰীয়ে বহি হেচা দিয়ে······সেই বহনা কাঠৰ ওপৰেদি তেল বাগৰি নলৰ মুখত পাতি থোৱা "টেক্স" লিখা কলহ ভৰি উঠে।······কাষতে শাৰীকৈ কলহ কিছুমান থাকে। কলহ বোৰত লিখা থাকে—"খাজনা", "বিক্ৰীকৰ", "লাভ", "কলা বজাৰ" "চোৰাং বেপাৰ "অধিয়াৰ আইন "নিৰাপত্তা আইন"·· ইত্যাদি ·

টেক্স—কলহটো "শ্বিলং চৰকাৰ লিখা বহনা কাঠৰ নলৰ মুখৰ তলত সেই পুলিচ মিলিটাৰী আমোলাই পাতি দিয়ে।······

এজন জমিদাৰে "খাজনা" কলহটো ভৰি উঠাত আহি তুলি লৈ যায়।···

এনেকৈ লাভ কলহটো ভৰি উঠিলে, কেঁঞা, পুং বাগিছাৰ চাহৰ ম্যানেজাৰে আহি লৈ যায়।······

'কলা বজাৰ'—'চোৰাং বেপাৰ কলহ ভৰি উঠাত মহাজন দুজনে আহিলৈ যায়।······

"আধিয়াৰ আইনৰ" কলহটো ধনী মহাজন মাটিগিৰি জমিদাৰে মাতি আহি লৈ যায়।······

"নিৰাপত্তা আইন" লিখা কলহটো কাৰখানাৰ মালিক পুঁজি পতি হতে আহি তুলি লৈ যায়।······

ভিতৰৰ পৰা সঙ্গীত বাজি উঠে।......আবৃত্তি ছন্দত গোৱা হয়।......

সেই ছন্দত সেই সঙ্গীত মুখৰিত হয়। ভাব অনুযায়ী সঙ্গীতৰও বিকাশ হয়।......

আবৃত্তিৰ লগে লগে সেই ছন্দত ৰঙ্গ মঞ্চত পৰিচালনাৰ মতে অভিনেতা অভিনেত্ৰী সকলে ছন্দে ছন্দে তালে তালে গাত লহৰ তুলি মূকাভিনয় কৰি ভাবৰ প্ৰকাশ কৰে।· ···

আবাহন সঙ্গীতৰ ভেজাদি ভিতৰৰ পৰা আবৃত্তি পোৱা হয়। ]

আবৃত্তি

## চৰকাৰ

ভাৰতৰ চৰকাৰ।

ধনী মহাজন বজা মহাৰাজ জমিদাৰ—

সিঁহতৰ শোষণৰ নিৰমম্ হাতিয়াৰ—

তিলে তিলে সৰা টুপি টুপি তেজ পিয়া তুখীয়াৰ ;—

স্বাধীন দেশৰ মহাভাৰতৰ এনে চৰকাৰ ,—

অসমৰ চৰকাৰ ধনিকৰ ৰাজপাট :—

ইংৰাজী পুংধনি, চাহ বাগিচাৰ মহা-মালিকৰ খাট ;—

কলা ধন—ৰাজ ;—ধনী বগা কলা সাউদৰ মুনাফাৰ বাট

চোৰাং বেপাৰী কলা-বজাৰীৰ হাট—

আমোলা বাবু হঁতে ঘুচ্‌ খোৱা উপায়ৰ জাত।

জাল দি জুলুমৰ কলা আইনৰ কেৰাহীত।

ৰাইজ সৰিয়হক তপতাই ভৰি বেতেৰীত

উভটাই খোপনিৰ মূৰত থুৱাই—

খোপে খোপে বহুৱাই—

কাউন্সিল খোৰঙত এচুক সোমাই,

পেট ভৰা বেতেৰীৰ ওপৰেদি সমানে লগাই

পাৰে লাংপাট ,—

তাৰ আন চুকে বহে ভৰদি বৰুৱা

বৰ বৰ মেধি ব্ৰহ্ম, দলৈ শইকীয়া
বসুমতাৰী আদি খিলঙৰ দেৱতা সকল—
সিইঁতৰ হেচা খহি ওলায় তেলৰ টুপি নিতে অবিৰল !
এনে এই অকলা নগৰী সম খিলং বহনা—কাঠ
খোপে, খোপে বহুৱাই আইনৰ জাল খোৱা ৰাইজ বেহৰবে ভৰা বেতেৰীটি —তাত
কাউন্সিল খোৰোঙত এচুক খুৱাই তাৰ ওপৰেদি পৰা লাংপাট
তাৰ আন চুকে বহা বৰ বৰ দেৱতা সকল যাৰ ফাঁকৰ
ভাগ্যত আছে সৰগৰ সুখ পোৱা ভুৱা ৰাজপাট
এনে এই খিলং বহনা কাঠ
অসমৰ ধন ৰাজপাট ।

[ আবৃত্তিৰ ছন্দত মৃদংৰ বোল উঠে, মাত্ৰক ছন্দত খুটি-তাল বাজে ,—তালে, তালে ভোৰতাল আৰু বৰকাঁহ গৰজে । ..

মুকাভিনয় সম্পূৰ্ণ নহোৱা লৈকে আবৃত্তিৰ পুনাৰাবৃত্তি অভিনয় শেষ হোৱাৰ লগে লগেনেপথ্যত করুণ এস্কাৰৰবোল শুনা যায় ।.... ৰঙ্গ-মঞ্চত থকা অভিনেতা সকলৰ উত্তেজনা বাঢ়ি যায়......দৃশ্যৰ চৰম—বিকাশত যৱনিকা পৰে । ]

যৱনিকা

## —ঃ তৃতীয় পট ঃ—

ডুবৈত কাৰখানা ।—চুঙীয়েদি ( চিমনীয়েদি ) ধোৱা বাহিৰ হৈ আছে । কলৰ ঘৰঘৰনি শব্দ শুনা যায় ।

চিটি বাজে ।—

[ নেপথ্যত গান অনবৰত চলিয়েই থাকে ।......

—গান—

কাৰখানাৰে চিটিৰ হুমুনিয়া ,—
কলৰ ঘৰঘৰণি বুকু কঁপোৱা—

শুনি শুনি কঁাহৰ মাত কঠুৰা
—কান্দে দুখীয়া বমুৰা……
শুদা মজিয়াত অকল শৰীয়া
বিনায় কোলাত হিয়া—লগৰীয়া
পুৰায় লঘোন—ভাত নাইকীয়া :—
হায়! হায়!! হায়!!! দুৰ কপলীয়া
—কান্দে দুখীয়া বমুৰা।
অসহ জীবন উটি ভাহি যোৱা
ভগা ছিগা মানবী আমঠু হিয়া
শ্ৰম কৰিও খাবলৈ নোহোৱা
আলই বিলই হোৱা হজুৰা
—কান্দ দুঃখীয়া বমুৰা। ……
কুলি বনোৱাৰ ঘৰৰ আগ চোতাল।……
ঘৰৰ এছোৱা দেখা যায়।……

ঘৰৰ পদুলিত এহাল খাবলৈ নোপোৱা বমুৰা আৰু বমুৰা তিৰোতাই বহি চিন্তাত মগ্ন।……

"কাৰখানাৰে চিটিৰ হমনিয়াহ" শাৰীটো গোৱাৰ লগে লগে উভয়ে ইজনে সিজনীৰ মুখলৈ কাতৰ নয়নে চাই দীঘলীয়াকৈ হুমুনিয়াহ কাঢ়ে।

·· ···কলৰ ঘৰ ঘৰণি বুকু কঁপোৱা—গীত শাৰীটো গোৱাৰ লগে লগে কলৰ শব্দ জোৰকৈ উঠে।……

বমুৰা বমুৰানীয়ে উচাপ্ খাই উঠে……মুখত ভয়ৰ ছাব।·· ···শুনি শুনি কঁাহৰ মাত কঠুৰা……গীত শাৰীত কাৰখানাৰ কঁাহৰ ঘণ্টা ছবাৰ কোব খাই বাজি উঠে।……

সেই হাল বমুৰা বমুৰানীয়ে মন দি শুনে। শেহত 'কান্দে দুখীয়া বমুৰা গীত শাৰীৰ লগে লগে উচুপি উচুপি ফেকুৰি ফেকুৰি কান্দে।·· ···

আবহ সঙ্গীত বজাৰ লগে লগে ৰঙ্গমঞ্চ আলোক প্ৰভা ক্ষীণ হৈ আহে।··· কেৰাচিন তেলৰ চাকিটি জ্বলাই ভিতৰৰ ভাতৰ চৰুটো উলিয়াই আনি বমুৰানীয়ে দেখে যে চৰুত ভাত নাই। দুয়ো দীঘল হুমুনিয়াহ কাঢ়ে। নিৰুপায় হৈ বমুৰাই বেৰত আউজি টোপনি যায়। তাৰ কোলাত মূৰটো গুজি ফেকুৰি কান্দি শেহত বমুৰানীয়ে ও টোপনি যায়।

…"পুৱাই লঘোণ ভাত নাইকীয়া" গীত ফাঁকি গোৱাৰ লগে লগে পুৱতী বেলিয়ে কাৰখানাৰ গাৰ আৱৰ পৰা ৰঙা মুখ খন উলিয়াই দেখা দিয়ে।……

কোলাৰ পৰা বন্নুৱানীয়ে টোপনিৰ পৰা সাৰ পাই উঠি চকু মোহাৰি চকটো চাই, দেখে ভাত নাই।……

মনৰ বেজাৰত কপাল চপৰিয়াই চপৰিয়াই কান্দি কান্দি গিৰিয়েকক শুদা চৰুটো ওচৰলৈ আনি দেখুৱায়—ভাত নাই।……

উভয়ে বুকু ভগা, হিয়া ছিগা হুমুনিয়াহ কাঢ়ি চকুলো টুকে।……

আকৌ কাৰখানাৰ চিটিৰ হুমুনিয়াহ গীত ফাঁকিৰ…লগে লগে কাৰখানাৰ চিটি বাজি উঠে……কলৰ ঘৰ ঘৰনিৰ শব্দ বেছি হয়, কাহৰ ঘণ্টাত ছ' বজাৰ কোব পৰে।……।

বন্নুৱা-বন্নুৱানীৰ ঘৰৰ কাষেদি কুলি কুলিয়নীৰ জাঁকে কাৰখানাৰ ফালে খোজ লয়।……

বন্নুৱানীয়েও ভগা বুকুলৈ কাষত আওজাই থোৱা বেতৰ টুকুৰীটো পিঠিত ওলমাই লয়।……

"অসহ জীৱন উটি ভাহি যোৱা" গীত ফাঁকি গোৱাৰ লগে লগে বন্নুৱাই উঠি কাষত পৰি থকা কোৰখন কান্ধত তুলি লয়।—

আকৌ সেই বন্নুৱা—বন্নুৱানীয়ে ভাতৰ চৰুটো চাই হুমুনিয়াহ কাঢ়ি কাৰখানাৰ ফালে আথে-বাথেকৈ খোজ লয়।…… দুয়ো কাৰখানাৰ কাষলৈ গৈ জাঁকত মিলি যায়।…… সকলোৰে ইজনে সিজনৰ ইজনীয়ে সিজনীৰ মুখলৈ চাই কান্দি কান্দি চকুলো মুছে।

এনেতে বিশ্ব-বিপ্লৱীৰ সমদল এজাঁকে সদল বলে খেতিয়ক বন্নুৱাক লৈ আগুৱাই যায় গীত গাই গাই কাৰখানাৰ ওচৰেদি।……

(গান)

আগুৱাই ব'ল আগুৱাই ব'ল
আগুৱাই ব'ল সমনীয়া
হালোৱাৰ দল হজুৱাৰ দল
বন্নুৱাৰ দল অ' বন্নুৱা।……

অহৰহ জ্বলে হৃদয়ত দুখৰে অগনি
পৰে দুঃখীৰ পেটত লঘোনত ভোকৰে পোৰণি
ছিড়ি ভাঙি শত যুগৰ শিকলি বান্ধনি
ৰণ-দুন্দুভি বজাই যা যা আগুৱাই আগুৱা।· ···

······সেই বিপ্লৱী সমদলত যোগ দি সেই বনুৱাৰ জাঁকেও গীত গাই গাই আগুৱাই যায়।·· ·

কাৰখানাৰ চিটি বাজিয়েই থাকে—কলৰ ঘৰ ঘৰনিৰ শব্দ উঠিয়েই থাকে—কাঁহৰ ঘণ্টাৰ মাত আকুল ভাবে মাতিয়েই থাকে—ধনিক শ্ৰেণীৰ শৃঙ্খল বন্ধনত বন্দী অবস্থাত নিৰুপায় হৈ।· ···

যৱনিকা

[ সূত্ৰধাৰ :—হায়! স্বাধীন ভাৰত!···তোমাৰ সৰগহেন কোলা আজি নৰকহে পৰিল।·· সমাজৰ মেৰুদণ্ড বনুৱা মজুৰৰ আজি কিমান দুৰ্গতি কিমান আলৈ বিলৈ আলাই আথানি। হায়! হায়!!···হায়!!! ]

চতুৰ্থ পট :—এখন ওখ বেদী।···বহু মূলীয়া কাৰ্পেটেৰে ঢকা তাৰ ওপৰত তাকীয়া। সেই বেদীৰ ওপৰত বহি থকা এজন মাৰোৱাৰী বেশী পেটুৱা সাউদ।···তাৰ কাষত লোৰ চিন্দুক।···টকাৰ মোনা, সৰু কাঠৰ বাকচ, ৰঙা হিচাবৰ বহী।···

সি মাজে মাজে মোনাৰ পৰা টকা উলিয়াই হিচাব কৰে—বহীখন মেলি লিখে ;—আকৌ টকা মোনাত ভৰায়।···চিন্দুকটো খুলি কেই খিলাৰে শুখা এজাপ নোট উলিয়াই গনে—বহীত লিখে, আকৌ চিন্দুকত ভৰাই সি বন্ধ কৰে। মাজে মাজে সি তাকীয়াত আউজি বিশ্ৰাম কৰে।···

দুয়ো কাষে পুৰুষ-নাৰীৰ পৰিপাটিকৈ সজাশাৰী।···প্ৰত্যেকৰ শিৰত বস্তিৰ ঝাৰ।··সঙ্গীতৰ সুৰ প্ৰথমৰ পৰাই আৱহ মানহে থাকে। শেহত সেই সঙ্গীতৰ অন্তৰৰ পৰাই এটি গীত মুখৰিত হয়।··

সেই পেটুৱা সাঁউদৰ তালে, তালে, জোকোৰা দেখা যায়।···

॥ গীত ॥

দুঃখীয়াৰ কলিজা নিঙাৰি লৱ
টুপি টুপি তেজ সুহি সুহি পিব
ককি ককি মগুহ চোবাই খাব
কুৰকি হাৰ কেই ডালো চোবায়
—হুচিয়াৰ! হুচিয়াৰ
ধনী! মহাজন!! জমিদাৰ!!!
—হুচিয়াৰ! হুচিয়াৰ!!
বিপ্লৱ পথেৰে যাত্ৰী আমি
সৰব্ হাৰাৰ মুক্তি কামী
দৰ্প ধনীৰ আমি সংগ্ৰামী
ধনী! মহাজন!! জমিদাৰ!!!
হুচিয়াৰ! হুচিয়াৰ!!
শেষ যুদ্ধৰ আমি বন্ধুৰা
পৃথিবীৰ হালোৱা বন্ধুৰা
হম বিজয়ী আমি দুখীয়া
ক'ত ৰবি ধনী এইবাৰ?
—হুচিয়াৰ! হুচিয়াৰ!!

দুখীয়াৰ কলিজা নিঙাৰি লব—গীতফাঁকি গোৱাৰ লগে লগে বজ্ৰমুষ্টিৰে হস্ত তালে, তালে প্ৰসাৰিত কৰি সাউদৰ ফালে লক্ষ্য কৰা হয়।

দুয়ো শাৰীৰপৰা এজন পুৰুষ আৰু এজনী নাৰীয়ে শাৰী ভাঙি নাচি নাচি সমানে আগুৱাই ভাবব্যঞ্জক ভঙ্গিমাৰে নৃত্য কৰে।··

"হুচিয়াৰ! হুচিয়াৰ!!—গীত শাৰী গাঁওতে শাৰীত থকা পুৰুষ-নাৰীসকলে সাউদৰ ফালে হাত ডাভি মুঠি দেখুৱায়। ৰঙ মঞ্চৰ প্ৰত্যেক কাষৰপৰা তিনি জনকৈ মানুহে মুৰ উলিয়াই গীত গাই গাই সাউদৰ ফালে বজ্ৰ-মুঠি দেখুৱায়।

চাৰিওফালে এনে দৃশ্য দেখি সাউদ মহাজন জনে আতঙ্কত শিয়ৰি উঠে।···

"বিপ্লৱ পথেৰে যাত্ৰী আমি" গাওঁতে দুয়ো ফালৰ পৰা দুটা বিপ্লৱী সমদলে ৰঙা কাঁচি হাতুৰী চিন থকা নিচান হাতত লৈ সমানে সমানে গাই গাই প্ৰৱেশ কৰে।

আগৰ হাল পুৰুষ নাৰীয়ে ভাবব্যঞ্জক ভঙ্গিমাৰে নাচিয়েই থাকে।···

হুচিয়াৰ! হুচিয়াৰ!!—গীতফাঁকি গাওঁতে আগৰ নিচিনা কৈ সকলোৰে সাউদৰ ফালে হাত ডাঙি মুঠি দেখুৱায়।···

সাউদজনে ধনৰ মোনাটো বুকুত সাৱটি লৈ কঁপি থাকে।···"হুচিয়াৰ ফাঁকি শেষ হোৱাৰ লগে লগে সমদলটি দুভাগ দুফালে যায়।

নেপথ্যত এবাৰ ইনকিলাব্ জিন্দাবাদ ঐক্য ধ্বনি শুনা যায়।···

শেষ যুদ্ধৰ আমি বনুৱা শাৰীটি গোৱাৰ লগে লগে দুয়োফালৰপৰা এদল নাঙল-মৈ-কাঁচি লৈ খেতিয়কসকলে আৰু এদল হাতুৰী-কৰাত-কোৰ লৈ বনুৱা-সকলে বীৰ-বিক্ৰমে বুকু ফিন্দাই হস্তৰ মুদ্ৰা দৰ্শাই প্ৰবেশ কৰে।··

সেইহাল পুৰুষ-নাৰীয়ে সাৱলীল ভঙ্গিমাৰে নৃত্য কৰিয়েই থাকে।· 'হুচিয়াৰ! হুচিয়াৰ!! গীতফাঁকি গাওঁতে আগৰ নিচিনাকৈ চলিয়েই থাকে।

সাউদজনে ধনৰ মোনা আৰু হিচাবৰ ৰঙা বহীটো লৈ চিন্দুকটো গবাহ মাৰি ভয়ত-আতঙ্কত শিয়ৰি কঁপি থাকে।···

··গান শেষ হোৱাৰ লগে লগে দুদল খেতিয়ক বনুৱাৰ সমদলে হুঙ্কাৰি হুঙ্কাৰি বজ্ৰ মুঠি দেখুৱাই বীৰ-বিক্ৰমেৰে প্ৰস্থান কৰে।

সঙ্গীত সেই তালত বাজিয়েই থাকে। শিৰত বস্তিৰ ঝাৰ লৈ পুৰুষ-নাৰী দলে কঁপি কঁপি তালে তালে লৰমু দেহাত লহৰ তোলে।·

সেই ছন্দতে অন্য গীত মুখৰিত হৈ উঠে।·· তালে-তালে ছেৱে-ছেৱে সকলোৱে লয়লাসে নাচে।

॥ গীত ॥

গৰীব—হিয়াৰ অলেখ প্ৰদীপ জ্বালি
কোটি দুখীয়াৰ তপত ৰুধিৰ ঢালি
পাতে ধনীয়ে দীপালি—
বহু ব্যথিতৰ হিয়াই হিয়াই
প্ৰলয় নাচোন শিখাই শিখাই
তুলি দাবানল দুখ উজলাই

উঠে বিপলৱ জ্বলি
পাতে ধনীয়ে দীপালি।
পীড়িতৰ জ্বালা জ্বলে অবিৰল
দহে চিৰকাল ব্যাথাৰে অনল
সেই অগনিত হই জলমল
উঠে দালান উজ্বলি।
কবি মষিমূৰ হৃদয়ত তাপ
আঁতৰাই শত শত অভিশাপ—
ছাই কৰে পৃথিবীৰ মহা পাপ—
চিতাত ধনীকে তুলি
জাগে বিশ্ব মৰিশালি ॥

দুখীয়াৰ কলিজা নিভাৰি লব, গীতফাঁকি গোৱাৰ লগে লগে দুশাৰীৰ পুৰুষ নাৰীয়ে বস্তিৰ ঝাৰ বুকুত লৈ বেদনাৰ ঢউ তুলি নাচে। .....

আগৰ হাল পুৰুষ-নাৰীয়ে "ভাৰত নাট্য-শাস্ত্রৰ এশ আঠোটা কৰণ আৰু বত্ৰিছটা অঙ্গ হাৰৰ পৰ কিছু বাছিলৈ ন-ৰহৰে কিছুমান ৰহ আহৰি দর্শকৰ অন্তৰৰ চোতালৰ নিজৰ হিয়াৰ মউ কোঁহৰ পৰা মউ ঢালি বৰষায়।......

শাৰী শুৱাই থকা। পুৰুষ নাৰীৰ সমতাল সমবন্ধ সমভঙ্গিমাত যেন বিচ্যুতি নহয়.... ..

দীপালিৰ দীপালিকা দৰশি সাউদ মহাজন জনে স্বস্তিবোধ লভে।......বহু ব্যাথিতৰ হিয়াই হিয়াই"—গোৱা গীতফাঁকিৰে নৰ-নাৰীৰ লৰম্মু দেহাত আলোড়ন তোলে, প্রলয় নাচোন শিকাই শিকাই"—শাৰীয়ে চাকনৈয়াৰ দৰে ঘূর্ণ্যাৱৰ্তা উত্তাল তৰঙ্গ সৃষ্টি কৰে।

সকলো বস্তিৰ ঘূৰ্ণ্যাবৰ্ত উত্তাল তৰঙ্গমালা সমষ্টিগত হৈ সাউদৰ সন্মুখত দাবানল ৰূপে উজ্বলি উঠে।

এয়ে বিপ্লব-মুখী বিবর্তন।......

"উঠে বিপ্লৱ জ্বলি"—গীতফাঁকি মুখৰ তাৰ উজ্জল্যত উজ্বলি উঠাৰ লগে লগে সাউদৰ মূৰৰ ওপৰেদি পিছফালে কলা ছাঁৰ বুকুত বস্তিৰ আলোক মালা আলোকিত হৈ ৰেখাঙ্কিত হয়।—সমাজতান্ত্রিক বিপ্লৱ"—।

তলৰ শাৰীৰ জীৱন্ত আলোকমালাই ধনীৰ দীপালি সৃষ্টি কৰে—বিবিধ ভঙ্গিমাৰ আলম লৈ "পীড়িতৰ জ্বালা জ্বলে অবিৰল" ইত্যাদি ভাব প্রকাশ কৰে।

'উঠে দালান উজ্বলি'ৰ লগে লগে বিচ্ছিন্ন কেই শাৰী আলোকমালা একত্ৰিত হৈ বহু কেইটিৰ ভাব বিৰিঙাই তোলে।·· ···

'কবি মৰিমূৰ হৃদয়ৰ তাপ' গীতফাঁকি গোৱাৰ লগে লগে শাৰীগত নৃত্যৰত পুৰুষ-নাৰীৰ বন্তি ঝাৰ সেই হাল পুৰুষ-নাৰীয়ে নাচি নাচি নুমাই দিয়ে।···

'ছাই কৰে পৃথিবীৰ মহাপাপ' গীতফাঁকিৰ লগে লগে সেই হাল পুৰুষ-নাৰীয়ে হুমি যোৱা বন্তিৰ ঝাৰ আকৌ জ্বলাই দিয়ে।

দুশাৰী পুৰুষ-নাৰীয়ে একত্ৰিত হৈ বন্তিৰ ঝাৰ লৈ উজ্বলাই সাউদৰ সন্মুখত ঠিয় দিয়ে চিতাৰ আগনিৰ দৰে জুই জ্বলি উঠে।·· ···

"জাগে বিশ্ব মৰিশালি"—গোৱাৰ লগে লগে জংকা ৰূপী বিপ্লৱী এদলে সাউদৰ পিছপিনৰপৰা জাগ্ৰত হৈ হাতত জ্বলা জোৰলৈ থিয় দিয়ে।······

চিন্দুক বাগৰি পৰে—ৰঙা বহী আৰু বাকচ ভস্মীভূত হয়। চিতা কঁপি অগনিৰ মাজত সাউদৰ শৰীৰ শয়ান হৈ জ্বলি পুৰি থাকে।

নেপথ্যত ধ্বনিৰ বোল উঠে—"ধনতন্ত্ৰবাদ ধ্বংস হওক"—

"সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠিত হওক—কৃষক-বনুৱা ৰাজ কায়েম হওক"—

ইন্-কিলাব-জিন্দাবাদ ইত্যাদি

[ যৱনিকা ]

[ সূত্ৰধাৰ :—একজাতি এক প্ৰাণ একদেশ মাতৃকা ৰূপী ভাৰতী জননী বিচ্ছিন্নভাৱে স্বাধীনতা হোৱাৰ লগে লগে ভাৰতৰ জাতীয়তাবাদ খৰ্ব্বিত হয়, গৰ্ব্বিতা চেনেহী অসমীৰ এখন শ্ৰীচৰণ কমল পাকিস্তান ঘৰিয়ালে মেঘনা নৈয়েদি আহি কামুৰি ছিঙি নি জননীৰ ৰূপ সৌন্দয্য বিনিষ্ঠ কৰে।···

এই স্বাধীনতাৰ কাৰণে কিমানে নিজৰ জীৱন জলাঞ্জলি দিয়ে।·· ·· সেই জীৱনাহুতি আজি ব্যৰ্থ হৈ যায় অসমৰ কৃষক-বনুৱা আজি স্বাধীন অসমত দুৰ্ভিক্ষ ৰাক্ষসীৰ কৰাল গৰাহত। সুখ নাই শান্তি নাই, অসুখ-অশান্তিৰ চিতাত পৰি সকলোৰে জীৱন জৰ্জৰিত সকলোৰে অন্তৰত আজি চেতনা প্ৰেৰণ জাগ্ৰত।·· সংঘাতৰ কাৰণে সকলোৰে অন্তৰ বিপ্লৱমুখী·  ··

সকলোৱেই সমাজতান্ত্ৰিক বিপ্লৱৰ কাৰণে প্ৰস্তুত। বিশ্ব বিপ্লৱৰ ৰঙ্গমঞ্চত অসমৰ নিপীড়িত নিৰ্য্যাতিত কৃষক-বনুৱা আৰু তল মজলীয়া দুখীয়া শ্ৰেণীও ভাত দিবলৈ আগুৱান। বিশ্ব বিপ্লৱৰ ঢেউআহি আজি অসমৰ জনতাৰ প্ৰাণত তৰাজায়িত কৰে।

সমাজতান্ত্ৰিক বিপ্লৱ আজি অৱশ্যম্ভাবী অনিবাৰ্য্য।····

॥ পঞ্চম পট ॥

## যুদ্ধক্ষেত্ৰ

[ সূত্ৰধাৰ :—বিপ্লৱৰ জুইৰ আগুনি কেউপিনে বিয়পি পৰে। ···

এশৰ ভিতৰত পাঁচজন ধনীৰ কাৰণে যুঁজিবলৈ পুলিচ মিলিটাৰীসকলে আৰু আগুৱাই নাযায়। চাৰি কুৰি পোন্ধৰ জন হালোৱা-হজুৱা-বনুৱা আৰু তল মজলীয়া দুখীয়া শ্ৰেণীৰ কাৰণে যুঁজিবলৈ আজি তেওঁলোক আগুৱান পুলিচ মিলিটাৰী সকল নিষ্কৰ্মা ধনীৰ সন্তান নহয়, গাঁৱলীয়া খেতিয়কৰেই পো-পোৱালি।· · ···

বিপ্লবী খেতিয়ক বনুৱাৰ শাৰীত আহি এই অস্ত্ৰধাৰী পুলিচ মিলিটাৰী সকলে যোগদি প্ৰাণপণে যুঁজে।

ধনীহত বিমূঢ় হৈ আত্ম সমৰ্পণ কৰে।··

ধনিক শ্ৰেণীৰ ৰাষ্ট্ৰ, যন্ত্ৰ আৰু বিজ্ঞান জনতাৰ হাতত সমৰ্পিত হয়।· বাইজেই ৰাজা জাতিয়েই গঙ্গাৰ মন্দাকিনীৰ পাৰত স্বৰ্গৰূপী কৃষক-বনুৱা পঞ্চায়ত ৰাজ স্বৰ্গ প্ৰতিষ্ঠিত হয়।

জৰ্জৰিতা ধৰণীৰ বুকুত চিৰদুখ চিৰ-শান্তিৰ সত্য যুগ চিৰকালৰ কাৰণে প্ৰতিষ্ঠিত হয়।

ওঁ শান্তি !·· ওঁ শান্তি !! ওঁ শান্তি !!!·

ৰণ-স্থল।············

ৰণ-দুন্দুভি বাজি উঠে। · ··

নেপথ্যত বন্দুকৰ শব্দ :—তোপ-ধ্বনি গৰজে।

ৰঙ্গ মঞ্চৰ বুকু ধোঁৱাৰে ভৰপূৰ হয়।·

ধোঁৱাৰ মাজে মাজে বনুৱা-হালোৱা-হজুৱা

বনুৱাই আগুৱাই যায়।· ··

গুড়ুম ! গুড়ুম !!·····

সৈন্যদল আহি দুখীয়া শ্ৰেণীৰ হকে যুঁজে। ··

মাজে মাজে ধোৱাৰ ফাঁকে ফাঁকে দেখা যায় পলায়মান ধনী মহাজন, ৰজা, ৰাজা, মহাৰাজ, জমিদাৰহঁত।······

বন্দুক তোপধ্বনি গৰ্জনৰ লগে লগে ইন্‌কিলাব জিন্দাবাদ—ধ্বনি গৰজি উঠে।···· ·

মাজে মাজে কৃষক-বনুৱা—পঞ্চায়ত ৰাজ কায়েম হওক”—আদি বিপ্লৱী ধ্বনি গিৰগিৰাই উঠে। শুনি ধনীৰ বুকু কঁপে, গৰীবৰ বুকু ওফন্দি ওঠে।…

ৰণথল।……

বনুৱাসকল ৰণত ব্যস্ত—

সেই গৰজন ভেদি বিজয়ী হালোৱা-হজুৱা আৰু তলমহলীয়া খলপৰ দুখীয়া শ্ৰেণীৰ গীত নেপথ্যৰপৰা ভাঁহি উঠে।

॥ গান ॥

স্বাধীনচেতীয়া হালোৱা ডেকা ৰণুৱা
পঞ্চায়তী যুগৰ ন-মনৰে মনুৱা,
যুঁজিব সমৰত নগৰীয়া বনুৱা॥
চিনি লচোন কোন শত্ৰুক লুকাই আঁৰত তোৰ
ভাঙ্ ৰঘুমলা তেজপীয়া কুবেৰৰে মূৰ
জীৱন ভৰি নপৰিল তোৰ দুখৰে ওৰ
যিমান দিন বাঁচি থাকিব ধনৰ খকুৱা।
বাৰে বাৰে জাতিৰ নামত চুৰি ডকাইতি খেল,
বহুজাতৰ দল পাতে নানা জালিতী মেলা।
আগ বাঢ়ি বল ভাঙি ছিঙি জুলুম বাজীৰ জাল
নকৰিবি ভয় বল হই শোষণ বাদীৰ কাল।
নতুন যুগৰ নতুন ভাবৰ নতুন মৰণ মাল॥
আগুৱাই যা আগবাঢ়ি বল আগবাঢ় দুখীয়া।

॥ বড়ো ভাষাত ভাঙনি ॥

গৌনায় গাচঢৌনি হালুৱা নংগ্ৰা চেংগাৰা।
পঞ্চায়ত যুগুনি গাচাই গাদাননি ছান গ্ৰা,
যুজি গান উনাও নাং নায়াত মাওগ্ৰা লাগাফ্ৰা॥
চিনায় নানৈ লা ছাৰ চুথুক থাখমাদাং চেৰাও
চাখপ থাৰ্ দা থৈ লাংগাৰা কুবেৰনি খৰোয়াত
জাবনা গৈয়া খৈবালাবা নাংনি দুখুৱা
জাৰ গান্ ৰেছেবাও দাহা নুনি খাংখুৱা ফাৰা॥

গীলৈ গীলৈ জাতিনি নামৈ খাওনায় লুটি নায়া
কানছানানৈ দং জেবৈৰো ফানদাওলা ক্রা।
বীছা বীছা চিগাং থুঙলুম বাজীনি জেখখী—
দাগীথাৰ দীপথায় থাৰদী—খৈ লংগীৰা ফীৰথী—
গীদান্ থুগনি গীদান্ ভাব্নি ৰীন্নি যুজিগাৰা
থু চিগাং থু থু চিগাংথু দুখীয়া ফীৰা॥—
উলহ্—মালহ্।……

চাৰিও পিনে উখল মাখল।……যেন উৎসৱ হে।……সঁচাকৈয়ে উৎসৱ।……বিজয়োৎসৱ।……অসমৰ বিজয়ী দুখীয়া হালোৱা-হজুৰ-বনুৱা সকলৰ বিজয়োৎসৱ।….

আনন্দোৎসৱও। কত শ,শত, যুগৰ লাঞ্ছিত নিপীড়িত নিৰ্য্যাতিত দুখীয়া শ্ৰেণীৰ বন্দী হিয়াৰ মুক্তিৰ আনন্দেৰে ভৰপুৰ আনোন্দৎসৱ চিকুং বাঁহী খাম মাদল বাই বাই বজাই বজাই বড়ো খচাৰীসকলে নাচি নাচি সোমাই লয়লাসে হালি-জালি দেহত নাচোনৰ ঢউ তুলি আনন্দ-বহ ঢালি গুচি যায়।

নাগা-নাগিনীইঁতে তিংখাংৰ ছাৱে ছাৱে তালে তালে নাচি নাচি সোমাই নোহোৱা হয়।……

খাচীয়া-খাচিয়ানী সকলে 'কবাম্' 'কাকচিংৰ ছেৱে ছেৱে খাচী কম্বে নাৰী-সকলে শামুকৰ গতিৰে নাচি-বাগি আগুৱাই পুৰুষসকলে মূৰত পাগ মাৰি চোঁৱৰ লৰাই জঁপিয়াই জঁপিয়াই হালি-জালি সোমাই অন্তৰ্দ্ধান হয়।

বনুৱা-বনুৱানীসকলে চাওতালৰ ভেশ লৈ মাদলৰ ফেৰে ফেৰে ইটোৱে সিজনীৰ সিজনীয়ে ইজনৰ কঁকালত ধৰি ঝুমুৰ নাচ নাচি নাচি প্ৰবেশ কৰি প্ৰস্থান কৰে।… …

মণিপুৰী ডেকা-গাভৰুৱে খম্বা-থৈবীৰ বেশত সাজিকাচি লাইহাৰাওবা, নৃত্য কৰি কৰি অদৃশ্য হয়।··

অসমীয়া ডেকা-গাভৰু সকলোৱে ৰঙালী বিহুৰ ৰঙাসী চাৰ্ট গাত লৈ মহৰ শিঙৰ পেপাৰ ছেৱে ছেৱে তালৰ তালে তালে ঢোলৰ কোবে কোবে লৰম্ভু দেহা লৰাই গুচি যায়।

মুঠতে কেউপিনে উখল-মাখল।……
সকলোৱে বিজয়োৎসৱত আত্মহাৰা।… ..

অসমৰ বিজয়ী হালোৱা-হজুৱা-বনুৱা—সকলোৰে বিজয়োৎসৱত আপোন বিভোল্।· ···

[ যৱনিকা ]

॥ ষষ্ঠ পট ॥

উখল-মাখল।

দিব্য ৰঙ্গ মঞ্চ আলোকেৰে জল-মল।······

সাতোলা আসন বহু বস্তিৰে উজ্জ্বলা পাঁচ খলপীয়া সেই আসন বেদীত মহা-মূল্যবান স্বৰ্ণ স্তূপ অপৰূপ ৰূপ।······

পিছ পিনে ইন্দ্ৰধনু সপ্ত—ৰঙ্গা চক্ৰাকাৰে জ্যোতি সৰগৰ ভাতি।· ···

দুয়ো কাষে ৰাঙলী পতাকা।····

কাঁচি হাতুৰীৰ ছবি আঁকা।

আসন তলত জলে জলন্ত আখৰ কেইটি—

"কৃষক-বনুৱা—পঞ্চায়ত—ৰাজ"—

সত্য—যুগী স্বৰ্গ-সম ৰাজ্য।

চউপাশে পূজাৰিণী :—

ছন্দে বন্দে নচা গীত :—বাদ্য নৃত্যৰত চাৰণ—চাৰণী।··

গায় সৰে পঞ্চায়তী সৰগৰ মুকুতিৰ গান

তুলি নব নব তান

মুকুতি আনন্দে

মুক্ত ছন্দে

মহানন্দে কৰে নৃত্য নৱযুগ নৰ ভক্তবৃন্দে।

[ যৱনিকা উঠাৰ লগে লগে শিঙা ভেৰী বাজি উঠে।·· · ]

॥ গীত ॥

বাইজেই ৰজা মোৰ

প্ৰজায় ৰজা মোৰ—

সুখৰে পঞ্চয়ত ৰাজ

সাজ মুক্তি সেনা সাজ
হওঁ সমদল আজি বাজ
সুখৰে পঞ্চায়ত ৰাজ
নাই ভয় নাই ডৰ,—
নাই একো ভিন পৰ
হল শেষ যত ফাঁকি—বাজ।
সুখৰে পঞ্চায়ত—ৰাজ ॥
জৰ্জ্জৰ কণ্ঠৰ
হৃদয়ৰ মৰ্‌মৰ্‌
শত বেদনাৰ সোঁত ব'ল।
শত ঘা বক্ষৰ
বন্যাৰে ৰক্তৰ
ৰক্তিম কলিজাৰ ঢল।
দুৰ হল দুখিতৰ দুখ
আজি হ'ল শোষিতৰ সুখ
কত শ শত যুগৰ
কত কোটি চহীদৰ
মৃত্যুৰ স্মৃতি এই তাজ।
সুখৰে পঞ্চায়ত ৰাজ ॥
উদিছে নবীন সূৰ্য্য
বাজিছে বিজয় তূৰ্য্য
জাগে দীন—হীন—শৌৰ্য্য
উজ্জীৱিত নৱ বীৰ্য্য
শাসে নৱ জন-গণ বাজ।
সুখৰে পঞ্চায়ত—ৰাজ ॥*

* এই গীতটি 'মুক্তি দেউল'ৰ পৰা উদ্ধৃত কৰা হ'ল। কমৰেড্‌ সকলৰ অনুৰোধত ন'কৈ গঢ়া-পিতা হ'ল।

॥ বড়ো ভাষাত ভাওনি ॥

ৰাইজোয়ানী ৰাজ।

পঞ্চায়ৎ—ৰাজ পতিদো ॥

'গোনাই সাৰা গানদো

জোজাদো বৈবো অংগ্ৰাৰদো ॥

পঞ্চায়ৎ—ৰাজ্ পাতিদো ॥

গৈয়া গিনা'নায়্

গৈয়া এছবো গাওবা মালায়্

চৌলি গ্ৰাথো ফোঙ্গাপ্ স্ত্ৰাং থাৰদো ।

পঞ্চায়ৎ ৰাজ পাতিদো ॥

থৌৰ্ থৌৰ গাবাংনি

গোনাং বিখানি

ছানায়্ ছুনায়্নি বহৈ হাদো ।

বিখানি খামনায়্

থৈ বহৈ নায়্

বিখলোনি থৈজং জাগা হাদো ।

খ্ৰাৰ বায়্ দুখোয়ানি দুখুৰা

কৈ বাথ্ চৌপ্ জাগ্ৰানি সুখুৰা

বেছেবা যুগু যুগুনি

বেছেবা লাথ গোথৈনি

থৈনায়্নি নেৰচন গোছাই থাংদো

পঞ্চায়ৎ—ৰাজ পতিদো ॥

নজাযায়্ ছান্ গোদান।

বিখ্ৰাং বায়্ দেৰহা দামনায়া

জাথাং বায়্ গোদান্ গোহোয়া

ৰাইজোনি গোদান্ ৰাজ মিথিখাদো ।

পঞ্চায়ৎ ৰাজ পতিদো ॥

'পঞ্চায়ত ৰাজৰ গোটেই গীতটোৰ ওপৰত ভেজাদি এজন পুৰুষ আৰু এজনী নাৰীয়ে, ভাৰত নাট্য শাস্ত্ৰৰ এশ আঠোটা কৰণ আৰু বত্ৰিছটা অঙ্গহাৰৰ পৰা ছাকি ছাকি বাছি বাছি উপযুক্ত কৰণ আৰু অঙ্গ হাৰৰ লগত 'শ্ৰীহস্ত

মুক্তাৱলীৰ'পৰা উপযোগী শ্ৰীহস্ত মুদ্ৰা কিছুমান বোটলি লৈ বিবিধ ভঙ্গিমাৰে নাচি নাচি লয়লাসে হালি-জালি গোটেই গীতটোৰে ভাব প্ৰকাশ কৰে।······

বাকী কেইজন-কেইজনীয়ে শৃঙ্খলবদ্ধ, ঘূৰ্ণ্যাবদ্ধ আদি বন্ধেৰে শাৰীগুঁথি বিবিধ অঙ্গিভঙ্গী আৰু নানান মুদ্ৰাৰে ঐক্যভাৱে দুটা দলত বিভক্ত হৈ নাচে-বাগে—হালে-জালে।·····

মূঠতে এই শেষ পট-দৃশ্যৰ মৰ্য্যাদা ঐশ্বৰ্য্য জাঁকজমকতা নৃত্য গীতবাদ্যৰ সমষ্টি তৌৰ্য্যত্ৰিক সঙ্গীতৰ সম্ভাৰেৰে দৃশ্যমান হৈ মহীয়ান গৰীয়ান হৈ উঠে।

খাটোলা আসনৰ পিছ পিনে বিৰাটাকাৰ কল কাৰখানা দৃশ্যমান হৈ উঠে।······

সঙ্গীতৰ তালে তালে শব্দ কৰি কলকাৰখানা আদি চলি থাকে। পিছ পিনে পঞ্চায়তী নিজ নিজ কৰ্মত ব্যস্ত।· ·

······সেই কল-কাৰখানাত সমাজৰ আৱশ্যকীয় দ্ৰব্য সমাজৰ কাৰণে উৎপাদন কৰাৰ ফলত প্ৰচুৰ উৎপাদন হয়। এনে প্ৰাচুৰ্য্যৰ মাজত অভাৱ পূৰ্ণ দাৰিদ্ৰ্য দূৰীভূত হয়।····

মুনাফা লোভী ব্যক্তিগত স্বাৰ্থ পূৰ্ণ শোষণবাদী ধনতন্ত্ৰবাদ ধ্বংস কৰি সমাজ-তন্ত্ৰবাদ প্ৰতিষ্ঠা কৰি কৃষক-বনুৱা পঞ্চায়ত স্বৰ্গী ৰাইজেই ৰজা জাতিয়েই গঙ্গা মন্দাকিনীৰ পাৰত অধিষ্ঠিত কৰাৰ লগে লগে বিজ্ঞানৰ বিশেষকৈ উন্নতি হোৱাত ৰাইজৰ অন্তৰপুৰ আনন্দেৰে ভৰপুৰ হৈ পৰে।····· ·

ৰাইজে সুখেৰে থাকি শান্তিৰে খাই-বৈ তৃপ্তিৰে পিন্ধি-উৰি যথেষ্ট বিশ্ৰাম পোৱাত মানুহৰ দৰে ভাবি-চিন্তি সত্যযুগৰ স্বৰ্গীয় সুখ লাভ কৰি দেৱতাৰ দৰে মুক্তিমান দিব্যমান জ্যোতিষ্মানহৈ বিৰাজ কৰে।·· ·

ওঁ শান্তি! ওঁ শান্তি!! ওঁ শান্তি!!!

[যৱনিকা]

# ॥ মুক্তি-দেউল ॥

## "পাতনি"

কমৰেড্ নীৰেন লাহিড়ী আৰু কমৰেড হৰিদাস ডেকাই মোৰ পঁজালৈ এদিনাখন আহিল মোৰ আৰু শ্ৰীমান ভূপেন্দ্ৰকুমাৰ হাজৰিকাৰ সৰ্ব্বহাৰাৰ বিপ্লবী গান বুটলি লবলৈ। মই জানোঁ বহুঘৰা বিচাৰিলেই কিবা বহু দিম? শেহত সময় বিচাৰিলোঁ। তেওঁলোকেও মৰমেৰে সময় দিলে।

কিবা লিখিম? কিবা দিম? এনেতে গুৱাহাটীত জুনৰ উনৈচ তাৰিখে আৰ্য্য-নাট্য-ৰঙ্গমঞ্চত এটা গীতি-নৃত্য দীপালীৰ আয়োজন হ'ল। লবালৰিকৈ এনে ধৰণৰ এটি গীতি-নৃত্য দীপালীৰ উপযোগী কিবা লিখি ভৰলুমুখ অঞ্চলৰ ল'ৰা-ছোৱালীক শিকাই-বুজাই সেই ৰঙ্গ-মঞ্চত দীপান্বিতা পাতিলোঁ। 'সুৰ-সজ্ঞ'ৰ সুৰ যোজনাৰে সেই দীপালী মধুৰভাৱে জীৱন্ত হৈ উঠিল।

কিন্তু মোৰ নিচিনা অঘৰী সৰ্বহাৰাৰ পক্ষে যতনে কিবা থবলৈ পেৰা নাই. পতিকে লিখি আছোঁ, লিখা হেৰুৱাই আছো। এইদৰে ডুমাহ প'ল। শেহত উপাই নেপাই প্ৰগতি প্ৰকাশ ভৱনৰ গৰাকীয়ে খঙেৰে জোৰেৰে এইকণ এৰা-ৰোটলা নি ছপাবলৈ মনস্থ কৰিলে আৰু নিলেও। কিছুমান গান শ্ৰীমান ভূপেন্দ্ৰ হাজৰিকাৰ মৌ কোঁহৰপৰা আনি জুৰিলোঁ।

কিবা দোষ হলে ৰাইজে যেন এই দীন দুখীয়াক ক্ষমা কৰে।

ইতি—

ৰাইজৰ চৰণৰ ধূলি

বিষ্ণু প্ৰসাদ ৰাভা

পঁজা—কামাখ্যা।

১লা ভাদ, ১৩৫৫।

প্ৰথম প্ৰকাশত বিষ্ণু প্ৰসাদ ৰাভাৰ পাতনি

## ॥ প্ৰথম প্ৰকাশৰ প্ৰকাশকৰ কথা ॥

হিংসাত উন্মত্ত পৃথিৱী তিমিৰাচ্ছন্ন কৰিছে চাৰিওফালে,

মুক্তি-পথত আনিছে বাধা, মহামানৱৰ প্ৰেম আৰু মৈত্ৰীৰ বাণীক বাৰে বাৰে কৰিছে ব্যৰ্থ, তথাপিও চিৰ প্ৰবাহমান মুক্তি স্ৰোত ৰুদ্ধ হোৱা নাই·

·· আজি আকৌ শত মানৱৰ কণ্ঠত সেই মুক্তিবাণী মূৰ্ত্ত হৈ উঠিছে, ৰুদ্ধ বাতায়ন আজি খুলি গৈছে, আলোকিত কৰিছে পথৰ আন্ধাৰে। ··

চিৰ নতুনৰ পথৰ আলোকযাত্ৰী সেই মহামানৱৰ বাণীৰূপ পাইছে কবি বিষ্ণু ৰাভাৰ লিখনী আৰু ভূপেন হাজৰিকাৰ গানত, দুয়োকো আজি মুক্তি পথৰ যাত্ৰীৰ হৈ অন্তৰৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।·

—প্ৰকাশক।

## ॥ সৰ্ব্বহাৰাৰ আন্তৰ্জাতিক গান ॥

ওঠ্ জাগি ওঠ্ উপবাসী

অন্ন-ভূমি হীন দল ,

বুকু পেট জ্বলা চিৰদুখী

শেষ যুদ্ধলই হেৰ, ব'ল ।

শুন্ হেৰ' শুন্

সৰজন আৱাহন,

সৃজনৰ নব বল ।

চিঙি দাস শাপ—বন্ধন হম জয়ী হেৰ'

সৰ্ব্বহাৰা হীন দল ।

হব এই বিৰোধত শেষ—পৰিচয়,—

কাৰ জয় কাৰ পৰাজয়,

সাধে বিশ্ব মানৱৰ হিত

যুঁজি বিশ্ব সংঘই ।

দিব জানোঁ চিৰ দুঃখীৰ মুকুতি

ৰজা ধনী-বাবু দল ?

নিদিয়ে ।—লভিম নিজ মুক্তি

দি নিজ বাহুৰ বল ।

নিজ বাহু বল,—প্ৰধান সাধন ,—

পাবলৈ নিজৰ ধন

জ্বলা অগ্নি, হ'ব শত্ৰুক দহন

আছে সময় যিমান ক্ষণ

হব এই বিৰোধত শেষ পৰিচয় ,

কাৰ জয় কাৰ পৰাজয়

সাধে বিশ্ব মানৱৰ হিত

যুঁজি বিশ্ব সংঘই···।

আমিয়েই বসুন্ধৰা গোটেই বিশ্বৰ
শ্ৰমৰেই সৈন্যদল ।
বিশ্ব শাসন আমিয়েই কৰিম
নকৰে শোষক দল ।
সিইতৰ দিন যেৱে হব শেষ
জাগিব, উঠিব জনগণ ,
ৰঙা সুৰুযৰ জ্যোতি পৰিব ধৰাত
সমানে সমানে অনুক্ষণ ।
হব এই বিৰোধত শেষ পৰিচয়
কাৰ জয় কাৰ পৰাজয়
সাধে বিশ্ব মানৱৰ হিত
যুঁজি বিশ্ব সঙ্ঘই· ।*

---

* সুৰৰ লগত সামঞ্জস্য ৰাখিবলৈ মূল গানৰ অলপ সালসলনি কৰা হৈছে

## মুক্তি দেউল

[ ···বুদ্ধ

হ'ল অৱৰুদ্ধ,······

হিংসাৰ কাৰাত হ'ল অহিংসা নিৰুদ্ধ

মিছা হ'ল অহিংসা প্ৰচাৰ

হ'ল চউপাশে দিশে হিংসাৰ প্ৰসাৰ

অহিংসাৰ বক্ষ ভেদি হ'ল হিংসা অঙ্কুৰি,

উজ্জীৱিত,

বিকশিত,

পল্লৱিত,

কুসুমিত।

স্বাৰ্থ অন্ধ যত

ধনী মানী জমিদাৰ

যোগী হ'ল যান্ত্ৰিকতাৰ

পোষক, শোষক ধন-তান্ত্ৰিকতাৰ

পিন্ধি মুখা অহিংসাৰ

চলালে নতুন ৰণ প্ৰতিযোগিতাৰ

ৰণ·

মহাৰণ।···

দিশে দিশে

দেশে দেশে

জ্বলিল অগনি, মহাৰণ দাবানল,

সুখৰ ধৰণী ছাই হ'ল;

হ'ল ধৰা ছাৰখাৰ

চুৰ্ণ্‌ মই চুৰ্‌মাৰ;

উঠিল পৃথিৱী জুৰি ৰোল হাহাকাৰ

বুকু ভগা হিয়া ছিগা "হায়!" হতাশাৰ···।

…এই ৰণ অতি ভয়ঙ্কৰ,
ভীষণ কৰালময় দ্বিতীয় সমৰ।…
…সেই সমৰত যত হালুৱা-বনুৱা
মুকুতিৰ আশাতেই হ'লহি ৰণুৱা,
জঁাপ দিলে হাঁহি-মুখে ভীষণ যুঁজত,
লাখে লাখে সেনাৰূপে হ'ল হতাহত,
ৰণ বিৰতিৰ পাছে হ'ল কাৰাবাস,
পুনৰ ধনীৰ হ'ল দাস…।
…সেই অন্ন ভূমি-হীন দল
যাৰ মাথোঁ উপবাস জীৱিকা-সম্বল,
যাৰ দেহ ৰক্তেৰে
ৰঞ্জিত পোৱালেৰে
বিভূষিতা ধনীৰ গৃহিনী
ৰাঙ্ চৰি ৰাঙী হয় ঔ গাল চকলা ভুৱনি,
ওঠৰ লুৰাত দোলে ইন্দ্র ধনুৰ ৰঙা বেঁকা
হেঙুলীয়া ঘূৰণীয়া ৰেখা ;
মৃণাল ভুজীয়া ৰবি হস্তৰে প্ৰান্তৰে
চম্পা-কলীয়া মিহ কুমলীয়া আঙুলীৰে
ডাঁৰে ডাঁৰে
আঁৰে আঁৰে
জিলিকি জিলিকি উঠে ৰঙা নখ বঙ্কিম মালিকা,
যাৰ
হিয়া আমঠুৰ কলিজাৰ
ধনী জমিদাৰ জলোকাৰ
দন্ত-ক্ষত ঘাৰ
খেতুৰ ৰলীয়া কলা দাগৰ মহীৰে
কোলোৰ ধুনীয়া ধনু-ভিৰীয়া ভুৰুৰে
বঙ্কিম ঠাৰৰ পাশে কাম দেৱতাৰ পঞ্চ-শৰ-ধনু হাৰে।
যাৰ
পাই যাম সাৰ

ধৰণী উপচি পাৰ ফুল-মূল-ফল
জীৱনী সম্বল ;
যাৰ হা-হুমুনিয়াহ
উগাৰে ভাঁপৰ যন্ত্ৰ এৰি উশাহ নিশাহ ,
পৃথিৱীৰ গৰ্ভ অন্তৰৰ
কয়লা পাথৰ
যাৰ শকতিত নিৰ্ভৰ ;
যাৰ হৃদ্ মন্দাকিণী
ধৰাৰ অন্তৰ্নিঝৰিণী
ভূমি তৈল খনি ,
শূন্য অন্তৰীক্ষ বক্ষ ফালি
যাৰ বাহুবলে আনে শকতি-বিজুলী ,
সেই অন্ন-ভূমিহীন দল
ধৰণীৰ কোটী কোটী সৰ্ব্বহাৰা দল
কাৰাগাৰ হৃদয়ত তোলে কোলাহল। ··
· ···বন্দীসবে অতীব চঞ্চল
মুকুতিৰ আশে অবিৰল
হৃদ্-আকাশত গুঁথে জ.ল সপোনৰ
চিৰ-সুন্দৰ দেউলৰ ,
য'ত
সত্য থাকে অবিৰত
তমোহৰ দেৱে কৰে ধ্যান
মানৱৰ মংগল কল্যাণ ;
মুক্তিৰ বিধান ;
·· মুক্তি আলোকত হয় বিশ্ব আলোকিত
হয় উদ্ভাসিত
চিৰ সুন্দৰ···;
···যাৰ অভ্যন্তৰ
তোলে আলোড়ন উঠি সুৰ মনোহৰ
এক সাম্য-অমৃত-ৰাগৰ।

…বন্দীসবে হয় উন্মাদ।·
কাৰাৰ প্ৰাচীৰ ভেদি আহে আৰ্ত্তনাদ ,]

"সুৰ-দেউলৰে
শিকলি ৰূপৰে
ভাঙি দিলি খুলি
দুৱাৰ সোণালী,
অ' পূজাৰী !
অ' পূজাৰী !!
সুন্দৰ পূজাৰী !!!
যা উতি-যুগীয়া
বৰগীত অমিয়া
বনগীত সুৰীয়া
গোৰা অসমীয়া
প্ৰাণ-মন ভৰি।·
'অ' পূজাৰী !
'অ' পূজাৰী !!
সুন্দৰ পূজাৰী !!!··
'তোৰেই পৰশে
প্ৰাণৰে হৰসে
তিয়াগি সুপুতি
পায় ঐ মুকুতি
ৰাগৰে মূৰতি
ভাহি ফুৰে উৰি
'অ' পূজাৰী
অ' পূজাৰী !!
সুন্দৰ পূজাৰী !!!
'থাপনা থাপিলি
প্ৰতিমা বহালি

পূজাও কৰিলি
মুক্তি-মূৰ্ত্তি গঢ়ি
অ পূজাৰী !
অ' পূজাৰী !!
সুন্দৰ-পূজাৰী !!!
শঙ্খ বজোৱা
ৰৰকাঁহ কোবোৱা
আৰতি লগোৱা
বন্তি জ্বলোৱা
উলাহে আদৰি
অ' পূজাৰী !
অ' পূজাৰী !!
সুন্দৰ পূজাৰী· ·!!!"

[ · এক মনে সবে গায়
আশাৰ আভাস পাই
দূৰণিত দেখি জিলিকনি মুকুতিৰ
বন্দনা বীৰ পূজাৰীৰ ।
বন্দীৰ গান ভেদি কাৰাৰ প্ৰাচীৰ
ওলায় ঝটিকা সম হিয়াৰ সমীৰ··
· কউটি জনৰ কৌটী কলিজাৰ কণ
শোচনাৰ অগনিত জ্বলি অনুক্ষণ
ধালি গাত শত অভিশাপ
দিছিল যি শাপ ধনী শোষক শাসক মহাবিষধৰ সাপ ।
সেই কৌটী কণ মিলি সৃজে পুৰোহিত ।
ধৰাৰ কল্যাণ হেতু শোষিতৰ হিত
সাধনৰ বাবে আহে দেৱ অনুপম
পুৰোহিত তিলোত্তম নৰ পুংগম·· · ।
কৰে তেওঁ পূজা একমনে এক ধ্যানে
মুদিত নয়নে ·

তমোহৰ কল্যাণ দেৱৰ
চিৰ সুন্দৰে
মুকুতি-আকৰ
জ্বলাই হিয়াৰ চাকি প্ৰেমৰ শলিতা ডালি
বিপ্লৱ অগনি দাহ লই
বঢাই মুক্তি...শৰাই যতনে থাপনা পাতি
দেহা ধূলা ছুনৰীটি থই
তুলি সুমধুৰ তাল
গাই ভকতিৰ গান...]
"বিশ্বৰে ছন্দে
ছন্দে মহানন্দে
আনন্দে নাচা
নাচা তমোহৰ দেৱ নাচা।
বন্দে
আজি সৱ
ভকত-বৃন্দে
তৱ চৰণ কমল
বন্দে।......
জ্বলোৱা সাগ্নিক
তপো হোম বহ্নি,
বিনাশক এন্ধাৰ
তৱ জয়ী অগ্নি।
বিশ্বৰে দেউলত
জ্ঞানৰে বন্তিৰ
আলোকৰে শিখা
উঠক নাচি
অজ্ঞান-এন্ধাৰ
বিনাশি
পুলকানন্দে......।
নাচোনৰ তালে তালে

পুষ্পিত বননি,
ছেৰে ছেৰে হালে জালে
বিকশিত ফুলনি
আমোল মোল কৰে
সুন্দৰী-ধৰণী
পুষ্পিত সুবাসিত
গন্ধে ...।”

[ ... পূজাৰীৰ গানে মনোহৰ দেৱতাৰ
অকস্মাতে জাগি হয় প্ৰাণৰ সঞ্চাৰ,
পাই নৱ সঞ্জীৱনী
জাগ্ৰত মূৰতি খনি ।
... খাটোলাৰ পৰা নামি
পৰশি ধৰণী ভূমি
নাচে তেওঁ ছন্দে
মহান আনন্দে
উৰুৱাই ধুলিকণা প্ৰতি পাদ ক্ষেপে
মুক্ত কণা উৰি ফুৰে স্বাধীনতা ৰূপে
মুকুতিৰ জ্যোতি সানি বায়ু মণ্ডলত
বিনাশি এন্ধাৰ
খুলি সৰগ-দুৱাৰ
আনে মুক্ত জ্যোতি এই ধৰাৰ বুকুত ।
দেখি আকাশত জ্যোতিময় হাতী-পটি
ধৰণীত মুক্তিময়ী জ্যোতি
কাৰাত তোলেহি জনতাই কোলাহল
পিষ্ট, ক্লিষ্ট দল
হাহাকাৰ বোল
লাখ লাখ জৰ্জ্জৰ কণ্ঠৰ
হৃদয়-মৰ্ম্মৰ .

…হই নিৰুপায়

পূজাৰীয়ে গায়,… ]

। শুনা,

জনতাৰ কোলাহল

শুনা !

শত জৰ্জ্জৰ বৰ্ঠৰ

দুৰ্ব্বল মৰ্ম্মৰ

নয়নত কোপানল।

শুনা !

জনতাৰ বক্ষ ভেদি

বোৱা শোণিতৰ ঢল

গঢ়ে মহাসাগৰ টল্‌মল্

আগবাঢ়ে জল্‌মল্

বোৱা শোণিতৰ ঢল

কৃষকে বিনায়

শ্ৰমিকে কান্দে

অস্পৃশ্য অসহায় ;

সেই অসহায়তাৰ

সৃষ্টি আজি

বিদ্ৰোহ মহানল

বোৱা শোণিতৰ ঢল,

জল্‌মল্ জল্‌মল্

শুনা।"

[ হই উত্তৰোল

সেই পিষ্ট, ক্লিষ্ট নিপীড়িত দল

পাই দধীচিৰ নব বল

চিঞৰি চিঞৰি তোলে ৰোল,

"খোল্ খোল্ খোল্ খোল্
মন্দিৰ দুৱাৰ খোল্।"
চউপাশে উঠে মুকুতিৰ ক'লৰোল...]

"আজি মন্দিৰ দুৱাৰ খোলা।
বহে মিলন উৎসৱ মেলা
শুনোঁ মঙ্গল আৰতি গান
নাচে ভকতৰ প্ৰাণ।
হ'ল যে পূজাৰ বেলা।
মন্দিৰ দুৱাৰ খোলা।
স্বাগত নবাগত অতিথি
হিয়াত ফুলাম আসন থৈছোঁ পাতি।
পুষ্পিত মন্দিৰ কানন বীথি,
ফুলনিৰ তলাসৰা
তুলি ফুল মনোহৰা
গাঁথিলোঁ উলাহে মালা।
হ'ল যে পূজাৰ বেলা।
মন্দিৰ দুৱাৰ খোলা।"

[ স্বাগত হে বৰপূজাৰী!
কৰা আবাহন
কৰা পূজা আয়োজন
এক ধ্যানে আদৰি সাদৰি।
.. সোৱা সোৱা জলে তপোহোম বহ্নি
মুকুতি-যজ্ঞৰ বিপ্লৱ-অগনি· ।

তেৰ

বিপ্লৱী সাগ্নিক পুৰোহিতে হয় নিজেহোতৃ,
মুক্তি-দাতৃ ;
পাই মুকুতিৰ মহা মন্ত্ৰ,
বিপ্লৱ তন্ত্ৰ।
…ব'ল্ ব'ল্ ব'ল্ ব'ল্
পিষ্ট ক্লিষ্ট
নিপীড়িত
নিষ্পেষিত
নিৰ্য্যাতিত
দলিত-পীড়িত
উপবাসী
কাৰাবাসী
অন্নহীন দল।
ব'ল্ ব'ল্ ব'ল্ ব'ল্
লভি সেই তমোহৰ মুক্তি দেৱতাৰ মহা পৰম প্ৰসাদ
হই শক্তিমান
কৰি মুক্তি-স্নান
নিজ শকতিত মুক্তিমান
দিব্য জ্যোতিষ্মান
গঢ়িম ধৰাত নৱস্বৰ্গসম মুকুতি প্ৰসাদ
ফাঁকি বাজ
ধূৰ্ড়ি-বাজ
ধনী-জমিদাৰ।

-

কাহানিও কেতিয়াও আমাক নিদিয়ে মুক্তি
নিতে নিতে তিলে তিলে হেৰুৱাওঁ শক্তি।
অসহ্য নৰক হয় এই কাৰাগাৰ।

সৌৱা সৌৱা আজি গণদেৱতাৰ কপালত জ্বলে কোপানল-বহ্নি ;
জনতাৰ হৃদয়ত জ্বলে চিতা অগ্নি ।...
ভস্মীভূত হয় অভিশাপ
অন্তৰৰ শতাব্দীৰ তাপ ।
"ভাঙ্ ভাঙ্" বুলি গায় সবে উপবাসী
কাৰাবাসী
ভাঙনৰ গান,
এৰে বীৰ-দৰ্পে অগ্নি-বাণ ।
চতুৰ্দ্দিক উঠে প্ৰতি-ধ্বনি
'ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্
ছিঙ্ ছিঙ্ খোল্-ভাঙ্'
ধ্বনি ।...]

"ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্
লোহাৰ শিকলি ভাঙ্ ।
ছিঙ্ ছিঙ্ ছিঙ্ ছিঙ্
দাসৰ বান্ধোন ছিঙ্

খোল্ খোল্ খোল্ খোল্
কাৰাৰ 'ফাটক' খোল্
ভাঙ্ ভাঙ্
দুৱাৰৰ দাং ॥
শুন্ সৌৱা শুন্ শুন্
ঘোষিছে ৰণ বিষাণ ,
মুকুত আকাশে উৰে
দীপ্ত ৰঙা নিচান ,
ৰক্তেৰে ৰন্জিত
সূৰ্য উদয়ীমান

শুন্ মুকুতিৰ সুৰষৰ আহ্বান,
হালুৱা-হজুৱা হেৰ মজুৰ কিচান।
মুক্তিমান! মুক্তিমান!! মুক্তিমান!!!
শোষকৰ দল আজি হব অৱসান।
পেষকৰ সঁচ কৰ সাং॥"

[ হেৰ বিপ্লৱী বিদ্ৰোহী বীৰ!
তোল্ তোৰ অৱনত শিৰ।
অতদিন কিয় তই আছিলি সুষুপ্ত
পৰ পদানত,
নিৰ্য্যাতিত নিপীড়িত,
দলিত, পতিত···?
আজি এই নতুন যুগত হ'তই জাগ্ৰত।·
···হেৰ' হেৰ' অগনি—যুগৰ ৰঙা ফিৰিঙতি শিখা!
জ্বল্ জ্বল্ উঠ্ উঠ্ আন কাঢ়ি ৰুদ্ৰ কপালৰ ৰক্ত চন্দ্ৰ কলা ৰেখা।
···তুলি ল তুলি ল তই কৰালী কালীৰ ভীম ভয়ঙ্কৰ খড়্গ,
ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্ কাৰাৰ কপাট, শত অভিশাপপূৰ্ণ এই দুখময় দুৰ্গ।
·· তই নিজে অনন্ত বিশাল।
দহ-শত ফণা তুলি এৰ বিষ-জ্বাল।··
· তই অগ্নিগিৰি
অগনি উগাৰি
জ্বলা জ্বলা শতলক্ষ পাপ অনৰ্গল
হই দাবানল।
তই হিম-গিৰি-শৃঙ্গ গগন চুম্বক সু—উচ্চতা,
মৌন—গম্ভীৰতা।
তই প্ৰশান্তৰ গভীৰতা;
হৃদয়ত উৰ্ম্মিময় সাগৰৰ মহা অসীমতা,
কল্লোলময়ী বিশালতা···।
···তই শক্তিৰ নৃ
ক্ষীণ ঋষি দধিচি মহান্।

তোৰ অস্থি মহা-অস্ত্ৰ
শোষকৰ মৃত্যু শস্ত্ৰ।
শোষেণেৰে পুঞ্জীভূত ধনীৰ মৰণ।
সিইতৰ শোষেণই মৃত্যুৰ কাৰণ।
…বল্ বল্ বল্ বল্
সাজু হবৰে হ'ল,—সাজু হবৰে হ'ল।
ভাঙ্ ভাঙ্
দুৱাৰৰ দাং।''

কৌটী দলিতৰ গান
আনে বিপ্লৱী বান।
সবে মিলি ভাঙে কাৰাগাৰ।
মুক্ত কাৰাবাসী গণ
শুলায় দলিত জন
ভাঙি-মেলি কাৰাৰ দুৱাৰ,
গাই মুকুতিৰ গান
তুলি অগ্নি বাণ।…]

"অগ্নি যুগৰ ফিৰিঙতি মই
নতুন ভাৰত গঢ়িম।
সৰ্ব্বহাৰা সৰ্ব্বস্ব
পুনৰ ফিৰাই আনিম।
নৰ-কঙ্কালৰ অস্ত্ৰ সাজি
শোষণকাৰীক বধিম
নতুন ভাৰত গঢ়িম।
ধৰ্ম্ম ব্যৱসায়ীৰ ঠাই নাই তাত
জাতিৰ অহঙ্কাৰ লয় পাব তাত
অস্পৃশ্যতাৰ মহা দানৱক
আপোন হাতেৰে নাশিম।
নতুন ভাৰত গঢ়িম।

হিন্দু-মুছলিম্-চিখ-খৃষ্টানৰ
অন্তৰ ভেদি সোঁত বোৱাম
ভেদা-ভেদৰ প্ৰাচীৰ ভাঙি
সাম্যৰ সৰগ ৰচিম
নতুন ভাৰত গঢ়িম ।· ·

[ নতুন ভাৰত কিয়
নতুন পৃথিবী গঢ় কৰি মোহনীয় ।
পুৰণি ধৰণী যেনে তোৰ অৱদান
নতুন ধৰাও হৱ তোৰে প্ৰতিদান
জনতাৰ হিয়া ভেদি বোৱা মউ সনা ।
কাম্য সাম্য সৰগ মহান্
গা গা নৱ যুগ উপযোগী গান
তুলি মহা অগনিৰ তান···। ]

*আগবাঢ়া বাঢ়া আগ
আগবাঢ়া
দেশৰে বাৰবে দল
আগবাঢ়া
বীৰাঙ্গনা যাব তোমাৰ স'তে
প্ৰেৰণাৰ অস্ত্ৰ লৈ
আগবাঢ়া বাঢ়া আগ
আগবাঢ়া
তুমি পঙ্কিল পৃথিবীত বোলাই দিয়া
সাম্যৰ নৱ বোল
দেশৰ বাৰবে দল ।
আগবাঢ়া বাঢ়া আগ
আগবাঢ়া ।···

ধুমুহাৰ ৰাতিৰ ক'লা আন্ধাৰৰ
বক্ষ ছিৰাছিৰ হ'ল।
তোমাৰ সাহৰ উজ্জ্বল জেউতি
জ্বলি উঠে জ্বল্‌মল্।
আগবাঢ়া বাঢ়া আগ
আগবাঢ়া।
সময়ৰ গতিৰ শিৰ উঠি
তাণ্ডৱ নামিবৰ হ'ল।
পঁচা অতীতৰ পুৰণি জঁকাত
শোণিতৰ বান উঠিল
আগবাঢ়া বাঢ়া আগ
আগবাঢ়া।"...

[ হেৰউ কৃষক !
প্ৰথম বিপ্লৱী বীৰ প্ৰকৃতিৰ বক্ষ-বিদাৰক।
ধৰণীৰ বুকু ফালি
নাঙলৰ ফাল তুলি
পোনে পোনে তয়ে লখিমীক লভিছিলি
আজিনো লখিমী ক'ত ?...কত হেৰুৱালি ?...
লোকৰ ফাঁকিত পৰি হলি শোষণৰ দাস-মজুৰ-শ্ৰমিক।
ধিক্ ধিক্ জীৱনত ধিক্—!
হেৰউ নিলাজ !
মুকুতিৰ সেনা—সাজে সাজে—আজি সাজ !
বল্ বল্ বল্ আগবাঢ়ি !...
কৰিব লাগিব আজি লখিমী উধাৰ।...
হেৰউ কুমাৰ।...
মাটিৰ শিলৰ তই আদি শিল্পী পুৰণি ধৰাৰ।
বল্ বল্ আগবাঢ়ি
গুচি আহ তাক এৰি

গঢ়িব লাগিব তই নতুন জীৱন
ঘূৰাই নতুন চাক কৰি নব নবীন্ সৃজন ।·
তাম হাৰী ! তাম হাৰী !!
তাম্ৰ-যুগ সভ্যতাৰ আদি সৃষ্টি-কাৰী
তয়ো আহ সাজি পাৰি ।·
নাথাকিবি পিছ পৰি ।
সৃজিব লাগিব এই নতুন সৃজন—
হব নব যুগ-প্ৰবৰ্ত্তন !·
হেৰউ কঁহাৰ ! ·
তয়ো আদি যুগ সৃষ্টিকাৰ ।··
সৰ্ব্বহাৰা হই আজি কিয় তই কৰ হাহাকাৰ !
তয়ো আহ, তয়ো আহ হে'ৰ জুহাল হাপৰ এৰি
খন্তা, হাতুৰী পৰিহৰি ।···
ৰূপোৱাল ! ·
সোণোৱাল !!
নাথাকি শালত পৰি
ব'ল ব'ল আগুৱাই ব'ল্ ।
তইঁতৰ সুপ্ত
মহান শকতি লুপ্ত
জগাবৰ হল,—আজি জগাবৰ হল,—
দেহা তোল্, তয়ো দেহা তোল্ ।··
হেৰউ কমাৰ ! ··
বিদ্ৰোহী বিপ্লৱী যুগান্তৰ মথ-সৃষ্টিকৰ ।·
মহতী সভ্যতা তোৰে দান ।
আহ্, আহ্, ব'ল্ ব ল্ হই আগুৱান
এৰি তোৰ শালৰ নীয়াৰী
বলী লোৰ হাতিয়াৰ ধৰি
কালি ঘোপমৰা অন্ধকাৰ ।···
জগতৰ নব নব যুগ সভ্যতাৰ
মহা মহা স্ৰষ্টা সৃষ্টিকাৰ ।···

আজি আথালিত পৰি কৰ হাহাকাৰ
জ্বলাৰ বুকুত তই অগনি চিতাৰ।
হই দাস শোষকৰ হলি নিজে কল্-কাৰখানাৰ।
ৰবৰ সময় নাই
বল্ বল্ গাই গাই
আগুৱান গান
এৰি অগ্নিবান, ...]

"ব'ল্ ব'ল্ ব'ল্ ব'ল্
কৃষক শক্তি দল।
অ' বন্ধুৱা সমনীয়া
আগ বা ঢ় যাওঁ বল্
জাগ্ জাগ জাগ্ জাগ্
মজদুৰ-ন-জোৱান্।
নিৰ্য্যাতিত নিপীড়িত
কৃষক—শক্তিমান।
তোৰ বাহুতে আছে লুকাই
অসীম শক্তি বল
ৰণৰ শিঙা বাজে শুন্ ঐ
আগবাঢ়ি যাওঁ ব'ল।
কিহৰ নো ভয়? আছে অভয়—
বাণী দেৱতাৰ
শতক সৌ চউপাশে বয়
ধনী জমিদাৰ ;—
সিহে কলিজাৰ বডা তেজ
প্ৰজা দুখীয়াৰ
ধ্বংস কৰ্ ধ্বংস কৰ্
ধনীৰ অহঙ্কাৰ।

দয়া মায়া নকৰিবি
ক্ষমাৰ দিন যে গল
হাল-কোৰ্-দা-হাতুৰী লই
আগবাঢি যাওঁ বল !
আমি খুৱাওঁ বিশ্ববাসীক
মাটি ফালি ধান,—
আমি যুগাওঁ ধনী শ্ৰেণীক
অস্ত্ৰ শক্তিমান,—
কাৰখানা কল আমাৰ সৃজন
পথাৰ সুবহল।..
তেওঁনো কিয় আমাৰ এনে—
আলৈ বিলৈ হ'ল ?
ৰঙা তেজৰ নিচানটি লৈ
আগবাঢি যাওঁ বল।"

[ উখল মাথল :—
জনতাৰে ভৰপূৰ মুকুতিৰ দ'ল
আজি হ'ল মুকুতি জাৰস্ত,—
পৰাণত আবেগ উচ্ছাস অফুৰন্ত
দূৰণিত জ্বলে সূৰ্য্য, লোহিত আদৰ্শ জ্বলন্ত
দেউলৰ অন্তৰ বাহিৰ মুখৰিত
উচ্চাৰিত, প্ৰকম্পিত কলৰোল ঝংকৃত
মুকুতি ছন্দিতা,
বন্দিতা স্পন্দিতা ,
বিনন্দিতা ভনিতা, ধ্বনিতা.
পিষ্ট ক্লিষ্ট
দলিত পীড়িত
নিৰ্য্যাতিত
নিপীড়িত
মুক্ত বন্দী—তানে

সাগ্নিক—

বিপ্লৱী বীৰ অধিনায়ক

পুৰোহিত বন্দনা-গানে, ]

"হে বিপ্লৱী বীৰ অধিনায়ক হে।

দিয়া অগ্নি বাণী বিপ্লৱৰ,—

ভাঙা বন্দীশাল কউটি কালৰ

মুক্তি হক নির্য্যাতিতৰ।

তৱদীপ্ত অনুৰাগে

নিদ্ৰা আচম্বিতে ভাগে

জাগে নিপীড়িত দল জগতৰ।

তৱ শুভ আগমনে জ্বলে

ৰক্ত ভানু লভ তালে

দোলে উৰি দোলে দোলে

ৰঙালী পতাকা পীড়িতৰ,

দলিতৰ।"

[ বন্‌দনা গানে পুৰোহিতৰ হৃদয়

হ'ল উদ্বেলিত,

হিয়া ভৰা শকতি সঞ্চয়

হ'ল উচ্ছলিত।

অগ্নি গৰ্ভ বক্ষ ভেদি ওলাল অগনি

বিপ্লৱৰ অগ্নি সম বাণী।

চোৱা সউ।

ধ্বান্তহাৰা তমোহৰ দেৱ

নিজ আলোকেৰে আলোকিত;

সেই আলো মুকুতি জ্যোতিৰে বিকীৰিত

স্বাধীনতা কণেৰে ক্ষৰিত;

স'উ চোৱা নয়নত সৰগৰ দিব্য ময় ভাতি

সেই ভাতি মঙ্গল কল্যাণময় শান্তিৰ জ্যোতি।

ন'উ চোৰা দেৱতাৰ খাটোলাৰ পৰা নমা সোণৰ জখলা

দুয়ো কাষে শাৰী শাৰী প্ৰদীপ দীপালী জ্বলা।

জখলাৰ সেই বাট প্ৰগতিৰ গতি

গতিকে বুজিবা এই প্ৰগতি শান্তি স্বাধীনতাই মুকুতি।

সব্‌বৰ বীজ মন্ত্ৰ

গুপুত সাম্যৰ তন্ত্ৰ

আছে গুপ্তভাৱে সেই হৃদ কমলত

যাৰ হৃদয়ৰ পৰা

বয় সমতাৰ ধাৰা

সমানে সমানে ধুই পৱিত্ৰ জলত কৰি মুক্তি স্নান

হই সাম্যময় জ্যোতিস্মান, জগত বাসীয়ে পাব সমানে জগত।

দূৰ হব শোষক-শোষণ মহাপাপ

দুখীয়াৰ বুকুজ্বলা তাপ ;

শোষণৰ বেদনা, যন্ত্ৰণা, জ্বালা হব চুৰ্‌মাৰ

শোষক শোষিত ছাৰ্‌খাৰ।

যত দিন থাকে মানে শ্ৰেণী-ভেদ দল

ততদিন হব ৰণ অহিংসাৰ প্ৰচাৰ হব মিছাই বিফল।

বুদ্ধ, খৃষ্ট, শঙ্কৰ, মাধৱ, গান্ধীৰ অহিংসা-বাদ হব 'বৰ্‌বাদ'

মাথোঁ শ্ৰেণী বিহীন সমাজ—

কৃষক-বনুৱা-স্বৰ্গ পঞ্চায়ত ৰাজ

কৰিব সমস্যা সমাধান

ভীষণ হিংসাৰ অৱসান

আজি হন্তে সৰ্ব্বহাৰা দল

শতাব্দীৰ অভিশাপ পাশ মুক্ত হ'ল

কত শত যুগ ধৰি

পুঁজিয়ে পুঁজিয়ে ভৰি

শত আবৰ্জ্জনা

দহন, দলন, ক্লেশ

নিপীড়ন নিৰ্য্যাতন হব আজি শেষ

নিষ্পেষণ, হেজাৰ যন্ত্ৰণা
সকলোৰে হব অৱসান।
দুখীয়াৰ একতা বন্ধন
সাম্য-মন্ত্ৰ জৰীৰে গাঁথন
একেটি ডোলেৰে গথাঁ সবাৰে পৰাণ,
হব এক সৰ্ব্ব "জাহন"।
শ্ৰেণীহীন
জাতি দল বিভেদ-বিহীন
হব এক অভিনৱ নতুন সমাজতন্ত্ৰ
উচ্চাৰিব মহামন্ত্ৰ
চলাই সাম্যৰ মন্ত্ৰ
বিশ্ব-সংঘ মিলি সবে কৰিব শাসন
ৰজা হব হীন জনগণ
গঢ়ি পাত সুখৰ সমাজ
"পঞ্চায়ত ৰাজ"
সেই চোৰা বৌটী বোটী দুনয়ন মেলি
ৰক্তিম আভাৰে জ্বলা উদিত নতুন বেলি
শোষিতৰ তাজা তেজ ভগা কলিজাৰ
সৰ্ব্ব-হাৰাৰ।
সেই তেজ দলিতৰ দান
পীড়িতৰ প্ৰাণ
তাৰ প্ৰতিদান
আজি পাবা ৰাইজৰ ৰাজ
পঞ্চায়ত ৰাজ
কৃষক বন্ধুৱা স্বৰ্গ-ৰাজ।]

"ৰাইজেই ৰজা মোৰ
প্ৰজায়েই ৰজা মোৰ।
সুখৰে পঞ্চায়ত ৰাজ

সাজ্ মুক্তি সেনা সাজ !
হওঁ সমদল আজি বাজ।
নাই ভয় নাই ডৰ
নাই একো ভিন-পৰ
হ'ল শেষ য'ত ফাঁকি বাজ
সুখৰে পঞ্চায়ত ৰাজ।

জৰ্জ্জৰ কণ্ঠৰ
হৃদয়ৰ মৰ্ম্ম।
শত—বেদনাৰ সোঁত ব'ল।—
শত ঘাৰ বক্ষৰ
বন্যাৰে ৰক্তৰ
ৰক্তিম কলিজাৰ ঢল।
দূৰ হ'ল দুখিতৰ দুখ
আজি হ'ল শোষিতৰ সুখ,
কত শ' কত যুগৰ
কত কোটী শ্বহীদৰ
মৃত্যুৰ স্মৃতি এই তাজ।
সুখেৰে পঞ্চায়ত-ৰাজ।

উদিছে নবীন সূৰ্য্য
বাজিছে বিজয় তূৰ্য্য
জাগে দীন-হীন শৌৰ্য্য
উজ্জীৱিত নৱ বীৰ্য্য
শাসে নৱ জন গণ ৰাজ।
সুখেৰে পঞ্চায়ত-ৰাজ।''

ৰঙ্গমঞ্চ সাজ সজ্জা দৃশ্যাদিৰ নিৰ্দেশ। অকস্মাতে একেলগে শংখ ঘণ্টাৰ শব্দ উঠে।·· আৰহ সঙ্গীত বাজি থাকে।

পট উত্তোলনৰ লগে লগে দেখা যায় :—

দুৰেণিত সোঁ মাজতে বুদ্ধৰ প্ৰশান্ত মূৰ্ত্তি; যাৰ বস্তিৰে আলোকিত। ৰৰকাঁহ বাজি উঠে। ভিক্ষু ভকত সকলে উচ্চাৰে:—

বুদ্ধং শৰণং গচ্ছামি!

ধৰ্ম্মং শৰণং গচ্ছামি!!

সঙ্ঘং শৰণং গচ্ছামি!!!

সেই মন্ত্ৰ চাৰিওফালে প্ৰতিধ্বনি হয়। সেই প্ৰতিধ্বনি বিলীন হোৱাৰ লগে লগে বুদ্ধ মূৰ্ত্তিৰ ফালৰ পৰা উদাত্ত স্বৰত এটি ধ্বনি আহে:—

"অহিংসা পৰমো ধৰ্ম্ম।

অহিংসা পৰমো ধৰ্ম্ম!!

লাহে লাহে সেই ধ্বনি মাৰ যায় বন্ধনীৰ মাজৰ সৰু আখৰেৰে ছপা কথিকা ভনিতা ভিতৰৰ পৰা এজনে কৈ যায়:…"বুদ্ধ…কুসুমিত!"…সেই খিনি ভনিতা শেষ হোৱাৰ লগে লগে এখন বগা আঁৰকাপোৰ নামি আহি সেই মূৰ্ত্তি ঢাকি পেলায়। সেই আঁৰ কাপোৰত বুদ্ধৰ ছায়ামূৰ্ত্তি প্ৰতিফলিত হয়। দুফালৰ পৰা দুখন কাৰাৰ দুৱাৰ লাহে লাহে জাপ খাই অহাত সেই মূৰ্ত্তি বন্দী হয়।

আঁৰকাপোৰ সন্মুখৰ ফালৰ এন্ধাৰ গুচি পোহৰ হয়। সেই ছাঁয়ামূৰ্ত্তি নোহোৱা হয়। সেই পোহৰত ধনী কেঁএা ভেশৰ এজনে লগত লাউদৰ পেৰা মৃৰত লোৱা দুজন মানুহৰো সৈতে, মানা ভেম্ পুৰীয়া পুৰুষ এজনে লগত দুজন লগুৱা লিকচৌৰ সৈতে আৰু দুজন দোলা ভাৰীৰ কান্ধত কেঁকোৰো দোলাত উঠি অহা জমিদাৰ এজনে আৰহ সঙ্গীতৰ তালে তালে গা জোকাৰি প্ৰৱেশি প্ৰস্থান কৰে।

সূত্ৰধাৰে নেপথ্যৰ পৰা ভনিতা কৈ যায়, "স্বাৰ্থ অন্ধ··প্ৰতিযোগিতাৰ।" চাকি ক্ষীণ হৈ দুমি যোৱাত সন্মুখৰ ফালে এন্ধাৰ হয়। আঁৰ কাপোৰৰ পিছ ফাল পোহৰ হৈ উঠে। যুদ্ধ ক্ষেত্ৰৰ দৃশ্য আঁৰ কাপোৰত প্ৰতিফলিত হয়। সৈন্য বেশী ছাঁয়ামূৰ্ত্তিবোৰে হাতত বন্দুক লৈ আগুৱায়। নেপথ্যত বন্দুকৰ কামানৰ শব্দ গৰজি উঠে।

সূত্ৰধাৰে কৈ যায়,…"ৰণ··দ্বিতীয় সমৰ।"· যুদ্ধ দৃশ্য হোৱাৰ নোহোৱাৰ পাছত দেখা যায়—কিছুমান হালোৱাই কান্ধত হাল আৰু মৃৰত জাঁপি লৈ গৈ আছে আৰু কিছুমান বনুৱাই এটা বিৰাট কাৰখানাৰ ওচৰত ডাঙৰ হাতুৰী লৈ কিবা কাম কৰি আছে। এনেতে শুনা যায় ৰণৰ শিঙাৰ আৱাহন বন্দুক কামানৰ গৰ্জ্জন। হালোৱাই হাল পেলায় আৰু বনুৱাই হাতুৰী পেলাই

বহুৱা সাজত সাজি কাচি হাতত বন্দুক লৈ যায়। আকৌ যুদ্ধক্ষেত্ৰ। সকলো ছায়াঁ ভাৱনা আঁৰ কাপোৰত দৃশ্যমান হৈ উঠে।......

সূত্ৰধাৰে কথিকাৰ মালা গুঁথে,.. "সেই সমবত...কোলাহল।"......

আঁৰ কাপোৰত দেখা যায়, জালোৱা, হজুৱা বহুৱাসকলে কাৰাগাৰাত বন্দী হই ছট্‌ফটাই কোলাহল তোলে।

নেপথ্যত ভনিতা ঝঙ্কাৰি উঠে, "বন্দীস্বৰে.. চিৰ সুন্দৰ দৌলৰ।" আঁৰ কাপোৰ আঁতৰি যায়। দেখা যায়, মুক্তি দৌলৰ অভ্যন্তৰত তিনি খলপীয়া খাটোলা আসন বেদীৰ ওপৰত কল্যাণময়। মঙ্গলময় শিৱ হেন ওমোহৰ মুক্তি দেৱতাৰ সুন্দৰ মুৰতি। ..

চলি থাকে শান্তিময় আৰহসঙ্গীতৰ মধুৰ আনন্দ ভাহি আহে নেপথ্যৰ পৰা আৰ্ত্ত উন্মত্ত বন্দীসৱৰ করুণ বিলাপ। আৰু লগে লগে গান,......"সুৰেৰে দেউসৱ সুন্দৰ পূজাৰী। ....

সেই অমৃ-গীতি গাই গাই মুক্তি দেউলৰ দেৱ দাস-দাসী সকলে গাত দেওধনি তুলি নৃত্যৰে ছন্দিত হৈ নাচি নাচি গুচি যায়।......

আকৌ বগা আঁৰ কাপোৰ পৰে। লোৰ বেৰৰ ফাঁকে ফাঁকে কাৰাবন্দী সকলে হাত মেলি গোৰা ছাঁত দেখা যায়।

আকৌ কথিকা চলি থাকে—"একমনে...হিয়াৰ সমীৰ।"......

আঁৰ কাপোৰ আঁতৰে।.. ওমোহৰ মূৰ্ত্তিৰ তলত দেখা যায়, এজন পূজাৰীয়ে একমনে এক ধ্যানে পূজা কৰে।......

ভনিতাই কয়,..."কউটি জনৰ.. ভকতিৰ গান।"—পূজাৰীয়ে অন্তৰেৰে নাচি নাচি আৰতি গান গায় "বিশ্বৰে ছন্দে...সন্ত্ৰে।"

পূজাৰীৰ গানত ওমোহৰ মুৰ্ত্তি কঁপে, নৱ সঞ্জীৱনীৰে সঞ্জীৱিত হৈ জাগ্ৰত হয় ধীৰে ধীৰে থিয় হয়। খাটোলাৰ পৰা নামে, ছন্দে মহানন্দে নাচে, ছন্দৰ প্ৰতিবাদ ক্ষেপে মুক্ত ধুলি বণা স্বাধীনতা ৰূপে উৰে, ধৰাৰ বুকুত মুক্ত জ্যোতি পৰে।......

সূত্ৰধাৰে আওৰায়, "পূজাৰীৰ গানে...পূজাৰীয়ে গায়।" নৃত্য সমাপ্তিৰ পিছত সেই জীৱন্ত মুৰতিয়ে ধীৰে ধীৰে পিছুৱাই উঠি সেই আসন বেদীত বহে। নেপথ্যৰ পৰা পিষ্ট ক্লিষ্ট বন্দীদলৰ হাহাঁকাৰ বোল উঠে। পূজাৰীয়ে গায়, "শুনা.. জল মল্ শুনা।......

বগা আঁৰ কাপোৰ পৰে। কাৰাৰ ফাঁকে ফাঁকে দেখা যায় বন্দীসৱে হাত মেলি গায়,—"আজি · মন্দিৰ খোলা।"—

সূত্ৰধাৰে কথিকাৰ সূত্ৰ গাঁথে,—"স্বাগত···ভাঙ্ ধ্বনি"। বন্দীসৱে গায়,—"ভাঙ্···ৰৰ সাং।—

বগা আঁৰ কাপোৰ আঁতৰি যায়।—

···দেখা যায় কাৰাগাৰ······

তালে তালে হুঙ্কাৰি বন্দীসৱে কাৰাৰ প্ৰাচীৰ ভাঙে······আঁতৰৰ পৰা পূজাৰীৰ মাত ভাঁহি আহে,—"হেৰ' বিপ্লৱী···দুৱাৰৰ দাং।"

তালে তালে হুঙ্কাৰি বন্দীসৱে কাৰাৰ প্ৰাচীৰ দুৱাৰ ভাঙি ওলায়।

ভনিতা চলে কোটী দলিতৰ · তুলি অগ্নিবান।"—মুক্ত বন্দীসৱে ওলায় সমস্বৰে গায়, অগ্নি যুগৰ·· ভাৰত গৰিম।"

সূত্ৰধাৰে আওৰায়, নতুন ভাৰত· অগনিৰ তাল মুক্ত দলিত দলে গাই গাই তালে তালে খোজ কাঢ়ি যায়।

"আগবাঢ়া ···আগবাঢ়া।"

বগা আঁৰ কাপোৰ পৰে।

ছাঁত দেখা যায় এজন খেতিয়কে হাল বাই বাই আহে সূত্ৰধাৰে কয় "হেৰউ কৃষক·· লখিমী উধাৰ।"

খেতিয়কে গুচি যায়। ·

এজন কুমাৰে আহি চাক ঘূৰাই মাটিৰ কলহ তৈয়াৰ কৰে।

সূত্ৰধাৰে কয়, "হেৰউ কুমাৰ···নবীন সৃজন।"· লাহে লাহে কুমাৰৰ ছাঁ নোহোৱা হয়।—

এজন তামহাৰীৰ মূৰ্ত্তি দেখা যায়। সি তামৰ কলি আদি লৈ ব্যস্ত।··

সূত্ৰধাৰে কয়,—"তাম হাৰি · প্ৰবৰ্ত্তন।"

তাম হাৰীৰ ছাঁ নোহোৱা হয়। লাহে লাহে কহাঁৰ কিছুমানে হাতুৰী ভন্না আদি লৈ ব্যস্ত। দেখা যায় কাৰত বঁটা শৰাই কাঁহী বাটি আদি যুগুত হৈ পৰি থাকে।

সূত্ৰধাৰে কয়, "হেৰউ কহাঁৰ···পৰিহৰি।"

কহাঁৰ হতৰ মূৰ্ত্তি লাহে লাহে বিলীন হয়।



# ৰাভা নাটিকা

## গেঙনি ৰেঙনি

[ সময় :—পুৰা। · ···

ঠাই :—সোণামুৰা গাওঁ। ···

দুখীৰামৰ ঘৰৰ চোতাল।····

একালে বৰঘৰৰ এচোৰা আৰু আনফালে ঢেকীশালৰ এচোৰাৰ মাজৰ

ফাঁকেদি দেখা যায় জেওবাৰ শাৰী। জেওবা দেও দি পাৰ হলেই আলি, আলিৰ সিপাৰে গছৰ শাৰীৰ আগত পুৱতী ৰঙা বেলি।.....

ৰৰঘৰৰ এছোৱাৰ দুৱাৰ এখন খুলিব পৰাকৈ জিলিকি আছে, ঢেকীশালি উদং, বেৰ নাই।

দুখীৰামৰ ঘৈণীয়েক ৰূপহীয়ে ধান বানি থাকে।

সেই ঢেকীৰ তালে তালে নাম গীতৰ জাউৰি উঠি গোটেই গাঁওখনতে ৰজন্ জনাই খলক লগায়। গীতৰ ছেৱে ছেৱে ৰূপহীৰ ৰূপহ দেহাত লহৰ উঠে।..

দুখীৰামৰ ভনীয়েক লখিমীয়ে গীত গাই গাই ছালে জাৰে। তালে তালে ভায়েক দীনবন্ধুয়ে আতৰত খৰি ফালে, ...]

## গীত

[ ৰঙ্গ-মঞ্চৰ বাহিৰে ভিতৰে নেপথ্যত ও গীত ]

সোণামুৰা গাঁও!
দেহি-সোণামুৰা গাঁও ॥
হিয়া ভৰি সাদৰী গাওঁকে ভাল পাওঁ—
আমি ; সোণামুৰা গাওঁ!
দেহি সোণামুৰা গাওঁ !!
ধুনীয়াকৈ গুৱনীকৈ চেনেহী গুৱনী
হিয়াৰে আমঠু জীউ সৰু গাওঁ খনি
দুখীৰ মনত দুখীয়াৰে সৰগ যেনহে পাওঁ
আমি সোণামুৰা গাওঁ।
দেহি সোণামুৰা গাওঁ ॥

[ ঢেকীশাল আৰু বৰ ঘৰৰ ফাঁকেদি দেখা যায় জেওবাৰ সিফালে থকা আলিয়েদি কোনোবাই কান্ধত নাঙল জুৱলি লৈ গাই গাই যায়, কোনোবাই গাই গায়েই গৰু মহ খেদি লৈ যায়, কোনোবা তিৰোতাই কাষত কলহলৈ নাম জুৰে কোনোবাই খৰাহীত চাউল ধুবলৈ গাই গাই যায়—আলিয়েদি মানুহৰ অহা যোৱাৰ খতি খন নাই ; সকলোৱে গাওঁত ব্যস্ত।......সোনকালে হাত তুলি নাম জুৰি দুখীৰামে ৰং মনেৰে সোমাই ৰৰঘৰৰ বেৰত নাঙলটো আওজাই থয় ;

—এবাৰ খালি বাণ্টিটোকে নি গুছি যায়,—ভৰি হাত ধুই সোমায়, গামোছাৰে মচে।—

ৰূপহীয়ে ৰৰঘৰৰ ভিতৰলৈ গৈ পীৰা আনি পাৰি দিয়ে। দুখীৰামে বহে, এবাৰ ভিতৰৰ পৰা পিঠা আৰু চাহ এবাটি আৰু পাতত গুৰ আনি দিয়ে এবাৰ তামোল পান কটাৰী চূণৰ টেমীৰে বটাটো আনি সমুখত থয়। ·]

( কেউপিনে উলাহৰ মেল।……গীত শেষ হয়। · )

ৰূপহী :—সোণকালে চোঁ? কিয়বা?

দুখীৰাম :—এ নকবা। যিহে টিকা ফটা ৰ'দ।·· যেন জুই হে। গা দহি যায়। পুৰি যায়।·····

ৰূপহী :—আনে আৰু হাল নোবোৰ'কৈ আছে নে?···

দুখীৰাম :—লোকৰ আলেখ লেখ জপি; আমাৰনো আছে কি? ঘি টোকোনা টোকোনায়েই। আমি আৰু নোৱাৰিছোঁ পাই। সেই পুৰি মৰাতকৈ ভোকে লঘোনে নাখাই নবই মৰাই ভাল। লোকে ডাঙৰীয়ে ডাঙৰীয়ে ভৰাই ভঁৰাল ওপচাই তোলক। আমাৰ ভঁৰাল উদং হ'ক, আইধা পৰক। তেও বইখা।

ৰূপহী :—এ কেনে কবে?

[ উচাট মাৰি যাব খোজে ]

দুখী :—হেৰা বোলো কিনো চিংপখিলী দেবে পালে হঁ? উচাৎ মাৰি দেখোন ভমক দেখুওৱা। হৈছে হৈছে গোসানী! শাম কটা তুষ্ট হোৱা। ভমকদাল কিহৰ হঁ? বাহিৰত ঠাওৰিব নোৱাৰি ঘৰলৈ আহিলো, অ' আই। ভিতৰতো দেখোন জুইৰ ভমক। এতিয়া যাওঁ ক'ত মৰো ক'ত? ত্ৰিশঙ্কুৰ দৰে শূইনত ওলমিলেহে হব।

ৰূপহী :—হৈছে হৈছে। ভেমদাল থৈ দিয়ক গোসাই। এৰা গছৰ ঠেকত ডিঙিত ছিপজৰী লগাই ওলমিব নেলাগে—হৈছে। পিয়লী ফুকনো হব নেলাগে। আকৌ তৰক তৰবকৈ ৰূপৰ হোকা খাই মণিৰাম হৈ ফাঁচীৰ চাঙতো উঠিব নেলাগে।

দুঃখী :—হেৰৌ লখিমী! দেখিছনে দেখিছনে তোৰ বৌয়েৰাৰ ভেম, শুনিছনে তাইৰ ফোঁপজহী কথা? মোক চাকোলা নেদেখিছা? চাকোলা বুজিছা চাকোলা মাইলাথ পিয়ালী ফুকনৰ দৰে

চাকোলা, লগুৱা হলে নাই। পিছে তুমি? তোমাৰ পিঠিত বোকোচাত উঠি ৰাজহাড় ভাল ধেমুভিৰীয়া কৰিম যেতিয়া তেতিয়াহে মজা পাবা আক'। কি বোল' লখিমী।

[ লখিমীয়ে আগত ডলাখৈ মিচিক্ কৰে হাঁহি আৰো জাৰে ছালে; পিছত টোপোলা দুটা সাজে।......]

ৰূপহী :—লখিমীৰ আৰু কাম কাজ নাই; আপোনাৰ কথাতে হয়ভৰ যি বুঢী এলাগীৰ দৰে আঠুৰ মাজত মূৰটো গুজি থব। বোলো হেৰি মোৰ পিতশৰ গোঁসাই। হাত ভৰি কোচাই এইদৰে বলকি থাকিলে হবনে? ঘৰত কাম কাজ নাই হবলা?

দুখী :—আছে অ' আছে। পিছে ধান বনা হ'ল জানো? আজি হাট নাই হবলা?

ৰূপহী :—আছে। নাই বুলি কোনে কৈছে? দোকমোকালিতে উঠি হবেৰ পুৱাৰে পৰা ধান বানিয়েই আছো দেখোন? পিছে লখিমী! ছলা জৰা হ'লনে?

লখিমী :—কেলেই লাগিছে ছল-জৰা? টোপোলা দুটা আছেই নহয়?

ৰূপহী :—হয়েই চোঁ!—এতিয়া ভাৰ বান্ধি নিলেই হয়চোঁ।

দুখী :—হয়চোঁ হয়চোঁ কৰিলেই হবনে? ওদালৰ ফয়জৰাখৈ ভাৰ বান্ধি নিলেই হয়চোঁ।

[ লখিমীয়ে কাণমাৰি আৰু ওদালৰ জৰী আনি দিয়ে। ]

এ বেলা হলেই। গেলা গপ মাৰি থাকিলেই হবনে? সিফালে হাট বজাৰ ভাঙিলেই কিজানি? লখিমী। হেৰি কিবা বোলেনে? টোপোলা কেইটা লৈ আন আক'—

[ লখিমীয়ে টোপোলা আনি দিয়ে। ভাৰ বান্ধি বান্ধি কান্ধত লৈ দুখীৰামে উঠি যাবলৈ ওলায় ]

দুখী :—উস্-পৰ্ভু!

ৰূপহী :—পিছে সূতা আৰা সেৰমান আনিলে হয়েই। লখিমীৰ ও মেখেলা ফালি চিৰি নোহোৱা হ'ল। নঙঠা হৈ চুকত চুক ভেকুলী হৈ থাকিলে হব নে?

দুখী :—নাঙঠা হৈ চুকত থকাই ভাল, তেওঁ কণ্ট্ৰোলৰ কন্দলত গৈ চেলওপঙা নিদিওঁ।

ৰূপহী :—লাজো নাই।

দুখী :—লাজ বিজ থবলৈ আৰু ঠাই আছেনে? স্বাধীন ভাৰতত এছিটা মাটিও নোহোৱা হ'ল। ক'তে বা থওঁ লাজ ক'তে বা থওঁ বিজ?

ৰূপহী :—উস্ কটা! [ কেৰাহীকৈ চায়। ]

দুখী :—যাওঁ যাওঁ হেৰেই যাওঁ।

"স্বাধীন নাওঁ
স্বাধীন দাওঁ
সোণামুৱা গাওঁ
দেই সোণামুৱা গাওঁ
—দেই দেই—যাওঁ।

[ বহুৱাৰ দৰে ছেও দি নাচি প্ৰস্থান ]

লখিমী :—[ হাঁহি ] ককাইদেউৰ আৰু এই স্বভাৱটোৱেই নগল। খুৰুতীয়াকৈ দেখুৱাই ইমান যে হুহুৱাব পাৰে!

[ দীনবন্ধুৰ প্ৰস্থান ]

ৰূপহী :—[ খঙেৰে ] এ নকবা হে। তেওঁৰ জানো কিবা তত আছে। কথাবোৰ গাত লাগিলেহে। সকলো সময়তে বহুৱালি। তেওঁৰ মানত সংসাৰ খনেই যেন এখন নাট-ভাওনা, বহুৱা হৈ এপাক দিলেহে তেওঁৰ হেপাহ পলায়।

লখিমী :— ভাল মিলিছে তোমালোকৰ। যেনে অলীয়া বলীয়া মহাদেউ তেনে বাই বাঘিনা গোঁসানী। ঠিক মিলিছে—ঠিক মিলিছে।

[ হাঁহি হাঁহি প্ৰস্থান ]

ৰূপহী :—এই জনে কৰিছে কি? খৰি ফলা হোৱা নাইনে? এবেলা এপৰ খৰি ফালি—

[ দীনবন্ধুৱে খৰি ফলাৰ ফালে চকু দি ]

এ-নাই—। অ দীনাই!—
দীনাই!—দীনাই অ'!—
লখিমী!—অ লখিমা!

লখিমী :—[ এটা খৰাহীত চাউল লৈ ওলাই আহি ] কি বৌদেও?

ৰূপহী :—দীনাই কলৈ গ'ল?

লখিমী :—জানো?

ৰূপহী :—চোৰাচোন বাক, এই আছিল এই নাই। ক'তনো মগ্নাপী দিলে ? ৰৰষুণও আহেহে লাগে। সৌ কলা ভাঁৰৰ চমকা, ঘিহে ফেট মেলি আহিছে; এতিয়া শাকেই বুটলো নে খৰিকেই চপাওঁ।

লখিমী :—ৰৱ। মই জানলৈ গৈ এই খৰাহী চাউল ধুই আহোঁ গৈ।

ৰূপহী :—পোনাইতো নাই। কলৈ যে গ'ল ?

লখিমী :—সেউতীইতৰ তাত আছে হব পায় ? ৰব মই পঠিয়াই দিওঁ

[ প্ৰস্থান ]

ৰূপহী :—বেগতে [ ঢেকীশালত গৈ চাউলৰ পাছীটো ডাঙি ] উস্ ৰাম ! ককালত বিষ ! কিমান কলো পালিচনে মালিচ আনি দিবলৈ ; অ' আই কাণসাৰেই নাই। [ ভিতৰলৈ গৈ পাছী থৈ আহি বটা আদি চপাই ] মূৰত লবলৈ তেলো নাই। ফাপৰী জাপৰী হৈ এ হয়েতো—তেলৰ কথা পাহৰিলোৱেই।

[ এনেতে দীন বন্ধুৱে পোনাহুটিক তামোলৰ ঢকুৱাত তুলি চুচৰাই আনি গাই গাই সোমায় ]

সকলোৱে :—সোণামুৱা গাওঁ !

দেহি সোণামুৱা গাওঁ !!

ৰূপহী :—থৈ দিয়া তোমাৰ সোণামুৱা গাওঁ। ৰৰষুণ আহেহে লাগে। খৰি চপাই থব লাগে মন নাই হবলা।

[ দীনায়ে চুচুক চামাক্‌কৈ গৈ খৰি চপায় ]

[ পোনাইতলৈ চাই ]

আৰু তইঁত—তইঁতি কলৈ গৈছিলি ? ক'তনো টলৌ টলৌকৈ ফুৰিছিলি ?

উঃ গাল চকলা চা টিক টিক ৰঙে ৰাঙচী ঠিক যেন বান্দৰৰ—যাঃ—যাঃ।

[ পোনা হুটি তিৰতিৰাই ভিতৰলৈ লৰ মাৰে ]

লখিমী :—[ খৰাহীৰ চাউল ধুই আহি ] পোনাইত আহিল ?

ৰূপহী :—হুঁ।

লখিমী :—হেৰি অ'। গাঁও বুঢ়ানীক অহা যেন পালো।

ৰূপহী :—অকলে নে ?

লখিমী :—অকলে।

ৰূপহী :—মই ভিতৰতে থাকোগৈ বুইছা। তুমি—নাই, পথাৰলৈ গৈছে, ভাত নিছেগৈ বুলি কবা।

লখিমী :—ভাল, [ ৰূপহীয়ে বটাটো বৈ যায়। বাঢ়নীৰে লখিমীয়ে চোতাল সাৰে। গাঁওবুঢ়ানীৰ প্ৰবেশ। ]

গাওঁবুঢ়ানী :—অ' লখিমী।

লখিমী :—এ আইতা।

[ পীৰা এখন আনি পাৰি দিয়ে, গাওঁবুঢ়ানীয়ে বহে পিছে কেলইবা ]

গাওঁবুঢ়ানী :—পোনা'ৰ মাক আছেনে ?

লখিমী :—নাই।...বৰ—খুন্দনাটো আনোগৈ [ লখিমীৰ প্ৰস্থান ]

গাওঁবুঢ়ানী :—দীনাই। কি কৰিছা ?

দীনাই :—খৰি চপাইছো আইতা।

গাওঁবুঢ়ানী :—স্কুল নাই ?

দীনাই :—নাই বন্ধ। জহৰ বন্ধ।

গাওঁবুঢ়ানী :—দুখী ককায়েৰে কলৈ গ'ল ? হাললৈ নে ?

দীনাই :—হাল মেলি আহিল। হাটলৈ গৈছে।

লখিমী :—[ খুন্দনাটো আনি ] এইয়া আইতা খুন্দনা। বটাটোত তামোল কটাই আছে। খুন্দি খাওক।

গাওঁবুঢ়ানী :—পোনাৰ মাক কলৈ গ'ল ?

[ এনেতে ভিতৰত পোনাহতে চিঞৰে "অ আই পিঠা দেনা। ভোক লাগিছে ]

লখিমী :—পথাৰলৈ ভাত নিছে।

গাওঁবুঢ়ানী :—কালৈকে বা ?

লখিমী :—ককাই দেউলৈ।

গাওঁবুঢ়ানী :—নাডল হ'ল সৌটো, এই ককায়েৰে ইমান পৰে চাগৈ হাট পালেই। গুদা পথাৰলৈ গৈ বোৱেৰে কিনো ভাল ভোজ মেলিব হঁ। ফাঁকি দিবলৈ মানুহ নেপালা। ভাল বুঢ়ীমাৰক জোকাই লৈছা। আজি মাহচেৰেক হ'ল খুবীয়াজোৰ মোকোলাবলৈ

মন নাই হ'বলা ? এসপ্তাহ দিন দিলো। মোকোলাই নললে জানাই নহয় পোৰা কপাল ?

ৰূপহী :—[ ওলাই আহি ] এ আইতা দেখোন।

গাওঁবুঢ়ানী :—এ পথাৰলৈ যোৱাজনী দেখোন ঘৰৰ পৰাই ওলাল।

ৰূপহী :—কোনেনো কলে পথাৰলৈ গৈছো বুলি।

গাওঁবুঢ়ানী :—কিয় ? লখিমীয়ে।

লখিমী :—নাই যোৱা জানো ?

ৰূপহী :—এৰা যাবৰ কথাই আছিল। লখিমীও নাছিল। জানলৈ চাউল ধুবলৈ গৈছিল। এনেতে তেওঁ হাল মে'ল আহি হাটলৈ গ'ল।

গাওঁবুঢ়ানী :—এৰা হয়েতো। পিছে—কি কৰা থুৰীয়াজোৰ থৈ নিচিন্তে বলেযে কোনোবা ফেদেলীৰ কাণৰ লতিত গৈ ওলমিব। মোকলাবলৈ অলপ মন কাণ দিয়াচোঁ—দিহা—বিহাকৰা—তেহে।

ৰূপহী :—এৰা আইতা। দুখীয়া মানুহ, এসাজ খাওঁ যদি সি সাজত লাগে তা-না-না-না। মন কাণ নিদিয়া নহয়, দিয়েই আছো। এফালে মিলাই গলে—আনফালে কেনা লাগে। দুখীয়াৰ যি দুৰ্কপাল-দুৰ্কপালেই, সুখৰ আৰু লেশ চিনেই নাই। কেৱল অশান্তি। কেৱল অসুখ।

গাওঁবুঢ়ানী :—দাল-দৰিদ্ৰই আকৌ ধুন পেচলৈ হেপাহ মেলিলে মিলিব ক'ত ? যি কৰা কৰা, আই হেৰেই। মই আৰু নোৱাৰিছো। মাহচেৰেক হ'ল। মন-কাণ নাই। এ সপ্তাহ দিন দিলো। চাবা নহলে কৰবাত পুলকিবগৈ।

ৰূপহী :—আপোনালোকৰ কিনো আকাল পৰিছে। দুটা কাৰেং হেন ভঁৰাল ধানেৰে উপছি মেট মেটাই আছে। বিধতাই কিনো দিয়া নাই। চাৰি আঙুল কপালখন আঠ—আঙুললৈ বহলাই দিছে। দয়াৰ সাগৰ হেন হিয়া দিছে। আপোনালোকে তাৰে বা মাৰে—আপোনালোকতে ভৰসা। এইবাৰ আৰু উধাৰ নাই। যি বোলে বোলক, খাতাং কথা।

গাওঁবুঢ়ানী :—এৰা বুইছা, মাৰিলা আৰু।

ৰূপহী :—এনে পাতকীত নেপেলাব আইতা।

গাওঁবুঢ়ানী :—ঘি কৰা কৰা আই—যাওঁ।

ৰূপহী :—তামোল!

গাওঁবুঢ়ানী :—বাৰু।

[ খুন্দনাৰ পৰা তামোলৰ গুড়ি উলিয়াই মুখত দিয়ে ]

লখিমী :—আইতা! সখীক এবাৰ দুপৰীয়াকৈ পঠিয়াই দিবচোন।

গাওঁবুঢ়ানী :—তাইৰ জানো কাম কাজ নাই। ভৰ দুপৰীয়াখন টলৌ টলোকৈ ফুৰি সময় নিয়ালে হবনে? তাই তইঁতৰ নিচিনানে যে হাত ভৰি মেলি মোকোৰা মোকৰি তামোল মুখত ভৰাই চোবাই চোবাই লগাই গেলা গপ মেলিব। যাওঁ বৰষুণও আহে লাগে।

[ সিফালে কোন তলককে পোনা তুটি ওলাই আহি ঢেকীশালিত দদায়েক দীনাইৰ লগত খেল ধেমালি কৰি আছে। ]

ৰূপহী :—ভাল।

লখিমী :—ধাব দেই আইতা! সখীক এবাৰ কব।

গাঁওবুঢানী :—এঃ আহে নে নাহে। কম বাৰু। পিছে তুমিও যতন কৰিবা এনেয়ে গা এৰা নিদিবা।

ৰূপহী : দিছো ক'ত?

গাঁওবুঢ়ানী :—এৰা যাওঁ। [ যায় ]

লখিমী :—বৌদেউ, পোনাইতে কিবা পিঠানে কিবা খোজা যেন শুনিছিলো দিলা জানো?

ৰূপহী :—নাই দিয়া। চাঙতে পাতখিলাতে পিঠা আছে,—তুমিয়েই আনি দিয়া। মইও তিয়াই আঁহোগৈ বেলাও হ'ল। বন্ধা বঢ়াৰ যোজা কৰোগৈ।

[ ভিতৰৰ পৰা কলহ কাপোৰ লৈ প্ৰস্থান। লখিমীয়ে ভিতৰলৈ গৈ পিঠা তিনিখন লৈ আহে। ]

লখিমী :—পোনা! কণ! এইয়া! [ লখিমীৰ মাত শুনি পোনা আৰু কণে লৰ মাৰি আহে ]

পোনা :—মোক দে।

কণ :—মোক দে।

লখিমী :—গান গালেহে দিম। গা আৰু'।

পোনা+কণ :—( গাই ) পেহীদেউ এ ! পিঠা এটি দিয়া।

লখিমী :—পাত নাই ছাত নাই কিহতনো দিম ?

পোনা+কণ :—হালধীয়া চৰায়ে বাওধান খায়।

লখিমী :—শহুৰৰ পুতেকে নাও মেলি যায়।

পোনা+কণ :—নাও বোলে টুলুং ভুটুং

লখিমী :—বঠা বোলে

সকলোৱে :—গধূলিতে গধূলিতে ডবা কোবায়। [ সকলোৱে হাঁহে ]

লখিমী :—দীনাই ; এইয়া। তুমিও খোৱা।

দীনাই :—পঠাই দিয়া।

লখিমী :—পোনা যা দদাই দেৱেৰাক দেগৈ। [ পিঠা দিয়ে পোনাই দীনাইক পিঠা দিয়ে। দীনায়ে এ কামোৰ খায়। ] দীনাই ! তুমিনো এইদৰে জপকা মাৰি বহি থাকিলে হবনে ? এখন্তেক পুথি পাঁজি মেলি চাও—সেইয়া নাই—কত ডেওদি ছেওদি টিঘিল ঘিলাই ফুৰিব সেইয়ে হৈছে। নপঢ়া চপঢ়া যদি, যোৱা শাক কেইডালকে ছিঙি আনাগৈ।

দীনাই :—এঃ এৱেই যেন কৰবাৰ নপতা ফুকননী জনী হলগৈ।

লখিমী :—কিনো নপতা ফুকননী হলো অ'। কলেও জগৰ। ঘৰখনতেৰে কি হৈছে—কিবা খা-খবৰ লৈছা জানো। পঢ়া লৰা পঢ়ি আছা। কাগজ, কলম, পেঞ্চিল—এইবোৰনো কৰপৰা আহিল। কেনেকৈ পালা। কিবা তত ধৰিব পাৰিছা জানো? তোমাৰ এই বিলাবলৈ মন-কাণ দিয়াৰ সকাম নাই বুলি হে আমি একো নকওঁ। জানোচা পঢ়াশুনাত কিবা বাধা-বিঘিনিয়ে পায়।

দীনাই :—কোনেনো নকৰলৈ কৈছে। পঢ়াশুনা কৰাত যদি বেয়া পাইছা নপঢ়ো।

লখিমী :—চোৱা বাৰু ! একাঠি লৰাৰ দুকাঠি কথা। কিনো বেয়া কলো অ'। এনেয়ে আমাৰ ধনবিত নাই, দুখীয়া। তাতে আকৌ ইমান কষ্টেৰে পঢ়াইও কথা শুনিব লগা হ'ল। হৰি ! হৰি !! দেখা নাইনে যিহে গাঁওবুঢ়ানী জনী,—শেনটো হৈ আহি যিহে চোঁচা লৈছিল সেই বৌদেউৰ কাণৰ থুৰীয়াজোৰ

তেওঁৰ তাতে বন্ধক থৈ ঋণ দহোটালৈ তোমাৰ কাকত কলম কিতাপ পুথি কিনি দিয়া পাহৰিলা হবলা। সেয়েহে তেওঁ সাধিবলৈ আহিছিল। বৌদেৰে ঘৰত থাকি লুকাইও সাৰিব নোৱাৰিলে। ঘৰতো শান্তি নোহোৱা হ'ল। তুমি ভাল হ'লে আমাৰহে ৰং বেয়া হলে নিজৰে থং। আমাৰ তাত সাভো নাই লোকচানো নাই। অ' আই ভাল কলেও বেয়া।

[ দীনবন্ধুয়ে চুচুক চামাক্ কৰি থাকে ]

দীন :—[ পোনাক পিঠা ডোখৰ দি ] ল পোনা এই ডোখৰ। মই যাওঁ।

লখিমী :—কলৈ যোৱা ? নোখোৱা কেলেই ? [ দীনবন্ধুৰ প্ৰস্থান ] পোনা! পেলাইদে পিঠাডোখৰ। পেলাই দে। [ পোনাই লৰ মাৰি পলায়, কণেও পাছে পাছে লৰ দিয়ে। ]

ইইঁতও হ'ল সেই। হবইতো আগৰ হাল যি ফালে যায়, পাছৰ হালও সেইফালে যাবই। [ জীৱনৰ প্ৰবেশ ]

জীৱন :—লখিমী! কিনো হ'ল? যিহে কালিকা গোঁসানী হৈছা— ভয়েই লাগে।

লখিমী :—এ—ককাইদেউ। [ ম'ৰা আনি দিয়ে জীৱন বহে ] কেতিয়া আহিল ? ভাল নে ?

জীৱন :—আছো একৰকম। আজি এন্ধাৰ পুৱাই।

লখিমী :—শুকাই খীনাই কিবাটো হ'ল দেখোন।

জীৱন :—এ নকবা হে। কেউপিনে যিহে হৈঁচা তৰো ক'ত? মৰাৰ বাহিৰে গতি নোহোৱা হৈছে। পিছে কাক বকিছিলা? ভায়েৰাক নহয় জানো ?

লখিমী :—এৰা, কেনেকৈ জানিলে ?

জীৱন :—বাটতে ভায়েৰক লগ পালো। মাতিলো—ছলছলীয়া চকুযোৰ মোৰ ফালে তুলি মুখখন ঘুৰাই গুছি গ'ল। নেমাতিলে।

লখিমী :—চাওকচোন বাৰু। মইনো কি কলো? ককাইদেউ ইঁতে কিমান কষ্টেৰে তাক পঢ়াইছে ঈশ্বৰেহে জানে। ইফালে বস্তু বাহানি মহঙা, মাছুল ও বাঢ়িল। সেই কথা কলেও গুফন্দে।

জীৱন :—লৰা মানুহ। ডাঙৰ হলে বুজিব [ ৰূপহীয়ে গাধুই কাষত ভৰা কলহ লৈ সোমায়। ]

ৰূপহী :—এ জীৱন বোপা দেখোন ! কেতিয়া আহিলা ? ভালনে ?

জীৱন :—আজি পুৱাই। ভালেই বৌদেউ।

ৰূপহী :—লখিমী। কিনো চাই আছা ? পানীও তপতাই দিব নোৱাৰানে ?

লখিমী :—এ হয়েইতো চাওকচোন। ভাল ভেলেঁডাজনী হলো। যাওঁ-বৰ-
নাযাব [ যাব খোজে ]

জীৱন :—থাওক নালাগে।

ৰূপহী :—লখিমী ! তুমিয়েই থাকা বোপাৰ লগত কথা পাতা ময়েই যাওঁ।
[ গুচি যায় ]

লখিমী :—আজিকালি জগতৰ বা-বাতৰি বা কেনে ?

জীৱন :—কিয় বাতৰি কাকতত পঢ়া নাই জানো ?

লখিমী :—পঢ়িছো।

জীৱন :—বাস্তৱতে এই যে বিশ্বজুৰি বিপ্লৱৰ পাতনি দেখা যায়, ঠায়ে ঠায়ে
সৰু সুৰা বিপ্লৱৰ ঢৌ উঠে নামে, গো খোজীয়া পানীৰ ঘিটো
গুণ, কোটি কোটি গোষ্পদৰ মিলিত জল বিন্দুৰ জলধি সাগৰৰ
গুণও সংখ্যানুপাতে পৰিবৰ্ত্তিত হৈ উত্তাল তৰঙ্গত পৰিণত হব।
ই ধ্ৰুৱপ। এৱ সত্য। কালৰ অগ্ৰগতিক পশ্চাদ্‌গামী ধনতন্ত্ৰ
যুগে বাধা দিব খুজিছে, সাধ্য নাই বাধা দিয়ে, বৰং কালৰ
ৰথৰ চকাৰ তলত পৰি গুৰিহৈ যাব।

লখিমী :—ধনীহতে ভাবিছে, গতায়ু জীৱন দীঘলায়া কৰিবলৈ পাছোৱাই
গৈ আকৌ মাকৰ গৰভত সোমাই নিজকে ৰইখা কৰো। কিন্তু
সেইয়া নচলে। ই আজি নোহোৱা নোপোজা কথা হৈ পৰিছে।
যি এবাৰ গৰভৰ পৰা জনম লভিছে সি সেই গৰ্ভলৈ নগৈ মৰণৰ
গৰাহত সোমাব বাহিৰে তাৰ আৰু আন গতি নাই। ধন-
কুৱেৰ হৰ্তৰো নাই।

[ ৰূপহীয়ে এখন সৰু পাজোৱাত পিঠা আৰু এটা লোটাত পানী আনি
দিয়ে ]

ৰূপহী :– চাহ হয় মানে এই খিনিৰে ভোক-পিয়াহ ভাগৰ পলোৱা।

জীৱন :–বৌ দেউইতৰ এই মৰমলৈ হে মই ইমান ধাউতি কৰো। মই
আপোনালোকৰ মৰম চেনেহৰে থকুৱা।

ৰূপহী :—হৈছে হৈছে বোপা। শলাগৰ জাউৰিৰে এইদৰে ওফৰাই

পেলালেনো থান্‌থিত লওঁ কোনখিনিত। যিহে দিনকাল, মূৰ গুজিবলৈ ভগা পঁজা এটিও মানুহে নাপায়। ফটা চিটা কানি এডুখুৰীও গাত মেৰিয়াই লব নোৱাৰে। একঠা চাউলৰ অভাবত লঘোণে আধামৰা হৈ থাকিব লগীয়া হয়। এডৰা মাটিৰ কাৰণে ঘৰে পৰে খুজি মাগি ফুৰিব লগাত পৰে, মোৰ এই দুৰ্কপলীয়া হতচিৰীয়া জীৱনত নো বাক ক'ত থান্ থিত লওঁগৈ।

জীৱন :—এইদৰে আঘাত নিদিব বৌদেউ। আপোনাৰ মৰম চেনেহৰহে খকুৱা মই ; আঘাত পাবলৈ নহওঁ। আমাক আঘাত দিবলৈ এই জগতত বহুত আছে—চৰকাৰ, পুলিচ—মিলিটাৰী, চি-আই-ডিৰ জঁাকে জাক এসোপা, আপুনি নহয়। ...

ৰূপহী :—কৈ বেজাৰ হে দিলো। বেজাৰ নকৰিবা। খোৱা বাক। এনেয়ে খাৰ খোৱা জিভা—তাতে ওলায় কিবা কিবা, আজলীৰ মুখত মুকখ কথা—। বেয়া নাপাবা দেউ হে। খোৱা—

জীৱন :—[ হঁাহি ] বাৰু। [ পাম্বোৱাৰ পৰা পিঠা এডোখৰ লৈ মুখত দি খায়। ]

ৰূপহী :—মই যাওঁ এতিয়া। ....পানী তপতাই থৈছো। চাহ কৰি আনাগৈ।......[ কেই খোজমান গৈ ] লখিমী ! তুমি থাকা। বোপাৰ লগত কথা পাতা। কলৈকো নাযাবা।

লখিমী :—ভাল বৌদেউ। .....[ ৰূপহী গুছি যায় ]

জীৱন :—বৰ সাদৰী এই বৌদেউজনী। ইমান অভাৱতো সদায় ৰা'ঢালী। কাম বনত খতি কণ একণো নাই। ....

লখিমী :—ইমান খাটি খুটি খুৱাই বুৱাই পঢ়াই ও দাঁনাইৰ কথা চাওক। কাৰনো বাৰু খং মুঠে ?..

জীৱন :—আকৌ সেই কথা। ভাঙৰ হলে সি বুজিব নহয়। এতিয়া সি লৰা মানুহ। লৰাৰ মন তেনেকুৱাই। তাৰ ওপৰত খং কৰি কি লাভ ? ..

লখিমী :—আপুনিও দেখোন এদিন লৰা আছিল। দিনাইৰ দৰে জানো ধিতিঙালি কৰি ফুৰিছিল ? কেতিয়াও তেনে অবুজ নাছিল। মই খাতাংকৈ কব পাৰো।......

জীৱন :—[ খাই খাই ] লখিমী!

লখিমী :—কি?

জীৱন :—মাজে মাজে জনৰৱ শুনো মই হেনো তোমাৰ প্ৰেমত পাগল— তুমিও হেনো তেনে। অথচ মানুহে এইটোকে বুজে— আমাৰ অন্তৰৰ বৈশ্বানৰ বিশ্বপ্ৰেমত উন্মত্ত-উন্মুক্ত। [ লখিমীয়ে কিবা কব খোজে, এনেতে বিশ্বফুকনে লৰি জেওৰাৰ সিপাৰৰ আলিয়েদি গৈ হঠাতে বৈ চায় ]

বিশ্ব :—কমৰেড্।

জীৱন :—অ' কমৰেড্ ফুকন।

বিশ্ব :—আপুনি ইয়াত?

লখিমী :—ইয়াতে। এতিয়া আহিল।

বিশ্ব :—কমৰেডক বিচাৰি মি খলক লগোৱা হ'ল।

লখিমী :—কিয়?

বিশ্ব :—আজি সভা আছে। তেখেত কমৰেডে সভাপতি।

জীৱন :—জানো গতিকেই লৰা ধপৰাকৈ আহিলো।

লখিমী :—আহক

বিশ্ব :—যাওঁ। কাম আছে। যাওঁ কমৰেড।

জীৱন :—জয় হওক। [ বিশ্বই যায় ]

লখিমী :—আপোনাৰ যে ইমান কাম আজৰিয়েই নাই।

জীৱন :—জীৱনেই দুৰ্ব্বহ—কি বোলা?

লখিমী :—সোৱা। ককাইদেৱে হাটৰ পৰা আহিলেই। মযো যাওঁ।

জীৱন :—ভাল [ লখিমীয়ে যায় ] দুখীৰামে খঙত হেলাই হেপাই আহি সোমায় ]

দুখী :—এ আহিলা।

জীৱন :—হয়।

দুখী :—ঘোৰ কলিকাল হ'ল ঐ ঘোৰ কলিকাল হ'ল। এই সংসাৰ খনত কি লাগিল হুঁ?......কেউপিনে দেখোন জুয়েই জুই। উস্‌কটা। স্বাধীন ভাৰতত কিহে পালে। কতো শান্তি নাই—সুখ নাই। মৰণত শৰণ লোৱাৰ বাহিৰে গতি নাই।... হৰি ..হৰি॥

জীৱন :—ককাইদেউ! বহক। জুৰ লওক।

দুখী :—জুৰ লবলৈ জানো মলয়াৰ শান্তি বা এছাটি আছে ? গোটেই সংসাৰ খনত কেৱল খাণ্ডৱ দাহ হে জ্বলিছে। কেউপিনে জুই হে জুই। যতে ততে জুইৰ আঙনিহে। জুৰণিৰ ঠাই আছে জানো ? উস্ কটা—কিনো পচা যুগ হ'ল অ' ?

[ ৰূপহীয়ে পীৰা আনি পাৰি দিয়ে ] বোলো হেৰা ! পীৰা দিলা হয়। কিন্তু এই অগনিৰ পোৰণি গুছাবলৈ কিবা যতন কৰিছা জানো ?

[ ৰূপহীয়ে এলোটা পানী, গামোছা এখন আনি দিয়ে। তাকে লৈ দুখাৰামে গুছি যায়। ]

ৰূপহী :—এৰা বোপাই। কি যে দিনকাল হ'ল। সুখ-শান্তি আৰু নায়েই। ঘৰতো অশান্তি—পৰতো অশান্তি। কি যে হ'ল ?

জীৱন :—হৈছেই। আৰু হব। মানুহৰ জীৱন গেলি যাব, পচি যাব।

দুখী :—[ গা মচি ] চাৰিওফালে গেলা পচা গোন্ধ। থু কটা। এনে নৰকতো থাকেনে ? [ ৰূপহীলৈ ] হেৰা ! কি চাই আছা ? চাহ এটোপা যতন কৰা যদি কৰা। ইমান পলম কেলেই ? লখিমী......

লখিমী :—[ ভিতৰত ] হৈছে, ককাইদেউ।

লখিমী :—নিছো। [ ভিতৰত ]

জীৱন :—আনিব বহক।

দুখী :—সংসাৰখন ছাঁই হৈ নাযায় কিয় ?

জীৱন :—সচাঁয়ে ছাঁই হৈ যাব ককাইদেউ ছাঁই হৈ যাব।

দুখী :—নাযাব ? একে অওহী বওহী সেই ধনীৰাম। বাপেক মৰাৰ পৰা খাবলৈ নাই, শুবলৈ নাই, অ'ত এসাজ ত'ত এসাজ খাই ফুৰিছিল। তাৰ দুঃখ দেখি সহিব নোৱাৰি দেউতাই আনি তাক খুৱাই বুৱাই লিখা পঢ়া শিকাই মানুহ কৰিলে, চাহ বাগিছাত কাম দিলে, সেই সুবিধা লৈ সি বহুতো ধন ঘটিলে। শেহত গোটেই বিয়াল্লিচত বুইছা সি বগা বঙালৰ চুৰা চেলেকা হৈ থাকিল আৰু আমি জেলত দহি জহি থাকিলো। আজি আকৌ তাৰ ভেম চোৱা। বাগিছাত অৰ্জা টকাৰে সি আজি কণ্ট্ৰোল দোকানৰ মালিক হ'ল। সূতা কিনিবলৈ

গলো, উস্‌কটা তাৰ কিমান ফুটনি ; মানুহ যেন গণ্যই নকৰে। যেন মই তাৰ নগণ্য কুকুৰহে। এই পৃথিৱীত ধৰমও নোহোৱা হ ল নে? বিধতাৰ চকুত কিনো আকন্ধৰ এঠা লাগিল হঁ যে চকুৰে নেদেখা হ'ল?

লখিমী :—[ দুবাটি চাহ আনি ] এইয়া চাহ। [ এটা বাটি থয় ] আপোনাৰও।

দুখী :—দুখৰ উপৰি দুঃখ, কুকুৰে কামোৰে ছেৱালে দলিয়ায়, কতো নিমিলাই সুখ।

জীৱন :—[ বাটিটো লৈ ] উস্! পুৰিলে।

লখিমী :—কোনেনো আপোনাক হাতেৰে ধৰলৈ কৈছিল?

জীৱন :—হাত নবঢালে পাওঁ কত? পোৱাৰ ভয়ত হাত নবঢ়ামনে?

দুখী :—কোনেবাই দিব খাম, এনে আশাতে আমি মৰিছোঁ কি কোৱা?

জীৱন :—এৰা।

লখিমী :—বৌদেউ। শাক-পাচলি বাছি কুছি থোৱাই আছে।

ৰূপহী :—আনিছে নহয় বোটলে বোটলে তেল?

দুখী : কোন স্বৰ্গদেৱৰ বৰ কুঁৱৰী আইচু দেউতা ওলালহি, বোটলে বোটলে তেল লাগে ; জপায়ে জপায়ে কাপোৰ লাগে।

ৰূপহী :—হৈছে হৈছে। দিছে নহয় আনিছে নহয়। মুৰত নাই তেল, গাত নাই চোলা

দুখী :—অ' আই। গাত নাই গুণ, পাখৰাৰ ধুন চোৱা।

ৰূপহী :—চোৱা বোপা ; কাপোৰ এছিটা দিবলৈ ও নাই, কথা চোৱা। কথা কলেও খং।

দুখী :—হেৰৌ, মুখ চম্ভালি কথা কবা।

ৰূপহী : –মুখ চম্ভালি কথা নকৈ কিনো বেবেৰিবাং বকিছো। ভাল কলেও জুগৰ।...... ভাল, আপুনিহে জানে। কপালত ইয়াকে সাধিবলৈ আহিছিলো। কিনো দুখত জহিলোঁ ঔ মৰিও নাযাওঁ। [ চকুলো মছে ]

লখিমী :—বৌদেউ! আহক!

[ ৰূপহীৰ কাষলৈ আহি ভিতৰলৈ লৈ গুছি যায় ]

জীৱন :—ককাইদেউৰ বৰ খং যেন্ দেখিলো।

দুখী :—নেদেখিবা? শান্তি নাই শান্তি নাই। এনে টিকা ফটা বলদত হাল বাই হাল তুলি হাটলৈ গৈ যিহে দহি জহি আছিলো তাইৰ কথা শুনা। জুইত ঢলা যিউহে। নজ্বলিম? মই জ্বলিম, তাই জ্বলিব, সমাজ জ্বলিব গাওঁ ভুঁই সকলো জ্বলিব।

জীৱন :—বোদেৰেতো জুই লগোৱা নাই। তাৰ গুৰি কৰবাত হে।

দুখী :—গুৰিনো আৰু কিটো হব? তাই—।—তোমাৰ বোদেৰেৰা—। বুইছা।—দেখিলাই দেখোন।

জীৱন :—সেইয়া জুইৰ তাওহে পাইছে পোহৰ হে দেখিছে। জুইৰ গুৰি নহয়। মানুহক মানুহৰ অন্তৰৰ পৰা নিলগলৈ আতৰাই নিবলৈ যিহে দিনৌ দিনৌ নিতৌ নিতৌ মানুহে ধুই পখালি উটুৱাই নিবলৈ বুধি পাঙিছে। ভায়ে ভায়ে ঠাই ঠাই কৰিবলৈ যি হে ঘৰে ঘৰে মানৱ জীৱন স্বাৰ্থৰ দাবে ডেখোৰা ডুখুৰী কৰিবলৈ চক্ৰান্ত কৰিছে নিজক পৰ কৰি দিবলৈ মানুহক মানুহে যিহে ঢেকীৰ খোৰাৰে খুৰলিত খুন্দি গুড়া কৰিবলৈ ষড়যন্ত্ৰ চলাইছে সকলোতে দেখা যায় যেন দুটা পৰস্পৰ বিৰোধী মনোভাৱ। তাৰ জানো মিল হোৱাৰ সম্ভাৱনা আছে?

দুখী :—নাই জানো?

জীৱন :—নাই। তেনে দাবী তাগাদা কাৰো নাই, কাও কওঁ কৰি অভিযোগ কৰাৰ বাহিৰে তেনে বিশুদ্ধ প্ৰেৰণাবসুৰ কাৰো অন্তৰ বীণাত জোকাৰ খোৱা নাই কাৰণেহে,—এনে বেসুৰা পয়মাল বেমেজালি বাঢ়ি হে গৈ আছে। সকলো চেষ্টা সকলো উদ্যম এই অৰ্থহীন দাবী অভিযোগৰ শিলত ঠেকা খুন্দা খাই চুৰমাৰ হৈ গৈছে। দেশৰ বুকুত জনতাৰ জাগৰণ হলেও জনগণে শিৰ তুলি উঠিবলৈ জনা নাই কাৰণেহে আজি জাগৰণৰ ভেটিত্ত কাৰেং নিৰ্ম্মাণ হোৱা নাই।—ধাপে ধাপে সোণৰ জখলাৰে নামি হেজাৰ হেজাৰ বছৰৰ অসুখ অশান্তি পাপ গ্লানি ধুই মচি পখালি পেলাবলৈ জাগৰণৰ বুকুত শান্তিৰ সৰোবৰ খন্দা হোৱা নাই। আশাৰ ৰহনেৰে বুলাই সেই কাৰেং উজ্জ্বলাই মানুহৰ অতৃপ্ত মনত তৃপ্তি সাধন কৰি তুলিব পৰা নাই। গঠন নাই,

শান্তি নাই, আশা নাই। আছে মাথো উন্মত্ত জনতাৰ অন্তৰত উন্মাদৰ উন্মাদনাৰ তাণ্ডৱ নৃত্য।

দুখী :—অথচ পুখুৰীৰ মাছ ধৰিবলৈ চেং মাছেপতি ভেটা দিওতে এটা চেঙো ধৰা নপৰে গৈ।

জীৱন :—ঠিক কৈছে। পুখুৰীৰ মাছ ধৰিবলৈ হলে প্ৰণালীও বেলেগ হব লাগিব। আজি যিমান বিলাক সমস্যা জমা হৈছে, এই চৰকাৰে তাৰ সমাধান কৰিব নোৱাৰে। কৰিব জনতাই কৰিব গণদেৱতাই কৰিব পঞ্চায়ত ৰাজে।

দুখী :—নেতা সকলে কি কৰিছে? তেওঁলোকে জানো এনে অভাৱ গুছাব নোৱাৰে?

জীৱন :—আজ ভাৰতৰ ধনীক শ্ৰেণীয়ে সিইতৰ নিৰ্দ্দেশমতে সিইতৰে দলৰ অনুষ্ঠানৰ নেতৃত্বত জনতাৰ মতামত অৱহেলি ভাৰতৰ ৰাষ্ট্ৰ ক্ষমতা হস্তান্তৰৰ নামত উত্তৰাধিকাৰ সূত্ৰে নিজ হাতলৈ ভাৰতৰ কলিজা দুই স্থানত খণ্ডিত কৰি ইংৰাজৰ সলনি ধনৰাজ থাপিলে।—সেই বিশ্বাসঘাতক ৰাইজদ্ৰোহী নেতা সকলে ৰাইজৰ কিবা কৰিব—কিবা অভাৱ গুছাব বুলি এতিয়াও ভাবেনে? নাভাবিব। কাৰণ স্বাধীনতাই যেন সিইতৰ কাম্য—সিইতৰ লভ্য—সিইতৰ লোভ—সিইতৰ সম্পদ সিইতৰ ঐশ্বৰ্য্য, সিইতৰ শেষ আকাঙ্খা অথচ সিইতৰ চকুৰ আগতে গৰীব জনতাই মৰে, মানুহ হৈ আৰু উঠে। এই ক্লান্ত, দৰিদ্ৰ, শিক্ষাহীন, স্বাস্থ্যহীন, সৰ্ব্বহাৰা শ্ৰেণীয়ে পলে পলে, ক্ষণে ক্ষণে, ধীৰে ধীৰে দিনে দিনে, তিলে তিলে ক্ষয় হৈ যাব লাগিছে, তাৰ বাবে এই ভেমপুৰীয়া নেতাইতৰ কোনো বিচাৰ নাই, প্ৰেৰণা নাই, দায়িত্ব নাই, অনুসন্ধান নাই, আছে মাথো নিষ্ঠুৰ নিৰ্ম্মম স্বাৰ্থপৰতাৰ ভীষণ ভয়াল কৰাল মূৰ্ত্তি।

দুখী :—সিইঁতে কয়—আমি হেনো অকৰ্ম্মা, আমি হেনো অজলা, আমি মূৰ্খ, অজ্ঞান, সহিব নোৱাৰো, পঢ়িব নোৱাৰো নিজ খুচিৰে দুখক মূৰত লব নেজানো। আমি হে কৈ ফুৰিছো বোলে—"দিয়া দিয়া" "লাগে-লাগে" আৰু দেশখন ভাল ডাঙৰ কৰিবলৈ হেনো আমাৰ মন-কাণেই নাই।

জীৱন :—কোনে কয়—আপোনালোক মূৰ্খ, কোনে কয় আপোনালোক অজ্ঞান? কোনে কয়—আপোনালোকৰ সহ্যশক্তি নাই, সহনশীলতা নাই, গঠনমূলক প্ৰেৰণা নাই, আত্মত্যাগৰ মহিমা-বোধ নাই—স্বেচ্ছায় দুখ বৰণ কৰিবৰ আগ্ৰহ নাই? জননায়কহঁতে দেশবাসীৰ ওচৰত নিঃস্বাৰ্থভাবে কষ্ট, ত্যাগ, বিশ্বাস আৰু সহিষ্ণুতাৰ দাবী কৰিব নোৱাৰেনে? আন দেশৰ তুলনাত ভাৰতৰ কিহৰ অভাৱ? কি নাই? লোকবলেই নাইনে—শিল্প শক্তিয়েই নাইনে, শিক্ষিত মানুহেই নাইনে, প্ৰাকৃতিক সম্পদেই নাই? তথাপি এনে অৰাজকতা কিয়? এই দৈন্য—এই কলুষ? চাৰিওফালে কেৱল ঘুচ, চুৰি, জুৱা-চুৰি, কলা-বজাৰ, শিশু হত্যা, নাৰী নিৰ্য্যাতন, গৃহ-দহন, নাৰী বলাৎকাৰ, অন্যায় অবিচাৰ, অপমান, নিপীড়ন—ইত্যাদিৰ এনে ঘৃণনীয় দেশময় ধুমুহা, আজি যেন দেশৰ অৱস্থা পৰিস্থিতি ভয়াবহ হৈ উঠিছে। একালে দেশ প্ৰেমৰ নামত ধনীৰ নেতৃত্বত আইন সঙ্গত হত্যালীলাৰ ব্যাপক অভিযান, আনফালে ধনীহঁতৰ অনুকৰণ কৰি নিঃস্ব গৰীব সৰ্ব্বহাৰাৰ নিৰ্ল্লজ্জ লুঠ, দাঙ্গা আৰু নাৰী নিৰ্য্যাতন। অথচ একে জাতীয় প্ৰেৰণা—ব্যক্তিগত দখলৰ প্ৰেৰণা ধনী-নিধনী সকলোৰে মাৰাত্মক লোভজঘন্য মানসিক সম্পদ, সমাজ-সেৱাৰ নামত ব্যক্তিগত লোভৰ চৰিতাৰ্থতাৰ অবিৰাম অন্তৰ্দাহ। এনে মানসিক সম্পদেৰে জানো দেশ গঠন সম্ভৱ?

দুখী :—হুঁ—হইঁতে দেশ গঢ়িব? দেশ গঢ়িবৰ মন হইঁতৰ নাই—বুইছা,—দেশ ভাঙিবৰ হে স্পৃহা আছে। মানুহৰ সমাজ মানুহেহে গঢ়ে। আমি দুখীয়া হব পাৰো, আমাৰ বন্ধুৱাইঁতৰ হাতত কল-কাৰখানা নাথাকিব পাৰে। কিন্তু আজি দেশৰ স্বাধীনতা জীয়াই ৰাখি ভাল কৰিবলৈ যদি দেশৰ হালোৱা, হজুৱা, বনুৱা আৰু তল মজলীয়া খলপৰ ৰাইজৰ হিয়া জগাই তুলিলে হেঁতেন। বাধাৰ পৰ্ব্বত চুৰমাৰ হ'ল হেঁতেন, অভাৱ মৰুভূমিৰ বুকুত চাহ কৰি মৰুত সৰগ ৰচি নন্দন বদন কৰিলে হেঁতেন। আমাৰ ধৈৰ্য্য ত্যাগ, সহনশীলতা আৰু বলিষ্ঠতাৰ কোনো অভাৱ নাথাকিলেহেঁতেন।

জীৱন :—সেই ধনীৰ চক্ৰান্ত আৰু সহায়, ধনতন্ত্ৰবাদৰ মূলতে সেই জুই সেই অগনি উমি উমি জ্বলি আছে। সেই অগনি নুমাব লাগিব আপোনালোকে, সেই অগনিৰ ফিৰিঙতি বিয়পাই এই ধনতন্ত্ৰবাদী সমাজক ধ্বংস কৰিব লাগিব আপোনালোকেই। আপোনালোকে সমাজতান্ত্ৰিক বিপ্লৱৰ মাজেদি সমাজতন্ত্ৰৰ সুখৰ সৰগ ৰ'চব লাগিব আৰু থাপিব লাগিব স্বৰ্গসম কৃষক বনুৱা পঞ্চায়ত ৰাজ।

[ নেপথ্যত :—"পঞ্চায়ত ৰাজ"—"কায়েম হওক'—"কৃষক-বনুৱা পঞ্চায়ত ৰাজ"—"প্ৰতিষ্ঠা কৰক"—"দুৰ্নীতি পূৰ্ণ আমোলাতন্ত্ৰ"—ধ্বংস হওক,'—"ধনতন্ত্ৰ বাদ—ফেছীবাদ"—"ধ্বংস হওক'—"সমাজতন্ত্ৰ প্ৰতিষ্ঠাৰ বিপ্লৱ'—"জয় হওক"—"ইনক্লাব"—"জিন্দাবাদ'— ]

( গছৰ ডাল লৈ দীনাই আৰু পোনাহতে আছে। )

দীনাই :—ইন্‌ক্লাব—

পোনাহত :—জিন্দাবাদ।

দীনাই :—ইন্‌ক্লাব

পোনাহত :—জিন্দাবাদ।

[ ঘৰৰ ভিতৰৰ পৰা ৰূপহী আৰু লখিমীয়ে ওলাই আহে ]

লখিমী :—কি আহিছে পোনা। কি ককাইদেউ !—

জীৱন :—ৰাইজৰ সমদল।

পোনা :—সৌৱা চিঞৰি আহিছে—ইন্‌ক্লাব

কণ-দীনাই :—জিন্দাবাদ্।

দুখী :—ঠায়ে ঠায়ে এই সিচৰতি হৈ পৰা জুইৰ ফিৰিঙতিয়ে এদিন মিলি এই গেলা পচা ধনিক সমাজ ব্যৱস্থাৰ মৰাশ চিতাত তুলি ছাঁই কৰিব।

[ নেপথ্যত—"ইন্‌ক্লাব" ]

সকলোৱে :—[ জেওৰাৰ আলিত আহি ] জিন্দাবাদ্।

এজনে চুঙা ফুঁকি কয়—ৰাইজ সকল। ভাৰতীয়ৰ হাতলৈ ক্ষমতা হস্তান্তৰিত হ'ল। গৰীব জনসাধাৰণৰ অশেষ দুখ, কষ্ট, ত্যাগ আৰু সংগ্ৰামৰ ফলতেই জাতীয় চৰকাৰ প্ৰতিষ্ঠিত হল। কিন্তু জনতাৰ আশা-আকাঙ্খা ইমানতেই শেষ

নহয়। ৰাইজৰ আগত বহুতো সমস্যাই দেখা দিছে। আলোচনাৰ কাৰণে আজি আবেলি আহত গুৱিৰ কাষতে কমৃৰেড জীৱন হাজৰিকাৰ সভাপতিত্বত সভা এখন হব। যোগ দিয়ে যেন।—ৰাইজ সকল! দেশত আজি শতকৰা চাৰি কুৰি পোন্ধৰ জন দুখীয়া মানুহেই সমাজৰ সকলো বস্তু যোগান দি আহিছে আৰু দি থাকিলেও পেটত ভাত নাই,—গাত কাপোৰ নোহোৱা হৈছে। তাৰোপৰি ধনী মহাজন, জমিদাৰ, চোৰাং কাৰবাৰীইতৰ শোষণ অত্যাচাৰত দুখীয়াৰ জীৱন আৰু জুৰুলা হৈ পৰিছে। এনে দুখ কষ্টত এক মুহূৰ্ত্তও থাকিব নোৱাৰা হৈছে। মুখৰ কথাত ভোল গৈ থাকিলে নহব। গৰীবৰ স্বাধীনতা প্ৰতিষ্ঠা কৰিবলৈ সাজু হওক। গাৱেঁ গাৱেঁ কাৰখানাই কাৰখানাই কৃষক বনুৱা পঞ্চায়ত গঠন কৰি কৃষক বনুৱা—পঞ্চায়ত ৰাজ প্ৰতিষ্ঠা কৰিবলৈ আগবাঢ়ক। ধনী সকলৰ চক্ৰান্ত

সকলোৱে :—ধ্বংস হওক।

এজন :—ধনতন্ত্ৰবাদ—

সকলোৱে :—ধ্বংস হওক।—

এজন :—ৰাইজৰ ক্ষমতা

সকলোৱে :—ৰাইজে লওক।—

[ প্ৰস্থান ]

দুখী :—যা-যা-যা—। পোনা—লৰা—ডেকা বুঢ়া-সকলোৱে যা। সকলোৱে বুকুৰ পৰা হিয়া ছিগা ছমুনিয়াহৰ ধুমুহা বওক। পাপৰে ভৰা ধনৰ কাৰেং ঢহি যাওক—খহি যাওক।

[ দীনায়ে যায় ]

লখিমী :—মৰো যাওঁ—মৰো যাওঁ [ লৰি গুছি যায় ]

ৰূপহী :—লখিমী! দীনাই! চোৱা বাৰু, সিজা চাউলকো এৰি গুছি গ'ল।

পোনা :—পেহীদেউ! [ পোনা আৰু কণে কান্দে।...জেওৰাৰ আলিয়েদি সিইতক লৰি যোৱা দেখা যায়... ]

ৰূপহী :—লখিমী!...দীনাই!...

দুখী :—লখিমীও গ'ল। [ ৰূপহীয়ে কণকলৈ মুখখন ঢাকে ]

জীৱন :—[ গম্ভীৰ হৈ ] যাব,—সকলোৱে যাব। ধনীৰ অত্যাচাৰত মৃতইও জীৱনী শক্তি পাব। জনতাৰ আবাহনত সব্ব বিশ্বই জাগি উঠিব। বিপ্লৱ দীৰ্ঘজীৱি হব। চাৰিওফালে বিশ্বজুৰি

বিপ্লৱৰ অগনি বিয়পি পৰিব। এয়েই বিপ্লৱ, বিশ্ব-বিপ্লৱ নাটকৰ নান্দী সুহাই একতালী।· ···

[ নেপথ্যত ঐক্যতান, বিপ্লৱ গীতৰ উজাব উঠে। ৰূপহীয়ে কণৰ গাৰ পৰা মুখখন তুলি উল্লাহত জিলিকি উঠে। দুখীৰামে সুদৃঢ় হৈ উঠে। · জীৱনৰ মুখত আনন্দৰ ৰহন লাগি যায়। ·· সোনাৰ কন্দা মুখত ৰং বিৰিঙে। কণে মাকৰ ডিঙিত সাবট মাৰি এবাৰ সোনাৰ ফালে এবাৰ ৰূপহীৰ ফালে, এবাৰ দুখীৰামৰ ফালে চাই। সকলোৰে দৃষ্টি শেহত জীৱনৰ ওপৰত কেন্দ্ৰীভূত হয়। ···

( গীত )

বিপ্লৱৰ অগনি জ্বলে  
কোটি পীড়িতৰ ভালে।  
তপ্ত নবাৰুণ ৰাগে  
দীপ্ত নৱ অনুৰাগে  
নৱ ৰক্ত ৰবি জাগে ,—  
জাগ্রত শোষিত দলে ॥

যৱনিকা—আঁৰ।



# ৰাভা উপন্যাস

## মিচিং কনেঙ্

…খৰালি, উদং বতৰ। ফাগুণৰ আগছোৱা।… সোৱণশিৰী নৈ।… ধাৰ, থিৰ, ধুনীয়া। বুঢ়া লুইতৰ লেখীয়া কেৱল, বুকুৰ পানী ফটফটীয়া, লুইতততকৈ বহলে পাঁচ ডোখৰৰ এডোখৰতকৈও বহু ঠেক।…সোৱণশিৰী বিভাগৰ ৰবক চকা পৰ্ব্বতৰ গৰভত ইয়াৰ জনম। নেফাত এই নৈৰ বলিয়া নিজৰিৰ দৰে ক্ষীণ গুৰি থিনি আপাতানী সকলৰ মাজত থ নৈ বুলিহে চিনাকী।

এই সোৱণশিৰী নৈখন মিচিং সকলৰ অতিকৈ চেনেহৰ, অতিকৈ মৰমৰ। নৈখনৰ সকলোটি নিজৰ অতি আপোন। সেই সোণ-চেকুৰা বালি চাপৰি থৰালিৰ পৰা ভুমুকি মাৰি নৈখনৰ হিয়াত জিলিকি জিলিকি জ্বলি জলমলাই উঠে।···ফাগুণ পৰাৰ লগে লগে আহল বহল হৈ তিৰবিৰাই চিক্‌মিকাই চকুত ছাট মাৰে।···অবশ্যে বাৰিষা বালি চাপৰি পানীত মাৰ যায়।···

মাজেদি নৈ খন বয় বালি চাপৰিৰ পৰশ লভি বুকুত আকাশ বৰনীয়া নীলা বৰণ সানি।··দেখিলেই মন কাৰেঙত ৰং উলহ চৰি নাচি উঠে।··

মাজে মাজে কুকৰা পাগলী ফাগুণী মলয়া বয়।··নৈখন কল্‌কলাই মৌ বৰষা মাত মাতে।·· বুকুত ঢৌবোৰ বলিয়া হৈ শাৰী শাৰীকৈ নাচি উঠে।·· ঢৌ মালিকা সাজি কাচি নাচি নাচি গুৰায়।

এই সোৱণশিৰীৰ পচিম পাৰতে এখন ডাঙৰ মিচিং গাওঁ। একোটা একোটা দীঘল বহল চাংঘৰ জিলিকি উঠে, সেই দৰে প্ৰায় আঠে কুৰি চাংঘৰ অলপ আতৰে আতৰে মাজে মাজে শাৰী শাৰী খেপা খেপি।···

তেনেই মুকলি,—গছগছনি নাই··মাজে মাজে খেৰণি। মাজে মাজে ওখ ডাঙৰ শিমলু গছ।

পুৰঠী নিশা।

নিশিৰ শিৰ, নিজম নিমাত।···

কুকুৰাৰ মাত—পৰীয়া ডাক,—নিশা এপৰ বাকী বুলি গম দিয়ে জান দিয়ে। শালিকাবোৰে শিমলু ফুলৰ ৰহ সুহি কিৰিলি পাৰি উঠে। পুৰঠী জোন পচিমে লহিয়ায়।

বাহিৰত ফট্‌ ফটীয়া জোনাক, জোনোবালী ৰূপোবালী। কলা দ'তৰ দৰে দীঘল ডাঙৰ অকুম্‌ থমথমীয়া চাংঘৰবোৰ হৈ দেখা দিয়ে, যেন কিবা ভীষণ ভয়াল জানোৱাৰ হে। দূৰৈত দীঘল বহল ৰূপৰ পানীৰ ঝিলিক্‌ জিল্‌মিলায়। বুকুতহেজাৰ পুৰঠী জোন জল্‌মলায়।···

'অকুম'-চাংঘৰৰ ভিতৰ এন্ধাৰ ; কেৱল পচিমে পিচফালে লহিয়াই পৰা পুৰঠী জোনৰ জিলিকনি বাইৰ বেৰৰ ফাঁকেদি দুই কাঁৰৰ দৰে ভিতৰ সোমাই ভুমুকি মাৰি চায়।···

ঘোপ মৰা এন্ধাৰ। ···চাঙৰ ওপৰত অ'ত ত'ত বিছনাত শুই সকলোৰে টোপনিত লালকাল। কাৰো তত নাই। নিজম্‌ নিমাত। কাবোবাৰ নাকৰ

কচ-কচনি ঘৰঘৰনি শুনা যায়। মাজে মাজে কাবোবাৰ উ-উ মাত টোপনিতে উক্ মুকাই উঠে।... ...

নিশিৰ-শিৰ নিশা শিৰ্‌শিৰায়।

চাংখন কঁপি শব্দ উঠে।......

কাঁহি কাঁহি বুঢ়া এজনে চাঙৰ পিচ দুৱাৰেদি চাংখন কঁপাই ওলাই যায়।... অলপ পৰৰ পিচত আকৌ সোমাই দুৱাৰ খন জপাই ভিতৰ সোমায়। খোজে পতি শব্দৰ লগে লগে চাংখন কঁপে, দোলনি উঠে।

সি আহি চাঙৰ মাজ পায়। এন্ধাৰত খেপিয়াই খেপিয়াই পেৰা আৰু বেৰৰ চুকৰ পৰা ঢাৰি উলিয়াই বিচিং'ৰ ফালে উত্তৰ পচিম চুকে পাৰি বহে।

কাষতে খুঁটা, তাতে ওলমি থকা টেকেলিৰ ভিতৰৰ পৰা জুইশলাইটো খেপিয়াই খেপিয়াই উলিয়াই কাঠি এটা বাজ ৰবি মাৰি ঘঁহি জ্বলায়।.....

পোহৰ হয়। কাষতে চাকি এটাৰ সলিতাত জ্বলা কাঠিদাল লগাই দিয়ে, চাকিটো জ্বলি উঠে।...

পোহৰ বেঁচকৈ হয়।.....

সন্মুখত জুহাল "মৰাম্" তিনিহাত দীঘল, তিনি হাত বহল আঠআঙুলীয়া বহল কাঠৰ তক্তাৰে ঘেৰা বেদীৰ দৰে মাটিৰে লিপা, বাঁহৰ চঁচালিৰ ওপৰত এই জুহাল, সেই জুহালৰ বেদীৰ পৰা তিনিহাত ওপৰত বাঁহৰে গুথা "পেৰাপ"-চাঙ্ ওলমা। তাতে বন্ধা বঢ়াৰ সকলো মাল-মচলা আৰু লাগতিয়াল বস্তুবোৰ থাকে। সেই 'পৰাপ'-চাঙৰ ওপৰত আৰু এটা ডাঙৰ চাং-"ৰাব্ বং" বা "ৰ" "চাম্"।

'ৰ' চাম্' বা 'ৰাব্ বং' চাঙৰ ওপৰত চিলিংহেন কুম্-বাং।

...আকৌ 'অ' কুম'-চাংখন গুম্ গুমাই উঠে।...

কোনোবাই শোৱা পাটী এৰি উঠে আহিছে। 'ছয়িং'-চাঙৰ ফালে যাই কোনোবাই পানী ভৰাইছে; কলহৰ পৰা ঘটিত পানী ভৰোৱা মাত উঠে।...

ভৰিৰ খোজ খচ্‌মচ্ কৰি আগবাঢ়ে। খোজেপতি গুমগুমনিৰ লগে লগে চাংখনত হেন্দোলনি উঠে।...

আগবাঢ়ি অহাত কাষ পাওতে দেখা যায় এগৰাকী বুঢ়ী চাকিৰ পোহৰত,... পানী ভৰা ঘটিটো বুঢ়াৰ কাষতে থয়।......

'মৰাম্'। —জুহালৰ ককৃদাং-ৰ ফালে দক্ষিণ-পচিম-চুকত এফালে ৰহি

কাষতে পাৰি থোৱা খৰি কিছুমান জুহালত ভাই জাপি দিয়ে, লাগনী খৰি কেইডুখৰী লৈ চাকিৰ জুইত লগাই জাপি থোৱা খৰিৰ তলত থয়।

অলপ পৰ উমি উমি জ্বলা খৰি কেইচলা ভমকৈকৈ জ্বলি উঠে।... ..

বহি বহিয়েই সেই বহা ঠাইতে আগকালে একতীয়াকৈ হালি সেইঘটি পানীৰে বুঢ়াই মুখ ধুয়। চাঙৰ তলত পানী বৰষে।

বুঢ়ীয়ে সেই ঘটিটো লৈ উঠি কলহৰ পিনে আগবাঢ়ে পানী ভৰাই আকৌ উভতে। আহোতে খুটাত আওজাই থোৱা হুকাদাল লৈ আনে। লগতে চিলিমটোও। 'চিলিম্'-হুকা, নাৰিকল টোকোৰাৰ হুকা নহয় নলীচা লগা এইডাল বাঁহৰ হুকা, এ-পাৰ বাঁহ, দুয়োফালে গাঁথি।

তলৰ গাঁথিৰ পৰা এবেগেত ওপৰত এটা ফুটা কৰি এবেগেত বাঁহৰ নলীচা কাটি সেই ফুটাত খোপে খোপে কটকটীয়াকৈ বহায়। সেই নলীচাৰ টিংখোপত চিলিম কলকী বহুৱায়। ওপৰৰ গাঁথিত সোঁ মাজতে এটা বিন্ধা কৰি আৰু এদাল নলীচা চাৰি আঙুলমান ভলোৱাকৈ কটু টীয়াকৈ সুমায়। ....

জুহালৰ কাষত চিলিমটো থৈ ওচৰতে বহি বুঢ়ীয়ে হুকাৰ বাহি পানী চাওঁদি পেলাই মুখৰ ফুটায়েদি ঘটিৰ পানী ঢালি ভৰাই মুখৰ নলীচাদাল আকৌ কটকটীয়াকৈ লগাই দিয়ে।

বুঢ়াই মুখধোৱা অটাই কাঁহি কাঁহি আঠুৰ ওপৰৰ ধুতিৰ লোচেৰে মুখখন মচি গহীনকৈ আকৌ বহে,

হুকাটো জুহালৰ কাঠডালত আওজাই চিলিমৰ ভিতৰত নজ্বলা এটা আঙঠা কপকপীয়াকৈ লগাই চাঙত থকা ধপাতৰ চুঙাটো নমাই সোঁ হাতখনৰে খুকি এচিলিমৰ জোখা চুঙাৰ ভিতৰৰ পৰা ধপাত উলিয়াই বাওঁহাতেৰে চিলিমটোৰ তল চোৱাত ধৰি তাত ভৰায়।.......

আল্‌ফুলকৈ আঙুলিৰে লাহেকৈ টিপে। জুহালৰপৰা এচলি জ্বলা খৰি উলিয়াই, টিপি টিপি ভাঙি চিলিমত আঙঠা ভৰায়, আঙুলিৰ মূৰেৰে টুকুৰিয়াই টুকুৰিয়াই ডাঙৰ ডাঙৰ আঙঠাবোৰ লক লক বৰে। জোকাই লোৱাত জুহালৰ জুই মুমোঁ মুমোঁ হয়। অলপ এন্ধাৰ হয়। কেৱল চাকিৰ পৰা ক্ষীণ পোহৰ ওলায়।...

এনে আধা এন্ধাৰ আধা পোহৰত বুঢ়ী গৰাকীয়ে চিলিমৰ আঙঠা ফুকায়।

বুঢ়াৰ বৈণীয়েক কাৰণে বুঢ়ী বুলি সকলোৱে কয়। আচলতে বুঢ়া জন

বুঢ়া হোৱা নাই। সি গাওঁৰ গাওঁবুঢ়া কাৰণে তাক সকলোৱে বুঢ়া বুলি কয়। বয়স দুকুৰি পাঁচো হোৱা নাই ; বৈণীয়েকৰ দুকুৰি দুই ছুওঁ ছুওঁ। গাভৰুৰ দৰে মুখখন পুৰঠ,··· ·গঢ় ধুনীয়া, মূঠতে এতিয়াও দিপলিপ,—অথচ পাঁচোটা লৰা আৰু এজনী ছোৱালীৰ মাক।

তাই আওঠা ফুকায়, ফুকাৰ লগে লগে মুখখন ৰঙা হৈ উঠে, গাভৰু কালৰ বাংঢালী বচনীহে যেন।

ৰাঙী মুখখন দেখি গাওঁবুঢ়াৰ বুকু চিৰিং কৈ উঠে। ডেকা বয়সৰ সোঁৱৰণি ভুমুকি মাৰে। তাইৰ ভকৰকীয়া দেহাৰ কথা মনত পৰে। তাৰ বুকু হম্-হমায়, গা-ৰমৰমায় পুৰণি কথা বিৰিঙি উঠে। যিমানে তাই ফুকায়, তিমানে সি তৰধ লাগি চায়।

হুকাদাল লৈ চিলিমটো তলৰ নলাচাত খোপত খোপে লগাই তাই আগবঢ়াই দিয়ে। কয়—“এইযা-ল”। থত্‌মত্‌ কৈ “হুঁ” বুলি চক্‌খাই কয়। তাৰ তৰধ ভাঙে। সি হুকাদাল লৈ হুপে, নাকে মুখে ধোঁৱা উলিয়ায়।

গাওঁবুঢ়ানীয়ে উঠি যায়।···

··আকৌ কুকুৰাৰ ডাক ডেউকা কোবাই।

আগকালৰ দুৱাৰ মুকলি হয়। তাই সেইফালেদি কিবাকিবিলৈ নামি যায়। কেচুৱা এটাই চিঞঁৰি উঠে।

চাংখনত খৰমৰণি উঠে। এজন দুজনকৈ সাৰ পায়। নিজৰ নিজৰ বিছনা পাতি সামৰি থোৱা হয়, ঘৰৰ চুকে কোণে ডাং “ছ’পন’ত গুঁজি। চাংখন বৰকৈ কঁপে।

· পাৰ্‌ছলী !”···বৰ ককায়েকে মাতে। কেচুৱাটো কান্দি থাকে। আটাইতকৈ ষুমলী পাৰছলী। পাঁচজন ককায়েকৰ তেনেই সৰু ভনীয়েক।

এৰৰাম গাওঁবুঢ়াৰ এজনীহে ছোৱালী এই পাৰ্‌ছলীজনী।

পাৰ্‌ছলী ধুনীয়া দিপ্‌লিপ্‌ পাটগাভৰু,—চৈধ্য বছৰীয়া চুপহী—অপৰূপ ৰূপহী। ঘন-কলা চুলিটাৰী মেলিলে বাইৰ গাঁজৰ দৰে নিৰ্মজ কলাফুল লৈকে পৰে—মেঘালী ডাৱৰ মেলি, কপালখন দেখিলে, মনে হয় পুৱতী নিশাৰ সোণালী হেঙুলি বৰণ মিহলা ৰহণেৰে সনা নিকা পূবৰ আকাশ ; ধেনু ভিৰীয়া ভূৰুযোৰ দেখিলে মনে হয় যেন কোনোবা কাম-দেৱতাৰ কলা কিচ্‌কীচীয়া চিকমিকীয়া ধনুহে, ডাঙৰ ডাঙৰ চকুজুৰি দেখিলে এনে যেন লাগে, গোটেইখিনি মোহিনী শকতি যেন সেই জুৰিতে আছে, অপাৰ নীলিম সাগৰ আহি যেন দুটা শামুকৰ

বুকুত থান্‌থিত্‌ লৈ কাম-ধনুৰ তলত থিতাপি লৈ চাওঁতাৰ হিয়া আকুহি নিবলৈ বৈ আছে ; গাল-মুখন পকা ঔৰ বগৰ দৰে পিছল পিছল বঙচুৰা, ভ্ৰূযোৰৰ মাজেদি দীঘল তিলফুল হেন নাকটি তললৈ বৈ পৰা, হাইকণীয়া ঘূৰণীয়া মুখৰ ওঠযোৰ মাজেদি কলা বিম্বফলৰ দৰে, আমগুটীয়া থুতৰীটো দেখিলে মুঁহি মুঁহি খাওঁ খাওঁ লাগে, ডিঙিটো হাইৰ ডিঙিৰ দৰে লেতুসেতু, হাতদুখন হাতীৰ শুড়ঁৰ দৰে লেওসেও। আঙুলি কেইটি লাহী লাহী পাজিমেৰীয়া,—বুকুখন উঠন 'ৰিবি'- চাদৰখনৰ তলত পকা থেকেৰাৰ দৰে থপ্‌থপ কৈ পিয়াহ দুটা লৰে, কঁকালটি মজ্‌লাহ পকৰাৰ দৰে ক্ষীণ যেন মুঠিৰে খামোচ মাৰি ধৰিব পাৰি, ভৰি দুখন ভৰ মণ্ডহাল তপিনাৰ পৰা গঁজালি মেলা দুজোপা কলগছহে যেন, ভৰিৰ আঙুলি কেইটি পদুমৰ পাহি হেন দেখনীয়াৰ। মুঠতে তাই কেৱল ধুনীয়াই নহয় সুন্দৰীও। সোৱণশিৰীৰ পানীয়ে তাইৰ নিপোটল দেহা কেঁচা সোণৰ দৰে সোণবৰণীয়া কৰি তুলিছে।

এজন শিল্পীৰ চকুত তাই অতিকৈ সুন্দৰী, সৌন্দৰ্য্যৰ বৰহঘৰা। মুকুতা পতীয়া ডালিমগুটীয়া দাঁত পাৰি উলিয়াই মিচিকীয়াই হাঁহিলে মাণিক জিল্‌মিলে, সপোনৰ ৰহণ সনা চকুজুৰিৰ পৰা কান্দিলে মুকুতা সৰে।· · ·

মাতষাৰো ধুনীয়া, মাতিলে অমৃত হেন মউ বৰষে। ইমান ধুনীয়া পাৰ্‌ছলীক কোন বিধতাই মিচিং-গাওঁৰ মিচিং-চাঙত এৰ্‌বাম গাওঁবুঢাৰ ঘৰত স্ৰজিলে !

"পাৰ্‌ছলী"।· গেবেহা মাৰি আকৌ চিঞৰে বৰ ককায়েকে। "গৈছোঁ ক'কাই।" কেছুৱাটোৱে কান্দি থাকে।

তৰালি তৰালি ফুল বছা সেউজবুলীয়া "ৰিবি-য়েগে" মেখেলাখন ভালকৈ কঁকালত মাৰি "ৰিবি'-চাদৰখন গাত ভালকৈ মেৰিয়াই দীঘল চুলিকোচাৰে টানকৈ খোপা বান্ধি তাই ককায়েকৰ কালে আগুৱায়।

"এইটো ল'।"—বুলিকৈ সি কেচুৱাটোক আগবঢ়ায় ! পাৰ্‌ছলীয়ে 'ৰিবি'- চাদৰখন খুলি অলপ আগফালে হালে, কেচুৱাটোক পিঠিত তুলি দিয়াৰ লগে লগে চাদৰখনেৰে মেৰিয়াই বান্ধি বোকোচা লৈ গুচি ওলাই যায়।·· ···

আগফালৰ বাৰান্দাহেন টুংগং'-চাঙত নিচুকনি গীত গাই গাই' পিঠি জোকাৰি জোকাৰি টহলে।···তাই সুৱলা মউ-সৰা মাতেৰে গুনগুনাই বোকোচাৰ কেচুৱাটোক জোকাৰি গায়।—

"ওমেণ্ডৰা কাপ্‌য়কা।
পেক্‌-কউ আৰে বাদ্‌মাদা
বাদ্‌য়েমিল কাপ্‌লাক্কা-দেই।"—
"সোনটি ঐ! নেকান্দিবা।
কপোতীয়ে উমনি লৈছে, পোৱালী ফুকা নাই।
ওলালেহে কান্দিবা"· ·

কুকৰা ফাগুণী মলয়াই তাইৰ মিঠা মুখৰ নিচুকনি গীতটি বৈ নি ওচৰে পাজৰে বিয়পায়।·· ···

গোটেই গাওঁখনেই সাৰ পায়। ৰঙ্গন্‌জনাই উঠে।"···

···"আলিয়াই লিগাং" সেইদিনা, গোটেই গাওঁখনতেই উছৰমুখৰ হৈ উখল মাখল লাগে পুঁৰতী নিশাৰে পৰা।

·"আলি" মানে আলু শিপা, য়াই মানে গুটি বা ফল, "লিগাং" মানে সিঁচা পোত আৰম্ভ কৰা। "আলিয়াই লিগাং" মানে আলু পুতি গুটি সিঁচি খেতি আৰম্ভ কৰা। সেইদিনাৰ পৰা খেতি আৰম্ভ।

মিচিং সকলৰ এই "আলি য়াই লিগাং" এটা ডাঙৰ উছৱ। সকলোৱে ৰং-উলাহেৰে এই উছৱ পাতে।

"চিংগি"-শিমুলৰ "আপ্পুন"-ফুল এই "গিন্‌থৰ্ পলো" ফাগুণ মাহতে ফুলে। "আপ্পুন" ফুলে ফুলে "আলং-" ৰস জমে। এই মাহতে শালিকাবোৰে "গিলাং"-জমি থকা "আলাং"-ৰস স্তুঁহি স্তুঁহি ৰং-উলাহত কিৰিলি পাৰি পুঁৰতী নিশাৰ আগ জাননী দিয়ে।

সিদিনা বুধবাৰ 'লিগাং';—সিদিনাই "আলিয়াই লিগাং।" লখিমী বাৰ। 'উই'—মঙ্গলবাৰে উৰুকা হৈ যায়। সিদিনা এচাম ডেকা-গাভৰুৱে সা-সজুলি লৈ বিলত মাছ মাৰি ভাৰে ভাৰে মাছ লৈ ঘৰলৈ আহে, এচামে তৰা খৰি, "কামুৰ অ'ক্কাম্"—কৌপাত আৰু লগতে "পিৰ"-বগা ফুলৰ থোপা থকা কাহি বন কেইডাল গোটাই ঘৰলৈ লৈ আনে। শালিকাই 'গিলাং' ৰস খাই কিৰিলি পাৰোতে সাৰ পাই উঠি মাজু বোৱৰেকে "এগি"-গাইন মাৰিৰে 'কি পাৰ্' উৰলত ধান বানে, ছালে, জাৰে; চাউল উলিয়ায়।

'শেষ হোৱা নাই' ধান বনা এথোন।······

পুৱা সোণৰ থালৰ দৰে ডাঙৰ সুৰুজ; ঘূৰণীয়া। সোৱণশিৰীৰ সিপাৰে

আৰু এখন ডাঙৰ মিচিং গাওঁ। শাৰী শাৰী ডাঙৰ ডাঙৰ "অ'কুম-চাংঘৰ ৰিণিকি ৰিণিকি দেখি।

গোটেই আকাশখন হেঙুলীয়া সোণোৱালী। চাংঘৰৰ চালবোৰৰ মুৰবোৰ সোণোৱালী ৰহণসনা। 'চিংগি' শিমলু গছৰ আগবোৰো সোণোৱালী, ঠেক, ঠাল, ডাল সোণৰ ৰহণেৰে ৰহণোৱা ৰঙা ৰঙা "আম্ন্" ফুলবোৰ জিলিকি থাকে।

'অকুম'-চাংঘৰৰ আগকালৰ টুংগ'চাঙত কেচুৰাক বোকোচাৰে থকা পাত গাভৰু পাৰছলীৰ সোণবৰণীয়া নিপোটল দেহাটি সোণালী বেলিৰ সোণোৱালি ৰেঙনিয়ে তিয়াই সোণৰ ৰহণেৰে আৰু বেছিকৈ সোণামুৱা কৰে সেই সোণালীবোলে।· ·

এনেয়ে সোনণশিৰী, তাতে আকৌ সেই পানী আৰু সোণচেকুৰা বালি সোণালী বেলিৰ সোণৰ ৰহণ সানি বেচিকৈ জেউতি চৰে।

ডাঙৰ বোৱেকে ঘাটৰ পৰা বাচন-বৰ্ত্তন ধুই লৈ আহি 'কবাং' জখলায়েদি "টুংগং' চাঙত উঠি ভিতৰ সোমায়। ··

পাৰ্ছলীৰ বোকোচাৰ কেচুৰা নিতালমাৰি টোপনি যায়।

· "পাৰছলী!" · ভিতৰৰ পৰা ডাঙৰ বোৱেকৰ মাত শুনি তাই ভিতৰলৈ যায়।

এৰ্ৰাম গাওঁবুঢাই কাপোৰ কানি লৈ গা-ধুবলৈ ওলাই 'কবাং জখলায়েদি খপ্জপ্কৈ নামি ঘাটৰ ফালে খোজ লয়।

বুঢীয়ে কলহে কলহে পানী আনি সেই আগকালৰ চাঙত সজাই থয়। · অৱশেষত গা-পা ধুই ভাল কাপোৰ পিন্ধি জখলায়েদি উঠি চাঙত সজাই থোৱা ভৰা কলহবোৰ ভিতৰলৈ নিয়ে।···শুদা পাৰ্ছলীয়েও এবাৰ ওলাই আহি শেষ কলহটো লৈ ভিতৰ সোমায়।

···মাজুবোৱেকে চালি জাৰি ধান বনা শেষ কৰি সেই "জৰা" ঠাইখিনি চিকুনাই চাউলখিনি পাছিত ভৰাই ভিতৰলৈ সোমায়। জুহালৰ জুই ফুঁকাই জুই ধৰে পাৰ্ছলীয়ে। ডাঙৰ বোৱেকে 'পৰৰ' চুপিত পানী ঢালি কাষতে কৌপাত, কাহিবন ধুই একাষে যতনাই থয়। মাজুবোৱেকে এচুকত চাউলৰ পাছিটো থৈ 'মৰাম' জুহালৰ কাষলৈ আহি শাহুৱেকক পাতত দি সিজোৱা ভাত "পুৰাং" সিজোৱাত সহায় কৰে। মাজে মাজে আজৰি পালে "বানাম্ অঙ" পোৱা মাছ কৰিবলৈ আগদিনা অনা মাছবোৰ পোৰে, লগতে আঙঠাত 'ছায়, অঙ শুকান

মাছো সেঁকে। মাজে মাজে সুমলী ছোৱালীজনীয়ে ইটো সিটো বনত সহায় কৰে।

·· 'আলিয়াই লিগাং'-ৰ কাৰণে ইমান যতন। যতননো নকৰিব কিয়? এই "আলিয়াই লিগাং-"ৰ ওপৰতে গোটেই পৰিয়ালৰ গোটেই বছৰটোৰ কাৰণে নিৰ্ভৰ কৰিছে।

কৃষিজীৱী মিচিং-সকল কৃষিৰ ওপৰতে নিৰ্ভৰশীল। কৃষি নহলে জীৱনটো চলিব কেনেকৈ? খেতি কৰিও যদি ফচল নাপায়, তেন্তে দুৰ্ভিক্ষ-ৰাক্ষসীৰ কৰাল গৰাহত পৰিব লাগিব সকলোৱে। দুৰ্ভিক্ষই মিচিং-সকলৰ জীৱনী শকতি শষিমুৰ কৰিব, মহামাৰীয়ে মৰণৰ জাল্লৈ আহি শেও পেলাব,—তিল্‌তিল্‌কৈ মিচিংসকল মৃত্যুৰ মুখত পৰি ধ্বংস হব। সেয়েহে পৰিয়ালেপতি এই "আলিয়াই লিগাং"-লৈ ইমান ধাউতিৰে ভকতিৰে শুদ্ধ মনেৰে এই উছৱ পাতে।··

কেৱল সেই গাওঁৰেই নহয়। অসমৰ প্ৰতি মিচিং গাওঁৰে প্ৰত্যেক পৰিয়ালেই-এই উছৱ পাতে, আৰু এই উছৱৰ কাৰণে প্ৰত্যেক মিচিঙৰ হিয়া ইমান আকলুৱা, ইমান হেলেপুৱা।

সেয়েহে সেই গাওঁৰ প্ৰতি ঘৰে ঘৰে পৰিয়ালে পৰিয়ালে এই 'আলিয়াই লিগাং'ৰ ৰং চৰে। সেয়েহে মিচিং ডেকা সকলে কেইদিনমান আগৰে পৰা সাজুহৈ থাকে এই উছৱত ৰং ধেমালি কৰিবলৈ। সেহে হে 'ডুম্ ডুম' ঢোল, 'পেমপা-পেপা', তাপুং' লাওবাহী আদি যুগুত কৰি যতনাই সিইতে থয়। 'সেয়েহে মিমবিৰ্' গাভৰু সবলেও চকুত ছাত মাৰি যোৱা, চমক লগোৱা ধুনীয়া ধুনীয়া গুৱনী গুৱনী ৰং বেৰঙৰ ফুলাম "ৰিবিয়েগ" মেখেলা বিধ বিধ নানা তৰহৰ নানান ৰঙৰ ফুলবছা "ৰিবি গাছেং" চাদৰ জপাৰ পৰা উলিয়াই যতনেৰে নিজৰ নিজৰ "ছ" পন্' ডাংত ভাঁজ কৰি থয়, মৰমৰ চেনেহৰ ছালত গুঁজি থোৱা "গুংগাং'-গগনা উলিয়াই তেলদি ৰাখে।

ইমান হেপাহ, ইমান ধাউতি, ইমান হাবিলাষ সিইতৰ। বৰককায়েকে আৰু মাজুককায়েকে এবাৰ ঘৰৰ ভিতৰৰ পৰা কাপোৰ কানি লৈ ওলাই চাঙৰ পৰা নামি ঘাটৰ পিনে যায়। বন্ধা কাম-বন শেহ হ'লত বৰ বৌৱেকে জুহাল চাফ চিকুণ কৰি মাজি পুছি নিকা কৰে।···

পাৰ্‌ছলীয়েও 'ছ'পন—ডাং-দালত আগতে ভাঁজ কৰি জাপি থোৱা আটাইতকৈ ভাল ফুলাম "ৰিবিয়াগে" মেখেলাখন আৰু আটাইতকৈ ধুনীয়া ফুলবছা ৰঙা 'গাছেং 'চাদৰখন লৈ ওলাই যায়। "টুংগং"-চাঙত অলপ পৰ

খমকি বৈ, এখোজ দুখোজ কৈ আগবাঢ়ি ‘কবাং’ জখলায়েদি খোপে খোপে ভৰিৰ খোজ পেলাই আলফুলকৈ “বা জুম” হেতা মাৰি ডাল ধৰি “অবা” মাটিত নামি ঘাটৰ ফালে পোনায়।…

…এব্ৰাম গাওঁবুঢ়াই গা ধুই উভটি আহে।—

· সোৱণশিৰী ঘাট।—শাৰী শাৰী নাও।…

সেই চুপাৰ বোৱাৰী জীয়াৰীহঁত, কোনোবাই গা ধুয়, কোনোবাই বাচন মাজে, কোনোবাই কাপোৰ খচে, কোনোবাই কাপোৰ সলায়। কণ কণ লৰা ছোৱালীহঁত, কোনোবাই সাঁতুৰে, কোনোবাই ঢেঙ ওপঙা দিয়ে; কোনোবাই ডুব দিয়ে, কোনোবাই পাৰৰ পৰা লৰি পানীত জঁপিয়ায়। ডেকাৰ জুমে কিমান যে ৰং ধেমালি কৰি গা ধুৱে! ·· গাভৰু জাকে কোনোবাই সাঁতুৰে, কোনোবাই পানী ছটিয়াই খেলে। ৰং ৰহইচৰ সীমা নাই। পাৰত গা ধুবলৈ অহা পাৰছলীক দেখি সকলোৱে একেলগে চিঞৰে, “পাৰ্‌ছলী! পাৰ্‌ছলী!!”

সেই জুমৰ পৰা কেইজনীমানে নৈৰ পৰা তিতাপাৰে উঠি পাৰতে থিয় দি থকা পাৰ্‌ছলীৰ ফালে লৰ মাৰে।·· ইফালে পাৰছলীয়েও গা ধুবলৈ সাজু। একালে কাপোৰ কানি থৈ তাই নিজৰ গাৰ মেখেলা চাদৰখনি কটকটীয়াকৈ মাৰি গহীন হৈ থিয় দি থাকে। তাইক থাপ মাৰি ধৰিবলৈ খোজোতেই তাই এককীয়াকৈ হাঁহি পুলকি আতৰি যোৱাত ধৰিব যোৱাজনী হাম খুৰি খাই পৰে, বাকী কেইজনীও চম্ভালিব নোৱাৰি তাইৰ গাতে উজুটি খাই ছিটিকি পৰে। এই ছেগতে পাৰ্‌ছলীয়ে লৰি গৈ পানীত জঁপিয়াই ডুব দি বহু আতৰত মূৰটো উলিয়াই চিঞৰে। পানীত থকা ছোৱালী কেইজনীয়ে হাঁহি খিকিন্দালিৰ উজাৰ তোলে। পাৰত পৰি যোৱাকেইজনী উঠি লাজতে ৰঙচুৱা হৈ আধে-বেখেকৈ লাহে লাহে খোজ দি পানীত নামে।…

·· চেঙেলীয়া লৰা ডেকাবোৰে উলাহত হাত চাপৰি বায়।·· লাজত তত নোহোৱাকৈ সেই ছোৱালী কেইজনীয়ে লাজ ধুবলৈ পানীত ডুব মাৰে।……

পাৰ্‌ছলীয়ে সাঁতুৰি সাঁতুৰি মাজ পাওঁ পাওঁ হয়। লাজুকী ছোৱালী কেইজনীয়েপোতক তুলিবলৈ সাঁতুৰি সাঁতুৰি তাইক খেদি যায়।···· পাৰ্‌ছলীয়ে বুৰ মাৰি নেদেখা হয়।

…কুৰি হাতমান আতৰত পাৰৰ ফালে তাই আকৌ ওলায় দেখা পাই সিহঁতেও সাঁতুৰি বিধ বিধ সাঁতোৰ দি উভটি খেদি আহে। এইদৰে সকলোৱে সোৱণশিৰীৰ পানীতে নাদুৰি সাঁতুৰি উমলি ৰং ধেমালি ৰং ৰহইচ কৰে।

সোৱণশিৰীৰ পানীত গা তিয়াই সিহঁতৰ নিপোটল দেহা সোণামুৰা হয়। সবাতোকৈ পাৰ্ছলীৰ ৰূপহী মুখখনি জাকত জিলিকা হৈ পৰে, হেজাৰ তৰাৰ মাজত পুৰঠ জোনটিৰ নিচিনাকৈ চিকমিকাই, তিৰবিৰাই জকমকাই।......

হাতত দা, কোৰ আহধানৰ বিধান আৰু "পিৰ" কাহি বনলৈ এৰবাম গাওঁবুঢ়াই পথাৰৰ ফালে খোজ লয়, অকলে অকলশৰীয়াকৈ।

প্ৰত্যেক পৰিয়ালৰ বৰ জনাই সেইদিনা "আলি-য়াই লিগাং"—উছৱৰ দিনা সেইদৰে নিজৰ পথাৰলৈ যায়।

...দুপৰীয়া।...

গাওঁবুঢ়াই নিজৰ পথাৰলৈ গৈ পূব চুকত এহাত দীঘল এহাত বহল এবৰ্গহাত মাটি কোৰেৰে খান্দে, মাটিৰ চপৰাবোৰ ভাঙি ফুৰফুৰীয়া কৰে। পূব চুকত ফুল ছিগা পিৰ' কাহিবনৰ আগডাল ভালকৈ পোতে, গুঁজে, সেই চহা মাটি দবাত আহু ধানৰ বিধান কঠিযাধান সেৰাজনাই 'চেদী মেলো'— পুৰুষ প্ৰকৃতি, 'কাৰ্চিং-কাৰ্টাক্ দেৱ-দেৱী, "দঞি-পল"-বেলি, জোন, "বোগ্‌জী মেবাং' পোক-পৰুৱা সকলোকে সাক্ষী কৰি সিঁচি দিয়ে, আৰু লগে লগে প্ৰাৰ্থনা কৰে,—

"চিন্দ' আৰু চিন্দা চেদী-বাবু, মেল'-নানে
কাচিং-কাৰ্ত্তাক্, দঞিঁ পল,
বোগ্‌জী মেবাং নলো আপ্নিঙে
তান্দাক্ কালাঙ্কা।
চিন্দ' আলি আয়ে লিগত তুনেকে
ৰুজে পাতা বেলামতেইকা।
ৰুজেমা পাতা বেলা ময়েইকা"।

"আজি 'চেদী' পিতৃ, মেল। মাতৃ, কাৰ্চিং কাৰ্ত্তাক, বেলি, জোন, কীট পতঙ্গ! তোমালোকে সকলোৱে শুনিছা, দেখিছা আজি আলু গুটি সিঁচা আৰম্ভ কৰিছোঁ। ভালবোৰ আহক, বেয়াবোৰ গুচি যাওক"।

এনেভাৱে প্ৰাৰ্থনা কৰাৰ পিচত আকৌ কয়,—"যি শস্য হব খোজনীয়াক দিম, মগনীয়াক দিম, সাধুক দিম, ভকতক দিম, যি বাকী থাকিব নিজৰ এই পাধশৰীৰক দিম" !...

"ভকতিৰে পূব-মূৱা হৈ পূজা কৰি অতিকৈ ভকতিৰে সেৱা জনাই দা-কোৰলৈ গাওঁবুঢ়াই উভটি আহে।

দা-কোৰ সেই "টুংগং" চাঙৰ একালে থৈ সি'ৰবাং'—জথালায়েদি খোপে খোপে উঠি চাঙৰ ভিতৰত সোমায়,—বেৰৰ কাষত সাজু কৰি থোৱা ঘটিৰ পানীৰে ভৰি হাত ধুই "মৰাম্"-জুহালৰ কাষলৈ 'বিচিং'-ৰ ফালে নিজৰ ঠাইত আহি বহে।

পাৰ্ছলীৰ মাকে এটা বাটি "প'ৰ'-আপং"-কলা ছাই মদ ছাকি থোৱা এটা টেকেলি বুঢাৰ কাষলৈ আহি দিয়ে "ককাদাং"-ৰ" ফালৰ পৰা আগ বঢাই।

সেই "প'ৰ' আপং"-ছাই মদ টেকেলীৰ পৰা বাটিত ঢালি পুব ফালৰ পৰা বাওঁ ফালেদি নিকাকৈ লিপা "মৰাম্" জুহালৰ চাৰি চুকে অলপ অলপ ঢালি বিশুদ্ধ কৰি মন্ত্ৰ মাতে,—

"আত" গুমিন্ তগুং গুমিন্
"তাত"-স্নায়' নলো চিল'
কাদাগ্ তাত্লাঙ্কা।
চিল'ঙলো আলিয়াই লিগা ডুনেকে
আৰিগ্-ইচিং অবমতেইকা।
অ'কুম্-এৰাঙেম, পুপ' জাৰপ মতেইক
তুক্ক-দাগকুম্নেই নেঙান্ মতেইকা।'

"বংশৰ ককা, বংশৰ আজুককা, বংশৰ ওচৰৰ ককা আইতা তোমালোকে চোৱা শুনা। আজি আমি আলু পোতা গুটি সিঁচা আৰম্ভ কৰিছো, খেতি বাতিৰ ফচল বেছিকৈ হওক, ঘৰ গৃহস্থৰ কুশল মঙ্গল সুখ সম্পদ হওক, গাওঁগিয়াতাৰ অৱস্থা সমৃদ্ধিশালী হওক"। মাতি সেৱা জনায়।

তাৰ পিচত উত্তৰ পচিম-চুকে সি চৰা পাৰি বহে আৰু এসোঁহা মাৰে। ৰৰপুতেক আৰু মাজপুতেকে নিজৰ নিজৰ চৰা আনি "বিচিং-ৰ' ফালে জুহালৰ উত্তৰে পাৰি বহে।

দখিনে ককদাং' ফালৰ পৰা বুঢীয়ে এটা বাটিত বুঢাক, বৰ বোৱাৰীয়েকে এটা বাটিত ৰৰপুতেকক আৰু মাজু বোৱাৰীয়েকে এটা বাটিত মাজুপুতেকক "প'ৰ আপং"-কলা ছাই মদ ঢালি আনি দিয়ে। প্ৰতিজনৰে বাটিত পহিলা বিশুদ্ধ বাটিৰ পৰা অলপ অলপকৈ ঢালি বাপেকে একে উশাহতে সোঁহা মাৰি শেষ কৰি সেই শুদা বাটিটো একালে থৈ বুঢীয়ে দিয়া বাটিটো মুখলৈ নি এঢোক মাৰে।

"কামৰ অ'কাম" কৌপাতত "পুৰাং" পাতত দিয়া সিজা ভাত "বানাম্ অ'ঙ"

পোৰা মাছ, সেঁকা ছাগ্ন অণ্ড-শুকান মাছ তিনিওজনক ভগাই দিয়া হয়—লগতে 'আল মৰ্চ্চি" নিমখ জলকীয়াও।

বাকী তিনিওজন পুতেকও আছে। সিহঁতকো সেই দৰে ভগাই দিয়া হয়। সকলোৱে ৰং মনেৰে খায়।

ঘৰে ঘৰে সেইদৰে পোৱাবোৱা, পিয়া ধুমধামেৰে চলি থাকে। ডেকা গাভৰু লৰা ছোৱালীহঁতৰ মন এনে উছৱৰ কাৰণে ৰং ৰহইচত মতলীয়া, বাঁইজাঁই। বুঢ়া-বুঢ়ীৰ হিয়াতো ৰং চৰে।···

· সকলোৱে ঘৰে ঘৰে চাঙে চাঙে উলহ মালহ, উখল মাখল। সিহঁতৰ বিশ্বাস, পাচদিনৰ মুৰত পিঠা গুটি বা পোতা আলু গজালি মেলে। এই পাঁচদিনে "লিগা চ-মান্" গুমৰাগ নাচোন বাজোন চলি থাকে,

সেয়েহে সোমবাৰে 'থাকন' দিনা পুৱাৰ পৰা মাজ নিশালৈকে মহাউছৱ বিশেষকৈ ডেকা-ডেকেৰী মিমবিৰ—য়ামেহঁতৰ এই সময়ত আলহী আহিলে তাৰ উপায় নাই। আলহী আহিলে লখিমা আহে। সোমবাৰে লি-লেন্ গজালি মেলা দিন, উছৱৰ শেষ, সেই দিনালৈকে আলহী থাকিবই লাগিব, মাজতে গলে তাৰ লগত লখিমীও যাব, ঘৰৰ লখিমী। গতিকে গিৰিহঁতে কোনোমতে আলহী জনক এৰি নিদিয়ে। নেহাৎ যদি আলহীজনে যাবই লাগে তেনেহলে গাৰ কাপোৰ বা গামোছা বা চোলা সেই গৃহস্থৰ ঘৰত সি এৰি থৈ যাবই লাগিব।

সেইফালে 'গ্ৰেদাং' আগফালে "টুং গং" চাঙত থিয় হৈ পাৰ্ছলীয়ে চুলি ফণীয়ায়—মাজে মাজে দাপোনত মুখ চায়।

মাজে মাজে গুপুতে গোপনে আক এটাফণী, মিৰি ফণী 'তাবাব্' বুকুৰ ছোলাৰ ভিতৰৰ পৰা আলফুলকৈ মৰমেৰে চেনেহেৰে উলিয়াই দুয়ো গালত ফুৰাই হেপাহেৰে ওঠৰ ওচৰলৈ নি নিফুঁতকৈ চুমা খাই চুলি আঁচুৰে।

ফণীলৈ চুমা যঁচা ই কেনে কথা?···বিশেষকৈ মিচিং ফণী "তাবাব্"?···

"তাবাব্" মিচিং ফণী পায় মৰমৰ চেনেহৰ অতিকৈ হেপাহৰৰ ভাল পোৱাজন চেনেওৰ পৰা ভাল পোৱাজনী কনেঙে চেনেওৰ পীৰিতিৰ চিন হিচাবে। এই 'তাবাব্'—ফণী কনেঙে কিমান গুপুতে গোপনে মৰম-চেনেহ-যতনে আলফুলকৈ থয়? কিয়? সেই 'তাবাব্'—ফণীয়েই কনেঙৰ চেনেহৰ চেনেওৰ সোঁৱৰণি; সেয়ে তাইৰ জীয়া জাউ, হিয়াৰ আমঠু, বুকুৰ এফাল দেহালাও, কলিজা এডুখুৰী চেনেওৰ। এই "তাবাব্"-ফণী কাটোতে গঢ়োতে তাইৰ চেনেওৰ যে কিমান

দিন লাগিছিল, গঢ়োতাই হে জানে, তাত ফুল তোলোতে কিমান নিশা যে উজাগৰে কাটিছিল, তুলোতাই হে বুজে।

কিমান তেল যে পুৰিছিল, জনাওতাইহে গম পায়। সেই "তাবাব্" ফণীত চেনেঙে হিয়া উদঙাই ভাল পোৱা পীৰিতি ঢালি দিয়ে। এদিন গোপনে আহি পীৰিতিৰ অৰ্থে সাগৰত নাহুৰি সাতুৰি কনেঙৰ হিয়াত যাচি থাপি দিয়ে। সেই ফণী অতিকৈ মৰমেৰে, অতিকৈ চেনেহেৰে। কনেঙেও চেনেহৰ চেনেঙৰ সেই "তাবাব্" ফণী উপযাচি আদৰি সাদৰি চুমা-মৰমেৰে বুকুত সাবটি লয়। পিৰীতিৰ চিন স্বৰূপে।··

তেনে ফুলাম তাবাব্-ফণী পাব্ছলীৰ হাতত কিয়? তেনেহলে পাব্ছলীজনী কাৰোবাৰ কনেং হৈছেনে কি? তাইৰ তেন্তে কোনোবা চেনেং আছেনেকি? পিৰীতিৰ সাগৰত গুপুতে গোপনে কোনোবা চেনেঙৰ লগত একে লগে দেহাই দেহাই বান্ধ খাই নাহুৰি সাতুৰি উৰ্মলি ফুৰে নে কি?··

স্বাভাবিকতে সন্দেহ ওপজে বিশেষকৈ "তাবাব্' ফণী পিৰীতিৰ চিন হিচাবে পাব্ছলীৰ হাতত দেখি।

আছে নে?·· আছে।···তেনেহলে সন্দেহ মিছা নহয়।···কোনেও নাজানে?···জানে পাব্ছলায়ে, জানে তাইৰ চেনেহৰ মৰমৰ চেনেঙে। কোন সেই চেনেং?······

কুমং-য়েই বা? এৰা সেই কুমেঙেই?··· কোন সেই কুমং? ..

সোৱণ শিৰীৰ সিপাৰৰ সেই মিচিং গাওঁৰ পেগু ডেকায়ামে সেই কুমং। ঘুণাসুঁতি মাইনৰ স্কুলৰ পৰা উধাই লখীমপুৰ হাইস্কুলত অষ্টম শ্ৰেণীৰ ছাত্ৰ সি, পঢ়া-শুনাত স্বভাৱে চৰিত্ৰে, কথায় বতৰায় ভাল, "লিগা-চমান"-নাচ বাগৰতো পাকৈত, শুনবাগতো পাৰ্গত·· আকৌ মনে মনে তাই সেই আবাব ফণীটো বুকুৰ ছোলাৰ ভিতৰত দুটা উঠন টিলাৰ মাজৰ ভৈয়াম হেন ফাঁকটোত থয় আনটো বজ্ৰকৰা ফণীৰে তাই চুলি আচুৰে দাপোনখন চায়, তাই ধুনীয়া, মুখখন দিপ্লিপ্। ·

দীঘল চুলি টাৰিৰে তাই কলডিলীয়া খোপা বান্ধে, লুধুমুধুম খোপাটি।····

গুপুতে মনে মনে তাই এটা দীঘল হুমুনিয়াহ কাঢ়ে, এবাৰ তেৰেচায়াকৈ চায় সেইফালে সোৱণশিৰীৰ সিপাৰে, কুমং ডেকাৰ ঘৰৰ ফালে মুখখন লাজত টুলটুলীয়াকৈ ৰঙচুৱাহৈ পৰে। ···

গাওঁৰ এচুকৰ পৰা "পেম্পা" পেঁপাৰ ইননি বিননি ৰিণিকি ৰিণকি ভাহি আহে। পাৰ্‌ছলীৰ চকুৰ পাহি লোতকৰে তিতে।

আন চুকৰ পৰা "হুম্ হুম্" ঢোলৰ গুমৰাগ গুম্‌গুমনিয়ে বতাহৰ চৌত কঁপনি তোলে। তাইৰ হিয়া কঁপি উঠে।

অসহনীয়ভাবে তাই টুংগং চাঙৰ কাণত থিয় হৈ আকৌ চকু মেলি চায় বৰকৈ সেই সোৱণশিৰীৰ সিপাৰে কুমঙৰ ঘৰৰ ফালে। বুকু ভগা হিয়া ছিগা দীঘল হুমুনিয়াহ এটি ওলাই আহে।·

এচাম ডেকাই কিৰিলি মাৰে, "হুম্‌হুম্" ঢোল বাজি উঠে, পেম্পা পেঁপাই টিহিটি টিহিটি স্বৰদী স্বৰীয়া মাতেৰে বিনায়, তাল ভূপাতে তালে তালে কোব দি মাতে।···

এই দৰে "লিগা চমান্" গুম্‌ৰাগ্ নাচোন বজনাৰে এনে উছৰ "আলিয়াই লিগাং'ৰ পাতনি মেলা হয়।

"মিম্‌বিৰয়ামে" ডেকা-গাভৰু সকলে এজন দুজন এজনী দুজনীকৈ গোট খায়। "মিনে মিজিং" বুঢ়া-বুঢীও লাহে লাহেকৈ যোগ দিয়ে।

'ক'-কাং' লৰা ছোৱালাবতো কথাই নাই। উলহ মালহ লাগি যায়, দোল্‌দোপ্ হেন্দোলদোপ্। উথল মাথল।

·· জুমে জুমে "য়ামে-মিম্‌বিৰ্"—ডেকা গাভৰু "ক-কাং লৰা ছোৱালী, "মিনে মিজিং" বুঢ়া-বুঢী সকলোৱে গোট খায়।

"কিনো ৰাইকহনীৰ দৰে মোকোৰা--মোকোৰাকৈ থাইছ? লাহে লাহেকৈ খা, আকৌ। অ'আই চিং পথিলীহে যেন। কেতিয়া যাওঁ, কেতিয়া যাওঁ লাগিছে। ইচ্ কেনে কৰে?"

মাকৰ এনে চোকা চোকা ককৰ্থনা মাত শুনি পাৰ্‌ছলীৰ পেপুৱা লাগে। খাওঁ নেখাওঁকৈ আথে বেথে তাইৰ খোৱা ভাগ অটাই তাই ওলাই যায়।..

বাপেক ককায়েকহঁতে ইাহিৰ উজাৰ তোলে। "টুংগং" আগ চাঙত লচ্‌পচী থচ্‌খচী ৰচকী লচকী সেই পাৰ্‌ছলীজনী।··

ৰং উলাহত বাঁইজাঁই তাইৰ উচাটন মন। গাত ধুনীয়া ফুলাম "ৰিবিয়েগে" -মেখেলা, বিধ বিধ নানা তৰহৰ নানা বৰণৰ ফুলেৰে ফুলাম "ৰিবি"-চাদৰ।..

"কবাং"—জখলায়েদি খোপত খোপে দোপত দোপে চৰণ পাহী মেলি আলফুলকৈ "বা-জুম্" হেতা মাৰিডাল ধৰি "জৰা"-মাটিত চৰণৰ ছাব পেলাই থচমচকৈ প্ৰায় লৰি যায় তাই নাচৰ খোলালৈ।

…নাচ-বাগৰ খোলা! ক্ৰমে ক্ৰমে "গ্ৰামে ডেকা সকলৰ ৰূপহী" মিমুৰিৰ "গাভৰু সকলৰ 'ক'—কাং" নৰা ছোৱালী জাকৰ' ৰং-বলিয়াইতৰ আটোম টোকাৰীকৈ পতা ৰং উলাহৰ মেল।……

জাউৰী জাউৰীয়ে "অয়নিতম্"-চেনেহৰ নাম চউপাশে মৰম চেনেহ ঢালি বিয়পি পৰে, দীঘলীয়াকৈ লেহেতীয়াই ককণ ৰস নিভাৰি ৰং ছেওত পেলাই উলাহৰ সুৰ বিৰডি উঠে। 'গুমৰাগ" গুমৰাগ কৈ গিৰ্বগিবাই "দু-দুম"—ঢোল বাজি উঠে। তালৰ তালে তালে ছাবে ছাবে কান্ধৰ সমানে দুয়োকাষে কীলাকুটি মেলি হাত দুখন উপৰ-মুৰ কৈ ৰাখি হাতৰ মুঠি মেলি, মাজে মাজে নমাই দুয়ো পাশে ইফাল সিফালকৈ ওলমাই নচুৱাই লাৱণীদেহাত লহৰ তুলি, বিধ বিধ ৰকম ৰকম তৰহ তৰহ নাচ, ঠাচৰ সাঁচ কাটি ভঙা তুলি নাচে সেই ৰংৰৈ ৰং বাউলী মিচিং গাভৰু সকলে;—কঠিয়া তোলা, ভুই ৰোৱা, ধান দোৱা,…সূতা কটা, তাঁত বটা, কাপোৰ বোৱা কিমান ধৰণৰ যে নাচ সেই খোলাত নাচোনৰ ঢউ খেলি যায়।··

সেই নচকী, ৰচকী ৰূপহী পাৰ্ছলীজনী জাকত জিলিকা হয়, নাচ, নাচ আৰু ঠাঁচৰ লহৰ তুলি জেউতি চৰায়। ডেকাইতৰ কিৰলিৰ উজাৰ উঠে, "ৰেৰ্ৰা, ৰেৰ্ৰা" চিঞৰণিত গগণ ফালি যাব খোজে।…"পেম্পা"-পেঁপাই বিনায়, পেটৰ চেপাত ফোঁপোলা বাহৰ চুঙা "দুম্পাক্" গুমগুমায়। "গুংগাং" গগনাই গম্ভীৰ সুৰত গংগুনায়। গোৰাত পাকৈত, নচাত পাগত পাৰ্ছলীয়ে চকুযুৰি আধামুদাকৈ আবেগেৰে সুৰৰী সুৰত গায় লেহেতীয়াকৈ,—

"তাম্মীলা তাংগেলা আংৰে মেও চুমেকুম্
চ'লি চানান্ প-দ পে লেনে মিৰুছে দিহুৰু
দিগ্নে মিৰ্ছি তামলয়কুম কাত্তেম্ যৰংকা
ঙংক্ক দায়ং তাংপেমি ল ঙ-ংক্ক কইপে গিলাংকা॥

—"তোমাৰ ইননি বিননি শুনি নিজৰ বিষয়ে ভাবি গুনিগুথি চিন্তি থাকোতে ধাৰাষাৰ বৰষুণৰ দৰে মই জোলোকে জোলোকে কেচা চকুলো টুকিছোঁ।… অচিন জীউ! তুমি জলা জুইত ঘিউ নাঢালি মোৰ দুখৰ কথা জানিবলৈ হেপাহ কৰিছা যদি মোৰ কাষ চপাচোন।"…

কেঁচা চকুলোৰে "অয়্-নিতম্" গাই থকা পাৰ্ছলীৰ ঔ বডায়া পিছল গাল দুখনি তিতি যায়। বুকু ভগা হিয়াছিগা দীঘল হুমুনিয়াহ এটি আগ্নেয়গিৰিৰ দৰে এছাটি ধুমুহাৰ নিচিনাকৈ ওলায়। তাইৰ নিৰ্মল কোমল

যেহা দেই পুৰি যায়। ৰৰ্ খেদাকৈ "গুম্ৰাগ" ঢোল বাজি উঠে। সেই অগ্নিৰ পুৰণিত তাই ছটফটাই নাচে।

"আলিয়াই লিগাং" উছৱৰ পাতনি সকলোৱে মিলি এই দৰেই উছৱ মুখৰ কৰি মেলে।

উসহ মালহ, উখল-মাখল, দোল্দোপ হেন্দোল্ দোপ।· ···

ঘুনা স্মৃতি সোৱণশিৰীৰ গৰভৰ পৰা ওলাই পুনৰ সোৱণশিৰীতে বিলীন হৈছে। সোৱণশিৰী আৰু ঘুনা-স্মৃতিৰ লগত সম্বন্ধ থকা সকলবো সেই একেই কতবা; নাৰীৰ গৰভৰ পৰা জনম লভি মাথো নাৰীৰ হিয়াকোঁহতে আহ যোৱাৰ ছৰ।

···সোৱণশিৰীৰ সিপাৰে এখন গাওঁ, কুমংইতৰ। তাৰ 'অকুম'-চাংঘৰবোৰ বিৰিকি বিৰিকি দেখা যায়। সেই গাওঁৰ ডুহ্ৰা চাং ঘৰটো এজনীৰ হিয়াত ধকৈ ছাব খাই আছে। কাহিলি কাহিলি জোনাকত হাতী হেন, পুৱা সোণালি বেলিৰ সোঁণোৱালি কিৰণ সানি সোণৰ কাৰেং হেন, ভৰ ডুপৰীয়া চকৃচকীয়া ৰ'দত জকমকীয়া মেটমেটীয়া অকুম্ হেন, সন্ধিয়া ৰঙচুৱা বৰণ সানি ৰঙালী ৰাঙলী ৰং ঘৰ হেন কত ধৰণৰ যে সেই চাং-ঘৰটো, সেই 'অকুম্'টো পাৰ্ছলীৰ হিয়াত সাঁচ কাটি বহি আছে পাট গাভৰু বয়সেৰে পৰা, এটা দ' সাঁচ।

..... কুমং-ৰ হিয়াখন তাৰ 'অকুম্' চাংঘৰৰ দৰেই থম্থমীয়া আহল-বহল, দীঘল; কাৰেং হেন গহীন। ভিতৰ-চৰাত সোমালে বাহিৰলৈ ওলাই অহা ইমান সহজ নহয়, সেই কুঠৰীৰ বহ-ঘৰা মৌ-বাহৰ মৌ কোঁহৰ এঠাত লাগি থাকিবলগীয়া হয়।.

······কুমং লখীমপুৰ হাইস্কুলৰ দশম শ্ৰেণীত পঢ়ে, প্ৰথম হয় বছৰি বছৰি। পঢ়া-শুনাত যেনে ভাল, খেল-ধেমালিতো বৰ পাকৈত, গীত-নাচ বাজনাতো অতিপাত পাৰ্গত। পুথিৰ পাঠাৱলী ইমূৰৰ পৰা সিমূৰলৈ তেনেই মুখস্থ, অনৰ্গল গাই যাব পাৰে সল্সলীয়াকৈ, নেওতা, শুভঙ্কৰী-আৰ্য্যা, ফৰমূলা-এল্জেব্ৰা, জ্যামিতি কণ্ঠস্থ, অঙ্ক কৰিলে বিশুধ্কৈ কৰি যাব পাৰে ফটফটীয়া ধুনীয়াকৈ, ফল নিৰ্ভূল। খেলিলে ভৰিত বল আঠাৰ দৰে লাগে, বলটো যেন তাৰ বশত, তাৰ মন্ত্ৰৰ গুণত তাৰ হে বশীভূত। আঁকীয়া পঁকীয়াকৈ বল নি সহজে গোল দিয়ে। তাৰ মাত বৰ সুৰীয়া, বৰ সুৰলী অমৃত হেন; মউ নিজৰি মুখেদি নিগৰি ওলায় শুনোতাৰ কাণত মউ বৰষে, বৰ মিঠা লেহেতিয়াই গালে বুকু চিৰাচিৰ্

হৈ যাব খোজে, হিয়া পমি যায়, গালেদি চকুলো বয় , বং উলাহৰ সুৰত গালে এপাক নাচিবৰে মন যায় ৰাঁইজাঁই হৈ উচাটন হৈ বং বলিয়াৰ নিচিনাকৈ ।

সোৱণশিৰীয়েও শুনি কুলুকুলুকৈ গাই গাই বয় ।

সি নাচিলে, গাত লহৰ তুলিলে, গা জিকাৰ খাই উঠে, পাৰোঁ নাপাৰোঁকৈ তাৰ লেখীয়া নাচোন ভঙী তুলিবলৈ মন যায় ।

সোৱণশিৰীয়েও ঢৌ তুলি নাচে , গছ-গছনিৰ ডাল, পাত হালি জালি থাকে ।

"হুম্‌হুম্ ঢোলত সি চাপৰ দিলে, তাৰ যাদুকৰী মাৰিৰ কোব পৰিলে, "গুম্‌ৰাগ্ গুম্‌ৰাগ" শৱদে, বাৰিষা আকাশৰ পৃথিৱী কঁপাই তোলা মেঘৰ গাঁজনিৰ দৰে ডাৱৰৰ গিৰগিৰণি উঠে । ডকা চাকনৈয়া বুকুত লৈ ভৰ বাৰিষাৰ সোৱণশিৰীয়ে গুঁজৰাৰ দৰে । ··

তাৰ মুখৰ চেনেহৰ 'অয়,-নিতম্'গীতে যেই কোনো চেনেহীৰ হিয়া, 'মিম্‌বিৰ্' গাভৰুৰ মন চুম্বকৰ দৰে আকুহি নিয়ে, পাৰ্‌ছলীৰ হিয়া মন বাউলী নহবনো কেলেই ?·

'আলি-আই-লিগাং উছৱ'—সকলো মিচিং-মিৰিৰ চাংঘৰত । কুমংইতৰো···

দেওবাৰ,—"দঞি লঙ্গে"—নিশা ।

ভৰ দুপৰ । নিশিৰশিৰ—নিৰ্জম নিমাত ।

চকুত ঘুমটি নাই—গোটেই নিশা উজাগৰে । শোৱাপাটিত ছট্‌ফটাই থাকে কুমঙে ।—মাজে মাজে দীঘল হা হুমুনিয়াহ বুকু মোহাৰি ওলায় ।—চাঙত সকলোৱে টোপনিত লালকাল ।—নাকৰ ঘৰ্‌ঘৰনি ফচ্‌ফচনি ,—চাঙৰ মজিয়াত শুই থকা সকলৰ ,—ইফালে সিফালে চুকে, কোণে যেয়ে য'ত শুইছে ।·

কুমঙে ছট্‌ফটায় ; —হিয়াত কেৱল পাৰ্‌ছলাৰ ছবিখন হে জিলিকি থাকে ; দু চকুৰ আগত সকলো সময়তে সাইলাথ পাৰছলীৰ মুৰতি হে সন্মুখত বিৰিঙে নয়ন-জুৰি মুদিলেও দেখে ।—টোপনি নহাত তাৰ খং উঠে ;—তাইক গালি দিয়ে, নেৰা নেপেৰা গালি শপনি । বেচেৰী পাৰ্‌ছলী নিমাখিতজনী ।—তাতো মৰম-চেনেহ সনা । গালি শপনিৰ অগনি-গিৰিয়ে জুই নোগাৰে ;—পীৰিতিৰ উহৰ পৰা নিজৰি হে বয় এইবোৰত । কিমান মৰমী কিমান চেনেহী— পীৰিতিৰ লগৰীবোৰ !· ·

পদুমৰ পাহিবোৰ ৰখলিয়াই ৰখলিয়াই চকাটো গুলোৱাৰ দৰে একোটা একোটা সোঁৱৰণি ভুমুকি মাৰে । পুৰণি সোৱৰণিবোৰ । গা ৰম্‌ৰমায়, বুকু হম্‌হমায় ।—সুঁৱৰি ভাল লাগে তেও ।··

···সিদিনা বৰ বৰষুণ, ভৰ আহাৰ।—ডবা পিটা বৰষুণ।—পুৰাৰ লগে লগে ৰবষুণ থামে।··

তেতিয়া কুমং পোন্ধৰ বছৰীয়া, ঘৃণাস্মৃতি মাইনৰ স্কুলৰ পঞ্চম শ্ৰেণীত। তৃতীয় শ্ৰেণীত পঢ়াৰে পৰা সি ঘৰৰ পৰা সদায় পুথি-পত্ৰ লৈ টুলুঙা নাওত উঠি নিজে বঠা মাৰি সোৱণশিৰী পাৰ হৈ সিপাৰে এৰ্‌ৰাম গাওঁবুঢ়াৰ গাওঁৰ পাৰ্‌ছলী ইঁতৰ ঘাটত চপাই ভালকৈ নাওখন এটা খুটাত বান্ধি ঘৃণাস্মৃতি মাইনৰ স্কুললৈ যায়। কেৱল দেওবাৰে বাদ।—সেইদিনাও সি যায়। আগৰ-লেখীয়াকৈ। শনিবাৰে অৱশ্যে তিনিপৰত ফিৰে।···

ফৰকাল বতৰ!·· এচমকা মেঘো নাই—আকাশ নীলা। সোৱণশিৰীৰ পানীও ঘন নীলা।—চোকা ৰ'দ পিঠি পোৰে।

সিদিনা শনিবাৰ। তিনিটা শ্ৰেণী হোৱাৰ পাচত স্কুল ছুটি—আবেলিৰ আগে আগে।

কিতাপ পুথি লৈ সি ঘৰমুৱা হয়।—দেড মাইল বাটকুৰি বাই অহাৰ পাচত সি ভাগৰি পৰে—খোজ কাঢ়ি নহয়, চোকা ৰ'দৰ তপত তাপত।

বাটতে 'মিপাগ',-হিন্দু গাওঁ এখন পায়, এজোপা গছৰ তলত জিৰণি লয় সি। কপালত ঘামৰ টোপালবোৰ ৰ'দত তিৰ্‌তিৰায়, ছাঁতো চিক্‌মিকায়।·

কাষতে কুৱা—পকা কুৱা।—মানুহৰ ভিৰ, পথাৰত লুতুৰ্‌ পুতুৰ হৈ অহা মানুহ। কাষৰে পাজৰে দুই চাৰিটা লৰা উমলি উমলি গা ধুই থাকে, মাকনে বায়েক সিইঁতে সিইঁতক ধুৱায়।

পিয়াহত কুমং আতুৰ। কিতাপ পুথি গছৰ তলতে থৈ সি কুৱাৰ ফালে আগবাঢ়ে।· কুৱাৰ পাৰ।

এটা বাল্‌টিং পাৰতে ৰছাৰে সৈতে পৰি আছে। ৰব নোৱাৰি বাল্‌টিঙটো লৈ ৰছাটো ধৰি সি পানী তোলে সেই কুৱাৰ পৰা।·· বাল্‌টিঙৰ পৰা পানী ঢালি ওপৰ কটীয়াকৈ একাষে বহি সোঁহাতৰ আজলিৰে পিয়াহত সি জোলোকে জোলেকে খায়। পিয়াহ পলায়,—সি তৃপ্তি পায়।···বাকী পানী তাতে পেলাই সি থয় দিয়ে।

"বোপাই! তুমি কোন স্কুলত পঢ়াহে?"—এজনে সোধে।

কুমঙে কয়,—"ঘৃনা-স্মৃতি মাইনৰ স্কুলত।"

"কোন শ্ৰেণীত?"

"পঞ্চম শ্ৰেণীত"—ক্লাচ ফাইভত।

আন এজনে সোধে ইংৰাজীত,—"What is your name ?"

"My name is Sri Kumang Pegu ?"

"দেখিছা ! এই মিৰি লৰাটো তপ্‌তপকৈ সলসলাই কেনেকৈ ইংৰাজী কব পাৰে। আৰু আমাৰ গাওঁৰ অসমীয়া লৰাকেইটাক চোৱা,—ইংৰাজীত সুধিলে পেপুৱা লাগে, সেমেনা-সেমেনি কৰে।"

আতৰৰ আদহীয়া এজনে গা ধুই কাপোৰ সলাই আছিল। খঙত জ্বলি পকি খেদি আহি কুমঙৰ মুখামুখি হৈ থি দি কয়,—"হেৰৌ তইঁত নাজাননে,—তইঁত মিৰিইঁতে এই কুৱাটো চুলে চুৱা যায় বুলি। ছেঃ-ছেঃ-ছেঃ খালি খালি খালি।"...

দপ্‌কৈ জ্বলি উঠে কুমাঙৰ বুকু,—ছমছমাই যায়।·· ঘপহ কৰে বেগাবেগিকৈ খোজ লয় সি সেই গছ জোপাৰ ফালে।—পুথি-বহীবোৰ লৈ সি গুচি যায় ঘৰৰ ফালে।—সিইঁতলৈ নোচোৱাকৈ।

...চোকা ৰ'দ। সিফালে তাৰ মন নাই,—তাৰ কেৱল চিন্তা,—সি জানোঁ, অসমীয়া নহয়,—মিচিং-মিৰিসকলে জানোঁ অসমীয়া বুলি চিনাকী নিদিয়ে। হিন্দুবোৰ হল অসমীয়া, আৰু সিইঁত মিৰিসকল হল অনা-অসমীয়া অসমত খিলঞ্জীয়া বাসিন্দা হৈও। সেয়েহে হিন্দুসকলৰ মুখত শুনা যায়,—এইয়া অসমীয়া গাওঁ, সিখন মিৰি গাওঁ। ইমান পৰ ভাবেনে এওঁলোকে ?...
এই কুৱা—ৰাজহুৱা কুৱা,—তাক চুলেও চুৱা লাগে, কুৱাটো যেন হিন্দুসকলৰ হে,—মিৰি সকলৰ নহয় এৰে বাটে নানান্ চিন্তাই তাৰ মন জুমুৰি ধৰে।··
ভাবি চিন্তি গুনি গুঁথি তাৰ কাণ দুখন ৰঙা পৰি যায়।

·· জটিল প্ৰশ্ন !

·· অকস্মাতে আকাশত ঢেৰেকনি মাৰে। কুমঙে চক্ খাই ওপৰলৈ চায়। ৰ'দ নাই, বেলি নাই—ঢাক খাইছে। চমকা চমকা কলা কলা ডাৱৰ-বোৰে উভটা খৰ দি আকাশখন ছাটি পেলাইছে,—সোঁ-সোঁৱাই পচোৱা বতাহে জোৰকৈ বৈ মেঘৰ ডোখৰ বোৰক বিয়পাই পেলাইছে।·· ধুমুহা আহিব, তাৰ তত হয়।··

খোজৰ বেগ বাঢ়ে।—এনে প্ৰাকৃতিক দুৰ্যোগৰ ওচৰত মিৰি অসমীয়াৰ কোনো প্ৰশ্ন নুঠে।...

আৰু কিমান দূৰ ?·· সোৱা—জোৰা শিমলু দুজোপা; ইটোক সিটোৱে আকোৱালি।...

সি বেগ দিয়ে—আৰু বেচি বেগ দিয়ে। ডাৱৰৰ দল তাৰ খোজতকৈ বেচি লবে।··

···বেচি দূৰ নাই—সেইয়া এৰ্ৰাম্ গাওঁবুঢ়াৰ গাওঁখন।

উপায় নাই—সি লৰ মাৰে।···তাৰ জীৱনৰ কাৰণে নহয়—তাৰ পুথি কেইখনৰ কাৰণে পুথি বহীলৈ তাৰ ইমান ধাউতি, ইমান ভকতি। কেইজন হিন্দুৰ আছে—সৰস্বতী গোসানীলৈ এনে পৰম ৰতি—অসীম ভকতি?—অথচ বীণাপাণি বোলা কোনো দেৱীয়েই মিৰিসকলৰ নাই। তেওঁলোক যদি হিন্দু নহয়, অসমীয়া নহয়, তেনেহলে কি?—মিচিং-মিৰি জনজাতি।

·· আকাশত মেঘৰ গৰজনি গাঁজে, বিজুলীৰ চিক্-মিকনি চিক্মিকায়।—লগে লগে ডবা-পিটা বৰষুণ—ধুমুহাৰ ৰৌ-ৰৌবনি।

ভাল খেলুৱৈ—ভিৰাই লৰ মাৰে সি। সি তিতে,—বেচি নহয়, অলপ। বুকুৰ মাজত ছোলাৰ তলত পুথিবোৰ লৈ সি দৌৰ দিয়ে।

··এৰ্ৰাম গাওঁবুঢ়াৰ চাং-ঘৰ। "জৰা"ত জিৰায় সি।···আগফালৰ "টুংগং" চাঙৰ ফালে সি চায়। দেখে এজনী ছোৱালী,—ইমান ধুনীয়া, ইমান লাৱণী, ইমান ৰূপহী,—তাৰ ফালে "টুংগং"-ৰ খুটাত ধৰি হেলনীয়াকৈ আওজি টহ্‌টহ্‌কৈ চাই আছে। মোহিনী চাৱনী,—চুম্বকৰ দৰে তাক আকুহি নিয়ে, সি তাত নাই, আছে কেৱল তাৰ দেহাটো। কুমঙৰ গোটেই থিনি তাই কাঢ়ি নিছে। তাৰ জীউকো।···সি পমি যায়,—নিজক হেৰুৱায়। সিও চায় তাইৰ ফালে,—আকুল চাৱনি তাৰ। চাৰি চকু মিলি যায়,—দুয়ো দুয়োকে নেদেখা হয়,—একাকাৰ হৈ যায়। উভয়ৰ দেহাত ৰম্‌ৰমনি উঠে,—এটা বিজুলীৰ শিহৰণ।

"পাৰ্‌ছলী।" কোনোবাই মাতে ভিতৰৰ পৰা। আদহীয়াৰ মাত।

"গৈছো।" বুলি কৈ কুমঙৰ ফালে চোকাকৈ চাই তাই গুছি যায়। সুৱদী, অমিয়া মাতি। তাইয়েই পাৰ্‌ছলী,—এৰ্ৰাম গাওঁবুঢ়াৰ জীয়েক;—সেই সুমলী জী জনী।·

··গুছি গ'ল তাই, পৰি ৰল কুমঙৰ জঁকা। কুমঙৰ জীউ তাইৰ মন-কোঁহত তাইৰ হিয়া-কোঁহত—তাইৰ গোটেই শৰীৰৰ কোঁহে কোঁহে।···

সি তবধ মানে।···নিফুটকৈ মাত গুলায়,—"পাৰ্‌ছলী!"··

···চেতনা জাগে।···ডাৱৰ কাটে। পচিমে লহিয়াই খোৰা বেলি গুলায়।

বেলিৰ চৌপাশে চেকুৰা চেকুৰা নানা তৰহৰ ৰংবোৰ ;—খেলে মেলে,—খেল-মেল হে।

তাৰ তত আহে ; ইকালে সিফালে চায়। সোৱণশিৰীৰ পূব পাৰে—সিপাৰে নিজৰ গাওঁত তাৰ চাৱনি থিৰ হয়।

কিন্‌কিনীয়া বৰষুণ। গাওঁৰ ওপৰত সাতো-বৰণীয়া ৰামধেনু।

·· গুছি যায় কুমগুে এৰ্‌ৰাম গাওঁবুঢ়াৰ "অ'কুম্"—চাং-ঘৰবপৰা পাৰ্‌ছলীৰ "টুংগং"—চাঙৰ আগৰ "জৰা" মুকলিৰ-ঠাইখিনিৰ পৰা। হিয়াত কিবাহৰ কিন্‌কিনীয়া বৰষুণ :—হিয়া-কাৰেঙৰ চূড়াত চাকীৰ দৰে ঘৰণীয়া মনোৰম ৰামধেনু।·

সি কব নোৱাৰে তাৰ কিয় এনে হ'ল। সি আগুৱাই যায়, মন তাৰ কেৱল পিছুৱায়,—পাৰ্‌ছলীৰ ফালে। সি ঘাট পায়,—জাপ মাৰি তাৰ টুলুঙা নাওৰ টিঙত উঠে। নাও চপলিয়ায়। খুটিৰ পৰা বান্ধ খুলি সি নাও এৰে.—কোলাত যতনে পুথি-বহী থৈ। সি বঠা মাৰে। নাও আগুবায় ,—চৌবোৰ পাছুৱায় পাৰ্‌ছলীৰ ঘাটৰ ফালে।

পাৰ্‌ছলীৰ তেতিয়া দহ বছৰ বয়স, কঁকালত মেখেলা—"ৰিৰি-য়েগে।" তেও মনোমোহা।·

দুটা প্ৰশ্ন তাৰ অন্তৰত জাগে,—সি অসমীয়া নে অনা-অসমীয়া,—কুমণ্ডৰ জীউ তাৰ দেহাত নে আন কৰবাত ?···

· বঠাইও প্ৰশ্ন কৰে। সোৱণশিৰীয়ে বা কি কয় ?—কলেও সি নুবুজে। —সন্দেহৰ ধুৱলী-কুঁৱলীত তাৰ মন হেৰায়।···

আৰু কত কথা ভাবে সি। ভাবনাৰ শেষ নাই।

নাও মাজ পায়। বৰষুণ নাই! বিয়লি সন্ধিয়া। পচিমে সিপাৰে এৰ্‌ৰাম-গাওঁবুঢ়াৰ গাওঁৰ পাৰ্‌ছলীৰ 'অ'কুম্ চাংঘৰখনৰ চালৰ ওপৰত আগুৰি আছে নানা তৰহৰ নানা বৰণৰ বিধ বিধ ধৰণৰ ডাৱৰৰ চমকাবোৰে,—ৰঙা, হালধীয়া, বেঙুনীয়া আৰু যে কিমান!···

·· আৰু এদিন। জেঠ মাহ,—বাগৰি আহাৰ পাওঁ পাওঁ।·· শিমলু গছ এজোপাৰ ডাল কেইডালৰ খেৰেপাত টঙীঘৰ।···

ভৰ দুপৰীয়া।···মাজে মাজে চৰাই চিৰিকতিৰ মাত।··

টঙীঘৰত অকলে কুমং-শুই থাকে। টোপনি নাই, উজাগৰে,—কিন্তু চকু দুটা মুদা।···

কোনোবা ডালত শালিকাজাকে ৰমলিয়ায়। আটাইতকৈ ওখ ডালত কপোত-কপোতীয়ে কুৰুলিয়ায়। দূৰ দূৰণিৰ পৰা কেতেকীৰ মাত ৰিণিকি ৰিণিকি শুনা যায়।…কুলিৰ "কুউ কুউ" মাত মাজে মাজে ক্ষীণ, ৰিণি-ৰিণি।…

…নিৰ্জ্জন নিমাত। · জিলীৰ মাতে গহীন কৰি তোলে।

নিশিৰ-শিৰ।

"আই ঐ! মৰিলোঁ ঐ!—মৰিলোঁ ঐ!"…কোনোবা ছোৱালীৰ চিঞৰ।

চকু মেল খায়। ঘপহকৈ উঠি ধনু কাঁৰ লৈ কঁকালত মিত-দাৰ খাপৰ বান্ধি টঙীঘৰৰ পৰা ওলাই ততালিকে জখলায়েদি নামি কুমণ্ডে সেই চিঞৰৰ ফালে ভিৰাই লৰ দিয়ে।

"মৰিলোঁ ঐ-মৰিলোঁ ঐ।"—আকৌ চিঞৰ খেৰনিৰ ফালে।

সেই খেৰণিৰ ফালে লৰ দিয়ে সি,—খেৰণিৰ মাজত জপিয়াই পৰি দেখে এপাল মহ। পোৱালী থকা শিঙাল মহজনী ছটফটাই থাকে, নাকেদি ফচ্‌ফচনিৰ ধুমুহা বয়।

কুমণ্ডক দেখি তাই থৰ লাগে। আন আন মহবোৰে তাক দেখি পলায়। সেই মহজনী ইফালে সিফালে চায়, পোৱালীজনী নাই। জাকৰ মাজৰ পৰা তাৰ হেম্বেলনি শুনি মহজনীও লৰ দি নোহোৱা নেদেখা হয়।…কাষতে এটা খাল।…সেই খালত তাৰ চকু পৰে; দেখে এজনী ছোৱালী খালৰ ভিতৰত পৰি আছে।…সি কাষ চাপে; খালৰ পৰা তাইক দুখন হাতেৰে তুলি, মুকুলি লৈ আনি খেৰৰ ওপৰত শুৱায়! তাই অচেতন হোৱা নাই ভয়ত পেপুৱা, বিবুধি। তাইৰ দেহা খালৰ বোকাত লুতুৰী-পুতুৰী। কাষতে সোৱণশিৰীৰ পাৰ। তাৰ পৰা তাইৰ দেহা তুলি নি পাৰত সি থয়।…নৈৰ পৰা পানীত গামোছাখন তিয়াই তাইৰ মুখখন ধুয়; —দেহাৰ অত তত বোকা পখালিয়ায়, তাইৰ দেহা নিকা হয়, সোৱণশিৰীৰ পানীৰে সোণ-চেকুৰা হয়, সোণবৰণীয়া দেহা জিলিকি উঠে। বুকুত গঁথা "ৰিবিয়েগে-মেখেলাৰ লোচৰ গাঁথিটো সোলোকি যায়।…দুবাৰ আনোতে খুলি যায়। বুকুত সেই জোৱা কিনো?—এটা তীব্ৰ অনুভূতি, গাত বিজুলীৰ শিহৰণ চিৰিংকৈ উঠে;—গাৰ ডাল ডাল নোম থিয় হয়।…

তাই পাৰ্‌ছলী!…ইপাৰে সিহঁতৰ পাম কুমংহঁতৰ গাওঁ থকা পাৰত। নাওলৈ তাই অকলে সোৱণশিৰী পাৰ হৈ পাৰত লগাই খুটিত বান্ধি বঠাডাল থৈ টিঙৰ পৰা পাৰলৈ জাপ মাৰোতে কাষতে উমলি চৰি ফুৰা মহপোৱালীটো উচপ্‌ খাই

উঠি পৰায় ; কাষতে ঘাঁহ খাই থকা শিঙাল মাকজনী খেদা মাৰি অহাত তাই খেৰণিৰ মাজত ভিৰাই লব মাৰে। গাৰ-"গাছেং"—চাদৰখন কৰবাত সোলোকি পৰে। জীৱনৰ কাৰণে কোঁপাই জোঁপাই চিঞৰি চিঞৰি লৰ দিওঁতে খেৰণিৰ মাজত থকা খালটোত পৰি তাই ৰইখা পৰে।··

···সদায় ঘৃণা-স্মৃতি স্কুললৈ যাওঁতে নিতৌ দেখা হয় এই পাৰ্‌ছলীৰ লগত কুমণ্ডৰ।··পাৰ্‌ছলীৰেও আলেঙে আলেঙে গুপুতে গোপনে খাপ লৈ থাকে কুমণ্ডৰ কাৰণে, স্কুললৈ যাবৰ পৰত টুলুঙা নাওৰ কাৰণে। তাৰ নাওখন ঘাটত চাপে পুৱা এপৰত,—সন্ধিয়া চাৰি পৰত স্কুলৰ পৰা আহি নাওৰ বান্ধ খুলি বঠা মাৰি গুচি যায় সিপাৰলৈ—ঘৰৰ ফালে সি।··

···এটা সপোন অথচ দিঠক।

···কৰবাত দুখ পাইছে বুলি—সি অ'ত ত'ত লাৰি পিটিকি চায়. তাইৰ নিৰ্মজ, লাৱনী দেহাটোৰ ওপৰেদি আল-ফুলকৈ হাত বুলায়,—বুকুৰ সোঁফালে সেই উঠন্ নিপোটল ডোখৰটোৰ ওপৰেদি হাত ফুৰাওঁতেই এটা আঁচ দেখে, এচেকা তেজ, তিতা গামোছাৰে মচি দিয়ে, লোচটো খহি পৰাত, দুডোখৰো আলফুলকৈ পিহে, শেহত জোৰকৈ মথে।···সি নিজক কবই নোৱাৰে, সকলো পাহৰি যায়।···কোনোবাই যেন তাৰ দেহাত শিহৰণ-বিজুলী বুলায়।· গাত শিৰপিৰণি উঠে, চকুযুৰি মুদ খায়—এটা অমিয়া সুখ অনুভৱ কৰে সি ··

···পাৰ্‌ছলীয়ে চকুৰ পাহিজোৰ মেলে,—ঢুলঢুলীয়া নয়ন-পাহিজোৰা আবেশে ভৰা সপোন-সনা। দুয়ো কট্‌কটীয়া বান্ধোনত দৃঢ় আলিঙ্গনত। দুটা দেহ এটা হৈ লিপিট খোৱা। আকৌ সেই মোহিনী চকু যুৰিৰ চাৱনি। ·নিজম-নিমাত ···মাজে মাজে কেতেকীৰ মাত।·· আৰু ? জোলোকে জোলোকে চুমা—তপত ঘন উশাহ-নিশাহ, বুকুৰ ধুকধুকনিৰ গুপুত গোপন শবদেৰে চপ্‌চপনি, ফঁপাউৰি, ভম্‌ভমনি।

'দক্ৰি'-বেলি-গোসানীয়ে এচমকা শুকুল। মেঘৰ আবোৰানৰ আঁৰ লৈ মিচিকিয়াই হাঁহে।· মেঘৰ ডাঁৱে ডাঁৱে আঁৱে আঁৱে চিক্‌মিকীয়া জিলিক উঠি তিৰ্‌বিৰাই।.

ৰিণিকি ৰিণিকি কোনোবা গাভৰুৰ "অয়্‌-নিতম্‌" ভাহি আহে—দূৰ দূৰণিৰ পৰা ?—

"এ, লে" পল লিচাহুং বে'লে' দক্ৰে অৰাহুং

'চম্নং পাকম্‌ পাকহুৰ' আচিনাঙে অড়বং।"

"দূৰ-দূৰণি, পূবফালে জোনায়ে ৰঙচুৱা ৰহণ সানিছে দূৰ-দূৰণিত পচিমে বেলিয়ে লহিয়াইছে, কুলি কেতেকীয়ে ইনাই বিনাই গাইছে, আৰু সেই ইননি বিননিয়ে কাৰোবাৰ হিয়াত মিলনৰ হাবিলাষ জগাইছে।"...

সেই অয়্-নিতম শুনি শুনি "লেদেঙ"-মৰমীজনী, কুমঙৰ "মেনাম্"—মানস-ৰাণী পাৰ্‌ছলীজনীয়ে তাইৰ হিয়াৰ আমঠু, কলিজাৰ এডুখুৰী, বুকুৰ এফাল দেহালাও কুমঙক আৰু কটকটীয়াকৈ আকোৱালি সাৱটি ধৰে। কৰঙণ দুটা তাইৰ ৰম্‌ৰমায়, পিৰ্‌পিৰায়, তেৰেছীয়াকৈ ভেজা দি তাৰ তপিনাৰ ওপৰত লৰফৰায় ভৰি দুখন। তাই আলুফুলকৈ লেওসেও হৈ মাটিত বাগৰি চিং হৈ শুই পৰে বুকুত তাক আকোৱালি লৈ। তেতিয়া কুমং ওঠৰ বছৰীয়া চেঙেলীয়া ডেকা 'য়ামে', লখীমপুৰ হাইস্কুলৰ নৱম-শ্ৰেণীৰ ছাত্ৰ আৰু পাৰছলীজনী পোন্ধৰ বছৰীয়া ভৰ গাভৰু। দেহাৰ সোৱাদ উভয়ে অমৃত হেন লভি আউল বাউল হয়।· তাৰ পিছত দুয়ো নিথৰ···আবেশত বান্ধ খুলি যায়।···অলস আবেশত জহি!· তাৰ পিচত তাই দুখন হাতেৰে মুখখনি ঢাকি উচুপি উচুপি হুৰাওৰাৰে কান্দে। শোৱা-পাটিত শুই শুই কিমান যে ভাবে কুমঙে বিশেষকৈ পাৰ্‌ছলীৰ কথা, যাৰ শেষ নাই অন্ত নাই।·

বৰডেকেৰা কুকুৰাটোৱে ডাক দিয়ে। পুৱতী নিশা ৰজন্ জনাই উঠে। 'অ'কু'ম' চাংঘৰৰ মজীয়া গুপ্‌গুপায়। কাৰোবাৰ কাহ, কাৰোবাৰ হাঁচ কাৰোবাৰ কেচুৱাৰ মাতে নীৰৱ পৰিবেশ মুখৰ কৰি তোলে।

গোটেই নিশা কুমঙৰ উজাগৰে কাটে। টোপনি নাই, অথচ সপোন হেন ভাৱনাবোৰ,—ভাবি ভাল লাগে তাৰ।

আবেশৰ জাল ছিঙে। সপোন আতৰি যায়। ভাবনা আৰু নাই। এটা খেলি মেলি আউল জাউল দিঠক ভুমুকি মাৰে। শালিকাই মাতে ফেচাই উৰুলিয়ায়, কৰবাত কুৰুলিয়ায়। নীৰস দিঠক।···

সাত-ঘটি কৃষ্ণপক্ষৰ জোনে বেৰৰ ফাঁকে ফাঁকে জোনোৱালি কিৰণ ভিতৰলৈ ঢালে,—জোলোঙায়েদি ৰূপোৱালি ৰেঙনি ভুমুকি মাৰে।···

··তাৰপিচত পুৱাৰ লগে লগে হাই উৰুমিৰে সজাগ হৈ উঠে আন গাওঁবোৰৰ নিচিনাকৈ কুমংহঁতৰ গাওঁখনো।···

··থকাৰ ভিতৰত কুমঙৰ আছে বাপেক, ককায়েক, বৌয়েক আৰু দুটা ভতিজাল'ৰা আৰু এজনী ভতিজা ছোৱালী। ছোৱালীজনী ডাঙৰ, নাম নাচেং বয়স আঠ বছৰ।·

বাপেক জুনা পেগু গাওঁৰ মুধা ফুটা—কবাং পঞ্চায়তৰ এজন ঘাই। তেওঁৰ আদেশ, নির্দেশ, পৰামর্শ মতে গাওঁৰ বাইজে চলে। তেওঁলৈ সকলোৰে শ্ৰদ্ধা অপৰিসীম, আগৰদিনৰ হাইস্কুলত পঞ্চম শ্ৰেণীলৈকে পঢ়া; তেওঁ গুণী, জ্ঞানী, অলপ শিক্ষিতও, সেয়েহে তেওঁৰ প্ৰতি ভকতি অসীম সকলোৰে।

...সিদিনাপুৰা; 'আকন' সোমবাৰ, "লি লেন" গঁজালি মেলাৰ দিন। লখিমী বুধবাৰে "লিগা" দিনা "আলিয়াই লিগাং" উছবৰ পাতনি, এই সোমবাৰে সামৰণি পাঁচ দিনৰ মূৰত।...

জুনা পেগুৱে পুৱাই উঠি গা-পা ধুই পথালি ন-কাপোৰ পিন্ধি উঁৰি বিশুপ হৈ 'ম' ৰাম্, জুহালত 'আপং মদ' ঢালি মন্ত্ৰ মাতি পৱিত্ৰ কৰি গেনা-ভাৱে "পদে কুনাম।"

কুমঙেও গা-পা ধুই ন সাজ পিন্ধি "অকুম' চাংঘৰত থিয় হৈ পোনেই পথাৰলৈ যায়, যত বাপেকে "লিগাং" বুধবাৰে আগবেলা এবৰ্গহাত মাটি দবাত চহ কৰি চপৰাবোৰ ভাঙি ফুৰ্‌ফুৰীয়া কৰি পুব চুকত 'পৰ' কাহিবনৰ আগ কেইডাল ভালকৈ গুঁজি পুতি "চেদী-মেলো" পুৰুষ প্ৰকৃতি, "কাচিংকাৰ্টক্" দেৱ-দেৱী "দঞিঁ পল" বেলিজোন, "ৰোগজী মেৰাং" পোক পৰুৱা সকলোকে সাক্ষী কৰি আহু বিধান সঁচ সিঁচি দি ভকতিৰে পুব মুৰাহৈ পূজা সেৱা কৰি "আলি-য়াই-লিগাং' উছবৰ পাতনি মেলিছিল, সেই ঠাইলৈ আগুৱাই।...

সি দেখে সাকৰা মাটি, তাত আহু বীজ পৰিল গঁজালি মেলিল। দেখি চাই সি আচৰিত হয়। সঁচাকৈয় আচৰিত।.. আই বসুমতী নাৰী জানো? এৰা নাৰী, পাৰ্‌ছলীৰ দৰে নাৰী, গৰভত বীজ পৰাৰ লগে লগে সন্তান সম্ভৱা হয়।.. পাৰ্‌ছলীৰ গৰভতো যদি বীজ পৰে, সেইদৰে হব জানো? এটা ডাঙৰ প্ৰশ্ন মনত জাগে। পাগুলিয়াই পাগুলিয়াই ভাবে সি, উত্তৰ নাপায়। আই বসুমতীৰ লগত নাৰীৰ সম্বন্ধ ওতঃপ্ৰোতভাবে জড়িত বুলি সমিধান পায় সি।. এটা গূঢ় তত্ত্ব, এটা গভীৰতম তথ্য।. আনন্দত আত্মহাৰা হয় সি।...আকৌ পুবফালে এবাৰ বেলিৰ ফালে চকু মেলি মূৰ দোঁৱাই সেৱা কৰে সি। তাৰ পিচত ঘৰলৈ আহি "জৰা" মুকলি ঠাইখিনি পাই "কিপাৰ" উৰলত বহি পচিম ফালে চায়। সোৱণশিৰী নৈ সিপাৰে দূৰৈত এৰ্‌বাম গাওঁ বুঢ়াৰ গাওঁ, সৌৱা "অকুম্" চাংঘৰখন; তাতেই তাৰ হিয়াৰ জীয়া-জীউ পাৰ্‌ছলী। একেথৰে চায়—তাৰ জীউ উৰি যায় তালৈ, সি তাত নাইকীয়া হয়। তাৰ হিয়া

'কিপাৰ' উৰলত কাৰোবাৰ বিৰহৰ শোক বেজাৰৰ "এগিন" গাইন মাৰীয়ে খুন্দিয়াই ঘুগুলা ঘুগুলি কৰে। ··

"কুমং!—ভিতৰৰ পৰা বাপেকে মাতে।

"টুংগং"—আগ চাঙৰপৰা নাচেঙে চিঞৰে, "দদাই"। "কবাং" জখলায়েদি খোপে খোপে উঠি এটা খোপনিত বৈ 'বা জুম'হেতামাৰিত এখন হাত খামুচ মাৰি ধৰি কঁকালৰ কলহটো ইখন হাতৰ বাহুৰে সাৱটিলৈ বৌয়েকে মুখখন কুমঙৰ ফালে ঘূৰাই চিঞৰে, 'কি চাই আছ তই হাবাঙৰ দৰে? উঠ। দেউতাই মাতিছে নহয়। 'শুনা নাই'···এইবুলি কৈ টুংগং চাঙেদি উঠি গেদাং-য়াপগ" আগ দুৱাৰেদি ভিতৰলৈ সোমাই নেদেখা হয়। পাছে পাছে নাচেঙো যায়।

কুমঙে উচপ খাই উঠে।···সোমবাৰ "আকন"ৰ দিনা" লিনেন গঁজালি মেলা দিন। এইদৰে এইদিনাখন আমন জিমনকৈ থাকিবলৈ নাপায়। "কিপাৰ" উৰলত বহাৰ পৰা উঠি সি "কবাং" জখলায়েদি চাঙত উঠি ভিতৰ সোমায়।

জীৱন পহিলা, তাৰ পিচত হে পীৰিতি। ·· এই সমিধান সি লভে।··· মানুহে জীৱন পায় জনমৰ লগে লগে, মৰণো জনমে তাৰ লগতে। জনমৰ পৰাই জীৱন আৰু মৰণৰ যুজ চলে। এয়েই জীৱন সংগ্ৰাম। জীৱন জিকিলে মানুহ বাঁচে, হাৰিলে মৃত্যুই কৰাল গৰাহত তাক গিলি মাৰি পেলায়। গতিকে জীয়াই থাকিলে, মানুহৰ গৌৰব গৰিমা বাঢে হে, হুটুটে, কিন্তু জীয়াই থাকিলে মানুহৰ দৰে বাঁচিব লাগিব। মানুহ, মানুহ, জানোৱাৰ নহয়। মানৱৰ অধিকাৰবোধ তাৰ অন্তৰত জাগি উঠে। পাৰ্‌ছলীক জীৱ্‌নৰ লগৰী হিচাবে পাবলৈ হলে, মানুহৰ দৰে পাব লাগিব। কাৰণ সি মানুহৰ সমাজত; সি সমাজৰ হৈ কাম কৰিব লাগিব, তাৰ সমাজ, মিচিং-সমাজ। মিচিং পশু নহয় মানুহ। সি মিচিং, সি মানুহ, তাৰ সমাজ মিচিং-সমাজ মানৱ-সমাজ। পাৰ্‌ছলীও সেই সমাজৰে এজনী।···চেতনা জাগে তাৰ পৰাণতমুল মূলকৈ।· "মৰাম" জুহালৰ কেউ কাষে চৌপাশে থুৱন বুৱন পিয়নৰ আয়োজন। উত্তৰে "বিচিং"ৰ ফালে দেউতায়ক আৰু ককায়েকে বহি 'পৰ' 'আপং'-ৰ বাটি লৈ বহি আছে। দুয়োৰে আগত "কামৰ অক্কাম" কৌপাতত দি সিজা ভাত 'পুৰাং, পোৰা-মাছ বা নাম 'অঙ' সেঁকা শুকান মাছ 'ছান্ন' অ'ঙ,, এচুকত নিমখ জলকীয়া 'আল' মৰ্চ্চি। এটা ভাগ এনেই পৰি আছে এটাখালি ঢৰাৰ আগত। তিনি ঘটি পানী তিনিওটা ভাগৰ আগত।

জুনা পেগুৰে খাবলৈ কয় :—ককায়েকে খোৱা আৰম্ভ কৰে। কুমডেও সেই খালি ঢৰাত বহি ঘটিৰ পানীৰে হাত ধুই খায়।

নাচেং আৰু ডাঙৰ ভতিজা ল'ৰাটো 'ককৃদাং'-ৰ ফালে বহি খাই থাকে। সৰু ভতিজা ল'ৰাটো বাপেকৰ লগত কোলাত।

বৌয়েকে "ককৃদাঙ"'ৰ ফালৰ পৰা শহুৰেক আৰু গিৰিয়েকৰ থালি বাটিত "পৰ আপং" ঢালি দিয়ে আৰু এবাটি মদ দেওৰেক কুমডেৰ ফালে আগবঢ়ায়।

সৰু লৰাটিয়ে কন্দাত বাপেকে তাৰ মুখত মদৰ বাটিটো লগাই দিয়াত, সি এ সোঁহা মৰাত তাৰ কন্দা থামে। নাকৰ বিন্ধাৰ পৰা পকা সেঙুন ওলাই তাৰ ওঠ পায়। ওঠত মদ লাগি থকাত সি জিভাৰে ওঠ দুটা চেলেকে। জিভাৰ আগেদি তাৰ মুখত সেঙুনো সোমায়।...

খাই খাই নাচেঙে ছুৱা হাতখন তাৰ ফালে দেখুৱাই ঘিণ-ভাবেৰে চিঞৰে —"ছিঃ।"

লৰাটোৰ বাপেক কুমডেৰ ককায়েকে তলমুৰা কুঁজা হৈ চাই লৰা পোৱালীটোৰ সেঙুন গামোছাৰে মচি দিয়ে।

ঘৰৰ পৰিয়ালৰ খুৰন, বুৰন, পিয়ন ৰং-ধেমালিৰে চলে।...

কুমডেৰ ভাব বেলেগ, বৰ গহীন।...

বসুমতী? পাৰ্‌ছলী? জাৱন?.. মৃত্যু?. সংগ্ৰাম? আৰু গৰাহে পাং ভিন্ ভিন্ ভাব তাৰ অন্তৰত বোলছবিৰ নিচিনাকৈ দেখা দিয়ে।

...বাহিৰত নাচ বাগৰ খোলা।..ৰং ধেমালি ৰং বহইচ।...ডেকা-গাভৰুৰ মেল।..."ডুম্‌ডুম্" ঢোল গুজৰি উঠে, পেঁপাই টিঁহিটি টিঁহিটিকৈ বিনায়, ডুপাতি তালৰ গৰভৰ পৰা ঝন্‌ঝননি বিৰিঙে, ডেকা গাভৰুয়ে পালে পালে 'অয়্ নিতম্' গায় লেহেতিয়াই, লগে লগে শেষ হলে তালত পেলাই।.. "ডুমডুম ঢোল গিৰগিৰাই উঠে, তালে তালে ছেৰে ছেৰে ছাবে ছাবে গাভৰু সকলে দেহাত লহৰ তুলি বিধ বিধ ভঙ্গিমাৰে নাচে। মাজে মাজে গগনা ও গং গুণ্ডায়।.

সৰু সৰু লৰাইঁতে ও ফোঁফোলা বাঁহৰ "ডুমপাক" পেটত লৈ লগে লগে বজায়; সৰু সৰু ছোৱালীইঁতে ও হাত দুখন মেলি নাচে। কোনোবাই পিয়ানোৰ দৰে "দেন্‌ডুন্" বজাই ৰং পায়। লৰা-ছোৱালীৰ হাতত 'দেন্তক' বাজিয়েই থাকে।...

শেহত "পাকৃছ মনাম" নাচ সকলোৰে মিলি নাচে। এই পাকছ মনাম

নাচ নাচিলে হে ধানৰ থোক ভালকৈ মেলিব। সকলো মিচিং মিৰিসকলৰে এনে বিশ্বাস। সেই কাৰণে পৰিয়ালপতি এজনে সেই লিগা চ'মান নাচ ৰাগত যোগ দিবই লাগিব। নিদিলে পথাৰত ধানৰ থোক নেমেলিব, পতান্ হব। প্ৰতি "অকুম" চাংঘৰৰ প্ৰতি পৰিয়ালৰ এজনে বা এজনীয়ে আহি সেই "পাকৃছ" খোলাতৈ আহি এপাক নাচিবই। যাৰ কোনো নাই, বুঢ়া বা বুঢ়ীয়ে নাইবা লৰা বা ছোৱালীয়ে আহি যোগ দিব। ই মিচিং সকলৰ নীতি, ৰীতি, বিধান, বিশ্বাস। সেয়েহে এই সোমবাৰে "আকনৰ" দিনা 'লিলেন'ৰ গঁজালি মেলা উছব হয়। কেৱল গঁজালি মেলিলেই নহব, ধানৰ গধুৰ থোকো মেলিব লাগিব, সেয়েহে এই 'পাকৃছ ম'নাম' নৃত্যৰ প্ৰতি তেওঁলোকৰ ইমান বিশ্বাস, ইমান আগ্ৰহ, ইমান হেপাহ, ইমান ধাউতি, ইমান হাবিলাষ। সেয়েহে জাউৰীয়ে জাউৰীয়ে ডেকা, গাভৰু, লৰা-ছোৱালী, বুঢ়া-বুঢ়ী আহি এনে 'পাকৃছ'-খোলাত অসীম শ্ৰদ্ধাৰে যোগ দি এই উছৱ আটোম্-টোকাৰীকৈ পাতে।...'আলি-য়াই-লিগাঙ'ৰ দিনা নাচ-বাগ-বজনাৰ পাতনি মেলি এই 'লিলেন'-ৰ দিনা' পাকছ ম'নাম নাচেৰে গীত-বজনাৰে, নাচোন-বাগোনেৰে "অকন্"-সোমবাৰে মাজ নিশালৈকে এই উছৱৰ মাজেৰে গাওঁখন বজনজনাই উঠে।...

এনে "পাকৃছ ম'নাম্"-নাচৰ কাৰণে 'অ'কুম্' চাংঘৰৰ পৰা ওলাই সেই খোলাৰ ফালে কুমণ্ডে লৰ দিয়ে।..

"দুম্দুম্"—ঢোলৰ ছেৱে, ছেৱে পাতি তালৰ ছাবে ছাবে, বাঁহৰ টকাৰ তালে তালে হাত চাপৰিৰ চাপৰে চাপৰে লৰা-ছোৱালী, বুঢ়া-বুঢ়ী, ডেকা—গাভৰুৰ নাচোনৰ ঢৌত কুমণ্ডে জপিয়াই নাচিবলৈ ধৰে,—ৰং ধেমালিৰ উজান বয়—ডেকা চামৰ বিৰিলি উঠে, "ৰেব্বা ৰেব্বা" মাতেৰে গোটেই খোলা বজন্ জনায়, সোৱনশিৰীয়েও ৰিঙিয়ায়। নাচোনৰ বুকুত থলক লাগে,—চাকনৈয়া ঘূৰে।· গোটেই দিন, এপৰ নিশা ৰং-ৰহইচেৰে কাটে পাকৃচ ম'নাম্' নাচ গীতেৰে, বজনাৰে।

··মাজ নিশা।··

ম'ৰং'। 'মিচিং'য়ামে' ডেকাসকলৰ ডেকা চাং—পবিত্ৰ চাং। পাপ মন লৈ সেই চাঙত উঠিবলৈ কাৰো অধিকাৰ নাই। ই ডেকা সকলৰ শিক্ষাৰ কেন্দ্ৰ। ইয়াতেই সিহঁতে ধাৰ্মিক, সামাজিক আৰু সাংস্কৃতিক সকলো শিক্ষা লয়। গাভৰুসকলেও মাজে মাজে যোগ দিয়ে। বুঢ়া বুঢ়ী সকলে শিক্ষা-দীক্ষা

দিবলৈ সময়ে সময়ে ইয়াত ভুমুকি মাৰে। এই চাং-ঘৰ ৰাজহুৱা নাম-ঘৰৰ দৰে ধৰ্ম্ম-ঘৰো। মুঠতে এই মৰং ঘৰেই মিচিং মিৰিসকলৰ জীৱন, কলিজাৰ এডুখুৰী, হিয়াৰ আমঠু। মিচিঙৰ জীৱন ইয়াতেই গঢ লয়। ধাৰ্মিক, সামাজিক আৰু সাংস্কৃতিক কৰ্ম্মপন্থা ইয়াতেই গৃহীত হয়। সকলো আদেশ, নিৰ্দ্দেশ, উপদেশ ডেকাসকলৰ যি জন ঘাই—'য়ামে বৰা আৰু গাভৰুসকলৰ যিজনী ঘাই সেই জনী "মিমবিৰ" ৰৱাণীৰ" মতে কৰা হয়—আৰু সেই আদেশ, নিৰ্দ্দেশ আৰু উপদেশ মতে সকলো য়ামে্ মিম্‌বিৰ.' -ডেকা গাভৰু সকলে চলে এটা কট্‌কটীয়া শৃঙ্খলাৰে।...

ম'ৰং-চাঙৰ মাজত এখন বগা নিকা 'মিৰি জিম ৰ ওপৰত "মিচিং মিবু বহি আছে। একাষৰীয়াকৈ কিছুমান বুঢা মেথা বহে। চাৰিওফালে 'য়ামে মিম্‌বিৰ' ডেকা গাভৰু সকল শাৰী পাতে।

এই "মিবু' মিচিংসকলৰ পুৰোহিত দেওধাই তেওঁলোকৰ পূজনীয়। কিবা অমঙ্গল মহামাৰী গাওঁত দেখা দিলে, মিৰি সকলে এটা ডাঙৰ পূজাৰ আয়োজন কৰে। সেই পূজা কৰিবলৈ এনে 'মিবু' ক আমন্ত্ৰণ কৰি মাতি অনা হয়। সেই 'মিবু' দেওধাইয়ে "ত্ৰী" গীত গাই মন্ত্ৰ মাতি পূজা কৰে,—দাগ্নি প'ল.' বেলি জোন, "কাচ্চিং কাণ্টাক্ দেৱ দেৱী, "ৰোগ্‌জী মেৰাং" পোক পকৰা, "চেদী মেলো" পুৰুষ প্ৰকৃতি সাক্ষী কৰি কোনো "উই" দেৱ-বা দেৱী গোসানীৰ মন্তৰে, চিনেক, দহমুখ, দণ্ডকণ্ড লোজী লেইতাঙ, ,'মুগলাং মিৰেমা" বিজুলী মেঘ দেৱতাক উদ্দেশ্যে পূজা কৰে।

"মিবু" - দেওধাই সকৰে পৰা দৈৱিক শক্তি সম্পন্ন। উপযুক্ত হলে এই "মিবু"ৰ গাত দেও লম্ভে নিজকে, তেতিয়া তেওঁ হয় দেওধনীৰ দৰে "দণ্ডা"-পোনপ্ৰথমে হাৰিত জঁকি বৰতি উঠে, দেওৰ বাণী তেওঁৰ মুখেদি প্ৰকাশ পায়। দেৱ-দেৱী, "উই' দেৱতা সকলৰ লগত তেওঁৰ সাক্ষাত হয়, দেব-লোক ৰেগি ৰেগাম পৰ্ব্বতৰ পৰা "পাঙ্গেয়া" "পামীয়া" দেও সকলেও আহি তেওঁৰ দেহাত লম্ভে। সেইদিনাৰ পৰা তেওঁ হয় দেও মানুহ "মিবু"-দেওধাই "মিবু-দণ্ডা"।

এই "মিবু" দেওধাইলৈ মিচিং সকলৰ ভকতি অপৰিসীম। সেই মৰং-ঘৰৰ মাজত 'মিৰিজিম'ৰ ওপৰত গহীন গম্ভীৰ' মিবু !"...

কিছুপৰ "ত্ৰী" গীত গাই মন্ত্ৰ মতাৰ পিচত সন্মুখত পৰি থকা "য়কুছা" তৰোৱাল যাৰ মুৰত লগোৱা থাকে এটা ঘুৰণীয়া শকত লোৰ তাঁৰ তাক সোঁ হাতেৰে তুলি লৈ মিবুয়ে থিয় দিয়ে। সেই 'য়কুছা' তৰোৱাল জন্‌জনাই উঠে

হাত জোকোৱাৰ লগে লগে।... চাৰিওফালে 'য়ামে মিমৃবিৰ' ডেকা গাভৰু-সকলেও এজনীয়াকৈ হাতধৰাধৰিকৈ শাৰী পাতি থিয় দিয়ে।..."ছুম্‌ছুম্" ঢোল গিৰগিৰাই উঠে। লগে লগে গলে তালে য়ামে বৰাই বাৰ্ব্বাং লয়, আৰু এজনে লেনং সৰু কাঁহ লয়। বাৰ্ব্বাং হৈছে বৰকাঁহ।

'মিবুয়ে ঘোষা লগাই গায় অসমীয়া হুচৰিৰ দৰে য়কৃছা তৰোৱালটো জন্‌জনাই তালেতালে জোকাৰি জোকাৰি,—

"দেৰ্‌মি-ছিতুং তিব মেকে তিব্‌বাঙায়

কব-কম্বং আপ্লুনে ৰেয়াবে ৰেয়া ষায়।

"দৰমি গছৰ মূৰব পৰা (গোঁজালি মেলা ঠালবোৰ) হালে জালে, কব' ফুল কম্বং ফুলবোৰ শাৰাপাতি হালে জালে।"...

তালে তালে ঢোলত মাৰিৰ কোৰ পৰে, চাপৰ পৰে, তাল বাজে, টকাই মাতে, লগে লগে "বাৰ্ব্বা" বৰকাঁহ, লেনং সৰু কাঁহো বাজি উঠে।

ৰং উলাহত মৰং চাং কপে।

ডেকা গাভৰু সকলে নাচে বাগে, 'গুমৰাগ গুম্‌ৰাগকৈ' 'ছুম্‌ছুম্' ঢোল গিৰগিৰায়, লগে লগে তাল টকা হাতচাপৰি। ভঙিমা শেষ হয়। 'মিবুয়ে মাজত থিয় দি তালে তালে 'য়কছা' তৰোৱাল জোকাৰি জোকাৰি জনজনাই আকৌ ঘোষা গায়,—

"দৰমি ছিতুং তিব্‌মেকে তিৰবাঙায়্

কব' কম্বং আপ্লুনে ৰেয়াবে ৰেয়া বায়্।"

"মিবু"ৰ চাৰিওফালে ঘূৰি ঘূৰি ডেকা গাভৰু সকলে গায়,

"দৰমি ছিতুং তিৰমেকে তিৰবাঙায়

কব' কম্বং আপ্লুনে ৰেয়াবে ৰেয়াবায়॥"

"মিবুমে" পদ গায় ডেকা-গাভৰুসকলে শাৰী পাতি 'মিবুৰ' চাৰিওফালে ঘূৰি ঘূৰি ঘোষা গায় তালে তালে ঠেও ধৰি ছেও ধৰি, লগে লগে বাজি উঠে বাৰ্বাং বৰকাহঁ লেনং সৰুকাঁহ কাঠৰ মাৰিৰ কোব খাই। মাজে মাজে 'গুম্‌ৰাগ গুম্‌ৰাগ'কৈ 'ছুম্‌ছুম্' ঢোল খৰ তালত বাজি উঠে,—গাভৰুসকলে ৰংউলাহেৰে শুধমনেৰে নাচে। এই দৰে ঘোষা পদ গাই শেষ কৰাৰ পাচত সকলোৰে শেষ শাকছ মনাম্ নাচ পানেৰে আলি-য়াই লিগাঙৰ শেষ লিলেন" উছৱৰ সামৰণি মৰা হয় ৰং ধেমালিৰে হাঁহি কিৰিলিৰে।

শেহত সকলো দেৱদেৱীক সাক্ষী কৰি সকলো দেৱতাকৈ প্ৰাৰ্থনা জনায়

ৰাইজৰ গাওঁৰ সকলোৰে মঙ্গল কামনা কৰি "শ্ৰী" ধৰ্ম্ম গীত গাই গাই মন্ত্ৰ মাতি "মিবু" দেওধায়ে এই "লিলেন্" উছৱ শেষ কৰি উকৱায়।

ডেকা-গাভৰুসকলে ৰংমনেৰে আঁঠুলৈ সেৱা কৰে। মিবুয়ে আশীষ দিয়ে। ...তাৰ পিচত খুৱন, বুৱন পিৱন সকলো।...সকলোতে কুমং জিলিকি থাকে।..

অবশ আবেশ সানি ৰাতি পুৱায়।.. পূব আকাশত ফাগুনী সুৰুযে ভুমুকি মাৰে।

কুমঙৰ হিয়া-উহৰ পৰা নতুন ভাৱনা নিগৰি ওলায়। সেই ভাৱনা-সাগৰত উটি ভাহি "টুংগং" চাঙৰ এচুকত সি টোপনি যায়। ঘুমটিত সি কালকাল।...

পাৰ্ছলীও নিজৰ 'অকুম'-চাংঘৰৰ এচুকত শোৱা পাটিত শুই। মাজনিশাতে সিহঁতৰ 'লিলেন্' উছৱ "পাকৃছ মনাম্" গীত নাচেৰে শেষ। তাই ভাগৰি পৰে। এৰ্ ৰাম গাওঁবুঢাৰ গাওঁত "মিবু" দেওধাইক মাতি কোনো পূজাৰ আয়োজন নাই, গতিকে মাজ নিশাতেই এনে বছৰেকীয়া উছৱৰ সামৰণি পৰে।...

শোৱাপাটিত শুই শুই কুমঙৰ কথা সোঁৱৰি সোঁৱৰি তাইৰ মন উচাটন হয়। তাই ছটফটায়।

আগ বছৰ ফাগুন-মাহ। পূৰ্ণিমা।

পৰাগ উছব।·

আলিয়াই-লিগাংৰ দৰে ডাঙৰ নহলেও এই পৰাগ উছৱ তেনেই সৰু সুৰা নহয়।.. ইও মিচিংসকলৰ অতিকৈ মৰমৰ, অতিকৈ চেনেহৰ পৰব।...

এই উছৱৰ কাৰণে ডেকা গাভৰুসকলোৰে বৰ হেঁপাহ কৰে, কাৰণ দৰাচলতে তেওঁলোকৰহে উছৱ। সেই কাৰণে দেহে কেহে সিহঁতে এই পৰাগৰ কাৰণে লাগে· এমাহৰ আগৰে পৰা। মৰং-ঘৰৰ ছাল নতুনকৈ নতুন নতুন খেৰেৰে ছোৱা হয়, মজিয়াত ন-মাটি তুলি ভালকৈ যতনাই সমান কৰি থোৱা হয়। পুৰণি বেৰবোৰ সলাই নতুন বেৰ লগাই লিপি পুচি সমানকৈ নিমজ ছিল্‌ছিলীয়া কৰা হয়। কাষতে এটা ভঁৰাল ঘৰো সজোৱা হয়। তাত সিহঁতে পোৱা ধান চাউল, মাটি কলাই, ৰঙালাও কুমুৰা যি পায় সেই ভঁৰালত ভৰাই যতনেৰে থয়।

এনে পৰাগৰ কাৰণে ইমান যতন।...

এই 'পৰাগ" আনন্দ-উৎসৱো। খেতি চপাই শেষ হৈ আজৰি পৰত পৰা এই পৰাগ সঁচাকৈয়ে আনন্দপূৰ্ণ। কোনো কোনোৱে প্ৰথম আহুখেতি চপোৱাৰ পাচত ভাদ আহিন মাহত, কোনোৱে শালি খেতি চপোৱাৰ পাচত কাতি-

অঘোণত বেচিভাগেই সকলো ধৰণৰ খেতি চপোৱাৰ পাচত মাঘ-ফাগুণত এই প'ৰাগ পাতে।

মিচিং সকলৰ ডেকা-গাভৰু সকলৰ এটি বেলেগ অনুষ্ঠান থাকে,-"য়ামে মিমৃবিৰ"—। এই "য়ামে-মিমৃবিৰ"—অনুষ্ঠানেই 'পৰাগ'-উৎসৱ বিশেষকৈ পাতে।

এই "য়ামে-মিমৃবিৰ"—এটা গণতান্ত্রিক অনুষ্ঠান। এই অনুষ্ঠানৰ নির্দ্দেশ মতে এটা কর্মীদল গঠন কৰা হয়। এই কর্মীদলেই সমবায় পদ্ধতিৰে গাওঁৰ বিশেষ বিশেষ মানুহৰ ঘৰত কাম কৰি সহায় কৰে, আনকি-খেতি বাতিতো। এই কর্মীদলৰ ভিতৰত ডেকা-গাভৰুক ধনী-নির্ধনী নির্বিশেষে গাওঁৰ প্রতি ঘৰৰ পৰা লোৱা হয়।…এইদলে গৃহস্থৰ ঘৰত কাম কৰি সহায় কৰে আৰু গৃহস্থই গধুলি সেই সহায়কাৰী ডেকা গাভৰুক ভাত, মাছ-মঙহ আৰু "আপং"-মদেৰে এটা ভোজ দি কৃতজ্ঞতা জনায়। গাওঁৰ ডেকা-গাভৰুই হাল বোৱাৰ পৰা আৰম্ভ কৰি, ভুঁইৰোৱা, আলি দিয়া, ধানদোৱা চপোৱা সকলো কাম কৰে। আন আন কামতো এই কর্মীদলে হাত উজান দিয়ে। বড়ো কছাৰী আদি জনজাতি সকলৰ বাজহুৱা সাউৰী বা হাওৰীৰ দৰে এনে পদ্ধতিক "ৰিগব" বোলা হয় মিচিং ভাষাত। আৰু এটা বিশেষ ৰাজহুৱা পদ্ধতি হৈছে মাইন ৰিগৱ। এই পদ্ধতিৰে কৰা সমবায় খাটনিৰ বাবে ঠাই বিশেষে ১০্ টকাৰ পৰা ১৫্ টকা লৈকে গৃহস্থই এনে কর্মীদলক এটি সন্মানৰ শৰাই দিয়ে, ভাত, মাছ, মঙহ, 'আপং-মদেৰে এটা ভোজৰ ব্যৱস্থা কৰে। প্রতি ঘৰৰ পৰা কর্মী ডেকা-গাভৰুৱে খাটে।

এৰ্ৰাম-গাওঁবুঢ়াৰ গাওঁৰ অনুষ্ঠান "য়ামে-মিমৃবিৰে"—সেই বছৰ এনে "মাইন' ৰিগৱ"—পদ্ধতিৰে বহু টকা সংগ্রহ কৰে,…সকলোৰে "য়ামে-মিমৃবিৰ" ডেকা-গাভৰু সকলে গাওঁৰ এচুকে থকা হাবিয়নি জুৰি হাল বাই খেতি কৰি বহু ধান, মাটি কলাই পাই মুৰঙৰ ভঁৰালত ভৰাই থয়, গাহৰি পুহি এই অনুষ্ঠানে নটা দঁতাল গাহৰি গঁৰালত ৰাখে, অনুষ্ঠানৰ জৰিয়তে প্রতি 'অকুমত' কুকুৰা পুহিবলৈ দি অগনন মুৰগী লাভ কৰে। কটকটীয়া শকত পুঁজিৰে অপর্য্যাপ্ত ধান, কলাই, কুকুৰা থকাৰ কাৰণে সেইবাৰ "য়ামে মিমবিৰে"—এনে 'পৰাগ'-উৎসৱ আটোম টোকাৰীকৈ পাতিবলৈ সাহ কৰে। তদুপৰি ভঁৰালত সৰিয়হ, জলকীয়া, লাও, কুমুৰা, বঙালাও দম বান্ধি আছেই।….. ·

এসপ্তাহৰ আগৰ পৰা 'আপং-ৰ চিটা-টোপোলা সংগ্রহ কৰা হয়। মুৰঙৰ

চুকত থকা "পৰৱ" পূৰ হওঁ হওঁ, "পৰাগ" উছৱৰ আগে আগে পাঁচশ টোপোলাতকৈ বেচি জমা হৈছেই।…"পৰৱ" চুপি প্ৰায় ভৰপূৰ।

দুবছৰ সেই গাওঁত আয়োজনৰ অসুবিধাত এই "পৰাগ" হোৱা নাছিল। সেই বছৰ উকা দু-বছৰৰ পাচত "পৰাগ" উছৱ। সেয়েহে ইমান আয়োজন, ইমান উলহ মালহ, ইমান উখল মাখল।

এই "ম্নামে-মিমবিৰ" অনুষ্ঠান সেই গাওঁৰেই নিৰ্ব্বাচিত হোৱা "উদাক" আৰু "উদাচী" আছেই ডেকা-গাভৰুৰ পৰা বাছি লোৱা। এই দুজনেই ঘাই বিচাৰক বিচাৰিকা "ম্নামে-মিমবিৰ"—ডেকা গাভৰুৰ ফালৰপৰা, এই ঘাই দুজনেই বিচাৰ কৰে, ৰায় দিয়ে, দণ্ড দিয়ে। ডেকাফালৰ পৰা "ডেকাবৰা" আছেই ডেকা সকলক পৰিচালনা কৰিবলৈ, তেওঁক সহায় কৰিবলৈ "চুটি" বৰা বা সৰু বৰা আছেই। গাভৰু সকলৰ ফালৰপৰা এগৰাকী জাকত জিলিকা বৰ পাকৈত গাভৰু বৰাণী আছেই, তেওঁক সহায় কৰিবলৈ এজন ডেকা "তিৰি বৰা" আছেই। তদুপৰি ৰান্ধনী, পাচনী, আদি বাব থকা গাভৰু আছেই, বেলেগ বেলেগ বাব বিষয় থকা ডেকাও। মুঠৰ ওপৰত গণতান্ত্ৰিক পদ্ধতিৰে নিৰ্ব্বাচিত সভ্য-সভ্যাৰে শকত কটকটীয়া এই অনুষ্ঠান। এৰ্ৰাম-গাওঁবুঢ়াৰ গাওঁত এই "ম্নামে মিম্‌বিৰ।" নহব কিয়? দেড় শৰো অধিক "অকুম্"-চাংঘৰ,—বহু পৰিয়াল, সকলোৰে ভাল অৱস্থা। বিশেষকৈ যিথন গাওঁত আছে এৰ্ৰাম গাওঁবুঢ়াৰ দৰে ধনী, প্ৰভাৱশালী মানুহ। এৰ্ৰাম কেৱল গাওঁবুঢ়াই নহয়, এজন ধনী প্ৰতিপত্তিশালী গামো। তেওঁৰ ছোৱালী সেই পাৰ্‌ছলীজনী। আৰু আছে তালেৰ-গামৰ পুতেক তাচ অতি ধনী।

এই 'পৰাগ' সেইবছৰ তিনিদিনীয়াকৈ ভালভাৱেই চলিব। কাৰণ নটা দঁতাল গাহৰি আছেই। দিনে তিনিটা গাহৰি লাগিবই, সেই হিচাবে তিনি-দিনীয়া। পূৰ্ণিমাৰ আগনিশা, 'প'ৰাগ-উছৱৰ' আগদিনৰ নিশা।

মুৰঙৰ চৌপাশে গাওঁৰ জুমে জুমে ডেকা-গাভৰুৰ সমাগম, সমাবেশ। আন দুখন গাওঁৰ ডেকা-গাভৰুৰেও নিমন্ত্ৰণ অনুযায়ী আহি যোগ দিয়ে, সোৱণশিৰীৰ সিপাৰে থকা জুনা-পেগুৰ গাওঁৰ ডেকা-গাভৰু সকলেও আমন্ত্ৰণ পাই আহে। কুমডো আহি যোগ দিয়ে।

উলহ-মালহ, উখল-মাখল, দোল্‌দোপ হেন্দোল্‌দোপ।

মুৰঙৰ বাহিৰে এটা খোলাত ডুমডুম ঢোল বাজে, তাল, টকা পেঁপা বাজি উঠে, ডেকা সকলে কিৰিলি পাৰি বেব্বা বেব্বা মাতেৰে চিঞঁৰি গগন ফালে,

জোনাবালী ৰূপোবালী জোনৰ পোহৰত ৰূপত জীৱন্ত গাভৰুজাকে গাত লহৰ তুলি নাচে। জোনায়ে কিৰণ ঢালে, সিহঁতে গাত লহৰ তোলে।

কুমণ্ডৰ ঢোলৰ কোবত মেঘে গুঁজৰে, শিল বাগৰে, সোৱণশিৰীৰ বুকুত কোবাল ঢল বয়।

পাৰ্‌ছলীৰ নাচত হাতৰ আঙুলিৰ পৰা বিজুলী জিলিকে, তিৰবিৰায়, চিক্‌মিকায়, গাৰ লহৰত সোৱণশিৰীৰ বুকুৰ ঢৌবোৰে জিল্‌মিলায়, পৰ্ব্বতৰ বুকুত ফাগুণী মলয়াৰ কোমল পৰশত শান্তি বিৰিঙি উঠে।

কুমণ্ডৰ যাদুকৰী ঢোলৰ ছেৱত অপেশ্বৰীহেন পাৰ্‌ছলীৰ নাচোন চাবলৈ জুমে জুমে ডেকা-গাভৰু চাওতা সকল আহি মুৰঙৰ চোতাল ভৰি পৰে।

হাৰজিত নাই, দুয়ো সমান।

নিশাৰ আগপৰ।

ধুনীয়া মুৰং-ন-সাজেৰে জিলিকা, সেউজবুলীয়া বং-বেৰঙৰ নানান ফুলেৰে কুন্দোৱা ফুলাম কাঠেৰে সজোৱা।…চাৰিওফালে আম-পাতেৰে গুঁথা ৰচাৰে পৰিপাটিকৈ বন্ধা।… মুৰঙৰ দুয়োফালে শাৰীকৈ বল গছ পোতা · প্ৰায় আঢ়াই কুৰি হাত মান দীঘল বাটত, প্ৰতি গছৰ পৰা আন গছলৈ আম-পাতৰ মালা ওঁৰোৱা।… সমুখত ধুনীয়া সুন্দৰ সেউজীয়া পাতেৰে বনোৱা তোৰণ;—নানা কাৰুকাৰ্য্য তাত জোনাক নিশাও ৰূপোৱালী বেশেৰে ধুনীয়া হৈ আছে। প্ৰতি কলগছত তেৰেচীয়াকে গুঁজা জোৰ; জ্বলা, পোহৰাই থকা।… মুৰঙৰ কেউকাষে জোৰ আৰু পেট্ৰোমাক্স লাইট্। ভিতৰতো দুটা লাইট। মুৰংঘৰ ভিতৰে বাহিৰে উজ্জল।

ডেকা-গাভৰু চামৰ উচ্চতম পদাধিকাৰী ডেকা ৰবা আৰু ৰবাণীয়ে মুৰঙৰ দুৱাৰ মুকলি কৰিবৰ বাবে মদ-আপং আগবঢ়ায়। সেই আপং মদেৰে "উই ৰেগাম্"—দেৱতা সকললৈ বাজহুৱা সমূহীয়াভাবে প্ৰাৰ্থনা জনায়। প্ৰচলিত নীতি অনুযায়ী এটা আচুতীয়া নিয়মেৰে ৰবা-ৰবাণীলৈ সন্মানৰ চিন-স্বৰূপে মডহ আগবঢ়োৱা হয়।

মুৰঙৰ ভিতৰত "গুম্‌বাগ গুম্‌বাগ গুম্‌বাগ" ধ্বনিৰে ঢোল বাজি উঠে। কুমণ্ডৰ যাদুকৰি হাতৰ মাৰিৰ কোব খাই "দুমদুমে" দুম্‌দুমাই গৰজে।…তালৰ তালে তালে, টকাৰ ছাবে ছাবে, পাৰ্‌ছলীয়ে নাচে বিজুলীৰ দৰে চিক্‌মিকাই। গাভৰুহঁতৰ হাত চাপৰিৰ উজাৰ উঠে, ডেকাসকলে "ৰেব্বা ৰেব্বা" চিঞৰি

কিৰিলি পাৰে। মুৰঙ-ৰ ভিতৰ চৰা পেট্ৰোমাক্স লাইটৰ পোহৰত জিলিকে ; পাৰ্ছলী নাচি নাচি উজ্বলে।...

পিছদিনা ফাগুনৰ পূৰ্ণিমা।

পুৱাতে 'মিবু'য়ে উপস্থিত হৈ 'য়ামে-মিম্বিৰ্'-ডেকা-গাভৰু সকলক দিহা পৰামৰ্শ দিয়ে,...মুৰঙত নিজৰ শৰীৰ শুদ্ধ কৰি সেইদিনা তিনিটা দঁতাল গাহৰি মন্ত্ৰ মাতি চেপেনাৰে ডিঙি চেপি মাৰে। এচাম ডেকাই সেই মৰা গাহৰি তিনিটা বাহিৰলৈ আনি এফালে জুইত সেঁকি পুৰি নোম নাইকীয়া কৰি জুইৰ পৰা আঁতৰাই বাঁহৰ চোঁছেৰে চাঁছি নিৰ্মল কৰে। এচাম ডেকাই একালে সেই পুৰা গাহৰি তিনিটা নি পৰা কল-পাতৰ ওপৰত থৈ দা-কটাৰীৰে কাটি ছিঙি ডোখৰা-ডোখৰী কৰি ভালকৈ বাছে। একালে ৰভাতলিত গাভৰু এজুমে ৰান্ধনী হিচাবে ৰন্ধাত লাগে, বিধ বিধ আঞ্জা, ভাত কত ৰকমৰ কত ধৰণৰ। এটা চামে মৰঙত থকা "পৰৰ"ৰ পৰা আপং ছেকে, ছাকে, ঢালে।··

বিপুল আয়োজন।...বিৰাট ব্যৱস্থা।...

ডেকা-গাভৰুৰ দলে বিশাল আহত গছ এজোপাৰ তলত "লিগা চমান্" নাচ বাগ কৰে।...গোটেই মুৰং-তুলি নাচৰ খোলা ৰজ্‌ন্ জনাই উঠে।

ৰং-ধেমালীৰ সীমা নাই।...

কাৰণ সেই দিনাৰ পৰা "পৰাগ"-উছৱ।

সন্ধিয়া।...জোৰ, পোহৰ, পেট্ৰোমাক্স লাইটেৰে গোটেই মুৰং, মুৰং-তলি উজ্বলি উঠে। কাৰো বিশ্ৰাম নাই পুৱা দোকমোকালিৰ পৰা। ন-ন-সাজেৰে সাজি কাচি বিধ বিধ ফুলাম তৰালি তৰালি "ৰিবি-য়েগে" "ৰিবি-গাছেং" পিন্ধি উৰি নানা তৰহৰ খোপা বান্ধি জুমে জুমে জাঁকে জাঁকে গাভৰুৰ দলে আহি মৰং তলিত জুম বান্ধে। ডেকাদলো বিবিধ সাজ-পাৰ পিন্ধি এনে ৰং-মেললৈ আহে। অগনন-অসংখ্য। সীমা সংখ্যা নাই।...

গাওঁৰ বুঢ়া-মেথাও এজন-দুজনকৈ আহি গোট খায়।...

"মিবু চুম্নাম্।"...

নিশা আগ-পৰ।

...মুৰং-ঘৰৰ ভিতৰ-চ'ৰা। "পেট্ৰোমাক্স্" লাইট দুটা জ্বলে। পোহৰ হয়। মুৰং-ঘৰ উজ্জ্বল।...

মজিয়াৰ মাজত "গাদো" মিৰিজিম পৰা ; তাৰ ওপৰত বহে "মিবু" পুৰোহিতে।..."মিৰি" গীত গাই মন্ত্ৰ মাতি মিৰি-"আবু"-পূজাপাতল আৰম্ভ কৰে

মিবুয়ে—"মিবু আবাঙ" গাই সৃষ্টিৰ পাতনি আৰু আদিম কাহিনী বিবৰে তেওঁ। কল্যাণ কামী পিতৃ চন্দ্ৰ-'আবু প'ল' আৰু উৰ্ব্বৰা মাতৃ স্বৰূপিনী 'আনে-দঞে' বেলি-আইৰ মিলনৰ ফলত আই বসুমতীৰ বুকু হয় সাৰুৱা, যাৰ ফলত হয় অন্ন, —আৰম্ভ হয় মিচিঙ-ৰ কৃষিজীৱী জীৱন।···"চেদি আবু" পুৰুষ পিতা আৰু "মেল'-নানে" প্ৰকৃতি আইৰ সহবাসৰ ফলত যি আদিম মিচিঙ ৰ জন্ম হয়;—এই ঘাই দেৱদেৱীৰ উপৰিও, এচাৰ, পেদং মুকুলিং তালেং, দমুক-দংকাং, কাৰ্চ্চিন্ কাৰ্ত্তাক্, ৰোগ্জী-মেৰাং, মণ্ডৰে, চিনেক, দহমুখ, দঙ্কঙ্, লৌজী লেইতাঙ্, মুগলীং মেৰেমা আৰু নানান দেৱ-দেৱী-"উই"-ক সাক্ষী কৰি ৰাইজৰ মঙ্গল কামনা কৰি প্ৰাৰ্থনা জনায়। ডেকা-গাভৰু আৰু সকলো ৰাইজে আঠুলৈ সেৱা কৰে। "মিবু-দেওধায়ে সকলোকে আশীষ দিয়ে,—"আকৌ আই বসুমতী শস্য শ্যামলা হ'ক, গাঁৱলীয়া-ৰাইজে সুখেৰে শান্তিৰে স্বচ্ছন্দে থাকক;—গোটেই বছৰটো ৰং-উলাহেৰে কাটক।····।"···· "ওৰম্ কুচাগ্"—আদি পূজা-পাতলৰ পাচত এনেদৰে আশীৰ্বাদ দি "মিবু"য়ে "য়কৃছা" তৰোৱাল লৈ জাপ এটা দি'ঘোষা গায়,—

"কম্বং আপ্পুনে ৰেয়িব্ক ৰেয়াবে
দেৰ্মি চিতুঙে তিৰমেক তিৰমাঙে॥"

লগে লগে, ডেকা গাভৰু সকলেও হাতত ধৰাধৰিকৈ "মিবুক" মাজত লৈ চাৰিওফালে ঘুৰি ঘুৰি নাচি সেই ঘোষা দোহাৰে। "মিবু"-য়ে পদ গোৱাৰ পিচত দুনাই ডেকা-গাভৰু সকলে সেইদৰে গাই, ঘুৰি ঘুৰি নাচে। 'য়কৃছা তৰোৱাল, ৰাৰ্ব্বাং-বৰ কাঁহ, নেনং-সৰু কাঁহ তালে তালে বাজে।

এই ৰাৰ্ব্বাং বৰ কাঁহৰ মাতত "দমুগ-দংকাং"—মেঘ দেৱতাৰ টোপনি ভাঙে, পৃথিবীলৈ নামি আহে, বৰষুণৰ ফলত পৃথিবী শইচেৰে ভৰপুৰ হয়।··· তাৰ পিচত ভোজ।···"মিবু" আৰু বুঢ়া-মেথা-সকলৰ ব্যৱস্থা মুৰঙৰ ভিতৰত হয়। আসন পাৰি বহাৰ আয়োজন শাৰীকৈ পতা হয়।···

এফালে গাভৰু সকলৰ আন ফালে ডেকা-সকলৰ বহা ঠিক কৰা হয় মুৰঙৰ বাহিৰ চোতালত,—আহত গছ-জোপাৰ তলত।

এচাম ৰচকী, লচকী, লচপচী, খচখচী গাভৰুৱে নিজৰ নিজৰ বাব অনুসৰি কামে বনে লাগি যায়। এজুম তেজ ফুটো ফুটো টলমল ডেকা নিজৰ নিজৰ বিষয় অনুসাৰে কাম কাজত ব্যস্ত থাকে।

*'আপং' মদ সকলোৱে পান কৰে, বেচেৰা 'পৰৱ'ৰ আজৰি নাই।

বুঢ়া মেথা সকলৰ কাৰণে বেলেগে আয়োজন কৰা হয়, বিশেষকৈ মিবু পুৰোহিতৰ কাৰণে, কাৰণ তেওঁ দেও-মানুহ।···

মিবুৰ ভাগত আহাৰৰ লগতে ডাঙৰ ডাঙৰ তেল মঙহ ছালৰ সৈতে গাহৰিৰ মঙহ "য়েক্তাক্" ডোখৰবোৰ বিশেষ ভাবে ব্যৱস্থা কৰা হয়।···ভোজৰ পাচত 'মিবু'লৈ ধন কাপোৰ দক্ষিণা দি বিদায় দিয়াৰ পিচত তেওঁ সকলোকে মন্ত্ৰমাতি আশীৰ্ব্বাদ দি মেলানি মাগি গুচি যায়। লগে লগে বুঢ়া মেথা সকলেও ৰংমনেৰে বিদায় লয়।

"গ্ৰামে মিমবিৰ" ডেকা গাভৰু সকল মুকলিমূৰীয়া স্বাধীন চিন্তীয়া হৈ ৰং মেল গঢ়ি ৰং ধেমালি ৰং ৰহইচেৰে উখল মাখল লগায়।·· ৰং মেলত ৰং উলাহ উপচি পৰে।·· সকলোৰে হেপাহ কুমঙৰ বজনাত পাৰ্ছলীৰ নাচোন।···কুমঙে নতুন উছাহে বায়, পাৰছলীয়ে নাচে। দুয়োৰে ভাগৰ নাই জিগৰ নাই···

নিশা এপৰ বাকী।···

মুৰঙৰ মজীয়াত এফালে ডেকা সকল, এফালে গাভৰু সকলে শুৱে। কিনাৰত মাজতে ডেকাৰ ফালে বৰ, গাভৰুৰ ফালে বৰাণীয়ে বাগৰ দিয়ে। মাজত মাথোঁ এহাত মান ব্যৱধান।···অন্তৰত কোনেও পাপ পোষণ কৰিব নোৱাৰে। পাপ মনেৰে এই তিনি দিন থাকিলে, গাওঁত মহামাৰী হব, গাওঁ উছন্ যাব। সকলোৰে মনত সংশয়। সেয়েহে সকলোৰে সাৱধান, যাতে কোনো পাপ পৰাণত ভুমুকি নামাৰে, বিৰিডি নুঠে। ইমান শুদ্ধ পবিত্ৰ মন তেওঁলোকৰ।··· কুমং আৰু পাৰ্ছলীৰো!·· সেয়েহে দুয়ো কামে-কাজে বনে, গীতে-মাতে-নাচে, বজনায় ব্যস্ত, যাতে পাপ মনত নাহে। দুয়ো সাৱধান।···

পেট্ৰমাক্স লাইট জ্বলে। সকলোৰে মন পূণ্য ভাবেৰে ফটফটীয়া হয়। সকলোৰে টোপনিত লালকাল।···

·· পুৱা। সকলোৰে কামত ব্যস্ত। সোৱণশিৰী ঘাটত বাচন মজাই বাচন মাজে, পানী অনাই পানী আনে গা ধুৱাই গা ধুয়, ৰং ধেমালি কৰাই ৰং ধেমালি কৰে। আকৌ গাওঁখন বৌ-ৰৌৱায়, বজন জনায়। গান-বজনা কৰাই গীত গায়, বায়, বজায়; বালি চাপৰিত লৰ মৰাই লৰ মাৰে, খেল ধেমালি কৰাই খেল ধেমালি কৰে, সোৱণশিৰীৰ বুকুত সাতোৰ মেলাই নাদুৰে সাতোৰে।

বিধ বিধ খেল;—খেল-ধেমালি যেন সকমুৰা অলিম্পিক হে। কেৱল লৰা ডেকাই নহয়, ছোৱালী-গাভৰুৱেও এই খেল ধেমালিত যোগ দিয়ে।

আগ-নিশাই মিবু আৰু বুঢ়ামেথা সকলে থাকে। বাকী দুই নিশা

তেওঁলোক নাথাকে। এই দুই নিশা কেৱল লৰা ছোৱালী আৰু ডেকা-গাভৰুৰ ৰং মেল। এই মুকলিমূৰীয়া স্বাধীন চিতীয়াসকলৰ মন পৰাগ উছৱৰ ৰং উলাহেৰে ভৰপুৰ।...অথচ সকলোৰে মন শুদ্ধ পৱিত্ৰ।..

কেৱল এজনৰ শেন-চকু কুমং আৰু পাৰ্‌ছলীৰ ওপৰত অনবৰত সদায়। সি 'য়ামে মিমবিৰ''ৰ তিৰী বৰা। সি তাল' গামৰ লৰা, তাচ।...তাল' নাই, ঢুকাল। এৰ্‌বাম গাওঁবুঢ়াৰ হিয়াৰ বান্ধ তাল' আছিল অগাধ সম্পত্তিৰ মালিক। গোটেই সম্পত্তিৰ গৰাকী হয় সেই একমাত্ৰ পুতেক তাচ-ই পিতায়েকৰ মৰণৰ পাচত।..

বাকী দুনিশা এইদৰে খেল-ধেমালি ৰং-ৰহইচেৰে গীত নাচ, বাগেৰে যায়। শেষ নিশা গোটেই মুৰং, মুৰং তলি, আহত তলিৰ ৰং মেল মউ-মেলত পৰিণত হয়, "মিচিং-ৰেগাম্ নিতম''ৰ ঢল বয়, "ৰেগাম''-সমাজ বা জন আৰু "নিতম"-গীতি-মিৰি জন-গীতি। এই মিচিং ৰেগাম নিতম-ৰ ঘাই ছোৱা" অয় নিতমৰ সুৰে সৰগৰ অমিয়া বোৱায়! বিৰহৰ চাকনৈয়াত ঘূৰি ঘূৰি ইনাই বিনাই করুণ সুৰদী সুৰৰ 'অয়-নিতম্' 'দৰ' বা অয়্ কাবনাম হৈ চকুলোৰ বান তোলে। এই 'দৰা' বা 'অয়্ কাবনাম"-ৰ সুৰ যেয়ে সেয়ে গাব নোৱাৰে, তাৰ বিৰহভৰা করুণ সুৰ।...সেই অঞ্চলত কুমং আৰু পাৰ্‌ছলীৰ দৰে এই সুৰীয়া সুৰদী সুৰ কোনেও তোলাব নোৱাৰে। সকলোতে দুয়ো সমান, কুমঙৰ উপৰি এটা গুণ, সি ভাল ঢোল বায়, পাৰ্‌ছলীৰ এটা ভাল বেলেগ গুণ, তাই ভাল গগনা বজায়। ৰূপে গুণে দুয়ো সমান।...

শেষ নিশা।...মাজ নিশা পাৰ হৈ যায় সেইদৰে ৰং উলাহেৰে।...পূৰ্বতী নিশা।...সকলো টোপনিত লাল কাল।...

পৰাগ উছৱ শেষ। ..ন-টা দঁতাল গাহৰিও শেষ।

এটা পেট্ৰোমাক্স মুমে,—এটা পেট্ৰোমাক্স কেৰাচিনৰ অভাৱত নে কি মুমোঁ মুমোঁকৈ ডিমিক ঢামাক্‌কৈ জ্বলে।...

কাৰো সাৰ নাই; ঘুমটিত বিভোৰ।...

গোটেই দিন ইটো চাং—সিটো চাং বাগৰি সকলোৰে মৰমৰ কুমং ডেকাই খাই বৈ ঘূৰি ফুৰে।

সন্ধিয়া। ঘাটত তাৰ তুলুঙা নাও।...টিঙত জাপ মাৰি সি বঠাটো লৈ সোৱণশিৰীৰ বুকুত নাও মেলে।..

সিপাৰ পাই জাপ মাৰি বামত উঠি সি নাওখন খুটিত বান্ধি ঘৰৰ ফালে খোজ লয়।…

এন্ধাৰ।—পিচফালৰ পৰা কোনোবাই তাক কান্ধত খামোচ মাৰি ধৰে।… সি উভটি চায়,—এন্ধাৰত চিনি পায়,—পাৰ্‌ছলী।…

'পাৰ্‌ছলী!"

"বল কুমং!—সৌ টঙী ঘৰলৈ ব'ল।"

দুয়ো যায়। জখলায়েদি উঠি টঙী ঘৰৰ ভিতৰ সোমায়।…

টঙী ঘৰৰ চাংমজীয়াত পাৰ্‌ছলীয়ে কুমঙক সাবটি লৈ হুকুহুকাই কান্দে।…

"তই কান্দিছ পাৰ্‌ছলী।—নাকান্দ মই আছোঁ নহয়।'…কৈ সি তাইক বুকুত আকোৱালি লৈ তাইৰ চকুলো মছে। ‥

নিজম, নিমাত।…দুয়োৰে বুকুৰ ধুকুধুকনি শুনা যায়।

…তাই উচুপি উচুপি কয়,—"মই আৰু নোৱাৰোঁ। প'ৰাগৰ কাৰণে এই তিনি নিশা বৰ সহিছোঁ,—কেৱল পাপ লাগিব বুলি।‥ তোক চাই চাই দেই পুৰি গৈছোঁ।"

…আৰু নোৱাৰোঁ। এই দেহা তোৰ, এই দেহা মোৰ।"—কৈ কৈ দুয়োৰে দেহা আলফুলকৈ হাত ফুৰাই তাই দেখুৱায়।…

"এতিয়া তই কি বিচাৰ।" বিয়াকুল হৈ সি সোধে।

"মই নোৱাৰোঁ মই নোৱাৰোঁ। মোক লৈ যা তালৈ য'ত আমি দুয়ো মিলি যাব পাৰোঁ।"

"নিম পাৰ্‌ছলী। তোক নিম, জীৱনলৈ নিম।…কিন্তু—"

"কিন্তু কি? ক' কুমং ক'—

"পীৰিতিৰ লগত জীৱনৰ সম্বন্ধ ভাবি চা পাৰ্‌ছলী। আগতে জীৱন তাৰ পিচত এই জীৱনৰ ভেটিত পীৰিতিৰ কাৰেঙ।…"

"তাৰ মানে?"—

"তাৰ মানে—আৰু এবছৰ ৰ পাৰ্‌ছলী। মোক মেট্ৰিক দিবলৈ দে। পাছ কৰিলে মোৰ জীৱনৰ ভেটি কটকটীয়া হব। তাৰ ওপৰত পীৰিতিৰ কাৰেং সাজিম; সেই কাৰেঙত তোক মোৰ কনেঙ চেনেহীক "লেডেং' মেনাম্"…মানস ৰাণী কৰি সজাই পৰাই থম।"

"এই এবছৰ জানোঁ বৰ পাৰিম?"‥ কৈ পাৰ্‌ছলীয়ে ৰয়। আথে ৰেথেকৈ সেঁহাই সেঁহাই নিফুঁত মাতেৰে তাই কয়,—"কুমং!"…

"কি ?"···কুমণ্ডে তাইৰ মুখখন তাৰ মুখখনৰ ওচৰলৈ লৈ আনে।···তাই উচুপে।···

তাৰ মন উচাটন হয়। সি আথেবেথেকৈ সেঁহাই সেঁহাই কয়,—"পাৰ্‌ছলী। ক-কিয় উচুপিছ ?"···

"এইয়া দেখিছ ?—তাই কৈ কুমণ্ডৰ হাতখন টানি আনি তাইৰ পিয়াহ দুটাৰ তলত ওলমি থকা এটা মণি থকা মালা ধাৰ লাৰি লগাই দিয়ে।

সি খেপিয়াই এন্ধাৰত অনুভব কৰে মণি,—কয় ;—"দেখিছোঁ এইধাৰ মণি। কি হ'ল ?"—

"কি হল !—এই মণিটোৰেই মোৰ কাল হল।"—

"কাল হ'ল ?—

"এৰা ! কাল হ'ল। জান, এইধাৰ মালা কোনে দিলে ?"—

"কোনে ?"

"সেই স্নেউতাৰ বান্ধৱে তাচৰ বাপেক তাল গামে !"

"তাল গামে ! কিয় ?"

"এতিয়াও বুজা নাই ?"

"নাই।"

"অকৰাটো !···কিয় ? কব নোৱাৰ ;—এই মালা যাৰ ডিঙিত পিন্ধাই দিয়া হয়, তাই হয় যাৰ উদ্দেশ্যে এই মালা—তাৰ ঘৈণীয়েক। · মোক পিন্ধাইছিল,—তেওঁলোকে ভাবে মই তেওঁৰ বোৱাৰীয়েক। তেতিয়া মোৰ বয়স পাঁচ,—তাচ' তিৰীমৰাৰ দহ।···আজিও তেওঁলোকৰ বিশ্বাস,—মই তাচৰহে ঘৈণীয়েক। কেৱল এতিয়া সামাজিক নিয়মে নিয়াৰ হে কথা।"

খণ্ডে কুমণ্ডৰ চুলিৰ আগ পায়।···

"নাৰকী ! পাতকী ! পাপীয়সী ! বিশ্বাসঘাতকিনী তাচৰ ! কইনা হৈ, ঘৈণীয়েক হৈ মোৰ লগত পীৰিতি কৰিবলৈ আহিছ।"—গুঁজৰি তাইক আছাৰি একতীয়াকৈ পেলাই কুমণ্ডে আতৰি যাবলৈ থিয় দিয়ে। তাৰ ভৰি দুখন দুই বাহুৰে আকোৱালি লৈ তাই উচুপি উচুপি কয়,—"তই-নেযাবি। কুমং !—তই —মোক এৰি নেযাবি।· তই মোক নিনিলে, মই মৰিম। মই মোত নাই। মোৰ সকলো মই তোক সঁপি দিছোঁ।—নেযাবি। মই নাৰকী, পাতকী নহওঁ। পাপীয়সী বিশ্বাসঘাতকিনী নহওঁ। মই তাচৰ নহওঁ,—তোৰ কুমং ! তোৰ। সিদিনা তই ঘৃণাহুঁতিৰ পৰা ধুমুহা-বৰষুণত তিতি বুৰি জুকলা জুপুৰা হৈ আহি আমাৰ

"অকুম"ৰ "জবা"ত আহি জিৰাইছিলি, তেতিয়াৰ পৰা মোৰ মন, প্ৰাণ, হিয়া, দেহা তোকেই সঁপি দিছোঁ। তেতিয়াৰ পৰা মই তোৰ,—তাচৰ নহয়। এই মণিধাৰৰ কথা মই নেজানিছিলো, সিদিনা তাচৰ দদায়েকে আহি দেউতাৰ লগত কথা বতৰা পাতোঁতে বুজিলোঁ, এই মালাধাৰৰ ৰহস্যৰ কথা। মোক নেৰিবি। মই নহলে মৰিম,·· নহলে দেউতাই তাচৰ লগত দিব। দিলেও মই মৰিম। মই···" তাই আৰু কব নোৱাৰে, হুকুহুকাই কান্দে।···

কুমণ্ডে অলপ পৰ ভাবে।—সঁচাকৈয়ে পাৰ্ছলীৰ দোষ নাই। তাই তেতিয়া সৰু, বয়স পাঁচ বছৰ।·· তেতিয়া তাইৰ জ্ঞানেই হোৱা নাই। যেতিয়া তাল'-গামৰ লগত— এৰ্ৰাম গাওঁবুঢ়াৰ আলোচনা হোৱাৰ পিচত এই মূল্যবান—দকুনে মণি পাৰ্ছলীৰ ডিঙিত পিন্ধাই দিয়ে তেতিয়াই—তাচৰ লগত তাইৰ বিবাহ-চুক্তি "দকুনে-পাগেত্" হয়।—তেতিয়া নো তাই কিমানজনী,—তেনেই সৰু।·· তাৰ খণ্ড মাৰ যায়। সি বহি পৰে,—তাইক বুকুত আকোৱালি লয়।—"তোৰ দোষ নাই পাৰ্ছলী!
মোৰেই ভুল,—" বুলি কৈ তাইৰ গালত জোলোকে জোলোকে চুমা ঢালে। চকুৰ লোৰে চুমাৰ লালটিৰে তাইৰ গোটেই মুখখন তিতি যায়।···

তাৰ গাত তাই ঢলি পৰে।·· সি আৰু জোৰেৰে তাইক সাবটি লয়।··· তাইৰ মুৰত সি হাত বুলাই চেনেহেৰে ফুৰাই কয়,—"পাৰ্ছলী! তই বেয়া নেপাবি। খন্তেক খণ্ডত মই বকিলোঁ।· 'দকুনে-পাগেত" যেতিয়া হৈছে,—তই কি কৰিবি? তাচৰ লগত যাবি জানোঁ?" "উহু—কে-তি-য়াও নেযাওঁ—মৰি গলেও নেযাওঁ। অলপ পৰ বৈ তাই আকৌ কয়,—কুমং! তই মোক নিবি?"···ইমান কাকুতি—ইমান মিনতি!···

সি আৰু কব নোৱাৰে বুকুত। আৰু জোৰেৰে তাইক আকোৱালি লৈ সি আবেগ আৰু উচ্ছ্বাসেৰে কয়,—"নিম্ নিম্-পাৰছলী? তোক নিম্। এতিয়া নহয়—মোৰ মেট্ৰিক পৰীক্ষাৰ পিচত।"···

টোপনি নাহে পাৰ্ছলীৰ ;—চাওত শুই শুই তাই ভাবে। ইমান মিঠা সোঁৱৰণিবোৰ।·· সপোনৰ আবেশত চকুৰ পাহি জাঁপ খায়।···পুৱতী নিশা তাইৰ ঘুমটি আহে।···

··"আলিয়াই লিগাং"-ৰ শেষ জিলিঙনি "লিলেন্"···উছৰ মাৰ যায়।···

জুনা-পেগুৰ ঘৰ।

'ম'ৰাম'-জুহালৰ "বিচিং"-ৰ ফালে দেউতায়েক-জুনা-পেগুয়ে বহি থাকে,

কাষত ককায়েক নবাম। 'ককৃদাং'-ৰ ফালে বৌয়েকে সৰু ল'ৰাটো কোছত লৈ বহে। কাষত জীয়েক নাচেং আৰু ডাঙৰ ল'ৰাটো।

'ৰিচিং' আৰু 'ককৃদাং'-ৰ মাজৰ খালি ঠাইডোখৰত বহি সকৰে পৰা মাউৰা কুমঙে ভাত খাই থাকে। বাপেকে উপদেশ দিয়ে।...

খোৱা শেষ কৰি মুখ-হাত ধুই সি সকলোকে সেৱা কৰে।

দেউতায়েকে এটা বগা-কাপোৰৰ সৰু টোপোলা তাৰ হাতত দি কয়,—"এইয়া ৰূপৰ ফুল এযোৰ। লখীমপুৰ চহৰৰ পঞ্চানন-দেৱালয়ৰ মূৰতিত দি শুধ্-ভাবে সেৱা কৰি আশীৰ্ব্বাদ লবি।· পৰীক্ষা ভালকৈ দিবি।·· এই কেইদিন মনপুতি পঢ়িবি। যা।"·

দেউতায়েকৰ হাতৰ পৰা বগা কাপোৰৰ ৰূপৰ ফুল যোৰৰ টোপোলাটো লৈ সি ছোলাৰ জেপত ভৰায়।··

ককায়েকেও ভাল ভাল কথা কয়।··

"নাচেং! যাও দেই।"—বুলি কৈ সি নাচেঙ-ৰ কোমল গাল দুখন টিপি উঠে। সৰু ভতিজা-ল'ৰা দুটাক মৰম কৰি সি গুচি যায়।

'ছুপন্-দাং'ৰ ফালে গৈ তাৰ তলত চাঙত থকা সৰু চুটকেচটো লৈ 'গেদাং-য়াপগ"—আগ-দুৱাৰে দি ওলাই "টুংগং"-আগ-চাঙত ভৰি দি "কৰাং" জখলায়েদি নামি "জৰা" মুকলি ঠাইত নামি সি গুচি যায়। পিচফালে নাচায়।··

নাচেং-আৰু তাইৰ ভায়েক দুটাই চিঞৰি-বাখৰি লৰি আহি "টুংগং" আগ-চাঙৰ খুটাত ধৰি একেথৰে দদায়েকে যোৱাৰ ফালে চাই থাকে।

···সেই 'অকুম' চাংঘৰ থনৰ ভাঁজৰ পৰা কুমং নেদেখা হয়।···

সকৰে পৰা কটা. বোৱা, ফুল তোলাত পাকৈত, গীত-নাচ-বাগ, সাঁতোৰা-নাদুৰাত পাৰ্গত ধুনীয়া দিপলিপ পাৰ্ ছলীজনী 'টংগং"-আগফালৰ চাঙৰ খুটাত আউজি সোৱণশিৰীৰ সিপাৰে কুমঙৰ "অকুম্"-চাংঘৰৰ ফালে একেথৰে ৰ লাগি চায়;—তাইৰ দুগালেদি চকুলো ধাৰাষাৰে বয়।

কুমং নাই;—লখীমপুৰত। পৰীক্ষালৈ আৰু বেচি দিন নাই। আগদিনা ঘৰলৈ আহিছিল যদিও তাই কব নোৱাৰে।···তাইৰ এই কেইদিন কি হৈছে, কি ঘটিছে তাই কাক কব,—কাক কৈ মনৰ দুখৰ ভাৰ কমাব। ··সেই ভাৱত তাইৰ কোমল হিয়া থেতেলা খাই গুৰাগুৰি হৈ গৈছে।···

···সিদিনা আহিছিল তালেৰ গামৰ অণ্ডহী-বণ্ডহী সকল পাৰ্ ছলীক খোজাৰ মান-স্বৰূপে তাইৰ মাক বাপেকক টোপোলা দিবলৈ। আৰু কুমং-য়ে গাওঁৰ

পৰা মেলানি মাগি যোৱাৰ দিনা,—আগ দিনা তাল'-গামৰ পুতেক তাচৰ কাৰণে পাৰ্‌ছলীৰ মাক বাপেকে তেওঁলোকৰ আপোন সম্বন্ধৰ লোকসকলৰ লগত আলোচনা কৰি ছোৱালী জনীক দিয়াৰ সিদ্ধান্ত পোৱাৰ পাচত সেই তিৰী ৰবাৰ অওহী-বওহী সকলে অনা তামোল-পান আৰু 'আপং'-মদৰ ভাৰ এৰ্‌বাম-গাওঁবুঢ়া আৰু ঘৰৰ সকলোৱে লওঁতে পাৰ্‌ছলীৰ বুকু কঁপিছিল, ভয়ত তাইৰ গা শিয়ঁৰি উঠিছিল।... পাৰ্‌ছলীৰ সংৰক্ষণৰ কাৰণে গাওঁবুঢ়াৰ আগজাননী পাই গাওঁৰ ডেকা গাভৰুসকলে এৰ্‌বাম-বুঢ়াৰ 'অকুম্' চাং ঘৰলৈ আহি দৰা কইনাৰ ভৱিষ্যত জীৱন মঙ্গলময় হবৰ কাৰণে পূৰ্ব্ব পুৰুষ "চিনে ম'ৰ"—সকললৈ প্ৰাৰ্থনা জনাই সকলোৱে পাৰ্‌ছলীৰ সংৰক্ষণৰ দায়িত্ব ভাৰ লৈছিল।... ছোৱালী খোজা হৈ গল আগদিনা আৰু সেই দিনা আহিব তাচ। ই জোৱাই হিচাবে "মাগ্‌ৰ' ছুকৃনাম" খাটিবলৈ পাৰ্‌ছলীৰ মন ভুলাবলৈ, তাইক আপোন কৰিবলৈ, চিৰ-জীৱনলৈ তাইক জীৱনৰ লগৰী হিচাবে পাবলৈ।...

ভাবিয়েই তাইৰ বুকু চিৰিংকৈ উঠে।

কেনেকৈ তাই দিব সঁপি তাচক, তাইৰ হিয়া মন দেহা,—যাৰ গৰাকী সি নহয়, কুমং হে।...

তাই হুকুহুকাই কান্দে,—এবাৰ বুকু ভগা হিয়া ছিগা দীঘল হুমুনিয়াহ নিগৰি ওলায়। এবাৰ নিফুট মাত ওঠেদি বাগৰি পৰে,—"কুমং!" ..

সিপাৰৰ কুমং-ৰ 'অকুম্' ৰিণিকি দেখা যায়,—শিমলু গছ জোপাৰ খেৰেপাত থকা টঙী ঘৰ চিল্‌মিল্ টোপনিত সপোন দেখাৰ দৰে বিৰিঙি উঠে।...

তাইৰ চকুযোৰ ছলছলীয়া হয়।...

লখীমপুৰ চহৰত মৰীয়া চুবুৰীত এটা পজাত কুমং থাকে। মৰীয়া সকলৰ জাত-কুলৰ বিচাৰ নাই, কিন্তু অসমীয়া হিন্দুৰ মনত, নাকত, মুখত সদায় ছেই-ছেই-লেই লেই আছেই।... এনে এসেকা ঘৃণাস্মৃতি মাইনৰ স্কুলৰ পৰা আনহাতে সেই অসমীয়া "মিপাগ্"-হিন্দু গাওঁৰ কুৱাৰ পাৰত পানী খাওঁতেই পাইছে।... এটা জলন্ত পটন্তৰ।

—কুমং-মিৰি। তাৰ নিকা হিয়াত এটা ক'লা চেকা।· সেই চুবুৰীৰ মৰীয়া কিছুমানে পিতলৰ বাচন বিকিবলৈ যায়। সেয়েহে·· চা-চিনাকী।...

পাছদিনা পৰীক্ষা।

আগদিনা পুৱা।...

পুৱাই গা ধুই, ভাল সাজ কাপোৰ পিন্ধি, শুদ্ধ-পবিত্ৰ মনেৰে চুটকেচ্‌টো খুলি ৰঙা কাপোৰেৰে বন্ধা ৰূপৰ ফুলযোৰা বন্ধা টোপোলাটো ছোলাৰ পকেটত ভৰাই সি পঞ্চানন-দেৱালয়ৰ ফালে খোজ লয়।···

বুঢ়া মৰীয়া মানুহজনে চেনেহেৰে মাত দিয়ে,—"যা বোপাই! ভালকৈ সেৱা কৰিবি, আশীৰ্ব্বাদ লবি। অল্লাই তোৰ মঙ্গল কৰিব।"···

মূৰ দোৱাই দুহাতেৰে নমস্কাৰ জনাই সি গুচি যায়।· ·পঞ্চানন দেৱালয়।

কাষতে বিৰাট এটা টিঙৰ ঘৰ থমৃথমকৈ থিয় হৈ আছে।·· দেৱালয়ৰ সন্মুখত মুকলি সেউজবুলীয়া ঘাঁহনি।···

ঘাঁহনিৰ দলিচাৰ ওপৰেদি সি চৰণৰ ছাব্‌ পেলাই মন্দিৰৰ ভিতৰলৈ সোমায়।··

মন্দিৰ শুদা। কোনো নাই, পূজাৰী পুৰোহিত কেওঁ নাই।··

জীৱনত মন্দিৰ-দেৱালয়ৰ লগত কুমণ্ডৰ সম্বন্ধ নাই।···

এয়ে পহিলা তাৰ জীৱনত হিন্দুৰ মন্দিৰ-দৰ্শন।

মিৰি হলেও হিন্দু-ভাবাপন্ন তাৰ শিক্ষিত বাপেক জুনা-পেগু। হিন্দুৰ দেৱ-দেবীলৈও তেওঁৰ অসীম শ্ৰদ্ধা, সামাহীন ভকতি, 'চেদী মেলো', 'দঞি পল' কাৰ্চিং কাৰ্টাক্' আদি মিৰি উই দেৱতা সকলৰ উপৰিও।··

সেয়েহে এই পিতৃৰ আদেশ।···

পিতৃ-আদেশ পালন কৰিবলৈ মন্দিৰৰ দুৱাৰৰ ডেওনাৰ আগত ভকতিৰে আঁঠুকাঢ়ি সেৱা কৰি ডেওনাত কপালখন ঠেকাই উঠি চিক্‌চিকীয়াকৈ লিপা মন্দিৰৰ মজিয়াত ডেওনা পাৰ হৈ ভৰি দিয়ে সি।···

·· মন্দিৰৰ মূৰতিৰ সন্মুখত আঁঠুকাঢ়ি সেৱা কৰি ছোলাৰ জেপৰ পৰা ৰঙা কাপোৰৰ, টোপোলাৰ গাঁথিটো খুলি ৰূপৰ ফুলযোৰ উলিয়াই অতিকৈ শ্ৰদ্ধা ভকতিৰ মূৰতিৰ কোলাত ৰূপৰ ফুলযোৰ সোঁহাতেৰে দি আকৌ সেৱা জনাই মনে মনে সি প্ৰাৰ্থনা জনায়,—

"প্ৰভো! পিতাৰ নিৰ্দ্দেশ মতে এই যোৰ ফুল আগবঢ়ালোঁ, 'চেদী-মেলো' 'দঞি-প'ল'—'কাৰ্চিং-কাৰ্টাক' আদি মিচিং দেৱতাসকলৰ সমান শাৰীত তোমাক থৈ তোমালৈ মোৰ অপৰিসীম ভকতি যাছিলো!—প্ৰভো! মোক আশীৰ্ব্বাদ দিয়া,—মই যেন ধনে ধানে-সোণে এশ বছৰ বাচোঁ। মই যেন জ্ঞান-বিজ্ঞান-প্ৰজ্ঞান আৰু সকলো কলাত ব্যুৎপত্তি লাভ কৰি নানান গৱেষণাৰে কল্যাণধৰ্ম্মী আবিষ্কাৰ দান দি সমাজৰ মঙ্গল সাধিব পাৰোঁ। এইবাৰ মোৰ

জীৱন জখলাৰ পহিলা খলপত সুখ্যাতিৰে উঠি মোৰ উজ্জ্বল ভৱিষ্যত জীৱনৰ পথ মুকলি কৰিব পাৰোঁ। মোৰ হিয়াৰ আমঠু কলিজাৰ এডুখৰী, দেহালাও পাৰ্‌ছলীয়ে মোৰ জীৱনৰ চিৰ লগৰী হৈ সুখেৰে, শান্তিৰে, মিলাপ্ৰীতিৰে মোৰ সাধনাৰ সহায় সাৰথি হৈ মোৰ জীৱন যেন উজ্জ্বল কৰি তোলে। ঘৰৰ গাওঁৰ, দেশৰ পৃথিবীৰ যেন কল্যাণ হয়; সকলোতে জয়-জয় ময় ময় হয়। এয়ে মোৰ বাসনা, কামনা, আকাঙ্ক্ষা। পূৰণ কৰা, প্ৰভো! কাইলৈ মোৰ পৰীক্ষা, মোৰ জীৱন জখলাৰ পহিলা ঢাপ।”··

পঞ্চানন দেৱতাত সি লীন হৈ যায়।··

ইমান ভকতি তাৰ,—এই মিৰি ল’ৰাৰ।···

···সি সেৱা কৰি উভটি দুৱাৰ মুখ পাওঁতেই বাহিৰৰ পৰা পুৰোহিত জন মন্দিৰৰ মুখ পায়।···

মূৰত টিকনি, টিকনিৰ আগটোত এপাহ ফুল বন্ধা, পিছফালে ওলমি লৰক-ফৰক্ কৰে।··

কপালত ফোঁট। খালি দেহা, গেৰুৱাচাদৰ মেৰিওৱা। লগুন ডাল চাদৰেৰে ঢাক খোৱা। কঁকালত ধুতি; ময়লা নে কিবা ৰং গাব দিয়া বুজিব নোৱাৰি। —খালি ভৰি যোৰ

· “ক’ৰ ল’ৰা হে পুৰোহিত নোহোৱাকৈ পূজা কৰ? ··অ আই! নিজেই যজমান, নিজেই পুৰোহিত।···” গেজেৰা মাৰি পুৰোহিতে কয়।

কুমণ্ডে সেমেনা-সেমেনি কৰে, দুৱাৰেদি ওলাই পুৰোহিতৰ আগত থিয় দি মূৰ খজুৱাই খজুৱাই তলমূৰাহৈ আথেবেথেকৈ কয়,—“মই মিৰি ল’ৰা। দেউতাই এযোৰ ৰূপৰ ফুল পঞ্চানন দেৱলৈ আগ বঢ়াবলৈ কৈছিল; তাকে দিবলৈ আহিছিলোঁ। দিলোঁ, সেৱা জনালোঁ। এতিয়া যাওঁ।” ·

“কলৈ যাব। যাব নোৱাৰ। পুৰোহিতক ধন-মাননি নিদি সেৱা কৰিলি, প্ৰতিমা ছুই ৰূপৰ ফুলযোৰ আগবঢ়ালি। মিৰি ল’ৰা হৈ ভিতৰ সোমাই মন্দিৰৰ প্ৰতিমা ছুৱা কৰিলি। এতিয়া যাব।—যাব নোৱাৰ।··” কৈ খঙত জ্বলি পকি অগ্নিশৰ্মা হয় সেই পুৰোহিত জনে।···

খঙত, অপমানত, তাচ্ছিল্যত কুমণ্ডৰ গা কঁপে, তাৰ আত্ম-মৰ্য্যাদাত আঘাত লাগে, বুকু হম্ হমায়, গা বম বমায়। চকু, মুখ কাণৰ পৰা তপত ভাঁপ উৰে।—অলপ পৰ থমকি বৈ সি আকৌ ভিতৰ সোমায়, প্ৰতিমাৰ কোলাৰ পৰা সি দিয়া ৰূপৰ ফুলযোৰ তুলি লৈ উভটি দুৱাৰেদি ওলাই পিৰিপ পিৰিপকৈ পুৰোহিতৰ

আগেদি তেওঁক নোচোৰাকৈ ঘাঁহনি চোতালত নামি আলিবাটত উঠি দোকান খনৰ আঁৰ হৈ গুচি যায়।—

পুৰোহিতজনে মন্দিৰৰ আগত থত মত খাই থৰ লাগি থাকে।—

…ওৰে বাটে সি ভাবে হিন্দুৰ দেৱতা ইমান নীচ, ইমান হীন।·· দেৱতাই জানো হীন হব পাৰে, নীচ হব পাৰে।…তেওঁলোকতো হীন নহয়, নীচ নহয়, এই পুৰোহিত সকলেই তেওঁলোকক হীন কৰিছে, নীচ কৰিছে। ··নিজেই নিজক সান্ত্বনা দিয়ে।·

"প্ৰভো পঞ্চানন।—মই তোমাক অৱমাননা কৰা নাই। এতিয়াও তোমালৈ মোৰ ভকতি এতিলো কমা নাই। মোৰ মনস্কামনা পূৰ্ণ কৰা প্ৰভো।"…

আকৌ সি মনে মনে বাটে বাটে পঞ্চানন-দেৱতালৈ ভকতি যাচে।

"বাবু! ভিক্ষা দে।…"

সি চায় সেইফালে। তাৰ চেতনা আহে। সি দেখে এজন অলৰ-অচৰ ভিখাৰী, এখন ভৰি নাই, দুখন হাত নাই। অথৰ হৈ বাটৰ কাষত পৰি চিঞৰি আছে আকুল ভাবে, "বাবু! ভিক্ষা দে।"

সি কাষ চাপে, ছোলাৰ জেপৰ পৰা ৰূপৰ ফুলযোৰ তাৰ আগত পেলাই দিয়ে।·· ভিখাৰীয়ে ফুলযোৰ দেখি উচপ খায়, শেহত মুখত মিচিকিয়া হাঁহি লৈ কটা হাত দুখন ওপৰলৈ মেলি আকাশলৈ চাই হিয়াৰ উ'হৰ পৰা আশীৰ্ব্বাদ দিয়ে, "ভগবানে আপোনাৰ মন-বাঞ্ছা পূৰ্ণ কৰক।"

কুমডে অনুভৱ কৰে,-পঞ্চানন-দেৱতাৰ হে আশীৰ্ব্বাদ।…মনত সি শান্তি লভে।·ৰংমনেৰে সি তাৰ পৰা গুচি যায়।·· ভিখাৰীৰূপী সেই পঞ্চানন-দেৱতাৰ আশীৰ্ব্বাদেই হয় তাৰ অনুপ্ৰেৰণা, তাৰ উদ্দীপনা :…

· পাৰ্‌ছলীজনীও তাৰ জীৱন্ত প্ৰেৰণা।·· পৰীক্ষা তাৰ ভাল হয়।…তাৰ হিয়াত আনন্দ ;—অফুৰন্ত আনন্দ জাগে।··

"গ্লাপ্‌কুৰ্‌-গ্লাপ্‌গ" পিচফালৰ দুৱাৰৰ সিফালে মুকলি চাং।…পাৰ্‌ছলীয়ে বেৰত আউজি হেলন দি চাঙত জোপোকা মাৰি বহি থাকে। ৰং নাই, হাঁহি নাই, ক'লা মুখ বেজাৰেৰে ভৰা, চকুযোৰ ছল্‌ছলীয়া, গাল দুখন চকুলোৰে তিতা, গাত আউল-জাউল বেশ, কলাফুললৈকে পৰা কিচ্‌ কিচীয়া ক'লা দীঘল চুলিটাৰী মেলা আউলী বাউলী।…

মলয়াৰ বা লাগি কেইকোছা চুলি মুখৰ ওপৰেদি বৈ পৰা, চৌ খেলা।

সন্ধিয়াৰ শেষ ৰেঙণি ও তাইৰ মুখখনত ৰঙা বোল সানিব পৰা নাই।...তাই উচুপি উচুপি কান্দে।...

ভিতৰত তাচৰ গুঁজৰণি শুনা যায়,—“মোৰ লগত তেমাচা,-মোক ঠগায়, দেউতা গামক ঠগায় ইমান সাহ তইতৰ? ..তাই কয়, তাই মোৰ নহয়;—তাৰ সেই ছুৰা খোৰা কুকুৰ কুমাণ্ডৰ। তইত জানি শুনি কৰ লাগিছিল, ছোৱালী খুজিবলৈ আহোতে, টোপোলা দিবলৈ আহোতে আনকি “মাগৰ ছুক্নাম্” জোঁৱাই খাটিবলৈ আহোতে মোক জনাব লাগিছিল, তাই নটীৰ লগত কুমণ্ডৰ কিবা গোপন পীৰিতি আছে বুলি। ধন ভাডি গহনা দিলোঁ নহয়; সোণ ভাডি আঙঠি গঢ়াই দিলোঁ নলয়। আজি তাই কয়, “ককাই। মোক খেমা কৰ্। তোৰ লগত মই যাব নোৱাৰোঁ। তোৰ আঙুঠি, ডুগ্ডুগী, আৰু এই পাঁচ বছৰতে তোৰ দেউতাৰে পিন্ধাই দিয়া ‘নকুনে’ পাগেতে-বিৱাহ-চুক্তি স্বৰূপে দিয়া এই ‘নকুনে,-মণিধাৰ ফিৰাই দিলোঁ। ল’ ককাই! মোৰে শপথ ল।” বুলি মোৰ হাতত সোপাকে তুলি দি তাই কান্দি কান্দি গুচি গ’ল। ইমান সাহ তাইৰ। গুঁজৰি গেহেৰা মাৰি হাতত থকা আঙুঠি ডুগ্ডুগী আৰু ‘নকনে’ মণি ধাৰ এৰ্ৰাম্ গাওঁবুঢ়াৰ আগত দলিয়াই পেলাই দিয়ে।

“পাৰ্ছলী! পাৰ্ছলী।”—গাওঁবুঢ়াই চিঞৰে, খঙত জ্বলি পকি ইফালে সিফালে চায়।. ক’ত তাই, ক’ত? - কি চাই আছে। তাইক বিচাৰি আন।... দেউতায়েকৰ গুঁজৰণি শুনি পুতেকহঁতে সেমেনাসেমেনি কৰে।

“যা-কি চাই আছ। বিচাৰি আন্।”

বাপেকৰ ধমক শুনি পুতেকহঁতে ছিটিকি পিয়াপি দি লৰ মাৰে। বোৱাৰীয়েকহঁতেও ইকালে সিফালে গুচি যায়।

তাচই বুঢ়া-বুঢীক যিমান পাৰে গালি-শপনি পাৰে। বুঢ়া-বুঢীৰ অসহ্য লাগে, তেওঁ দাঁত মুখ কামুৰি সহে। মাজে মাজে সহিব নোৱাৰি বুঢাৰ গা জিকাৰ খাই উঠে।

“এই বাৰু কলৈ গল, হয়?” বুলি বুঢীয়ে উচ্পিচাই থাকে বুঢ়াই সহিব নোৱাৰি কৰবলৈ বাধ্য হয়—“বোপাই! বহ্চোন বহ্। এইদৰে বলকি থাকিলে হব নে?”—

গেজেৰা মাৰি তাচই কয়,—“হুঁ আৰু বহিম।” কিবা বিৰ্বিৰাই থাকে বুঢ়াই কয় নৰম সুৰেৰে, “তাই আহকচোন।”— .

তাচই থেকেচা মাৰি এখন খালি ধৰাত বহে।...এজন দুজনকৈ সকলোৰে

আহি কয় ;—"তাই নাই-নাপালোঁ।" বুঢ়াই আৰু থাকিব নোৱাৰি টেটু ফালি চিঞৰে,—পাৰ্ ছলী।" গোটেই 'অকুম্' চাংঘৰখনেই ৰজনৰ্জনায়।

এখোজ দুখোজকৈ আউল-জাউল বেশেৰে 'য়াপকুৰ য়াপগ" পিচ দুৱাৰেদি পাৰ্ ছলীয়ে সোমাই তেওঁলোকৰ ফালে আগবাঢ়ে।

সকলো কাঁহ পৰি জীণ যায়।

নিমাত।···

"পাৰ্ ছলী। এইবিলাক কথা সঁচানে ?—বুঢ়াই সোধে।

"সঁচা, দেউতা।"—নিৰ্ভীক উত্তৰ পাৰ্ ছলীৰ।

"তেনেহলে ইমান দিনে কোৱা নাছিলি কিয় ?"

"কোৱাৰ সুবিধা পোৱা নাছিলোঁ।"

"আজি কেনেকৈ কলি ?"

"কবলৈ সুবিধা পালোঁ।"

"সুবিধা পালি, সুবিধা পালি।"—বুলি কৈ এৰ্ৰাম গাওঁবুঢ়াই বহাৰ পৰা উঠি তাইৰ ফালে খণ্ডত জ্বলি পকি আগুৱাই ঠাচ্ ঠচ্ কৈ কাণ তলীয়া চৰ মাৰে।

চৰৰ কোবত পাৰ্ ছলীয়ে কঁপি কঁপি পৰি যায়।· ·

তাই অচেতন।

হুৱাহুৱা লাগে, তাইক আগুৰি সকলোৱে কন্দা-কটা কৰে।—তাচই গহীনভাবে গুলাই যায়।···

সকলোৱে পানী-বিচনী লৈ তাইৰ আলপৈচান ধৰে ;···'তাই মৰিলেই ভাল।"—বুলি কৈ বুঢ়ায়ো গুচি যায় উচাট্ মাৰি।

শেষ নিশা।···

নিৰ্জ্জন-নিমাত-নিতাল-নিশিৰশিৰ।

অশান্ত "অকুম্" শান্ত হয় ঘুমটিৰে। ··শান্তি।···

শোৱাপাটিৰ পৰা পাৰ্ ছলীয়ে উঠি বহে।·· এন্ধাৰ! · ইফালে সিফালে চায় তাই সকলোৱে টোপনিত লাল-কাল।···

. তাই থিয় দিয়ে, খোপত খোপে দোপত দোপে লাহে লাহেকৈ ভৰি টিপি টিপি তাই "গেদাং-য়াপ গ"—আগদুৱাৰৰ ফালে খোজ লয়।···নিমাত-নিতাল। ···খিৰিক্‌কৈ নিখুঁত শব্দ হয়—দুৱাৰৰ দাং খোলাৰ শব্দ। আকৌ নিৰ্জ্জন-নিমাত।···

"খেবেক্কৈ তাই লাহে লাহেকৈ দুৱাৰখন অলপ খোলে।—"টুংগং" আগচাঙেদি গৈ "কবাম্"—জখলায়েদি "বা জুম্"—হেতামাৰি ধৰি ভৰিবে খেপিয়াই খোপে খোপে নামি মাটিত ভৰি পেলাই সোৱণশিৰী নৈৰ ফালে ভিৰাই লৰ মাৰে তাই।···

"ঝপাং"—পানীত গধুৰ বস্তু পৰাৰ শব্দ।···

পাৰ্ছলীয়ে সোৱণশিৰীৰ বুকুত জঁপিয়াই পৰে। সাঁতুৰি তাই মাজ পায়। পানীত মৰে কেনেকৈ?···তাই যে ভাল সাঁতোৰ জানে। জানোচা ভাগৰ লাগিলে ডুব যায়। তাই ভেল ওপঙা দিয়ে। তাইৰ দেহা ভেলৰ দৰে ভাহি যায়।

এন্ধাৰ—একো নমনি।······ঘোপমৰা এন্ধাৰ।· ····কেওঁ নেদেখে-কেওঁ নাজানে।·

পুৱা হুলস্থুল লাগে। পাৰ্ছলী নাই। এৰ্ৰাম গাওঁবুঢ়াৰ "অকুম্"—চাঙৰ আগ-দুৱাৰ খোলা।—পাৰছলীৰ শোৱা পাটি খালি। হুৱা-দুৱা লাগে।···"পাৰ্ছলী! পাৰ্ছলী!!" সকলোৰে চিঞৰ।···দিনৰ এপৰ বাগৰি যায়। আকাশত বেলি বৰকৈ উঠা।··

দুমাইল মাতবৰ দখিণ ফালৰ গাওঁৰ মানুহে সাঙি কৰি কিবা লৈ আনে পিচে পিচে বহু মানুহৰ জুম—লৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ীৰ জাক।··

সাঙি আনি এৰ্ৰাম গাওঁবুঢ়াৰ "টুংগং"—চাঙত তুলি থোৱা হয়। পাৰ্ছলীৰ মৰা শ।··

দুখে বেজাৰে শোকে সকলোৰে হিয়াত খুন্দা মাৰি ধৰে। সকলোৱে কান্দে, মাকে কপাল চপৰিয়াই চপৰিয়াই হিয়া ধাকুৰিয়াই ধাকুৰিয়াই জীয়েকক সাবটি হুৱাওৱাৰে কান্দে।

গহীন-গম্ভীৰ এৰ্ৰাম গাওঁবুঢ়াৰ দুচকুত দুটোপা চকুলো। বৰ ককায়েকে সকলোকে আতৰাই আগবাঢ়ি পাৰ্ছলীৰ মৰা-শৰ কাষ চাপে। তাইৰ গাৰ কাপোৰ তিতা, ভিজা, শিথিল।

সি তাইৰ নাড়ী টিপি চায়। কিবা গম পাই তাইৰ ভৰি দুখন ধৰি তাইক তুলি তাইও মূৰটো তল কৰি জোকাৰে। মুখেদি পানী ওলায়।· ·

কাৰোবাক তপত পানী আনিবলৈ কয়,—কোনোবাই আনে। কাৰোবাক বিচনী আনিবলৈ কয়, কোনোবাই বিচনী আনে।···সি তাইৰ দেহাটো আকৌ সাঙিত শুৱাই দিয়ে। কোনোবাই মূৰত বিছে, কোনোবাই তপত

পানীত গামোছা তিয়াই তাইৰ আঠুৰ পৰা ভৰিৰ তলুৱালৈকে সেকে।… ককায়েকে নিজেই তাইৰ দেহা টিপে, পিছে।…লাহেকৈ তাইৰ নয়ন-পাহি মেল খায়,—ওঁঠ দুটা লৰে,—নিস্ফুট মাত কঁপা ওঠেদি ওলায়,—"কু—মং!"

সাঙিত পাৰছলীৰ মৰা-শ নাই—জীয়াদেহা হে আছে তাইৰ চেতনা জাগে।…

…পাৰ্ছলী বাঁচে।…

…মাকে সাবট মাৰি কয়,—"তই কলৈ গৈছিলি, আই।"

"ম-ই – ম-ৰি-লে-ই—ভা-ল—!"—আথেবেথেকৈ সেহাই সেহাই তাই কয়।…তাইৰ গালেদি চকুলোৰ সোৱণশিৰী বাগৰি বৈ পৰে।…

…কুমং-ছট্ফটায়।… সোৱণশিৰীৰ বুকুত জাপ দি পাৰ্ছলীৰ নিজ দেহা মাৰিবৰ চেষ্টা কৰাৰ বাতৰি সি শুনে। ভাবোতে চিন্তোতে তাৰ এমাহৰ দিনবোৰ বাগৰি যায়। পৰীক্ষাৰ ফলাফল ওলোৱাৰ দিনো বেচি দিন নাই। তাৰ মন উচ্পিচাই থাকে, তাৰ জীৱনৰ সমস্যা দুটা; পৰীক্ষাৰ ফল আৰু পাৰ্ছলী।…

তাচৰ অত্যাচাৰৰ নৃশংস কাহিনী শুনি তাৰ অন্তৰত প্ৰতিহিংসাৰ জুই জ্বলি উঠে।…বেচেৰী পাৰ্ছলীজনী। তাইৰ কিনো দোষ? · পাৰ্ছলীক কেনেকৈ পায় তাৰ সেয়েহে চিন্তা।· ·

পাৰ্ছলীক গোপনে বাতৰি দিবলৈ ব্যৱস্থা হয় ধৈৰ্য্য ধৰিবলৈ।…তাই বাৰু ধৈৰ্য্য ধৰে কেনেকৈ,, ইফালে বাপেকৰ ককৰ্থনা, আনফালে তাচৰ অত্যাচাৰ।…

"উস্।"—অসহ্য হয় কুমং। সি ছট্ফটাই থাকে…পথাৰত হাল বায়। কিন্তু মনত দাহ,—অসহনীয়।·· বেচেৰী পাৰ্ছলীজনীৰ কথা তাৰ অন্তৰত দাগ বহুৱায়,—নাঙলৰ শিৰলীয়ে দাগ কাটি যায় পথাৰৰ বুকুত।

ধাৰাষাৰ বৰষুণ।·· জাপিয়েও তাৰ দেহা বঁচাব নোৱাৰে —গা তিতি যায়, ভিজি যায়।·

পৰীক্ষাৰ ফল ভাল,—প্ৰথম বিভাগত সি। তাৰ ব ৰে চহৰৰ পৰা জনায়।…ফলাফল ওলোৱাৰ এসপ্তাহৰ পাচত চিঠিখন াাহে। ইমান আচুতীয়া ঠাই কুমং-ইতৰ গাওঁ, যেন কলাপানী।…

নানা চিন্তাৰ জুমুৰি আহে, বিশেষকৈ পাৰ্ছলীৰ কথা। মেট্ৰিক পৰীক্ষাৰ পিচত কিবা এটা কৰিব;—সি তাইক কৈছিল।

…মেট্ৰিক পৰীক্ষাৰ পিচত।…সি বিমোৰত পৰে।

চিঠি পোৱাৰ দিনা সন্ধিয়াই সিহঁতৰ লখীমপুৰ হাইস্কুলৰ মাষ্টৰ ধৰণী ফুকন, ঢকুৱাখানাত ঘাই ঘৰ—কুমং-হঁতৰ 'অকুম্ চাং-ঘৰৰ' জবাত আহি চিঞৰে—"কুমং ! ··কুমং-ৰ মাষ্টৰ আহিছে ।. .

চাং-ঘৰ বং-উলাহত কঁপি উঠে ;—ব্যস্ততাত গুপ্ গুপাই থাকে ।···

·· 'মৰাম্' জুহালত বহি মাষ্টৰে কয়,—"কুমং ভাল ল'ৰা । পৰীক্ষাত প্ৰথম বিভাগত পাছ কৰিছে, কলিকতা বিশ্ববিদ্যালয়ত বিংশতিতম স্থান অধিকাৰ কৰিছে ।"···জনজাতীয় মিৰি ল'ৰাৰ দক্ষতা ।···

·· সকলোৱে আচৰিত হয়,—বং-উলাহে···কুলায় পাছিয়ে নধৰা হয় ।

·· অন্তৰৰ আনন্দত কুমঙৰ হিয়াই কৈ উঠে,—"সেই ভিখাৰীৰ আশীৰ্ব্বাদ ! ভিখাৰী-ৰূপী পঞ্চানন দেৱতাৰ আশীৰ্ব্বাদ ।"···

· উলাহত সি বাঁইজাই হয় ।

শিক্ষকে নানান দিহা-পৰামৰ্শৰে পিচদিনা সকলোকে আশীৰ্ব্বাদ দি গুচি যায় ।···

'আৰু লগতে পাৰ্ছলীৰ অনুপ্ৰেৰণাও',—কোনোবাই তাৰ কাণে কাণে ফুচ্ ফুচায় ।···

·· "চেদী মেলো," "দঞিও প'ল"—আদি দেৱতাক সি প্ৰণাম জনায় । সেই ভিখাৰী-ৰূপী কুৎচিৎ পঞ্চানন-দেৱতালৈও ।···

·· চোকা ৰ'দত দহি জহি পুৰি, বৰষুণত তিতি ভিজি বুৰি সি হাল বায় । অক্লান্ত পৰিশ্ৰম !·· পৰিকল্পনা তাৰ, ধান হব, ধন হব । কলেজত সি পঢ়িব ।···

জীৱনৰ কামনা,—তাৰ ভেটিত কীৰিতিৰ বাসনা,—সুখী দাম্পত্য-জীৱনৰ তীব্ৰ আশঙ্কা । ভাবি সি কুল নাপায় ।

·· পাৰ্ছলীক সি পাহৰা নাই ।···পাৰছলীকো লাগে ।···তাৰ দৃঢ় সঙ্কল্প ।···

শিক্ষকৰ উপদেশ মতে সি কলেজত পঢ়িব । যোৰহাট কলেজত । তাৰ চিন্তা—পাৰ্ছলীৰ কি হব ।···

সি বিমোৰত পৰে ।···নানান চিন্তাই তাৰ হিয়া খুলি খুলি খায় ।···

···সি কৈ পেলায় পাৰ্ছলীৰ কথা বাপেকক ।···জুনা পেগুই বুজায়, নালাগে । এৰ্ৰাম গাওঁবুঢ়া জেদী, অহঙ্কাৰী ।···ই অসম্ভৱ ।···

সম্ভাৱনাৰ কথা সি ভাবে, ওৰ নেপায় ।···

·· পাৰ্ছলীয়ে সকলো বাতৰি পায়,—কুমঙে পঠিওৱা ।···এতিয়া উপায় ?··· কলেজত যদি সি পঢ়ে, তাই কি কৰিব ?···মৰণৰ বাহিৰে তাইৰ শৰণ নাই ।···

বাপেকৰ জেদ, তাচৰ নৃশংস অত্যাচাৰ, তাই সহিব পাৰিব জানোঁ ?···

···এদিন। পাৰ্ছলীয়ে লগ ধৰে কুমঙক সি পাৰে গৈ গুপুতে গোপনে।··· লগত তাইৰ শুভাকাঙ্ক্ষিনী কেইজনীমান লগৰী গাভৰু—গাওঁৰেই।···

···দেখা হয় কুমঙৰ লগত সিহঁতৰ সন্ধিয়া, সেই খেৰণিত।

লাজ-বিচ-নাই। সিহঁতৰ আগতে তাই তাক সাবটি ধৰে।···লগৰীহঁতে আতৰি যাব খোজে।···সি সিহঁতক বাধা দিয়ে।···সিহঁত ৰয়।

"যাৰ বস্তু তাক আমি গটাই দিলোঁ। যি কৰ, আমি যাওঁ।"—সিহঁতে কয়।···

"নাযাবি তহঁত। এইকো লৈ যা।"· কুমঙে মিনতি জনায়।

পাৰ্ছলীয়ে "মই নাযাওঁ মই নাযাওঁ।" বুলি কৈ তাৰ কঁকালত ধৰি ঢলি পৰিব্ খোজে। উচুপি উচুপি কান্দে।

"এইৰ সংৰক্ষণৰ ভাৰ আমি লৈছোঁ সেই ছোৱালী খোজাৰ দিনৰে পৰা। ইমান দিন ৰখিলোঁ, পৰ দিলোঁ,—সেই গামৰ পুতেক তাচৰ কাৰণে। তাচলৈ তাইৰ মন-কাণ নাই। তাই কয়,—'তোৰ তাতে তাই সকলো সঁপি দিছে।"—তাচৰ হাতত আঙঠি, ডুগডুগী, আন কি "দকৃনে"—মণি-ধাৰো ফিৰাই দিছে,—তাইৰ লগত তাচৰ আৰু সম্বন্ধ থাকিব নোৱাৰে। তোৰ লগতহে তাইৰ সম্পৰ্ক। তই ল, তাইক বুকুত সাবটি ল।—সিহঁতে কুমঙক বুজাই কয়।··

"কেই বছৰ নো, মাথোঁ চাৰি বছৰ, এই চাৰি বছৰ মোক মানুহ হবলৈ দে, ডাঙৰ মানুহ। বি-এ পাচ কৰি ডাঙৰ মানুহ হম। তেতিয়াহে তাইক মই হৃদয়ৰ ৰাণী কৰিব পাৰিম,—সুখী কৰিব পাৰিম। তহঁতে জানই,—মোৰ অৱস্থা। কেইদৰা নো মাটি? তাকে খেতি কৰি এবছৰ অতি কষ্টেৰে খাই বৈ থাকোঁ! হাৰক মাটি কৰি তেজক পানী কৰি হাল বাওঁ, খেতি কৰোঁ। মানুহ নহলে তাইক কেনেকৈ পুহিম? কেনেকৈ সুখেৰে ৰাখিম? কেৱল চাৰি বছৰ—চাৰি বছৰ মাথোঁ তহঁতে বাট চা।···মই কিমান কষ্টেৰে পঢ়িছোঁ, মই হে জানোঁ। কেৱল মোক মানুহ হবলৈ দে,—ডাঙৰ মানুহ। মই মিচিং-জনজাতিৰ মানুহ। আমাক মিৰিহঁতক অসমীয়াই অবজ্ঞা কৰে,—ঘৃণা কৰে, বিশেষকৈ অসমীয়া হিন্দুসকলে। মই দেখুৱাব খোজোঁ,—মিচিঙো মানুহ, অসমীয়া মানুহ।···"—আবেগেৰে উচ্ছাসেৰে কুমঙে সল্সলাই কৈ পেলায়।···

পাৰ্ছলীয়ে বেজাৰ কৰে। কি কৰোঁ কি নকৰোঁকৈ ছটফটাই থাকোতে

তাৰ কঁকালৰ পৰা তাইৰ বাহুৰ বান্ধোন সোলকি পৰাত তাই ঢলি পৰে।·· হাত দুখন খেৰণিত ভেজা দি তাই তলমুৰকৈ উচুপি উচুপি চকুলো টুকি টুকি কয়,—"কুমং! মোৰ কি হব? তুই নাৰত তুই ভৰি দিয়া মোৰ অৱস্থা তই কেনেকৈ চাই থাকিবি?"

· "নহয় পাৰ্ছলী। মই মানুহ, জানোৱাৰ নহয়। মানুহৰ দৰে বাঁচি থাকিবৰ মোৰ ইচ্ছা। মই মিৰি হলেও, মই মানুহ। তোক বুকুত লৈ মই মানুহৰ দৰে থাকিবলৈ বাঞ্ছা কৰোঁ। তুই নাৰত নহয়, মোৰ এখন জীৱন নাৰত তোক তুলি লৈ সুখৰ সংসাৰৰ সোঁতত উটি যাবলৈ কামনা কৰোঁ।— সহ্য কৰ,—ধৈৰ্য্য ধৰ। কেৱল চাৰিটা বছৰ।"

"যদি তাচে মোক জোৰ জুলুম কৰে?"··

"সাধ্য তাৰ? তই দেখোন তাৰ সকলো ফিৰাই দিছ,—বিয়াৰ "দকনে" মণিধাৰকো ছিঙি দলিয়াই দিছ। তোৰ আৰু ভয় নাই।···তোক ৰথীয়া হিচাবে পৰ দি থাকিব, এই তোৰ মৰমৰ চেনেহৰ লগৰীইতে।"··

··"এৰা কুমং! এই হতভাগিনীজনীৰ কাৰণে আমি আছোঁ। চায় বাক। কিন্তু"—সেই গাভৰু জাকৰ এজনীয়ে কয়-য়ামেৰে।

"কিন্তু কি?"—কুমঙে সোধে।

'বাপেকৰ জিদ তেওঁ পাৰ্ছলীক তচলৈ দিবই" কয় তাই।

"পাৰ্ছলীও" তয়ো জিদ্ কৰ, তালৈ নেযাওঁ বুলি। চাওঁ, বুঢ়াই কি কৰে। তদুপৰি এই বাপেৰৰ মনলৈ থাকিবি, বুজলৈ থাকিবি···তেওঁক বুজাবি, তই নাযাব বুলি।"· সি দৃঢ়তাৰে কয়।

পাৰ্ছলীয়ে মুৰ তুলি পৰাৰ পৰা উঠি কুমঙক আকোৱালি এমুখ হাঁহি, এহিয়া চেনেহলৈ তাৰ বুকুত মুখখন গুঁজি কয়,—'যা কুমং! মই যেনেকৈ হলেও যেনে তেনে বুকুত মৰম লৈ হিয়াত চেনেহ লৈ তোৰ তোৰ মুৰতিকে মোৰ মন—'অকুম'-ত যাপি পূজা কৰিম মৰম-ভকতিৰে।·· যা কুমং!— যা—তই – যা।" . · আথেবেথেকৈ কৈ,—বাহুৰ বান্ধ খুলি মুখখন দুখন হাতেৰে ঢাকি দুখোজমান আঁতৰি আহোতে যাপ মাৰি ধৰে এখোজ আগবাঢ়ি তাইৰ এখন হাতত সি। তাইক ঘূৰুৱাই মুখামুখি কৰি সি তাইক সাবট মাৰি তাইৰ মুখৰ ফালে তাৰ মুখখন অতিকৈ মৰমেৰে ঠেলি নিয়ে।

···লগৰীইত আতৰি যায় খেৰণিৰ আঁৰলে আঁৰলে।···দুয়ো আবেশত খেৰণিৰ ওপৰতে ঢলি পৰে।

…নিশাৰ ক'লা-এন্ধাৰৰ আঁৰ কাপোৰ পৰে।…

ডাঙৰ চহৰ যোৰহাট।

এচুকত এজন ধনী মিৰি ঘৰ। আগফালে দোকান, পিছফালে চাংঘৰ কাঠৰ; টিনৰ ছালি। সৰু হলেও দেখিবলৈ একেবাৰে বেয়া নহয়, ধুনীয়া। বাৰিষা চোতালত পানী ভৰে, দোকানৰপৰা চাং-ঘৰলৈ যাওতে বোকা। সেই কাৰণে ইটা পৰা, বোকাৰ পৰা বাঁচিবলৈ।

…চাং-ঘৰৰ তলত বাঁহৰ বেৰ দিয়া এটা কোঠালী—তেনেই সৰু খস্তেকীয়া। এফালে বাহৰ চাং-বিচনা, কাষতে বাঁহৰ টেবিল, কিতাপ-পুথিৰে ভৰপূৰ।

তাতেই থাকে কুমং।

‥দুবছৰ কোনোমতে কাটে। আই, এ, পৰীক্ষাতো তাৰ ফল ভাল। সি এতিয়া বি, এ, তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়ে।

…কলেজত তাৰ সুনাম বেচি। খেলা-ধূলাত, গীত-নাচ-বজনাত, পঢ়া-শুনাত তাৰ বৰ খিয়াতি। ছাত্ৰ লগৰীয়া সকলে তাক বৰ মৰম কৰে,—অধ্যাপক সকলে তাক বৰ চেনেহ কৰে।

নগৰৰ মানুহবোৰৰ মন উদাৰ, সেই ঘৃণাস্মৃতিৰ পাৰৰ 'মিপাগ্' অসমীয়া গাঁওৰ দৰে কুৰাৰ পৰা পানী খালে ছেই-ছেই-লেই লেই নকৰে, পঞ্চানন দেৱালয়ৰ পূজাৰীৰ জাতৰ মানুহেও ইয়াত মিৰিক ঘিণ নকৰে। সকলো যেন আপোন, একেই মানুহ, একেই অসমীয়া। ছাত্ৰ লগৰীয়া বোৰৰ তো কথাই নাই,—একেই কাঁহীতে খোৱা।…কুমঙৰ পুৰণি হিয়াৰচেকা নিকা হয়।‥

সকলোৱে তাক মৰম কৰে, চেনেহ কৰে, ভাল পায়। সিওঁ লগৰীয়াইতৰ মৰম চেনেহেৰে ভৰা হিয়া সাগৰত সাঁতুৰি-নাদুৰি ফুৰে, কিন্তু এতিলো পাৰ্ছলীৰ কথা পাহৰিব নোৱাৰে। তথাপি সি ভৰা নাই পাৰ্ছলীৰ কিবা হৈছে। তাইৰ দৃঢ় মনৰ ওপৰত তাৰ দৃঢ় বিশ্বাস। গতিকে সি নিশ্চিন্ত।

…দু বছৰ একো হোৱা নাই। কলেজৰ বন্ধত সি ঘৰলৈ যায়; পাৰ্ছলীৰ লগত গোপনে নিজৰ গাওঁৰ কোনোবা গোপন ঠাইত গুপুতে দেখা কৰে, হিয়াই হিয়াই মিলে। লগত থাকে তাইৰ গাভৰু লগৰীইঁত।

…মাক, বৌৱেক আৰু ককায়েকইঁতে একো নকয়, মিলে যদি মিলক কুমঙৰ-ৰ লগত তাই, কোনো আপত্তি নাই। বাপেক এৰ্ৰাম গাওঁবুঢ়াই হলে একো নাজানে।

…দেশজুৰি জাতীয় আন্দোলনৰ ঢৌ উঠে, গান্ধীৰ নেতৃত্বত গোটেই দেশত খলকনি উঠে। অসমতো হেন্দোলনি, আৰু নগৰৰ কুমং থকা থমথমীয়া চাং-ঘৰো কঁপি উঠে। তাৰ কোঠালীতো হেলেপনি সোমায়।

তাৰ কোঠালীত নিশা এপৰলৈকে তাৰ দুই চাৰিজন ছাত্ৰ লগৰীয়া থাকে নানান্ আলচ পাতে—মিচিং-"মিপাগ" সিহঁত। কমলা মিৰিৰ শিষ্য মিচিং-দল এটাও খদ্দৰৰ ধুতি ছোলা পিন্ধি গোপনে আহি আলোচনা কৰে।

·· কুমডেৰৰ বুকু ডাঠ হয়, জাতীয় ভাব হিয়াত জাগি উঠে; বৃটিছৰ ওপৰত ঘৃণা জনমে। কুমডেও কমলা মিৰিৰ দলত যোগ দিবলৈ খোজে।

লিখা-পঢ়াই কি কৰিব যদি দেশ স্বাধীন নহয়, পীৰিতি-কাৰেং কেনেকৈ সাজিব,—জীৱনৰ সম্পূৰ্ণ বিকাশ কেনেকৈ হব যদি জাতি এটা পৰাধীন হৈ থাকে। পীৰিতি মিছা, জীৱন মিছা, পাৰ্ছলী মিছা।

…নগৰত ডাঙৰ ডাঙৰ নেতাসকলে আহি সভা-সমিতি পাতি বক্তৃতা দিয়ে। একোটা একোটা বক্তৃতা জুইৰফিৰিঙতি হে, অগনিৰ আঙনি।

…কিমান ত্যাগ এই নেতাসকলৰ? কিমান আন্তৰিকতা তেওঁলোকৰ হৃদয়ৰ। নিৰ্মঁজ কোমল বস্ত্ৰ ত্যাগ কৰি নিজ হাতে সূতা কাটি খহটা কাপোৰ বুই ধুতি ছোলা পিন্ধে। তেওঁলোকলৈ তাৰ ভকতি জনমে,—শ্ৰদ্ধা ওপজে।

…এবাৰ গান্ধী আহিছিল,—তেওঁ বোলে মহাত্মা!…এবাৰ পণ্ডিত জৱহৰলাল নেহেৰু আহিছিল,—তেওঁ বোলে জন-নেতা।

…দুয়ো আইনজ্ঞ পুৰুষ,—লাখ লাখ ধন আৰ্জে;—কাৰেঙ্ হেন ঘৰত থাকে —সকলো ত্যজি তেওঁলোক দেশ-সেৱক, পথৰ ভিখাৰী হয়।

…তাৰ আশাৰ ৰংঘৰ, আকাঙ্ক্ষাৰ কাৰেংঘৰ, বাসনাৰ তলাতল-ঘৰ চুৰমাৰ হয়। জীৱনৰ সপোন ভাঙি ছিঙি চুৰ্ চুৰ্ মৈ হয়…

সিও হব দেশ-সেৱক স্বেচ্ছা-সেৱকৰ দলত যোগ দিয়ে।

…তাৰ কোঠালিত বাঁহৰ চাঙ-ৰ বিছনা—আৰু চাং-টেবিলৰ বাঁহৰ কামীবোৰ কামীহাৰৰ দৰে জকমকাই উঠে। গাৰু-বিছনা এটা টোপোলা হৈ বাঁহ-চাঙ-ৰ দাঁতিত কাতি হৈ থাকে।…কিতাপ-পুথিবোৰ আন এটা টোপোলাত বান্ধ খাই পৰি থাকে এচুকত।…

…কুমং নাই তাৰ কোঠালি খালি।…

…বাতৰি নাই, খা-খবৰ নাই, চিঠি পত্ৰ একোৱেই নাই।…কুমং-নাই।

ক'লৈ গল?—সন্দেহ জাগে হয়তো আত্মহত্যা!…

যোৰহাটলৈ যায় ককায়েক।···

কুমং নাই।

···কুমং-নাই,-বাপেকে ভাবে ;—জানোঁচা আত্মঘাতী হল ?

হুলস্থুল, হুৰাহুৰা লাগে।—বৌৱেকে কান্দি থাকে। নাচেঙে সোধে, "আই! দদাই ক'ত ?"—তাইও বুজে।—নাচেঙৰ এনে প্ৰশ্নত মাকে বেচিকৈহে কান্দে।—

কুমঙৰ ঘৰত শান্তি নাই। লাজ অপমান কাতি কৰি নাক-কাণ কাটি বাঁপেক জুনাপেগুৱে টুলুঙা নাৱেৰে সোৱণশিৰী পাৰ হৈ বলীয়াৰ দৰে এৰ্ৰাম গাওবুঢ়াৰ ঘৰলৈ আহি সোধে,—"গাওঁবুঢ়া! কুমঙৰ কিবা খবৰ জাননে ?"—

হাঁহি হাঁহি দাঁত নিকটাই সি কয়,—"লোকৰ লৰাৰ মই পৰীয়া নে, জানিম ? লাং-চুভীয়া লৰাই কৰবাত চাগৈ কাবোবাৰ 'অকুম'-ত ঘৰজোৱাই হিচাবে ছুক্‌নাম্,—খাঁটিছে ?"

ইমান অপমান।···

জুনা পেগু গুছি যায়! ·

"ককৃদাং"-ৰ এচুকত "ছ'পন"—দাংবাৰীৰ পৰা এখন "গাছেং" চাদৰ ওলমাই তাৰ আঁৰত শুদা চঙাত ৰাগৰি বাগৰি পাৰ্‌লীয়ে কান্দে। চাং তিতি যায়।··

·· কুমংহঁতৰ গাওঁৰ "য়ামে" ডেকাবোৰে পাৰ্‌ছলীৰ গাওঁলৈ আহি চোৰাংকৈ খবৰ লয়,—। সকলোৰে সন্দেহ কিজানি তাচই কুমঙক মাৰি কৰবাত পুতি থৈছে।···সুং-সুত্ৰ নাপায় সিহঁতে।.. মিছা সন্দেহ.

·· কুমং নাই, মৰিল ,—ইখন গাওঁত, সিখন গাওঁত সোখন গাওঁত চাৰিওফালে বুং—বাং।· ·

পাৰ্‌ছলীয়ে বিশ্বাস নকৰে, চকুলো টুকে কুমং মৰিল বুলি নহয়, তাৰ তীব্ৰ বিৰহ—বেদনাত।···

জেঠৰ খৰ ; সোৱণশিৰীভৰ, পানী বাঢ়ি পাৰ ছুওঁ ছুওঁ। আহাৰ আহে পাব ওপছি পৰে, ঢল বয়—বাণ আহে।···খালে বামে চোতালে পানী,-'জবা' মুকলি ঠাইলৈকে পানী। "কবাং—জথলাত নাওঁ বন্ধা।···আহাৰ যায় ভাদ আহে। পানী শুকায় গাওঁ চোতাল ফট্‌ফটীয়া হয়।

···এনে ভাদ মাহত পাৰ্‌ছলীহঁতৰ গাওঁত "দবুৰ্"-পূজা।···বতাহ, বৰষুণ, ধুমুহা, ভূইকঁপত যাতে খেতি পথাৰৰ কোনো হানি-বিঘিনি নহয়, গাঁৱলীয়া

ৰাইজে যাতে কুশলে মঙ্গলে থাকে, সেই উদ্দেশ্যেৰে "কাৰ্চিং-কানেক্," 'দক্ৰি প'ল' আদি দেৱতাসকলক পূজা দিয়া হয়। ..

এই পূজাত কোনো তিৰোতা নাই। বিধুতি বা অশৌচ হোৱা তিৰোতাক গাওঁত দেখা নাযায়। আগদিনাই আঁতৰ কৰা হয়।

পুৱাতে প্ৰতি ঘৰে ঘৰে "আজেং"-দাবী কৰি লাও, কুমৰা, কণ-লাও, কচু' কুকুৰা, চাউল-পাতি আদি যোগাৰ কৰা হয়।...

.. পূজাৰ থলি। .

গাওঁৰ এমূৰত ঢেকীয়া পাতত কেঁচা বাঁহৰ ফুল বাছি সাপৰ দৰে গঢ়া দুটা মূৰতিৰ মুখত দুটা কণী।—"চেদী-মেলো"—পুৰুষ-প্ৰকৃতিৰ প্ৰতীক। দেৱতা সকললৈ কুকুৰা বলি দিয়া হয়।.. পূজা কৰা হয় আশীষ লোৱা হয়।...

ৰন্ধা-বঢ়া। তাৰ পিছত ডাঙৰ ভোজ।...

একনীও তিৰোতা নাই,—সকলো মতা ...

...আবেলি চাঙে চাঙে ডেকাৰ দল—চাংকোবায়, বেৰ কোবায়, ছাল কোবায়!—হাতে হাতে খাঠি-জোং, ধনু কাঁৰ; অশুভ ভূত-প্ৰেত খেদে।

.. য়ামেৰ বোলা নগৰীজনীৰ অহা গম পাই, তাইৰ 'অকুম্'-চাংঘৰৰ ফালে পাৰ্‌ছলীয়ে খাই বৈ খোজ লয়।...

নিশা এপৰ,—কৃষ্ণ-পক্ষ অষ্টমী।

এন্ধাৰ।...

য়ামেৰৰ ঘৰ পোৱাৰ প্ৰায় দুশ হাতমান ইফালে সেই ভাঁজ ডোখৰত নিজান কোনো ঘৰ বাৰী নাই,—অলপ হাবি।

"দবুৰ"-পূজাৰ ৰাগী তেতিয়াও এৰা নাই,—অত তত খাই আপং-মদৰ ৰাগী বেচিহে চৰিছে,—য়ামেৰৰ ঘৰৰ ফালৰ পৰা তালেৰ গামৰ পুতেক তাচ-ই ঢলং ঢপংকৈ আহে।

সেই ভাঁজ-ডোখৰতে হাবিৰ কাণত আলিতে দুয়ো মুখামুখি হয়। ৰাগী নেৰিলেও তাৰ শেন-চকুত পাৰ্‌ছলী ধৰা পৰে। সি তাইক থাপ মাৰি ধৰি বুকুত সুমাইলৈ জিভা লৰাই কয়,—"পাৰ্‌ছলী! মোক আৰু পুৰি নামাৰিবি। যি হ'ল-হ'ল-এতিয়া মোৰ বুকুলৈ আহ্। কুমং মৰিল, মই আছোঁ। তোক মই ৰাণীৰ দৰে ৰাখিম। ধনে ধানে সোণে তোক ওপচাই দিম। তই কেৱল আহ।"...

দুয়োৰে আলিতে জুটাপুটি লাগে,—তাই এক্ৰাবলৈ খোজে, সি তাইক

বেচিটৈকেহে আকোৱালি লয়। কেনেবাকৈ তাৰ হাতখন তাইৰ "ৰিবি-য়েগে মেখেলাৰ গাঁথিত পৰে,—সি টানে গাঁথি খুলি যায়, এটা লোচ সি খামোচ মাৰি ধৰে।...সি কয়,—"পাৰ্‌ছলী! অলপ জুৰ ল, সেইদৰে নকৰিবি। মোক এবাৰ তোক মৰম কৰিবলৈ দে। এইদৰে তো তোক কেতিয়াও আকোৱালি লোৱা নাছিলোঁ। হয়তো কুমঙে লৈছিল।—কুমং নাই,-মৰিল। এতিয়া মই লম, সদায় লম-চিৰজীৱন লম।"...লাহে লাহে তাৰ হাতখন পিঠিত বুলাই। এখন হাতেৰে খামোচ মাৰি ধৰা ৰিবি-য়াগেৰ এটা লোচ। পিচফালে মেখেলা স্তললৈ পৰে। তপিনা দুটা ওলায়। লোচটো তাৰ হাতত।

সবলা, অবলা, পাৰ্‌ছলী নিৰুপায়—নিঃসহায়, অকল শৰীয়া। তাই শান্তভাবে কয়,—"শুন্। তাচ। কুমং মৰা নাই এতিয়াও আছে, মোৰ হিয়াত ছাব খাই আছে। মই তাৰ, সি মোৰ। তোৰ হব নোৱাৰোঁ। সকলো দি তোৰ লগত মোৰ সম্পৰ্কৰ মণিধাৰ ছিঙিপেলালোঁ। মোক এৰি দে।"..

নহয়-নহয় তোক নেৰোঁ,—তোক নেৰোঁ। আজি পাইছোঁ, তোৰ সোৱাদ লমেই। আজি লমেই ·" তাইক সি দুই বাহুৰে আকোৱালি লবলৈ যাওতে সি খামোচ মাৰি ধৰি থকা লোচটো তাৰ হাতৰ পৰা সৰি পৰে।

পাৰ্‌ছলীৰ দেহা কঁপে, খঙত তাচক ধাক্কা মাৰি আজোৰ মাৰি তাৰ বাহুৰ বান্ধৰ পৰা মুকলি হৈ পুলকা মাৰে। ধাক্কাত তাচ মাটিত পৰি যায়। তাই ভিৰাই লৰ মাৰে য়ামেৰৰ ঘৰৰ ফালে। .

...য়ামেৰৰ ঘৰ পাই 'জৱা'ত ঠিয় হৈ "টুংগং"-চাঙৰ এটা কাণ ধৰি পাৰ্‌ছলীয়ে চিঞৰে,—"য়ামেৰ। য়ামেৰ!!"...

"য়ামেৰ! য়ামেৰ!! তোক কোনোবাই মাতিছে, যাচোন চা! পাৰ্‌ছলী হবলা।"—বাপেকে শোৱাপাটিৰ পৰা মাতে।

"ছিল্‌মিল্‌কৈ টোপনি আহিছিল;—শোৱাপাটিৰ পৰা ধৰ্‌মৰ কৰি উঠি য়ামেৰে দুৱাৰৰ ডাং খুলি ওলাই আহে। এন্ধাৰ।...

"য়ামেৰ!" পাৰ্‌ছলীয়ে মাতে।...

পাৰ্‌ছলীৰ মাতৰ ফালে তাই আগুৱায়।...

'তোৰ" ৰিবি-য়েগে "মেখেলাখন বেগাই লৈ আন-না সেই পখটোক পাইছিলোঁ, বাটত। এটা থেকেচা মাৰি পলাই আহিছোঁ। পলম নকৰিবি। যা লৈ আন।"

পাৰ্‌ছলীৰ কথা শুনি য়ামেৰে লৰি গৈ তাইৰ এখন ৰিবি-য়েগে—মেখেলা-

খন লৈ আনে। পাৰ্‌ছলীয়ে লবালবিকৈ মেখেলা পিন্ধি "কবাং" জখলায়েদি টুংগং'-চাঙত উঠে।...দুয়ো এচুকত বহে। পাৰ্‌ছলীয়ে তাইক তাচৰ অত্যাচাৰৰ কথা সকলো কয়।· তাই ফোঁপাই থাকে।

ভিতৰৰপৰা এখন দীঘল পাটি ঢৰা আনি টুংগং-চাঙত পাৰি দুয়ো বাগৰে, শুই। শুই শুই য়ামেৰে কয়,—"জান পাৰ্‌ছলী!·· মই কুমঙক লগ পাইছিলোঁ।..."

"কুমঙক! কত—? পাৰ্‌ছলী উঠি বহে।

"তই জান—এসপ্তাহৰ আগতে মই দিচাংমুখৰ মোমাইৰ ঘৰলৈ গৈছিলোঁ।"

"জানোঁ।"

"মোমাইৰ ঘৰত্ত কুমং। আগৰ লেখীয়াই চেহেৰা,—তেজ ফুটোঁ ফুটোঁ টল্‌মল্ ডেকা। ইমান খাটনি ,—থকা-শোৱাৰ ঠিক নাই, খোৱা বোৱাৰ ঠিক নাই,—ওৰে দিন অ'ত ত'ত টলৌ টলৌকৈ ফুৰে,—কলৈ যায় কব নোৱাৰোঁ। ঘৰত থাকিলে যঁতৰত সুতা কাটে নাইবা কিছুমান ডেকা-ডেকেৰীৰে সৈতে কিবা মেল পাতে। গাভৰু ইঁতে কাপোৰ বয়। সেই খহটা কাপোৰৰ পৰা চোলা তৈয়াৰ কৰি পিন্ধে।·· গান্ধীৰ দলত সোমাইছে বোলে।·· নিশা এপৰলৈকে মেল। কমলা-মিৰি নামৰ আমাৰ মিচিং মানুহ এজনে হেনো সিইঁতক চলায়।

...তেওঁ বুইছ,—সি অকণো খীণোৱা নাই।..."

"কুমং আছে।" কৈ দীঘল এটা হুমুনিয়াহ কাঢে পাৰ্‌ছলীয়ে।

...য়ামেৰে উলাহেৰে কয়,—"দেশৰ কাৰণে ৰাইজৰ কাৰণে সি পঢা এৰিলে। সি কয়,—স্বাধীন নহলে জীৱন মিছা,—জীৱন নহলে পীৰিতি মিছা। তোৰ কথা মোক কলেই কয়,—পাৰছলীৰ কেনে?—বাপেকে এতিয়াও জিদ কৰেনে? —তাচই কিবা অত্যাচাৰ কৰে নে? মই সকলো বিৰবি কওঁ। তোৰ প্ৰতি তাৰ পীৰিতি এতিলো কমা নাই। বৰং চৰিছে হে।·· "

আৰু বহুতো আলোচনা হয়। দেশৰ সেৱা মহাত্মা গান্ধী,—গান্ধীৰ দল, কমলা মিৰি, সুতা কটা, কাপোৰ বোৱা, খদ্দৰ প্ৰচাৰ কৰা, বিদেশী বস্ত্ৰ নোলোৱা,—ইংৰাজৰ শাসন ওফৰোৱা,—স্বাধীন ভাৰত গঢ়া।...

য়ামেৰে বুজিছে,—পাৰ্‌ছলীয়ে ভালকৈ নুবুজে। সকলো নতুন কথা।... কথা-বতৰা পাতোতে য়ামেৰে টোপনি যায়।...পাৰ্‌ছলীয়ে উজাগৰে থাকে। তাইৰ মনত নানান্ ভাব আহে।...

...কি জঘন্য পশু এই তাচটো। কেনেকৈ তাইক সি আকোৱালি লৈছিল,

—গাত হাত ফুৰাইছিল। তাইৰ বুকু, গাল, পিঠি, তপিনা পিহিছিল, মথিছিল। এই দবুৰ "পূজাৰ দিনা তাইৰ ওপৰত অত্যাচাৰ কৰিছিল—পাপ-পাপ।! তাই নাঙঠা হৈ পৰিছিল। ছিঃ তাইৰ উলঙ্গ দেহা সি ভোগ কৰিব খুজিছিল। এই পাপী দেহা কুমণ্ডক তাই কেনেকৈ সঁপি দিয়ে? ··গোটেই গা তাইৰ ঘিণ ঘিণ লাগে।·

··নাই-নাই—এই দেহা ৰাখিব নোৱাৰি।··ৰাখিব নোৱাৰি। ছুৰা-ছুৰা।···

···বাহিৰত কাহিলি কাহিলি জোনাক। সপোন হেন ৰূপোৱালী জোনোৱালী।

শেষ নিশা। নিৰল।

কাষতে তাইৰ লগৰী-য়ামেৰ টোপনিত লালকাল। দিচাংমুখৰ মোমায়েকৰ ঘৰৰ পৰা লুইত্ পাৰ হৈ আহিছে খোজ কাটি বামে বামে ইমান দূৰ বাট-কুৰি বাই। তাই ভাগৰত ঘুমটিত বিভোৰ।··

লাহেকৈ শোৱাপাটিৰ পৰা পাৰছলীয়ে উঠে। হাতত সাৰে ভৰিত সাৰে তাই "টুংগং"-চাঙৰ পৰা জখলায়েদি নামি কাষৰ জোহালি ঘৰত সোমায়। এটা দমৰাৰ ডিঙিৰ পঘা খুলি লৈ তাই তাৰ পৰা ওলাই আহে।···

··সোৱা কঁঠাল-গছ। ওচৰলৈ তাই যায়। দেৱতাসকলকৈ নমস্কাৰ জনাই তাই গছ জোপাত উঠে। মিচিং-ছোৱালী তাতে পাৰ্ছলী, তাইৰ কাৰণে উঠা সহজ।···গছৰ এটা ডালত পঘাটো বান্ধে।—এটা মুৰত ফাঁচ-গাঁথি লগাই নিজৰ ডিঙিত সোমাই লয়।

কুমণ্ডৰ কথা ভাবে তাই। চকুলোৰে তাইৰ ভুখন গাল তিতি যায়।···

···য়ামেৰে চিল্‌মিল টোপনিত কাতি হওঁতে খেপিয়াই পাৰ্ছলী নাই বুলি গম পাই চকু মেলি সাৰ পায়।—ইফালে সিফালে চাই, পাৰ্ছলী নাই। টুংগং-চাঙৰ আগ খুটাৰ কাষ চাপি চৌপাশে চায়, পাৰ্ছলী নাই।

—আকাশত কৃষ্ণ-পক্ষৰ অষ্টমীৰ জোন পৰ দি আছে। জোনাক নিশা। ·· ভিতৰলৈ সোমাই তাই মাতে,—"ককাই। ককাই। দেউতা! দেউতা! পাৰ্ছলী নাই।"—চাং-কঁপে—থৰ্‌মৰাই উঠে। 'জৰা'ত নামি তাই চিঞৰে "পাৰছলী!-·পাৰ্ছলী!!"···

ককায়েকে ওলাই একে জাঁপে নামি লৰ মাৰে ইফালে সিফালে চাই,—লগতে চিঞৰে,—"পাৰ্ছলী পাৰ্ছলী!!" ··

মাক দেউতাকো গুলাই চিঞৰে,—"পাৰ্ ছলী !"—

·· জোনাক নিশা। "পাৰ্ ছলী! পাৰ্ ছলী !!"—বুলি সোৱণশিৰীয়েও বিড়িয়ায়। ··

"য়ামেৰ! এখন দা বেগতে লৈ আন। ককায়েকৰ চিঞঁৰ শুনি য়ামেৰে লৰি ভিতৰ সোমাই দা এখন লৈ আনি চাঙৰ পৰা নামি ককায়েকৰ চিঞৰৰ ফালে লৰ মাৰে। ··

সেই কঁঠাল গছ জোপা।···তাৰে এটা ডালৰ পৰা কিবা এটা ওলমি আছে। দা-খনলৈ খপ্ জপ্ কৈ ককায়েকে গছত উঠে। বাপেক গৈ উপস্থিত।

"দেউতা চাবি-ভালকৈ ধৰিবি।"—ককায়েকে দা-খনৰে সেই চিপজৰী ৰেপে ৰচা কটা যায়;—দেহাটো পৰে। বাপেকে থাপ্ মাৰি ধৰে।·· য়ামেৰে সেই খোলোচা গাথিটো ডিঙিৰপৰা খুলি সেই পঘাটো দলিয়াই পেলায়।

—ককায়েকে গছৰ পৰা নামি পাৰ্ ছলীৰ অচেতন দেহাটো তুলি চাংঘৰলৈ লৈ আনি 'মৰাম' জুহালৰ কাষতে শুৱায়।

—জুহালৰ জুই দপ্ দপ্ কৈ জ্বলে।· ·পাৰ্ ছলীৰ অচেতন দেহাত চেতনা আছে।···

পলম হলেই বিপদ আছিল।···

···ৰইখা।···

শিৱসাগৰ জিলাৰ মিচিং-ডেকা-গাভৰুসকলে উত্তৰ পাৰে আহি লখীমপুৰ জিলাত বিয়পি পৰে।·· চাৰিও ফালে মিৰি-গাওঁবোৰত গান্ধীৰ কথা।· কুমং-হতৰ গাওঁত সংগঠন বৰ টনকিয়াল।·· "মিম্বিৰ য়ামে"-ডেকা-গাভৰুৰ সংগঠনে এটা ধুনীয়া ঘৰ সাজে। তাতে ডেকা গাভৰুৱে মিলি আজৰি সময়ত নেওঠে, কপাহ ধুনে, পাজী বাটে, সুতা কাটে, কাপোৰ বয়। প্ৰায়েই শুনা যায়, নেওঠনিৰ কেৰ্‌কেৰণি, ধুনুৰ ধুন্‌ধুননি, তাঁত-শালৰ খটখটনি।···গাওঁত কপাহ-গছৰ বাগিছা হয়।···

এনেয়ে মিৰি-জীয়ৰীসকল কাজী-শিপিনী,—বোৱা-কটাত পাকৈত বৰ বাপ তাতে এনে উদ্‌গনি উচটনি; খদ্দৰৰ প্ৰচুৰ আমদানী হয়।· পাৰ্ ছলীহঁতৰ গাওঁলৈও এনে বতাহ বয়।···পাৰ্ ছলীৰো বৰ মন। তাইৰ ইচ্ছা, কুমণ্ডক লগ ধৰি তাৰ পৰামৰ্শ লৈ দেশৰ কামত তাম্লো নামে।···এদিন য়ামেৰৰ ককায়েকৰ লৈতে দিচাং-মুখলৈ যায় মাক-বাপেকৰ অনুমতি লৈ।

…কুমণ্ডৰ লগত তাই সদায়।…সিহঁতৰ মনত পীৰিতিৰ লবা-ধেমালি নাই, আছে প্ৰেমৰ নিষ্ঠা।…

পাৰ্‌ছলীৰ লগ পাই কুমণ্ডৰ প্ৰেৰণা বাঢ়ে, দেশৰ কাম তাৰ দুগুণ চৰে।… ঘৰৰ কথা তাই পাহৰি যায়, য়ামেৰৰ মোমায়েকৰ ঘৰত থাকি গাওঁৰ গাভৰুকেই জনীৰ লগত অত তত ঘুৰে, সুতা কাটে, তাঁত বয়, দেশৰ কথা কয়।…

তাই কুমণ্ডৰ কেৱল প্ৰেমিকাই নহয় সহকৰ্ম্মিনী সহ-ধৰ্ম্মিনীও।…কুমণ্ডৰ পৰা তাই শিক্ষা লয়, দীক্ষা লয়, শিকে বুজে।…

ঘৰৰ কথা তাই পাহৰি যায়।…বাপেকে নাজানে কুমং বাঁচি আছে বুলি। পোনতে তাই ভালেৰে শান্তিৰে য়ামেৰৰ মোমায়েকৰ ঘৰত আছে বুলি শুনি বুঢ়াই বং পায়। যাক তেও তাই শান্তিৰে আছে।…

…কেনেবাকৈ বুঢ়াই গম পায়,—কুমং বাঁচি আছে বুলি আৰু তাৰ লগতে তেওঁৰ জীয়েকো থাকে। তেওঁ মানুহ পঠিয়ায় তাইক আনিবলৈ। তাই নাহে। যতবাৰ পঠিয়ায় ততবাৰ তাই নাহে।…এৰ্‌বাম গাওঁবুঢ়াই খণ্ডত থানাত এজাহাৰ দিয়ে, কুমঙে চুৰ কৰি তেওঁৰ জীয়েক পাৰ্‌ছলীক পলুৱাই নিছে বুলি।…

‥য়ামেৰৰ মোমায়েকৰ ঘৰৰপৰা কুমং আৰু পাৰ্‌ছলীক এৰেষ্ট কৰি নিয়া হয় দিচাংমুখৰ মিৰি গাওঁৰপৰা শিৱসাগৰ চহৰৰ থানালৈ। শিৱসাগৰৰ পৰা নিয়া হয় ডিব্ৰুগড়লৈ। শেষত নগৰৰ জেলৰ হাজতত দুয়ো থাকে কুমং আৰু পাৰ্‌ছলী ছমাহ।…বিচাৰৰ আৰম্ভ হোৱা নাই।‥

লৱণ আইন ভঙ্গ।‥দাণ্ডীযাত্ৰাত মহাত্মা গান্ধী আৰু তেওঁৰ দল… তেওঁলোক বন্দী হয়।‥

দেশ-জুৰি আন্দোলন চলে।…

অসমতো বহু-নেতা, স্বেচ্ছা-সেৱক আৰু কৰ্ম্মীসকল বন্দী।…ডিব্ৰুগড় জেইল ভৰি যায়। বহু-ছাত্ৰ-বন্ধুৰ লগত তাৰ জেলত সাক্ষাৎ হয়।

নাৰী কাৰাবাসতো পাৰ্‌ছলীৰ বহু স্বেচ্ছাসেৱিকাৰ লগত দেখা হয় তাতেই তেওঁলোকৰ ওচৰত লিখা-পঢ়া শিকে।…

কুমং ছোৱালী চুৰিত বন্দী, লগতে পাৰ্‌ছলীও।

আন সকল ৰাজনৈতিক বন্দী। বহু পাৰ্থক্য।

…কুমঙে-জানে সিহঁত দুয়ো নিৰ্দোষ। সেয়ে তাৰ সান্ত্বনা।…

…বিচাৰ হয়।…কমং-পাৰ্‌ছলীয়ে সকলো কথা বিবৰি কয়। পাৰ্‌ছলীয়ে

কয়।—"মই বৰ্ত্তমান সৰু ছোৱালী নহয়; মোৰ বয়স যথেষ্ট হৈছে, ওঠৰ বছৰ পাৰ হৈ গৈছে। মই নিজ ইচ্ছায় তেওঁক স্বামীৰূপে বৰণ কৰিছোঁ আৰু তেওঁৰ লগতে আছোঁ।"...

বিচাৰত দুয়ো মুক্তি পায় এবছৰ জেলত থকাৰ পিছত।...

মুকলি মুৰীয়াকৈ দুয়ো থাকিলেও বহু সময়ত নিজৰ নিজৰ কামত ব্যস্ত থাকে।...

...এৰ্ ৰাম গাওঁবুঢ়াৰ জিদ্ ভাঙে। তাচই হাৰ মানে। পীৰিতিৰ জয় হয়।·

—এদিন বুঢ়াৰ ঘৰত মহা-সমাৰোহেৰে বিয়া পতা হয় দুয়োৰে।... জুনাপেগুৰ লগত পাৰ্ছলীৰ বাপেকৰ হিয়া ৰং-উলাহত ঠাই নোজোৰা হয়।... তাচই তিনি নিশা চকু মুমুদাকৈ বিয়াত তিনি দিন গা লাগি খাটে।

· ·সাংসাৰিক দাম্পত্য জীৱনতকৈ আদৰ্শৰ মূল্য ডাঙৰ।...দুয়ো দেহে কেহে সাংগঠনিক কামত লাগি যায়।

পাৰ্ছলী সামান্যা তিৰোতা নহয়,—শিক্ষিতা, আদৰ্শত দীক্ষিতা,...লিখা-পঢ়া জনা স্কুলত নপঢ়িলেও, ভাল বক্তৃতা দিব পাৰে।

...কমলা মিৰিৰ দৰে দুয়োৰে নাম বিয়পি পৰে।··

...এইদৰে দিনবোৰ বাগৰি যায়, নানান ঘটনা-বহুল জীৱনৰ মাজেদি।

...কুমণ্ডৰ জীৱনৰ নাওত পাৰ্ছলীৰ জীৱনো উটি যায় ওপৰত আদৰ্শ ভোটা-তৰা তিৰবিৰায়।...

দ্বিতীয় মহাসমৰ।...

ভীষণ যুদ্ধই ইউৰোপৰ পৰা গৰজি গোটেই পৃথিবী বিয়পি পৰে।

...কিছুমানৰ স্বাৰ্থৰ কাৰণে এনে জুইৰ ফিৰিঙতি গোটেই বসুমতীত জ্বলাই দাবানলৰ ৰূপ লৈ ধ্বংসকাৰী হয়। এখন এখন দেশ জ্বলি যায়, পুৰি যায়, ধ্বংস হয়।...

·· জাৰ্ম্মান, জাপান, ইটালী এই দেশ তিনিখনে সেই জুই জ্বলায় সিহঁতৰ কিছুমান ধনকুবেৰৰ স্বাৰ্থৰ কাৰণে। আমেৰিকা, বৃটেনে নামে তেনে কাৰণত; শেষত ৰুচীয়াই নামে জনগণৰ স্বাৰ্থত।

জাপানৰ ভীষণ ড্ৰেগনে দক্ষিণ পূৱ এচীয়াৰ এখন এখন দেশ গিলি খায়। মণিপুৰত বোমা পৰে। গোটেই ভাৰতত বৃটিছৰ সৈন্যবাহিনীয়ে ছাউনি পেলায়। অসম ৰণ সমাৰোহেৰে ভৰপুৰ হয়। অসমৰ গাঁৱে ভূঁয়ে পৰ্বতে কন্দৰে, নন্দৰে চহৰে বৃটিছৰ ৰণসমাবেশ বিয়পি পৰে।

…সন্ধিয়াৰ পিচত গাভৰু তিৰোতাই ঘৰৰ বাহিৰলৈ ওলাব নোৱাৰে, ওলালেই সিহঁতৰ কামাগ্নিৰ পাশবিক শিখাত জাহ যাব। কত গাভৰু নিৰুদ্দেশ হয়।…চাৰিওফালে কেৱল ভয়-ভয়-ভয়।…অসম তথা ভাৰতত ক্ৰন্দসী ৰোদসীৰ করুণ আৰ্তনাদে গগন ভেদে; চাৰিও-ফালে হাঁহাকাৰৰ ৰোল উঠে; গোটেই দেশ জুৰি হা-হুমুনিয়াহৰ ধুমুহা বয়।…

আগষ্ট প্ৰস্তাৱৰ মন্ত্ৰত দীক্ষিত হৈ গোটেই দেশবাসী জাতি-ধৰ্ম্মনির্ব্বিশেষে জাগি উঠে,—হুঙ্কাৰ কাঢ়ে—"বন্দে মাতৰম্, ভাৰতমাকী জয়,—ভাৰত-ত্যাগ কৰ, কৰেঙ্গে ইয়া মৰেঙ্গে।"

জাতিৰ নব-জাগৰণৰ হুঙ্কাৰ-গৰ্জন শুনি বৃটিছ-সিংহ কঁপি উঠে।—কুট্নীতিৰ মন্ত্ৰেৰে ভাৰতী আইক দ্বি-খণ্ড কৰিবৰ মন কৰে শক্তিশালী গণ-জাগৰণক দুৰ্ব্বল কৰিবলৈ। দ্বি-জাতি তত্ত্বৰ মন্ত্ৰ ফুঁকে।

সাম্প্ৰদায়িক দাঙ্গা-হাঙ্গামা আৰম্ভ হয়;—মানুহ পশুত পৰিণত হয়। হিন্দু-মুছলমানে ইজনে সিজনক খতম কৰিবলৈ চেষ্টা কৰে, —পাশৱিক অমানুষিক অত্যাচাৰ চলে,—ভাৰতী-আইৰ বুকুত ৰক্তৰ বাণ বয়।…খাদ্যৰ সমস্যা বাঢ়ে। এটুপি ভাতৰ ফেনৰ কাৰণে মানুহে হাত বঢায়, কলিকতা মহানগৰীৰ অলিয়ে গলিয়ে কুকুৰ, মেকুৰীৰ দৰে মানুহ মৰে,—মৰাশ গেলি যায়, পচি যায়,—দুৰ্গন্ধ ওলায়,—বিয়পি পৰে।…

স্বাধীনতাৰ যুগ্রাকসকলৰ অন্তৰত জুই জ্বলি শতগুণে বাঢ়ে।…

আগষ্ট-বিপ্লৱ আৰম্ভ হয়।…

কুমং-পাৰ্ছলীও সেই স্বাধীনতাৰ যুঁজত জপিয়াই পৰে।—চকুত টোপনি নাই; জিৰণি নাই,—গাঁৱে-ভুঁয়ে গৈ মানুহ সকলক এই যুঁজত দলে দলে আহি যোগ দিবলৈ কয়; দলে দলে বুঢ়া-বুঢী, ডেকা-ডেকেৰী, লৰা-ছোৱালী আহি যোগ দিয়ে। বৰ বৰ নেতাসকল জেলত সোমায়; নেতাহীন জনতাই নিজেই নেতৃত্ব লয়। উত্তেজিত জনতাই চাৰিওফালে বাণ-পানীৰ দৰে বিয়পি পৰে।

স্কুল-বন্ধ হয়, কলেজ-অফিচ সকলো বন্ধ;—অৰাজকতা সৃষ্টি হয়। পুলিচ মিলিটাৰীৰ দল সচল হয়, চোৰাংচোৱাবোৰে গাঁৱে-ভুঁয়ে নগৰে-চহৰে পিয়াপি দিয়ে জনতাৰ ওপৰত অত্যাচাৰ চলে। জেল-ফাটেক ভৰি যায়।

গুপুতে গোপনে শক্তি বাহিনী, মহিলা-বাহিনী সংগঠিত হয়।

থানাত জাতীয় পতাকা উত্তোলন, ৰেল-লাইন উৎখাত আদি ধ্বংসকাৰী কাৰ্য্য ঠায়ে ঠায়ে আৰম্ভ হয়।

কনকলতা, ভোগেশ্বৰী আইদেউ, মদন, বৌতা, সুত ভ্ৰাতৃদ্বয়, মণিৰাম কছাৰী আদিয়ে পুলিচ-মিলিটাৰীৰ গুলিত জীৱন-আহুতি দিয়ে। কুশল-কোঁৱৰ কমলা মিৰি বন্দী হৈ যোৰহাট জেলত থাকে। তাতেই কুশল কোঁৱৰৰ ফাঁচী হয়,—আৰু কমলা-মিৰিয়ে ৰোগত মৃত্যুবৰণ কৰে।...

...শ-শ শ্বহীদে এইদৰে বিনা দ্বিধায় দেশৰ স্বাধীনতাৰ কাৰণে মৰণক আকোৱালি লয়।...ইমান বিশ্বাস, ইমান ত্যাগ আদৰ্শৰ কাৰণে, দেশৰ কাৰণে, জাতিৰ কাৰণে, স্বাধীনতাৰ কাৰণে।

—বৃটিছ সিংহই সেও খায় জনতাৰ দুৰ্দান্ত জাগৰণ দেখি। আলাপ আলোচনা চলাৰ ব্যৱস্থা হয়।—

—কুমং আৰু পাৰছ্‌লীও জেলত থাকে বন্দী হৈ। সিহঁতৰ বহু ডাঙৰ নেতাৰ লগত চিনাকী হয়। সিহঁতৰ কাৰ্য্য দক্ষতা দেখি সকলোৱে সন্তুষ্ট, বেচিকৈ আনন্দ লভিছিল সিহঁতৰ গুৰু কমলা মিৰিয়ে যাৰ ৰোগত সিহঁতে আপ্ৰাণ পৰিচৰ্য্যা কৰিছিল।—সিহঁতৰ সন্মুখতে কমলা মিৰিৰ মৃত্যু হৈছিল আৰু কুশল কোঁৱৰৰ ফাঁচী হৈছিল।—ভাৰতৰ জাতীয় নেতাসকলৰ মুক্তি হয়। বৃটিচৰ কূটনৈতিক দল এটা ভাৰতলৈ আহে।—তেওঁলোকৰ মাজত আলোচনা হয়। মুছলিম নেতা জিন্না-চাহবো উপস্থিত থাকে।—

—১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত দ্বিখণ্ডিত হয়, হিন্দুস্থান আৰু পাকিস্তান।—

—ইংৰাজ যায়, ভাৰত স্বাধীন হয়।

কুমং আৰু পাৰ্‌ছলী জেলৰ পৰা খালাচ পায়।—

কুমঙৰ গাওঁত বিপুল সমাৰোহেৰে স্বাধীনতা-উৎসৱ পতা হয়। কুমঙে নেতৃত্ব লয়।

—পাৰ্‌ছলীৰ গাওঁতো তেনে উৎসৱ পতা হয়। পাৰ্‌ছলীয়ে নেত্ৰী হিচাবে সকলো পৰিচালনা কৰে।—তাচয়ো সহযোগ দিয়ে। তাচৰ চৰিত্ৰৰ মৌলিক পৰিবৰ্ত্তন হয়। তাচ এতিয়া মানুহ, পশু নহয়। পাৰ্‌ছলীৰ আদৰ্শই তাৰ আমূল সলনি কৰায়।—সি ধনী মানুহৰ ঘৰৰ লৰা;—দেশৰ কামত যথেষ্ট সহায় কৰে বৰ্ত্তমান।—

তুখন গাওঁত সন্মিলিয়া "বন্দেমাতৰম্‌";—"স্বাধীন ভাৰতৰ জয়" "মহাত্মা গান্ধীৰ জয়" আদি শবদে জনাই যায়।—

তাৰ পিছত নাচ, গীত, বাজনা।

ওৰে নিশা উখল-মাখল লাগে।—তুখন গাওঁত দোল্-দোপ হিন্দোল্ দোপ্ লাগে।—

—সুপ্ত জন-মনৰ মুক্ত প্ৰকাশ—

—কুমং আৰু পাৰ্‌ছলীৰ দাম্পত্য মণিধাৰত ৰূপহ ডুগডুগী ওলমে। পাৰ্‌ছলীৰ এটা লৰা হয়।—কুমং-পিতৃ আৰু পাৰ্‌ছলী মাতৃৰ মৰমত সি ডাঙৰ দীঘল হয়।—আইতাকৰ আলাসৰ লাৰু, জুনাপেগুৰ মৰমৰ নাতিয়েকে গোটেই কুমং-চাঙত হাঁহিৰ ফুল ফুলায়।

—এৰ্‌ৰাম্ গাওঁবুঢ়াই বুঢ়ীক লগত লৈ টুলুঙা নাওঁৰে সোৱণশিৰী পাৰ হৈ কুমঙৰ "অকুম্" চাংঘৰলৈ গৈ নাতিয়েকক মৰম যাচে। "মৰাম্"-জুহালৰ কাষত "বিচিং"-ৰ ফালে ঢৰাত বহি একে লগে আপং খায় লগতে বহুবিধ বস্তুও।—"কক্‌দাং"-ৰ ফালে বহি থকা বুঢ়া মাকৰ কোলাৰ পৰা নামি নাতিয়েকে নিগনি দাঁত চাৰিটা নিকটাই হাঁহি হাঁহি ককাৱকৰ কোলালৈ বগাই আহি বহি বুঢ়াই চুমাখাবলৈ মূৰ দোৱাওতে তেওঁৰ গোঁফ কোচাত খামোচ মাৰি ধৰি টানে। দুই বুঢ়াই ৰং পায়। আইতায়েকে চাই হাঁহে। পাৰ্‌ছলীয়ে লাজত তাৰপৰা গুছি যায়।—বিয়েয়েক জুনা পেগুৰ উলাহৰ সামা নাই।—এদিন কুমং ঘৰত আছে।—

সন্ধিয়া।—

ভৰ বাৰিষা। আধা ছাঁ আধা পোহৰত এখন নাও কুমং-ইতৰ 'অকুম'-চাংঘৰৰ 'টুংগং-চাঙৰ "কাবাং" জখলাত লাগে। টিঙৰ ৰচাদাল বান্ধি থয় জখলাত।—

সোৱণশিৰীৰ ঢল আহি গাওঁখন ভৰাই দিয়ে। বাণপানীৰ ফলত চাৰিওফালে পানী পানী পানী।—

নাওখনৰ পৰা তিনিজন মানুহ জখলায়েদি চাঙত উঠে। কুমে দেখি আগবাঢ়ি আহে।

প্ৰত্যেকৰে কান্ধৰ পৰা ওলমা মোনা, জোলোঙা।…

"কুমং।"…চিনা চিনা মাত। কাষ চাপে কুমঙে, ভালকৈ চায়,—চিনে,—আহিনা দলে।…

একেলগে কাম কৰিছিল কুমঙৰ লগত স্বাধীনতা আন্দোলনৰ সময়ত,—সি আছিল তাৰ সৌহাত নিস্বাৰ্থ কৰ্ম্মী কৰ্ম্ম যোগী। তাৰ ঘৰ দিচাং মুখৰ মিৰি গাওঁত।·"অ' আহিনা" বুলি কুমঙে তাক আকোৱালি লয়।·

"এই ভৰ বাৰিষা ইয়াত।"—কুমঙে আচৰিত হয়।

'চোৰাং চোৰাই পিচ লৈছে,—পুলিচ মিলিটাৰীদলে খেদি ফুৰিছে।...

আহিনাৰ কথা শুনি কুমং আচৰিত হয় আৰু কয়, "স্বাধীন ভাৰতত!"

তিনিও মোনা তিনিটা এচুকত থৈ চাওঁতে বহে। আহিনাই কয়,—"ভাৰত স্বাধীন! কোনে কয়?—আজিও ভাৰত স্বাধীন হোৱা নাই। ইংৰাজ গল, ধনৰাজ হ'ল। আজি কলাধনী আৰু বগাধনীয়ে ভাৰতৰ জন-সাধাৰণৰ বুকুত বহি টুপি টুপি তেজ পি-ছে,—কৰি কৰি মঙহ খাইছে, কুৰুকি কুৰুকি হাড় কেইডাল চোবাইছে। আমি খাটিলোঁ, বিয়াল্লিচ্ চনৰ আন্দোলনত স্বাধীনতা যুঁজত আমি হালোৱা-হজুৱা, বনুৱা আৰু তল মজলীয়া খলপৰ দুখীয়া শ্ৰেণীৰ ৰাইজে মিলি কিমান যুজিলোঁ,—অথচ আমাৰ অওহী বওহী গৰীব ৰাইজে আজি এমুঠি খাবলৈ পায়,—এমুঠি খাবলৈ নাপায়। অথচ যি সকল দ্বিতীয় মহাসমৰৰ সময়ত বিয়াল্লিচ চনৰ যুঁজাৰু সকলক চোৰাং হিচাবে ধৰাই দিবলৈ সহায় কৰিছিল, ঠিকাদাৰী কৰি ডাঙৰ ধনী মানুহ হৈ কাৰেং হেন ঘৰ সাজি লাখ লাখ টকা বেঙ্কত জমাইছিল, স্বাধীনতা পোৱাৰ লগে লগে সজা সলাই খহটা খদ্দৰৰ ধুতি পাঞ্জাবী, আৰু গান্ধী টুপী পিন্ধি আজি তেওঁলোক হৈছে আচল নেতা, আচল দেশ-সেৱক টকাৰ জোৰত। আৰু আমি প্ৰকৃত ত্যাগী, কৰ্মী, দেশ-সেৱক হলোঁ—বিশ্বাস-ঘাতক, দেশ-দ্ৰোহী, সমাজ-দ্ৰোহী।...

"আহিনা! তুমি এইবোৰ কি কথা কৈছা?" কু'মঙে সোধে।

"ঠিক কথা কৈছোঁ,—সঁচা কথা। এনে ঠিক কথা কোৱাৰ কাৰণে সিহঁতে আমাক কয়,—কমিউনিষ্ট।" কুকুৰ মেকুৰীৰৰ দৰে আমাক খেদি ফুৰে ভাৰতৰ স্বাধীন চৰকাৰৰ পুলিচ-মিলিটাৰীইতে।..."

পাৰ্‌ছলীয়ে ইমান পৰ শুনি আছে 'গেদাং-য়াপ্‌গ' আগ দুৱাৰৰ কাষত থিয় দি তাই মাত দিয়ে,—"কোনে নো কথা পাতি আছে? ওলাই আহি দেখোঁ।—আমাৰ আহিনা ককাইহে।...

"অ—পাৰ্‌ছলী!—ভাল তো?"

"ভাল। পিছে বাজত কিয়? ভিতৰলৈ আহ আকৌ?"

কুমঙে বল্ আহিনা"-বুলি উঠে, লগে লগে তিনিজনো। পাৰ্‌ছলীয়ে মোনা তিনিটা লৈ ভিতৰ সোমায়।...

'মঃ ৰাম্' —জুহালৰ ওচৰত বহতো আলচ হয়।...

আহিনাই কৈ যায়,—শুনা নাই কুশল কোঁৱৰ, কনকলতা, কমলা মিৰি আদি শ্বহীদ সকলৰ আত্মাৰ ইননি-বিননি। সেই ইননি বিননি আজিও কাণে

কাণে ফুচফুচাই কয়,—আমাৰ জীৱন-আহুতি অথলে গ'ল। ভাবিছিলোঁ। ইংৰাজ শাসনেই ৰাইজৰ দুখ, অসুখ, অশান্তিৰ কাৰণ। সেয়েহে বগা বঙালৰ শাসন আমি হালোৱা, হজুৱা, বনুৱা আৰু তল-মজলীয়া দুখীয়া তৰপৰ ৰাইজে একচিপে উঠি একেলগে মিলি জোকাৰি উভালি উফৰাই পেলালোঁ। আমাক আতৰাই কিছুমান স্বাৰ্থপৰ নতুনকৈ পাবত গঁজা ধনী নেতাই চৰকাৰৰ গাদী আকোৱালি অধিকাৰ কৰিলে। ইংৰাজ গ'ল, ধনৰাজ হ'ল। আমাৰ অশান্ত আত্মাই তইঁতৰ দুখ কষ্ট দেখি, আজিও অসুখ, অশান্তি আতৰি নোযোৱা দেখি ইনাই বিনাই ফুৰিছে। তইঁত ধনৰাজ ভাঙি গণ-ৰাজ পাত। নহলে তিল্ তিলকৈ মৰিবি।...সচাঁকৈয়ে কুমং। গণৰাজ নাপাতিলে সুখ-শান্তিৰ আশা নাই।...

"কুমং! কথাপাতি থাকিলে হব নে? নাচেঙৰ মাক। অলপ সোনকালে কৰ। পাৰ্ছলী! ততায়াকৈ যতন ল আৰু।" কুমঙৰ ককায়েক ন-ৰামে কৈ খৰখেদা লগায়।

সকলোৱে কামত ব্যস্ত হয়।...

...সিহঁতৰ আলোচনাৰ ওৰ নপৰে।...

কুমঙৰ আঁদৰ্শ টলমায়। দুনিয়াৰ শান্তিৰ বাবে তাৰ হিয়াত নতুন ৰেঙনি উজ্বলে।

কুমঙে ভাবে, ৰহুবাৰ ভাবে,—কিন্তু তাৰ শেষ নাই।

আহিনাই কলে, ন-ন-কথা, ন-ন পোহৰৰ কাহিনী ন-আদৰ্শৰে অনুপ্ৰেৰিত জনতাৰ নানান বৃত্তান্ত বিবৰে। বহুদেশৰ সমাজতান্ত্ৰিক ৰিপ্লৱৰ কথা কয়।

আগষ্ট বিপ্লৱ বিপ্লৱ নহয়, এটা সমূহীয়া বিদ্ৰোহ—বৃটিছ সিংহৰ বিৰুদ্ধে বিদ্ৰোহ। বিপ্লৱ হলে আমূল পৰিবৰ্ত্তন হয়। আগষ্ট বিপ্লৱে আমূল পৰিবৰ্ত্তন নঘটালে। সেই দুখ, সেই অসুখ, সেই অশান্তি থাকিয়েই গ'ল, বৰং চাৰি কাঠি চৰিল হে। বিপ্লৱ লাগে, আমূল পৰিবৰ্তন লাগে। কত কথা তাৰ। কুমঙৰ বিস্ময় জাগে।...

.. এসপ্তাহ আহিনা দলেইঁত কুমঙৰ 'অকুম'ত থাকে। শিষ্যই হয় গুৰু, গুৰুই হয় শিষ্য। তাৰ পৰা কুমঙে বহু কথা শিকে। পাৰ্ছলীয়েও।...

.. চাঙৰ চুকৰ শোৱাপাটিৰ পৰা কুমঙৰ দুই বছৰীয়া লৰাই থুনুক্ থানাক্কৈ "আই-আই! দেউতা দেউতা!" বুলি লৰক্ ফৰক্কৈ আহে।...

নতুন যুগৰ নতুন লৰা। এতিয়া পোণা।...

কুমঙে কাষ পাওঁতে তাক তুলি লৈ কোলাত বহুৱায়। আহিনাই তাৰ কোলাৰ পৰা লৰাটোক কাঢ়ি আনি নিজৰ কোলাত লয়। লৰাটোৱে তাৰ ভৱিষ্যতৰ সুখ, শান্তি আনিব পৰা মানুহ আহিনা দদায়েকৰ ফালে আকুলভাবে চায়, পাচত মিচিকীয়াই হাঁহে। ··

পাৰ্‌ছলীয়ে কয়। "আহিনা ককাইক কেনেকৈ চিনি পাইছে, চা।"—

আহিনাই তাৰ কোমল গালত চুমা খায়।···

সাত দিন সাত ৰাতি সেই তিনিজন ফেৰাৰ কমিউনিষ্ট কুমঙৰ ঘৰত কটায়।···শেষ নিশাৰ মাজ।···

·· "গেদাং-য়াপ্‌গ"—আগ-দুৱাৰত মৃদু কোব দিয়াৰ লগে লগে কোনোবাই লাহে লাহেকৈ মাতে,—"আহিনা ককাই! কম্‌ৰেড্‌"···বাৰে বাৰে মাতে।

· "কোন?" · কুমঙে কয়।

"মই যদু মিলি;—দিচাং মুখৰ। আহিনা ককাই আছে নেকি?"···

কুমঙে উঠি দাং খুলি দুৱাৰ মেলে। "গেদাং য়াপ্‌গ"—কেৰ্‌কেৰাই উঠে।

· আহিনা আৰু তাৰ দুজন লগৰীয়ায়ো ঘপহকৈ উঠে।···

যদু সোমাই আহিনা দলেক কয়,—"চকুৰাখানা থানাত খবৰ পাইছে তই ইয়াত থকা বুলি—কুমং ককাইৰ 'অকুম'ত। সিহঁতে বিচাৰি আহিব পাৰে। সেই পুলিচৰ দলে।"···

আৰু এক তিলো ৰব নোৱাৰি। মোনা তিনিটা ঠিক কৰি গাইগোটে একোটা কান্ধৰ পৰা ওলমাই লৈ "কুমং! যাওঁ"—বুলি কৈ তিনিজনে "গেদাং য়াপ্‌গ য়েদি ওলাই যায়। কুমং-পাছে পাছে অনুসৰণ কৰে। জখলায়েদি নামি চাৰিও নাওত উঠে।

এন্ধাৰ।

আহিনাৰ মাত শুনা যায়,—"তইত দুয়ো সিপন নাওত যা। মই যদুৰ নাৱেৰে যাম। যদু! বান্ধ খোল্—বল্।"

···নিশাৰ শেষ পৰ।

পাৰ্‌ছলীয়ে লৰ্‌ধৰ্‌কৈ ওলাই মাতে "আহিনা ককাই! যাবি!"·· "যাওঁ! কুমং! যাওঁ"···। যদুৱে বান্ধ খুলে, বঠাৰে চাঙৰ খুটাত ঠেলি নাও চলায়। ·· দুখন নাও এন্ধাৰত ডুব যায়; কেৱল বঠাৰ মাত,-"ছুপ! ছুপ্!"···

·· সোৱণশিৰীৰ বুকুত ঢলৰ গৰজনি শুনা যায়।

এজাক বৰষুণ আহে, ডবা-পিটা বৰষুণ।

বৰষুণৰ শবদত বঠাৰ কোবৰ মাত মাৰ যায়।···

· এন্ধাৰ-এন্ধাৰ! বৰষুণ-বৰষুণ।···

এন্ধাৰৰ ফালে কুমং আৰু পাৰ্‌ছলীয়ে মিছাকৈয়ে চায়।·· নমনি।··· ঘোপমৰা কলীয়া এন্ধাৰ।···

···কুমঙৰ হিয়া ৰহইচেৰে ভৰি পৰে, ভাববোৰত খেলি মেলি লাগে। ধুঁৱলি-কুঁৱলি।·· এটা ৰহস্য!···

১৯৪৮ চনৰ ৩০ জানুৱাৰীৰ দিনা সেই পাষণ্ড নাথুৰ কিয় জাতিৰ পিতা গান্ধীক দিল্লীত গুলিয়াই হত্যা কৰিলে, জন-প্ৰিয় নেতা পণ্ডিত জৱহৰলাল নেহেৰুৱে প্ৰধান মন্ত্ৰী হৈও কিয় কোনো সমস্যাৰ সমাধান কৰিব নোৱাৰে, হিন্দুস্থান-পাকিস্থান-দুখন স্বাধীন দেশ হৈও কিয় তাৰ পাচতো হিন্দুৱে মুছলমানৰ ডিডি কাটে, মুছলমানে হিন্দুৰ গলা কাটি জবাই কৰে,—মোৰ ক্ষমতা থকা হলে বাটৰ লেম্প-পোষ্টত কলাবজাৰীক ফাঁচী দিম বুলি কোৱা জৱহৰলাল নেহেৰুৱে দেশৰ প্ৰধানমন্ত্ৰী হৈ ও কিয় কলা-বজাৰীইতক ফাঁচী দিব পৰা নাই—বহু প্ৰশ্ন কুমঙৰ মনলৈ আহে।—আহিনা দলে'ৰ কথাবোৰে তাৰ মনত ধুমুহা বোৱায়,—ভাব-সাগৰত ঢৌ তোলে।

···ভাবি, গুনি, চিন্তি একো ঠিক কৰিব নোৱাৰি সি চঞ্চল হৈ উঠে ছট্‌ফটায় সি বিছনাত শুই-শুই।

···"কোন আছে—কোন আছে?" ··চিঞৰি চিঞৰি কোনোবাই 'পেদাং-য়াপ্‌গ'—আগ-দুৱাৰত ঢকনিয়ায়।

কুমঙে উচপ খাই ঘপহকৈ উঠি দুৱাৰৰ দাং খুলি দুৱাৰ মেলি দেখে,— কিছুমান বডা পুলিচ-পিচফালে বন্দুকধাৰী কিছুমান।

···আকাশত ফেহু জ্বালি দিছে,—পোহৰ হয়।···

"কি লাগে?' কুমঙে সোধে।

"তুমি বোলে কিছুমান ফেৰাৰক লুকুৱাই থৈছা?"···পুলিচে প্ৰশ্ন কৰে।

"মই!"—

এৰা, তুমি। কমিউনিষ্ট আহিনা দলেক।

"কৰ আহিনা?"··

"কিয়? নিচিনা হলা?—সেই দিচাং-মুখৰ?"

"ইয়াততো সি নাই।"

"নাই।"—ভেঙুচালি মাৰি কৰ্কশ মাতেৰে সেই বডা পুলিচজনে কয়।

বৃটিছ-ৰাজৰ পুলিচ আৰু স্বাধীন ভাৰতৰ পুলিচৰ কোনো পৰিবৰ্ত্তন হোৱা নাই,
—সেই একেই ।···

"ৰবা, মই চাওঁ ।"—বুলি সি ভিতৰত সোমায়। লগতে দুজনমান বন্দুক-ধাৰী চিপাহীও যায় ।···

ভিতৰত হাই-উৰুমি লাগে। ভিতৰত পাৰ্‌ছলীৰ গালি শপনি শুনা যায়। কুমডে ভিতৰলৈ সোমাব খোজে, বাকী কেইজন চিপাহীয়ে বাধা দিয়ে।·· "মোৰ ঘৰত অত্যাচাৰ কৰিব, মই চাই থাকিম।"—কুমডে খঙত জ্বলি পকি কয়।···

"মনে মনে থাকা।"—এজন চিপাহীয়ে ধমক দিয়ে।

"··কি মনে মনে থাকিম? কেনেকৈ ৰাখ-চাওঁ" বুলিকৈ ষাবলৈ খোজোতেই চিপাহী দুজনে তাক ধৰি ৰাখে।···সিইঁতৰ দুৱাৰ-মুখত জুটাপুটি লাগে।···

ন ৰামে-"দেখিছ দেখিছ"—ইইঁতে ইয়াত জুলুম কৰিছে"—বুলি চিঞৰ দিয়ে।

"কি অসভ্য ইইঁত-জীয়ৰী-বোৱাৰীৰ জ্ঞান নাই শোৱাপাটিৰ পৰা গাত ধৰি তোলে,—কুকুৰ চব, পশু, জানোৱাৰ চব।"—পাৰ্‌ছলীয়ে গালি দিয়ে।

—নাচেং-গাভৰুৱে চিঞৰ মাৰে,—"চা বৌ! চা-ইইঁতে—" ডাঙৰ বৌৱেকে চিঞৰে,—"কোন ক'ত আছ, আহ, ঔ আহ।" ··গাওঁৰ মানুহবোৰ কুমডৰ অকুম-চাংঘৰৰ চাৰিওফালে বেৰি ধৰে,—বুঢ়া বুঢ়ী, ডেকা-গাভৰু, লৰা-ছোৱালী সকলোৱে আহে। এজুম ডেকাই চাওত উঠি সিইঁতৰ হাতৰ পৰা কুমডক এৰুৱায়। কুমং বিজুলী-বেগেৰে ভিতৰ সোমায়, এচাম ডেকাই ভিতৰলৈ গৈ "ৰ-ৰ-নহলে"—বুলি গৰজে।

"খানা-তালাচ কৰিবলৈ আহিছ নে জুলুমবাজী কৰিবলৈ আহিছ" বুলি কুমডে চিঞৰে।

পাৰ্‌ছলীৰ বুকুত নাচেং কঁপি কঁপি কান্দি আছে, ন'ৰামক এজন চিপাহীয়ে ধৰি আছে, কাষত বৈণীয়েকে বাগৰি বাগৰি কান্দি আছে। লৰা পোৱালী হালে মাকক সাবটি ধৰি উচুপি আছে। কুমডৰ লৰাটো ইফালে সিফালে লৰি ধাপৰি শেহত মাকৰ ৰিবিয়েগে মেখেলা খনত খামোচ মাৰি ধৰি "আই! আই" —বুলি চিঞৰি আছে।···

·· বুঢ়া জুনা পেগুই পিছফালে পিচ-দুৱাৰ-য়াপ্‌কুৰ, য়াপ্‌গৰ সিফালে চাওত লাজত অপমানত জোপোকা মাৰি বহি আছে।

কুমডে এই করুণ দৃশ্য দেখি অসহ্য লাগি বলিয়াৰ দৰে চিঞৰে,—"কি চাই

আছ তইঁত—ধৰ্, ইইঁতক।”·· কিছুমান ডেকাই বন্দুক কাঢ়ি লয় কিছুমানে ধৰে চিঞঁৰে,—“বান্ধ ইইঁতক-ৰচালৈ আন-ৰান্ধ-বান্ধ।”—কিছুমানে লৰি ৰচা আনি সিইঁতক বান্ধে। বাহিৰতো কঢাকঢি লাগে ডেকা কিছুমানে বন্দুক কাঢ়ি বান্ধে।···

চাওত গুপ্ গুপনি উঠে,—অকুম্ কঁপে।··

সোৱণশিৰী গৰজি উঠে ;—ডবা পিটা ৰৰষুণ হয়।···

···“যা ইইঁতক থানাত দে গৈ। মই লখিমপুৰলৈ যাওঁ। মুখ্যমন্ত্ৰীক ইইঁতৰ জুলুমৰ কথা টেলিগ্ৰামেৰে জনাওঁ।”· কুমডে আদেশ দিয়ে।

ঘৰৰ অশান্তি শান্ত হয়।·

কুমডো কাপোৰ চোলা পিন্ধি ওলায়। ঘৰৰ মানুহবোৰক কয়,—“তইঁত ভয় নাখাবি। ইইঁতক জানোৱাৰ বুলি ভাবিবি। ডেকাইঁতৰ ফালে চাই কয়—“যা বন্দুক কেইটা থানাত জমা দিবি, আৰু এই কুকুৰ অশান্তিবাহিনী পুলিচইঁতক তাতে গটাই এজাহাৰ দিবি।”·· গিৰিপ্ গিৰিপ্‌কৈ সি ওলাই যায় ছাতি এটা লৈ· ·চাওৰ পৰা নামি ছাতি মেলি এখন নাওত উঠি এজন ডেকাক মাতে। ডেকাজনে এটা বঠা লৈ নামি নাওত উঠি মেলি বঠা মাৰি গুচি যায় মূৰত জাপি লৈ।··

গৰুক পথাৰে বান্ধি খোৱাৰত নিয়াৰ দৰে ডেকাইঁতেও সগৰ্ব্বে ইউনিফৰ্ম্ পিন্ধা পুলিচইঁতক ৰচাৰে বান্ধি লৈ যায়।

গৰুৰ দৰে পুলিচইঁত ৰৰষুণত ভিজে,—ডেকাইঁতে ছাতিলৈ সিইঁতক নাওত তুলি নিয়ে।···

চাৰিখন টুলুঙা নাও সোৱণশিৰীয়েদি যায়।· কুমং ইতৰ নৌ-বাহিনী।··· সোৱণশিৰীয়ে বিজয় গৰ্বত গৰজি বয় সেই নাও চাৰিখন বুকুত লৈ।···কলহৰ কাণ বাগবি ৰৰষুণ পৰে সেই গৰুৰ দৰে চিপাহীইঁতৰ গাত।···

·· চাং-ঘৰৰ গুপ গুপনি কমে, শান্ত হয়।···

শান্তি।·

যোৰহাট জেলত লগ পোৱা লোকপ্ৰিয় নেতাজন-স্বাধীন অসমৰ মুখ্যমন্ত্ৰী ব্যক্তিগতভাৱে যাৰ অতি মৰমৰ আছিল কুম্ং-সেই কুমডে চুটিকৈ বিবৰি লখীমপুৰৰ তাঁৰ ঘৰৰ পৰা টেলিগ্ৰাম কৰে আৰু দীঘলীয়া চিঠি এখন ডাকত লিখি পঠিয়ায়।··

এসপ্তাহৰ পিছত।···শ্বিলঙৰ পৰা খবৰ আহে···মুখ্যমন্ত্ৰীয়ে নিজেই দায়িত্ব গ্ৰহণ কৰিছে।···

· ৰাজনৈতিক কৰ্ম্মী হিচাবে কংগ্ৰেছ-মহলত কুমণ্ডৰ মূল্য আছে।

কংগ্ৰেছ কৰ্ম্মী কিছুমানে বাৰে বাৰে কুমণ্ডৰ ঘৰলৈ আহি আলচ পাতে। এজন দুজন নেতায়ো ভূমুকি মাৰি যায়।···

আহিনা দলেৰ কথা তাৰ মনত পৰে—“এয়ে হ’ল স্বাধীন চৰকাৰ!”··

কুমণ্ডে ভাবে, শিশু ৰাষ্ট্ৰ। এতিয়া সম্পূৰ্ণ জ্ঞান হোৱা নাই, লাহে লাহে হব। ধৈৰ্য্য ধৰিব লাগিব। ইংৰাজ চৰকাৰৰ আমলা-তন্ত্ৰৰ চৰিত্ৰৰ পৰিবৰ্ত্তন হোৱা নাই স্বাধীন ভাৰত চৰকাৰৰ আমলত; লাহে লাহে হব।···

‘লাহে লাহে’ৰ দেশ অসম, ভাৰতো।···

তেওঁ কুমণ্ডৰ মনত এটা খুঁত থাকি যায়, তাৰ মন উচ্‌পিচায়।·· এটা খুঁত কি নো? সি ধৰিব নোৱাৰে।·· এটা সন্দেহ থাকি যায়।

আহিনা দলে তাৰ মনত কি যে খেলি মেলি লগাই গ’ল?

১৯৫০ চন, ১৫ আগষ্ট।···

চতুৰ্থ স্বাধীনতা দিৱসৰ উৎসৱ।

তাচৰ বৰ আগ্ৰহ, এই উৎসৱ ডাঙৰকৈ পতাৰ।·· হয় আয়োজন; আছে তাচৰ বহু ধন-খৰচৰ কাৰণে।

ভৰ বাৰিষা।· ভুৰে ভুৰে বাঁহ আহে।· এমাহৰপৰা ব্যৱস্থা চলে।·· বিৰাট এখন ৰভা-ঘৰ সজা হয়।···ছাল দিয়াৰ দিহা হয়। নাৱে নাৱে খেৰ অনা হয়। ছাল ছোৱা হয় খেৰেৰে। তলত বাৰিষাৰ ঢল: গোটেই ঘৰতে চাং সজা হয়, আহল বহল চাং।·

এফালে ৰান্ধনি-ঘৰ, আনফালে মানুহৰ জিৰণি-ঘৰৰ শাৰী।· ধুনীয়া ডাঙৰ ৰভা ঘৰ।

তাচৰ জিৰণি নাই। গোটেই গাওঁখনৰ মানুহেই কামে-বনে ব্যস্ত। সেই গাওঁৰ “য়ামে-মিমবিৰ”-যুবক-অনুষ্ঠান বৰ শক্তিশালী।·· ডেকা গাভৰু কাৰো গাত তত নাই।···

·· গাহৰি খোৱাৰ কাৰণে গাহৰি, কুকুৰা খোৱাৰ কাৰণে কুকুৰা, পাৰ খোৱাৰ কাৰণে পাৰ, নিৰামিষ-খোৱাৰ কাৰণে চাহ, চেনী, দৈ, গাখীৰ সকলো যোগাৰ কৰা হয়।···

·· বিপুল আয়োজন।···

চহৰৰ পৰা বহু নামী কংগ্ৰেছী আহিব। যোৰহাটৰ মহান ত্যাগী কৰ্ম্মবীৰ নেতা এগৰাকী সভাপতি হৈ আহিব লগতে আহিব তেওঁৰ পত্নী গৰাকীও।

গাওঁৰ সকলো বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, লৰা-ছোৱালীৰ সহায় আৰু সহযোগত গোটেই সভা-থলি ৰভা-ছালী, ধুনীয়া হৈ উঠে। সন্মুখত সুন্দৰ সেউজবুলীয়া পাতেৰে সজোৱা প্ৰকাণ্ড তোৰণ।

অসংখ্য স্বেচ্ছা-সেৱক-সেৱিকাৰ দল। গাত বগা, নিকা ধপ্‌ধপীয়া খদ্দৰৰ পোচাক, মূৰত গান্ধী টুপী।

...আবেলিৰ পৰা সভা আৰম্ভ হোৱাৰ কথা।...

...যোৰহাটৰ পৰা সস্ত্ৰীক কৰ্ম্মবীৰ নেতা গৰাকী সভাপতি স্বৰূপে আমন্ত্ৰণ-ক্ৰমে উপস্থিত। চহৰৰ দুই এজন নেতায়ো আহে।

জুমে জুমে, দলে দলে, জাকে জাকে ৰাইজ আহি বহে। ৰভা-থলি ভৰপূৰ,—অলেখ-লেখ মানুহ, অগণন।

এজুম ডেকা গাভৰুৱে ঢোল-তাল বজাই সভাপতিক তোৰণেদি আদৰি-সাদৰি আগবঢ়াই আনে। দুশৰীয়া স্বেচ্ছাসেৱক-সেৱিকাই জয়ধ্বনিৰ বোল তুলি আহ্বান জনায়।

ৰভা-ছালৰ টিংথোপত তিনিবৰণীয়া জাতীয় পতাকা বিজয়-গৰ্ব্বে উৰি থাকে।

...আৰম্ভণী-গীতৰ লগে লগে সভাপতি বৰণৰ পিচত সভাপতিয়ে আসন-গ্ৰহণ কৰাৰ পাচত গতানুগতিক ভাবে কাৰ্য্যক্ৰম-অনুসাৰে সভা আৰম্ভ হয়।

.. পাৰ্‌ছলীয়ে সুৱলা-ভাষাৰে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰে।

.. সভাপতিৰ পত্নীয়ে মুখ্য অতিথি হিচাবে সুন্দৰ বক্তৃতা দিয়ে।

নিৰ্দ্দিষ্ট বক্তা হিচাবে কুমডে বক্তৃতা আৰম্ভ কৰে; তাৰ ওজস্বিনী বক্তৃতা শুনি শ্ৰোতাসকল স্তম্ভিত হয়,—জাউৰিয়ে জাউৰিয়ে শলাগৰ হাত চাপৰি পৰে।

"শুনা নাই বিয়াল্লিচ্ চনৰ গণ বিপ্লৱত জীৱন-আহুতি দিয়া শ্বহীদ সকলৰ আত্মাৰ ইননি বিননি।... ভাবিছিলো ইংৰাজৰ শাসন উফৰি যোৱাৰ পিছত ৰাইজৰ হালোৱা, হজুৱা, বনুৱা আৰু তলমজলীয়া দুখীয়া তৰপৰ ৰাইজৰ সুখ হব, শান্তি হব, যাৰ কাৰণে এই শ্বহীদ সকলে স্বাধীনতা যুজৰ অগণিত আত্মবলি দিছিল। স্বাধীনতা পোৱা আজি চাৰি বছৰ হ'ল,—এই দুখীয়া ৰাইজৰ সুখ হ'ল জানো!' আজিও সেই শ্বহীদসকলৰ অঙহী-বঙহী দুখীয়া ৰাইজে কলঢপ্-কলঢপ্‌কৈ জীয়াই আছে,—দুখ, অসুখ, অশান্তি, অভাৱ, দুৰ্য্যোগ দুগুণ বাঢ়ি

হে গৈছে। সেয়েহে শ্বহীদ সকলৰ আত্মাই ইনাই বিনাই তেওঁলোকৰ অঙহী বঙহীক সাৱধান কৰি দিছে।”…কুমঙৰ বক্তৃতাৰ সুৰ চৰি যায়।…

…সন্ধিয়া লাগে।..

সভাথলিত বহু পেট্ৰোমাক্স লাইট উজ্বলি জলমলাই থাকে।

পাৰ্‌ছলীৰ পিচফালে ; তাচ,—তাচৰ কোলাত পাৰ্‌ছলীৰ পুতেক টোপনিত লালকাল।· ·

কুমঙে গুঁজৰি কয়,—“আজি কলৈ গ'ল মহাত্মা গান্ধীৰ আদর্শ,—কলৈ গ'ল সেই আদর্শৰ দ্বাৰা অনুপ্ৰেৰিত স্বাধীনতাৰ যুজাৰু সকল। আজি তেওঁলোকৰ যথা-স্থানত ঠাই নাই। আসন জুৰি আছে নতুনকৈ পাৰত গঁজা ভুৱা নেতাসকল। …আজি তেওঁলোকে দেশখনত জুই জ্বলাইছে,—জাতিৰ ধ্বংস আনিছে। কিমান দিন আৰু বাইজে এই ভুৱা চং চাই থাকিব, তেওঁলোকে মুৰ তুলি জাগি উঠিব। সেই গণজাগৰণে এনে এটা ভূমিকম্প আনিব, যি প্ৰলয়ঙ্কৰ ভূমিকম্পই…”

গুড়ুম।…

ৰভা থলি কঁপে, ভীষণ ভাবে কঁপে।· হুলুস্থুল লাগে। জন-সমাবেশৰ মাজত হৰা-হুৰা, হুৰ্‌মুৰ্‌-চিঞৰ-বাখৰ লাগে।…

গুড়ুম্!—গুড়ুম !!·· কামানৰ গর্জ্জনৰ দৰে, পর্ব্বতত শব্দ।…

…ভূঁইকঁপ প্ৰলয়ঙ্কৰ ভূমিকম্প।.

ডাঙৰ জোকাৰণি! মানুহবোৰৰ মাজত কোঢাল,—গগণভেদি আর্ত্তনাদ। ৰভাৰ ছাল বাগৰি পৰে। সকলোৰে অ'ত ত'ত পলায়।·· “অকুম্‌-চাংঘৰ-বোৰ এবাৰ ইফালে হালে এবাৰ সিফালে হালে—কোনোবা পৌতখায়, কোনোবা বাগৰি পৰে। মাটি ফালি চিৰাচিৰ হয়, পানী ওলায়। গৰু মহ, গাহৰি মানুহ পলায়, খুন্দা খায়, পৌত খাই মৰে। চৰাই চিৰ্‌কতিৰ আকুল কৰুণ কোলাহল উঠে।…

সোৱণশিৰী গুঁজৰি উঠে। সোৱণশিৰীৰ বুকুত পাহাৰৰ দৰে ঢল বাগৰি আহে। সেই ঢলে গাওঁখন ঢাকি পেলায়, সকলোকে উটুৱাই নিয়ে, ঠাইখন মৰিমুৰ কৰে। ধ্বংসকাৰী দুৰ্য্যোগ।…“পাৰ্‌ছলী! পাৰ্‌ছলী” কল্লোলৰ মাজত কুমঙৰ মাত শুনা যায়! কুমং!”·· পাৰ্‌ছলীৰ চিঞৰ শুনি সেইফালে কুমঙে সাঁতোৰে।.. কোনোমতে পাৰ্‌ছলীক ধৰে। দুয়ো আলিঙ্গনৰ পাশত আবদ্ধ। “কুমং!…পোনাটি ক'ত?”…পাৰ্‌ছলীয়ে সোধে!…“চিন্তা নাই পাৰ্‌ছলী!”

চেনী মেলো ই চাব।···দুয়ো ভাহি যায়,—উটি যায় আলিঙ্গনৰ পাশত বান্ধ খাই —অনন্ত সাগৰৰ ফালে।

এখন নাওত এজাক হতচিৰীয়াৰ দল। এচুকত তাচ কোলাত কুমং পাৰ্‌ছলীৰ লৰাটো—পোণা। উটি যায় সেই নাওখন নিশাৰ উদ্দেশ্যবিহীন ক'লা দেশৰ ফালে,···

· সকলো অদৃশ্য—। এন্ধাৰ,—ঘোপমৰা এন্ধাৰ।··

ক'লা ক'লা ক'লা।···

ক'লা যৱনিকা।···

সোৱণশিৰীৰ চিঞৰ,—আকাশৰ গুঞ্জৰণি শুনা যায়।

ৰৰষুণে চকুলো টুকি কান্দে,—ৰিম ঝিম, ৰিম্‌ঝিম। পৰ্ব্বতে গুঞ্জৰে,—গুড়ুম্!

---

* ৭ম বছৰ ২য় সংখ্যা আমাৰ প্ৰতিনিধি। কলিকতা।



# ৰাভা স্মৃতি প্ৰবাহ

## বোৱতী সুঁতি

১৯৩০ চন।······

৺ গান্ধীৰ সত্যাগ্ৰহ আন্দোলন।···ভাৰতৰ চৌবেৰৰ মাজত মুকুতিৰ বাবে বাইজৰ মাজত খলকনি।···সেই খলকনিৰ হেলেপনিৰ এখুন্দা কোচ বিহাৰতো।

···দেখি শুনি মোৰ মনত উগুল থুগুল্।···

এদিন পুৱা।…ভিক্টোৰিয়া কলেজৰ টিংখোপত তিনি ৰৰণীয়া জাতীয় নিচান মুকলি মুৰীয়াকৈ ফৰ্ ফৰাই উৰে।…জেন্‌কিন্স স্কুলৰ মূৰত, ৰাজ কাৰেণ্ডৰ সিংহৰ দুৱাৰত আৰু দেৱান বাহাদুৰৰ দুৱাৰ মুখতো।…

মই যেন দোষী ;—ষ্টেটৰ গিৰিহঁতৰ সন্দেহ ওপজে · তৃতীয় বাৰ্ষিক শ্ৰেণীৰ কলা বিভাগৰ বছৰেকীয়া পৰীক্ষা দি তেজপুৰৰ ঘৰলৈ আহোঁ।…চিঠি আহে, পৰীক্ষাৰ ফল ভাল, নাম ওপৰ খলপত, কোচ বিহাৰলৈ যাবলৈ মই অপৰাগ, তালৈ যোৱাৰ মুখ মৰে, আৰু বিধ বিধ।…আন কলেজলৈ যোৱাৰ সকলো যো-জা তাৰ পৰাই আহে।

· ৰংপুৰৰ কাৰমাইকেল কলেজ।·· চতুৰ্থ বাৰ্ষিক শ্ৰেণী।…পঢ়া শুনা গান বাজনা, খেল ধেমালি, সকলোতে পাৰ্গতালি দেখুৱাই বহুতৰে মৰম চেনেহ লাগে। ·

টেস্ট পৰীক্ষাৰ সুফলৰে মোৰ নাম বেকত হয়।—টিংখোপত।…সৰস্বতী পূজা। নগৰত উখল মাখল। আমাৰ কাছিম বাজাৰ হোস্টেলতো দলদোপ্ হেন্দলদোপ্। "মানসাৰ" পুথিৰে আলম লৈ গোসানীৰ মূৰতি নিজেই মনপুতি গঢ়োঁ। ৰংপুৰত সবাতোকৈ শুৱনি হয়।…পঢ়ুৱৈ সকলৰ মিনতিত সেই মূৰতি নৌ উটুৱাই কলেজৰ পুথি ভঁৰালত শুৱনীয়াকৈ সজাই থাপিত কৰা হয়।··

· পাহাৰতলী।· চাট গাওঁৰ থাৰ ঘৰ-লুটৰ এটি অধ্যায় মেল খায়। তাৰে দলৰ এজন বুলি মোকো পেলাবলৈ চক্ৰান্ত ষড়যন্ত্ৰ চলে।…ঠেং চুটি কথাত বেজাৰ লাগে। মনতে ধিক্ ধিক্ ভাব ওপজে। ডাঃ মল্লিক অধ্যক্ষৰ হাবিলাষ বলি দি কলেজীয়া গোসানীৰ পৰা চিৰকলীয়া মেলানি মাগো।…

ৰংপুৰ এৰি গুছিযাওঁ।·

· কলিকতা…মহানগৰী

হৰীশ মুখাৰ্জী ৰোড্।…ধুনীয়া ডুখলপীয়া·· ঘৰ। কোঠালী এটাত ধুনীয়া ধুনীয়া চেয়াৰ টেবিল। বাহিৰত জকমকীয়া চাইনবোৰ্ড,—Argo pictures' Corporation, আমাৰে গঢ়া। "আৰ্গো পিকচাৰ্চ কৰ্পোৰেচন"।…আমাৰ মানে, মই অকল নহও,—লগতেআৰু তিনিজন লগৰীয়াও ;—তিনিও বাঙালী। আমি চাৰিজন। কৰ্পোৰেচন"ৰ ঘাই গৰাকী, মুধা ফুটা।·· ৺ ৰাজেন বৰুৱা (পাছত জয়মতী বোলছবিৰ সহকাৰী পৰিচালক) শ্ৰী প্ৰভাত শৰ্ম্মা (নাট্যকাৰ) প্ৰমুখ্যে আন আন অসমীয়া বান্ধৱ সকলে মাজে মাজে উছাহ দিয়ে। উছাহত উতলি উঠোঁ।— তেতিয়াৰ কলিকতাৰ নাম জলা ভাবৰীয়া

সকলেও তুই এজনকৈ অফিছত ভুমুকি মাৰে।·· মনত গৰব ওপজে।···কাকত পাত্‌ বাদি ছপোৱা হয়। আলচ চলে, কি ফিল্ম নো তোলা হ'ব, ক'ৰ্পোৰেচন্‌ কেনেকৈ জীয়াই থাকিব, আৰু যে কিমান? · সমিধান নোলায়। অন্ত নিসিজে ; - অসিদ্ধ থাকে।···

···বিধ বিধ ধেমালি বজোৱা হয়, নান্দী সুহাই একাতালীৰ কোব আৰু কোনো পধ্যে নপৰে।···নিলগত প্ৰবেশ ভঙ্গিমা নিমাও মাও,—খুটুপটুপ। · এইদৰে ফিল্ম তোলাৰ যা যোগাৰ মনৰ চাকয়োতেই কল্‌কলাই থাকে ;—কি ফিল্ম—সেইয়া আৰু বেকত হৈ নুঠে। এজনে কিবা থিৰাং কৰিলে,—বাকী কেইজনৰ হোকা বাদ। Thesis প্ৰসঙ্গ antithesis বিৰোধৰ দ্বন্দ্বহে চলে,—
—Syndthesis সমন্বয় সূচক সংশ্লেষণ নৌ ওলায় এথোন।

এনেকৈয়ে দ্বন্দ্ব বাদৰ আউনা আউলী, অৰিয়া অৰি লাগে। ধনৰ পুজি সাং হৈ আহে।·· ঘৰলৈ চিঠি লিখিলে, উত্তৰ নিমিলে।·· সকলোৰে ঘৰত খণ্ডৰ জুই ভক্‌ভক্‌ায়, দপ দপকৈ। · পঢ়া লৰাই পঢ়ক,—এইবোৰ আকৌ কিহৰ ৰং ধেমালী—?···

· ·আৰু নচলে। অফিচত নানান আলচ চলে। "কৰ্পোৰেচন্‌" ভঙাৰ পাংপাতৰ পৰা পাতনি মেলি ৺ধীৰেণ গাঙ্গুলীৰ ( ডি, জি ) "জয়মতী" ফিল্ম কৰিবৰ যো জা লৈকে। বা বাতৰি শুনো,—ডি,জিয়ে হেনো জয়মতীৰ বহিদৃস্য তুলিবলৈ অসমৰ গুৱাহাটীৰ ফালে খোজ লব।· মনত খু-দৰনী লাগে—নিভাজ "জয়মতী" জানোচা ভেজাল হয়।·· ধাউতি ও আছিল,—"আৰ্গো পিকৰ্চাৰচ কৰ্পোৰেচন'ৰ পহিলা ওলগ,—"জয়মতী—হ'ক বুলি'।

···আমাৰ ভিতৰতে মনৰ অমিল, ধনৰ পুজিৰ তলি উদং।···কৰ্পোৰেচন্‌ থৰক্‌ বৰক্‌।···"জয়মতী" সপোন হৈ হে বল,—দিঠকত আৰু নহল দিহাও নাই।···

···উচ পিচাই থাকো। হাকুদাকুকৈ কাপ তুলি তুলাপাতত মহৰি ঘহোঁ।···

৺ জ্যোতি প্ৰসাদ আগৰৱালা।—অসমৰ কবি, গায়ন, নাট্যকাৰ। বিলাত আৰু বিলাতৰ আশে পাশে কাষৰে পাঁজৰে থকা দেশবোৰত বহুতো ঠাইত ঘুৰিছে, বহুখিনি দেখিছে, শুনিছে, শিকিছে, বুজিছে। ধন্‌বিত থকা বৰ মনৰ ডেকা গিৰি, অসমীয়া শিল্পী সকলৰ মৰমৰ চেনেহৰ শিল্পী ককাইদেউ তেওঁ,—আমাৰ ৺ জ্যোতি ককাইদেউ বিলাতৰ পৰা ওভটা বেচি দিন হোৱা নাই।···

তেওঁলৈ মোৰ মনৰ গুপত গোপন নিমাত মাত কেইষাৰ তুলপাতৰ লিপিকাত পুৰ কৰি পঠাওঁ, যাইকৈ এই কেইষাৰ—জয়মতী ফিল্ম যেন তেওঁ নিজেই তোলে; আমি যেন ৰূপোৱালীৰ আৰোৱানত ৺ ডি, জি,ৰ বিজতৰীয়া ৰঙলুৱা "জয়মতী" দেখা নাপাওঁ, ৺ককাইদেৱে সজা জতুৱা অসমীয়া "জয়মতী"ক হে যেন আমাৰ দুচকুৱে নয়ন ভৰি হেপাহ পলুৱাই চাবৰ সকাহ পায়। ··আৰু নানা তৰহৰ কথা বতৰা।··

··· নিসহায়, নিৰুপায় জনৰ অথিৰ মনৰ এয়েই অগতিৰ গতি। চিঠি ভেজো। ওৰষা হিয়াৰ ওপৰত উৰিফুৰা চমকা চমক কলা ডাৱৰৰ বেহৰূপ পাতলে।

এদিন মেলানি মাগি ল,-লগৰীয়া কেইজনৰ চুলিৰ আগ পোৱাকৈ টিডিচ কৰে ৰং তুলি, তেওঁলোকৰ কলিজাত বেঙ্গাৰৰ এঙেৰুৱা ৰেখাৰ দাগ মাৰি ঢাকা চহৰলৈ গুছি যাওঁ।

·· কল্যাণ থৰমান তালৰ ছেৱে ছেৱে "প্ৰাৰ্গোপিকচাৰ্চ কৰ্পোৰেচনৰ সামৰণি পৰে নাট অবিহনে ভেকো ভাওনা।

· ঢাকা; ইষ্টাৰ্ণ ফ্ৰোণ্টিয়াৰ ৰাইফেল্চ, ৰমনাৰ কাষৰ পীল খানাৰ ধুনীয়া মিলিটাৰী "কেণ্টনমেণ্ট"। তাতেই মোৰ এজন ককাইদেউৰ ছাউনীত গৈ জিৰণি লওঁ। পুনৰ তেতিয়াৰ পৰা একুৰি দুবছৰ আগতে মই জনম লভা এনে পুৰণি কলীয়া চহৰৰ দৰশন লাগে। সোঁৱৰণীৰ পাহ বখলিয়াই লৰালি কালৰ নানা তৰহৰ বহু কথা মন কোঁহলৈ আহি ভুমুকি মাৰে,—ছঁয়া ময়া দোকমোকালীৰ দৰে ধুঁৱলী কুঁৱলী।···

কিমান নিজম, নিমাত নিশিৰশিৰ দুপৰ নিশা লেটাই চেৰেকীৰ দৰে ঘূৰি ঘূৰি বায়। উজাগৰে নিহপালি দিও থেতেলি যোৱা চোকা আশাৰে ভৰা হিয়া ডুখৰিত থৌকি বাথৌকি লাগে। নানা তৰহৰ ভাবনাৰ ঢউবোৰে মনৰ সুঁতিত খেলিমেলি লগায়। থিৰ জীৱন অথিৰ হয়। জীৱনৰ বোৱতী সুঁতিৰ বুকুয়েদি খলকনি হেন্দোলনি, ভকা চাকনৈয়াৰ পাক ঘূৰণি লৈ ন-ঢল বাগৰি যাব খোজে।

শ্বিলং।···কোনোবা বৰ ওজা দেওৰ বিহলঙনি পাতৰ আগলতিৰ মউ পৰশ লাগি গুৱনী ধৰণী গুৱাই স্বজন হোৱা কোনোবা বথৰ দেওৰ অসংখ্যাত সোণৰ মোহৰ ভাঙি মোহন সাজেৰে সাজি উজলাই জলমলাই জলি উজলি, বচকী লচপচী, চক্চকী ৰমক জমক হোৱা, কোনোবা,বিশ্ব-কৰমী গোঁসাইৰ যাদুকৰী আঙুলিৰ

স্বজনী বুলনিৰ ফলত ধুনীয়া শুৱনীয়া বেহ ৰূপৰে সাজি কাচি জকমকাই উঠা,—প্ৰকৃতিৰ গৰ্ভফালি কোনোবা বৰ ধাই চেনেহী জননী আইৰ চেনেহৰ সঁফুৰা হিয়াত ঠাই পোৱা এনে ৰতন গঢ়ী, সোৱণ্ পুৰী, অলকা নগৰী ধুনীয়া শুৱনী শ্বিলং মহানগৰী; যাৰ শিৰ তৰী সেউজ বুলীয়া চুলিটাৰী—"পাইনৰ" শাৰী কত যুগ ধৰি আৱৰি আছে, যাৰ ৰাঙী শিৰা আলিয়েদি ৰক্ত বীজ সম বহু প্ৰমীলা সুন্দৰী ধুনীয়া খাছীয়া অপেশ্বৰী সকল ঘূৰি ফুৰে যাৰ হৃদয়ৰ উৰৰ পৰা ধীৰ, নিৰ্মলা মধুস্বৰা, অমৃতনীৰা "লাইট্-উম-খা" বৈ যায়; যাৰ বুকুত আজি ও 'মোওখাব্'—বিৰাজ কৰি আছে (কোনোবা উদাৰ নিৰ্ভীক পৰোপকাৰী অ-খাছীয়া 'উংখাব'ৰ 'মোও'—কবৰ) যাৰ বক্ষ ফালি ক্ৰুদ্ধ ক্ষুব্ধ উদ্দাম বহমান "লাবান" বাগৰি যায়; যাৰ শৰীৰত দুষ্ট বীজাণুৰ দৰে নিষ্ঠুৰ 'ৰাহিং ভোৰ চাওডাং বিলাক ঘূৰি ফুৰে; যাৰ দেহা কাৰেঙৰ এটা কোঠালীত তেজীমলা 'কম্বেই' (খাছীয়া ছোৱালী) বিলাকে 'কাকিয়াৎ' (মদ) বাগীত বঙিলী ৰাঙলী হৈ ভাগৱত অৱশেষত 'বেইট ছেমখীয়া' (নিদ্ৰাপুৰী) সাজি টোপনীত লাল কাল দিয়ে।

এয়ে শ্বিলং।··ককাইদেউৰ খচ্ খচনিত ডি এচ পি'ৰ চাকৰিৰ কাৰণে তালৈ যাব লগা হয়। 'ইষ্টাৰ্ণ' ফ্ৰোন্টিয়াৰ ৰাইফেল্চ'ৰ কমাণ্ডেণ্ট লেঃ কৰ্নেল ডেলাম্মিথৰ চিঠিলৈ ৺পিতৃদেৱৰ বান্ধৱ অসমৰ আই, জি, পি আধ বয়সিয়াল টি, পি. এম্‌ও কালাঘান চাহাবৰ লগত দেখা হয়। ৺চৰ্দ্দাৰ বাহাদুৰ চুবেদাৰ মেজৰ গোপাল চন্দ্ৰ ৰাভা ও, বি, আই এইডি, ডিকেংৰ লৰাক দেখা পাই তেওঁৰ হিয়া উদঙাই মৰম চেনেহ ঢালে। মোৰ কাৰণে চাকৰি সহজ হৈ পৰে। ভাৰতৰ মুকতি বলিয়া তেজাল ডেকা মই চাকৰি পাইও পেলাই থৈ শ্বিলঙৰ পৰা উভতি মোৰ ভিনিহীদেউ বৰপেটাৰ ডাক্তৰৰ ঘৰত গৈ খোপনী পোতো।···কলিকতাত বি, এচ, চি পঢ়োতে পৃথিবীৰ শ্ৰেষ্ঠ নটপটীয়সী, ৰুছীয়াৰ উৰ্ব্বশীৰ আনা পাভলোভাৰ উপদেশ সুঁৱৰি বৰপেটাৰ সত্ৰীয়া নাচ বোৰ চাই আচৰিত হওঁ আৰু অসমীয়া বহুমূলীয়া শঙ্কৰী কলাৰ সৈতে চিনাকি লভো। মাজতে আকৌ বৰপেটাৰ পৰা গৈ কলিকতাত নিজে আঁকা পাটবাউসীত ৺শ্ৰীশ্ৰী শঙ্কৰ দেৱৰ ছবি তিনি হেজাৰ ছপাই বৰপেটালৈ আহো। মাছৰ ঘিউৰ কাৰবাৰও চলাও; গুৱাহাটীতো মোৰ কাৰবাৰৰ খোলা খোলো।···শ্ৰীমান ফনী শৰ্ম্মাও আহি মোৰ লগত থাকে। দুয়োৰে জীৱন এটা ডোলত বান্ধ খায়।·· তাৰ উদং ধাউতী আৰু বুকুত হাবিলাষ দেখি মোৰ বন্ধু শ্ৰীযুত ব্ৰজনাথ

শৰ্মাৰ নাটৰ দলত তাক সোমাই দিওঁ।…বেপাৰৰ পাৰ ভাঙি নতুন বান বয়।

মোৰ জীৱনত আউল লাগে।…এণ্ডুৰ ভেণ্ডুৰ বাটত থিয় দিওঁ। মোৰ অঘোৰী উদণ্ডীয়া ভ্ৰাম্যমান জীৱনৰ পহিলা ছোৱা ন পটি সাজি সেই পটিয়েদি ন উছাহেৰে আগুৱাই যায়· অনাডুৱা অথাই সাগৰৰ পিনে…আকাশত চমকা চমকা ভাবৰ ওন্দোলাই আহি পূৰ হয়। এন্ধাৰে ছাটি পেলায়। বিজুলীয়ে মিচিক মকায়।…খোপত খোপে দোপত দোপে কণা মুনাকৈ খেপিয়াই খেপিয়াই ভুখন ভৱি আগ বাঢে।…

বৰপেটা ধাম। অসমীয়াৰ পণ্যভূমি। শ্ৰীমন্ত শঙ্কৰৰ শেহলীলা নিকেতন। ৺মাধবদেৱ মহাপুৰুষে জ্বলোৱা অক্ষয় বন্তিৰ পোহৰত উজ্জ্বল।·· অসম খনৰ বিধ বিধ অসমীয়া কৃষ্টিৰ মৌ-কোঁহৰ বহঘৰৰ সৰহীয়া বহু ইয়াতেই। অসমীয়া বিত চকুৰে চালে ইয়াতে দৰশ লভে অসমৰ এটি বহুমুলীয়া ধন,—অসমীয়া ঘাই ধৰমৰ গহীন সংস্কৃতিৰ সোণৰ সচা। হিয়াৰ গভীৰ তলীত গুপতে থকা চাবি কাঠিৰেহে ইয়াক খোলা যায়।· তাৰ বাবে লাগে সাধনা মোৰ এনে সাধনাৰ থল এই ‘বৰ-পাট’ বৰপেটা।…

মনৰ ভোক। এবাৰ উকালে,—সেই ভোকৰ অগনি নুমোৱা কঠিন। সেই ভোকৰ ওচৰত কেচুৱা গুৰও পখী নাইবা অগস্ত্য মুনিৰ ভোকও হাৰ মানে। খঙাল দুৰ্ব্বাসৰ পেটতো সেই ভোকৰ পুৰণি তাতকৈ কম।… ৰূপ-তান্ত্ৰিকৰ অসীম ক্ষুধা।…

…দিহিঙে দিপাঙে অনাই বনাই ঘূৰো।·· ৰূপতান্ত্ৰিকৰ অসীম ক্ষুধাৰে ভৰা ৰূপ-তন্ত্ৰৰ সাধনা।…ৰূপ তীৰ্থ যাত্ৰা। বৰপেটা ধাম।…

১৯৩৩ চন।··

উদণ্ডীয়া জীৱনৰ ভাগৰ।· তেজ মঙহৰ দেহা, জিৰণী বিচাৰে। তাকে লভিবলৈ মোৰ ময়ুৰা মনাইও হেলেপুৰা,—আকুলুৱা

তেজপুৰ

গুৱনী, ধুনীয়া, সুন্দৰী, তেজপুৰী ;—লৰালি ডেকালি কালৰ মোৰ চেনেহী, সাদৰী তুলনীয়া আই ; ৰেহ-ৰূপত অতুলনী’ ; তিলোত্তমা গোসানীহে যেন।… ইয়াৰ তিলেপতী সুন্দৰৰ সুন্দৰী বিবিঙনী। ·

তেজপুৰ চেনেহৰ সৰ্ফুবাৰ ঢাকোন খোলা। খোলা চেনেহী কোলাত

আকৌ উভতি আহোঁ। সাধ্য বস্তুৰ কিছু পৰসাদ লভি ঘৰৰ লৰা ঘৰলৈ উভটো।...

হৈ-চৈ লাগে।—লৰালি কালৰ পৰা ওমলা জীৱনৰ লা-লগৰীয়া সকলৰ লগত আকৌ পুৰণি ৰং ন ৰঙেৰে ৰঙচঙীয়া হয়।

পকীঘৰ। বগা শিলৰ ঘৰ।· গীত মাত বজানেৰে নিতৌ ৰঞ্জন জনাই উঠে। ক্ষতি কন নাই। ৺ হৰিবিলাস আগৰৱালাৰ যতনত অসমৰ বাপতি সাহোন 'কীৰ্ত্তন-পুথি' সেই ঘৰৰ পৰা কলীয়া ছপা আখৰেৰে জকমকাই ওলায়। সেই ঘৰতে মজলিচৰ মজিয়ায়েদি পহিলা হিন্দুস্থানী সঙ্গীতৰ অমৃত ধাৰা বয়। ৺ লক্ষ্মীৰাম বৰুৱাৰ লগে লগে ৺ পৰমানন্দ আগৰৱালাৰও বেহেলৰ ৰেপণিৰ পৰা মৌ সৰে·· অসমীয়া গীত-নাচৰ, অসমীয়া ভাষা সাহিত্যৰ, অসমীয়া কৃষ্টি সংস্কৃতিৰ বহুত আলচ চলে। এনে লাহ বিলাহৰ মাজতে সুন্দৰ দীপাৱলীৰ পোহৰ লৈ লৰা জ্যোতিৰ হিয়া পদুমৰ চকাৰ পৰাই শোণিত কুঁৱৰী জিলিকনি সানি ওপজি জিলিকি উঠে। এই ঘৰৰ চেৰা-শালিৰ পৰাই অসমীয়াৰ বহুতো গীত, কবিতা নাট গল্প আদিৰ জনম হয়। অসমীয়া সাহিত্যৰ বৰ ওজাদেউ ৺ লক্ষ্মীনাথ বেজবৰুৱাৰ বহুতো গীত ইয়াৰ পৰাই ৰেহ ৰূপ লৈ ঠন্ ধৰি উঠে। অসমীয়া জাতীয় সঙ্গীত। 'অ মাৰ আপোনাৰ দেশ'—গীতটি এই ঘৰতে মোৰ বাদৈ শ্ৰীকমলাপ্ৰসাদ আগৰৱালাৰ হিয়াৰ বহেৰে মৌ-সৰা হৈ উঠে।·· সেই ঘৰ, পচাশলীয়া লগৰীয়া শ্ৰীকমলা আগৰৱালা প্ৰমুখ্যে আন আন লা-লগৰীয়াৰ সৈতে গীত নাচেৰে উমলা সেই ঘৰ। দেখিলে পুৰণি দিনৰ পাহৰোৰ মেল খায়। পাহৰণি-পদুমৰ ৰহঘৰ সোঁৱৰণি-চাকৰ মৌ বৰষে। সেই বগা পকী-ঘৰ যত ৺ গান্ধী, ৺ মতিলাল জৱাহৰলাল আদিয়ে জিৰণি জুৰণি লয়। গহীন, গম্ভীৰ, গধুৰ ঘৰ। ভাৰতৰ বুৰঞ্জীৰ কেইখিলা পাতত ঠাই পোৱাৰ উপযোগী সেই ঘৰ।···অসমীয়া কৃষ্টিৰ বৰ-ভঁৰাল। সেই ভঁৰালৰ ৺ জ্যোতি কমলাহত তল সৰা এৰা বুতলা। অসমীয়া আগৰৱালা পৰিয়ালৰ সেই ঘৰ···অসমীয়া জীৱনী শক্তিকাৰ জীয়া কণিকা।· ·

সিদিনা পুৱা।· সেই বগা, শকত, থমথমীয়া পকীঘৰ।

উলহমালহ, দোলদোপ, হেন্দোলদোপ। বাহিৰত অসমৰ ভিন্ ভিন্ ঠাইৰ পৰা অহা বহু লৰা-ডেকা বুঢ়া জাকৰ উখল মাখল।···

Casting Committee,—ভাওৰীয়া বাছনি সমিতি।—শুনি বঙত পা

শিৰ শিবায়, উলাহত উতল তেজ পিৰপিবায় উছাহত মোৰ মন উচপিচায় কলিকতাৰ পৰা লিখা কথাফাঁকি সিজাত মনত ৰং চৰে।

৺ককাইদেৱে মাতি নিয়াত মইও সমিতিৰ এজন হৈ ভিতৰ চৰাত।··· মোক এচুকত নি ৺জ্যোতি ককাইদেৱে মোৰ চিঠিৰ গুণৰ কথা বখানে "জয়মতী"ৰ জনমৰ ঔৰষৰ গৰিমা চিঠি খনে লভি নিজকে ধইন্ মানে। মইও। ···বাছনি হয়, ফটো চাই চাই চিনাকী মুখবোৰ সুৰঁৰি সুৰঁৰি, ভাওঁৰ type character লক্ষণ চৰিত্ৰৰ নমুনাৰ লগত মানুহৰ গঢ মিল বিজাই চাই ভাওৰীয়া বাছি, বুঢ়াৰ ভাও বুঢ়াক, আদহীয়াৰ ভাওঁ আদহীয়াক, ডেকাৰ ভাওঁ ডেকাক, লৰাৰ ভাও লৰাক। গুপতে গোপনে আচুতীয়াকৈ জয়মতীৰ ভাওৰীয়া সকলক ছালি জাৰি জুকিয়াই জুকিয়াই বছা হয়। তিৰোতাৰ ভাওঁৰ বাছনিও সেই একেই।—ছাঁনিলে জাৰিলে ডলাতো কেতিয়াবা খুদ্‌কনে থাকে, তুই এটা ধানও বয়।···

বাছনি-সমিতি।···বৰটেবিল। টেবিলৰ চৌপাশে সভ্যসকল। মইও। বাছনিত পৰা ভাওৰীয়া সকলক মতাৰ লগে লগে এজন দুজনকৈ টেবিলৰ কাষলৈ অহাত তেওঁলোকক ভাওঁৰ ৰূপ গুণৰ কথা বুজাই দিয়া হয়। তেওঁলোকে উলাহত উছাহত শুনি বুজি মেলানি মাগে। পোৱা সকলৰ ৰং—নোপোৱা সকলৰ বে-ৰং। ৰভীয়াল দলে বাহিৰত সেউজ বুলীয়া চোতালত বহি মেল পাতে, হাওঁৰীয়াৰ জুমে ইফালে সিফালে বেজাৰ মনেৰে কিছু পৰ অনাই বনাই ঘূৰি পকি নেদেখা হয়। জয়মতীৰ বৰধেমালীৰ পুৱৰ-ৰঙ এইদৰে ৰঙিয়াল হৈ উঠে।···

বাছনি সমিতি ভাঙে।·· ঘৰমুৰা সকলো গুছি যায়।

···কোঠালীত মই আৰু জ্যোতি ককাইদেউ।—টেবিলত জয়মতীৰ paper works—কাকত সজুলি। জাপে জাপে ফাইলে ফাইল।···মই আচৰিত।··· চাই চিন্তো, ভাবো গুণো জ্যোতি ককাইদেউৰ পাকৈত ওজালি। বিভোপন সেই synopsis—জয়মতীৰ চুটি সাধু, ধুনীয়া সেই cine treatment—বোলছবিত খাপ্-খুৱাকৈ ৰচা ব্যৱহাৰিক ৰচনা, আৰু শুৰনী, সেই scenerio—বাণীচিত্ৰৰ ঠাইত যন্ত্ৰেৰে তোলাৰ উপযোগী কৰি লিখা জয়মতী নাট পুথি। দুঘন্টা চকু ফুৰাওঁ।···মই মন্ত্ৰমুগ্ধ।·· ৰং উলাহৰ বিজুলীৰ শিহৰণ উঠে। ৰ লাগি থৰ হওঁ। মই স্তম্ভীভূত।

বহু আলচ চলে। কথা বতৰা চোৱাওঁ, উকিয়াওঁ ভাৱৰ বা মাৱলী বয়।

নিলগৰ ফাগুনী বাইৰ শুকান ফুৰফুৰীয়া চুলিটাৰীত পৰে জাকৰা মলয়ৰ পৰশ। ভাহে মাঘৰ দৰে কুঁৱলী। ধুৰঁলী কুঁৱলী।

চকুত পাতল ফিৰফিৰীয়া ছানি পৰে।...ছয়ময়া, অকাঁচকা।.. সপোনৰ জাল।...

কোন এওঁ ?...

চিচিল হেপৱাৰ্থ ( cecil hepworth ) নে, ডি, ডব্লিউ, গ্ৰিফিথ ( D. W. Griffith ) নে,—টোমাচ ইন্সে ( thomas ince ) নে, চাৰ্জ্জ আইচেন্‌ষ্টাইন ( Sergei Eiesenstein ) নে, পুডোভকিন ( Pudovkin ) নে—জোৰ্জ্জেচ মেলিয়েচ ( Georges melues ) নে, পল ( paul ) ?...

৺জ্যোতি ককাইদেউৰ প্ৰতিভাৰ চাকি বহুৰূপে ভিন ভিন জেউতি লৈ হেমন্তকাল দীপাৱলীৰ দৰে কুঁৱলী জাল ফালি বিৰিডি উঠে।...৺জ্যোতি ককাইদেউ কোনো নহয়। তেওঁ তেৱেঁই।· হলিউদ আদি মাটিৰ সৰগ ৰচোতা নহয়,—'চিত্ৰবন' স্ৰজোতা।...

ধুৰঁলী কুঁৱলী।...এচমকা কুঁৱলী চকুৰফালে আগুৱায়।...দু আঁখি মুদ খায়।...এন্ধাৰৰ বুকুত সপোনৰ কুহেলিকা জাগে

## মোৰ প্ৰিয় ভূমিকা

মোৰ জীৱনৰ বৌৱতী স্মৃতিৰ এটি ধাৰা বৈ যায় এক মহা নাট সাগৰৰ ফালে। সিফালৰ পৰা বা এছাটি আহি মোক অলিয়া বলিয়া মতলীয়া কৰি তোলে ; সেই বা ছাটি নাট্যকলাৰ বা। এনে নাট্য কলাৰ গূঢ়তত্ত্ব আৰু তথ্য জানিবলৈ মোৰ মনে আকুলি বিকুলি কৰে , এই বিষয়ে জানিবলৈ অন্তৰত হেপাহ জন্মে। সেই সূত্ৰে ভাৰত নাট্যশাস্ত্ৰৰ লগত মোৰ কিঞ্চিৎ পৰিচয় হয়। এই নাট্যশাস্ত্ৰৰ নাট্যকলাৰ অপাৰ সাগৰ , ইয়াৰ শেষ নাই ; অন্ত নাই। এটা জীৱনত ইয়াৰ সাধনা অসম্ভৱ। এই নাট্যশাস্ত্ৰৰেই এটা অধ্যায় অভিনয় কলা , শেহত ইয়াৰ পৰা উদ্ভূত হয় অভিনয় দৰ্পণ।

অভিনয় অতি কঠিন সাধনা। ইয়াৰ সাধনাত সিদ্ধপুৰুষ হ'লে প্ৰকৃত অভিনেতা হব পাৰে এজন কঠোৰ সাধকে। চৰিত্ৰৰ লগত সম্বন্ধ ৰাখি এজন অভিনেতাই অঙ্গিক, বাচিক, আহাৰ্য্য আৰু সাত্ত্বিক আভৰণেৰে ৰস, ভাব, বিভাব আৰু ব্যভিচাৰৰ আলম লৈ সেই চৰিত্ৰৰ ৰূপ গুণাদি প্ৰকাশ কৰে, ৰূপায়িত কৰে সেই চৰিত্ৰৰ আচল গুৰুত্ব অধ্যয়ন কৰি—তাৰ গূঢ়তত্ত্ব আৰু তথ্য আহৰণ কৰি। এই নাট্যকলাৰ পদ্ধতি অৱলম্বন কৰি ৰচনা কৰা হয়, অসমৰ অঙ্কীয়া নাট আৰু সেই প্ৰণালীৰে পৰিবেশন হয় সত্ৰীয়া ভাওনা।

এই কুৰি শতিকাৰ আগছোৱাত অসমত আধুনিক নাটক উদ্ভৱ হয় কিছুমান কলিকতাত পঢ়া উৎসাহী অসমীয়া ডেকাৰ অসীম প্ৰচেষ্টাত। আধুনিক পদ্ধতি আৰু প্ৰণালীৰে নতুন নতুন অসমীয়া নাটক ৰচনা কৰা হয়।

তাৰো আগতে ওঠৰ শতিকাৰ প্ৰাৰম্ভৰ লগে লগে বৃটিছৰ প্ৰাক-শাসনৰ সময়ত কলিকতাত ৰঙ্গমঞ্চ প্ৰতিষ্ঠিত কৰি অভিনয় কৰে কিছুমান কলামোদী উৎসাহী ইংৰাজে। সেই অভিনয় চাবলৈ যায় তেতিয়াৰ কলিকতাৰ অভিজাত সম্প্ৰদায়ে বিশেষ নিমন্ত্ৰণ পায়। ৰুচলেচেণ্ডৰ সৌজন্যত সেই মহা নগৰীত এটা দেশীয় বঙালী নাট্যদল গঠিত হয় আৰু সেই ৰুচীয় কলামোদীৰ কঠিন পৰিশ্ৰমৰ ফলত এটা ৰঙ্গমঞ্চ সজাই ধাৰাবাহিক ভাবে তাত নাট্য প্ৰদৰ্শন কৰা হয়। অভিজাত সম্প্ৰদায়ৰ বাহিৰেও সাধাৰণ মানুহে ও সেই নাট চাবলৈ সুবিধা পায়। জনসাধাৰণৰ অন্তৰত তেতিয়াৰ পৰা আধুনিক ধাৰাত ৰচিত নাটক চাবলৈ ধাউতি ওপজে। অভিজাত সম্প্ৰদায়ৰ মাজত প্ৰতিদ্বন্দ্বিতাৰ ফলত কলিকতাত

বহুবাৰ ৰঙ্গমঞ্চ উঠে আৰু বহুবাৰ ভাঙে। সেইদৰে সেই ৰঙ্গমঞ্চত অৰ্থব্যয়ৰ প্ৰতিদ্বন্দ্বিতা চলে। উনৈশ শতিকাৰ লগে লগে সেই ধনী অভিজাত শ্ৰেণীৰ পৃষ্ঠপোষকতায় কলিকতাত এটা স্থায়ী ৰঙ্গমঞ্চ নিৰ্ম্মাণ কৰিবৰ কাৰণে ব্যৱস্থা হয়। উনৈশ শতিকাৰ শেহভাগত সেই সময়ৰ এজন প্ৰতিভাশালী সাধক যুৱক ৺গিৰীশচন্দ্ৰ ঘোষে জনসাধাৰণৰ সাহায্যত জনগণৰ কাৰণে এটা নাট্যশালা প্ৰতিষ্ঠা কৰিবলৈ মন মেলে ; অভিজাত শ্ৰেণীৰ পৃষ্ঠপোষকতা পৰিত্যাগ কৰি। তেওঁৰ প্ৰয়োজন আৰু অনুপ্ৰেৰণাৰ ফলত ষ্টাৰ, মিনাৰ্ভা আদি নাট্যশালা কলিকতাত নিৰ্ম্মিত হয়। সেই বিলাক নাট্যশালাৰ আদৰ্শ লৈ অসমতো কুৰি শতিকাৰ প্ৰাৰম্ভতেতেনে ৰঙ্গমঞ্চ নিৰ্ম্মাণ কৰিবলৈ আয়োজন চলে কলিকতাত পঢ়া কিছুমান অসমীয়া ডেকাৰ উদ্যমতে।...আৰু অসমৰ কিছুমান নগৰত নিৰ্ম্মাণ কৰাও হয়।

নাট্যকলা বুলিলে যেনেকৈ সকলোকে সাঙুৰা হয়, তাত ৰঙ্গশীৰ্ষ, ৰঙ্গপীঠ প্ৰেক্ষা-গৃহও থাকে। ইংৰাজীত তেনে শব্দ আগতে নাছিল, কেৱল ৰঙ্গমঞ্চ বা ষ্টেজ হে আছিল। শেহত থিয়েটাৰ শব্দৰ জন্ম হয়।...প্ৰথম থিয়েটাৰৰ জন্ম হয় এটিকাত। এই থিয়েটাৰ শব্দৰ গুৰি হৈছে গ্ৰীক শব্দ "থিয়েট্ৰন" চোৱাৰ থল। গ্ৰীচ-দেশত-পূৰ্ব্বতে ডায়োনিচাচ দেৱতাৰ সন্মানৰ কাৰণে উৎসৱ পতা হৈছিল, তাত নৃত্যাদিও অনুষ্ঠিত হৈছিল। তাৰ থিয়েট্ৰনত বহি দৰ্শক সকলে চাই আনন্দ উপভোগ কৰিছিল। এই থিয়েট্ৰনেই শেহত এম্ফিথিয়েটাৰ হয় ; যত হেজাৰ বিজাৰ লাখ বিলাখ ৰাইজৰ মাজত গ্ৰীক নাটক প্ৰদৰ্শিত হৈছিল। শেহত ৰোমান ৰাজ্যলৈ এই এম্ফিথিয়েটাৰৰ আদৰ্শ প্ৰৱেশ কৰে, আৰু এম্ফিথিয়েটাৰ তাতে নিৰ্ম্মিত হয়।

নাটক দেশে দেশে ৰচিত হোৱাত ৰঙ্গমঞ্চ বা ষ্টেজৰ উদ্ভাৱনাও হৈছিল স'চা, কিন্তু ক'তো থিয়েটাৰ বা নাট্যশালা নিৰ্ম্মাণ কৰা হোৱা নাছিল। সোঁতৰ শতিকাৰ আগছোৱাত ইটালী আৰু ফ্ৰান্সত প্ৰথম থিয়েটাৰ প্ৰতিষ্ঠিত হয়। তাৰ পিছত ইংলণ্ডত লণ্ডনৰ ছোৰডিছত ১৫৭৬ খৃষ্টাব্দত পোন প্ৰথমে থিয়েটাৰ প্ৰতিষ্ঠিত আৰু নিৰ্ম্মিত হয়। সেই ছোৰডিচৰ থিয়েটাৰেই ইংৰাজ জনসাধাৰণক অনুপ্ৰেৰণা জগায়। নাট্যকাৰৰ এটা দল সংগঠিত হয়। ইংৰাজী ভাল নাটক আৰু অভিনেতাৰ সৃষ্টি হয়, ছেক্সপীয়েৰ আদি নাট্যকাৰে জনম লভে। এই থিয়েটাৰে কলিকতাৰ নাট্যমোদী সকলক প্ৰেৰণা যোগায়। এনে থিয়েটাৰত আমি আধুনিক যুগত থিয়েটাৰ কৰিবলৈ সুবিধা পাওঁ। মোৰ জীৱনৰ পুৰতি বেলিকাৰ হেঙুলি কিৰণ সানি সাজি কাঁচি ভাওঁ লৈছিলো, পোন প্ৰথমে এটা সৰু মহৰছৰীয়া

ৰাজকোঁৱৰৰ ভাওঁত ১৯১৭ চনত তেতিয়াৰ বঙ্গৰ ঢাকাত বৰ্ত্তমান পূব পাকিস্তানৰ ৰাজধানী ঢাকা মহানগৰীত এটা উৰ্দু নাটকত।

তেতিয়া মই আঠবছৰীয়া লৰা, এটা বেটোলিয়ন—বেঙ্গল বেটোলিয়ন, মিলিটাৰী পুলিচ ঢাকাৰ, শিকাইছিল ঢাকাৰ পাৰ্চিয়ান থিয়েটাৰ, লায়ন থিয়েটাৰৰ শিক্ষক, ওস্তাদ, পৰিচালক কালাচান্দ চাহেব চাহাবে।

বছৰে পতি বেটোলিয়নৰ পূজা উৎসৱ হয়।

নাটকৰ নাম—পাহৰিলোঁ।

সেই ৰাজকোঁৱৰৰ ভাওঁত নামি বাইজৰ আশীষ লভোঁ।

কালাচান্দ চাহাবে মাজে মাজে নাচো শিকাইছিল। তেৱেঁই নৃত্য নাটৰ প্ৰতি মোৰ অন্তৰত এই কলাৰ প্ৰতি অনুপ্ৰেৰণা জগাইছিল। তোতয়াই পোন প্ৰথমে কুমলীয়া বয়সত মই ৰং সানিছিলোঁ।

এটা কলাৰ প্ৰতি মোৰ অভিনয় ৰাগী জাগি উঠে। তেজপুৰলৈ আহো বাৰ বছৰ বয়সত। তেতিয়া মই ইংৰাজী উচ্চ বিদ্যালয়ৰ ষষ্ঠ শ্ৰেণীৰ ছাত্ৰ। বাণ ৰঙ্গমঞ্চৰ "আলিবাবা"ৰ অসমীয়া ভাঙনি নাটকৰ এটা দৃশ্যত মাৰ্জ্জিয়ানাৰ ভাওঁত নাচো, ভাওঁ দিওঁ।

বাণ ৰঙ্গমঞ্চত প্ৰবেশিকা পৰীক্ষাৰ পাছৰ পৰা বহু নাটকৰ ভাওঁ দিওঁ। প্ৰবেশিকা পৰীক্ষাৰ পাছত কলিকতীয়া কলেজত পঢ়োতে অভিনয়ত মোৰ ল'ৰা-ধেমালী-ভাব আঁতৰি যায়, স্বৰ্গীয় শিশিৰ ভাদুৰী আদি বঙ্গৰ শ্ৰেষ্ঠ অভিনেতা সকলৰ অভিনয় দেখি। ভাদুৰীয়া ঠাঁচ অসমীয়া ৰঙ্গমঞ্চত সোমাবাবলৈ মই দেহে কেঁহে লাগোঁ। কিন্তু শেষত ভাদুৰীয়া ঠাঁচ গুচি বেলেগ ঠাচ লয়। অসমীয়াত অনুদিত "কাৰাগাৰত কংস" "মিচৰ কুমাৰী"ৰ আৰু "চাজাহানত" চাজাহান, কেতিয়াবা ঔৰংজেৱৰ ভাওঁ দিওঁ; "নাদীৰ চাহত" নাদীৰচাহৰ ভাওঁ দি—অতি কষ্টে ৰূপায়ন কৰিবলৈ চেষ্টা কৰোঁ। এই বিলাক ভাওঁত মোক যথেষ্ট সাহায্য কৰিছিল মোৰ অনুজপ্ৰতিম শ্ৰীফণী শৰ্মাৰ অভিনয়ে। সহ-অভিনেতা সকলৰ সহায়ৰ ফলতে এজন অভিনেতাৰ কৃতিত্ব বিৰিঙি উঠে। মোৰ অতি মৰমৰ ভাওঁ হল ফণীশৰ্মাদেৱৰ ৰচিত "কিয়" নাটকৰ সেই গোৱালপৰীয়া জন-জাতীয় গুণ্ডা গেঠু। অসমৰ য'লৈকে যাওঁ এনে সৰল চিতিয়া গেঠুক দেখা পাওঁ। অসমৰ গাঁৱে ভূঁৱে পৰ্ব্বতে—পাহাৰে এনে সহজ সৰল জনজাতীয় গেঠু আজি সিঁচৰিত হৈ পৰি আছে। তেওঁ লোকৰ সংসাৰ চুৰমাৰ কৰি নিজৰ স্বাৰ্থ পুৰণ কৰিছো। এনে চৰিত্ৰৰ পৰিচয় পাই হে এই ভাওঁত নিখুঁত ভাৱে

ৰূপায়ন কৰিবলৈ সুবিধা পাইছোঁ। কৃতকাৰ্য্যতা লাভ কৰিছোঁ নে নাই দৰ্শক সকলেহে জানে। তেওঁলোকে বিচাৰ কৰিব। এই "গেঠু"য়েই মোৰ প্ৰিয় ভূমিকা। ইয়াৰ বাহিৰেও ৰঙ্গমঞ্চৰ "চিৰাজ" নাটকৰ 'আঘোণা' লগুৱাৰ ভাওঁত অভিনয় কৰোঁ। এই অভিনয় ৰূপায়ন কৰিবলৈ চেষ্টা কৰোঁ নিখুত ভাবে, কিমান দূৰ সফলতা লাভ কৰিছোঁ ক'ব নোৱাৰো কিন্তু এই ভাওঁত নামি অভিনয় কৰি মই যথেষ্ট সন্তোষ লভোঁ। এই লগুৱা আঘোণাৰ ভাওঁ মোৰ অতি প্ৰিয় ভূমিকা।

হালোৱা—হজুৱা সেই ভূজ্‌লং কাকা (এৰাবাটৰ সুৰৰ) বিশিষ্ট ভূমিকা। সেই ভূমিকাত এজন সহজ সৰল জনজাতীয় খেতিয়ক হিচাবে মই অভিনয় কৰোঁ। এই বোলছবিত এই ভূমিকাত কিমানদূৰ কৃতকাৰ্য্য হৈছো কব নোৱাৰো। বঙালী ছবি "মাহুত বন্ধুৰে"ত তেনে জনজাতীয় গাওঁবুঢ়াৰ ভাওঁ কৰোঁ। এই ভাওঁটোও ভাল লাগে।

গুৱাহাটীত সিদিনা "মিচৰ কুমাৰী"ত মিচৰৰ পুৰোহিত চামন্দেচৰ ভাওঁ দিলোঁ। ভাল হৈছে নে নাই কব নোৱাৰোঁ, কিন্তু ভাল হওঁক নহওঁক পিষ্ঠ শ্লিষ্ঠ অৱহেলিত চৰিত্ৰৰ ভাওঁ মূঠতে মোৰ অতি প্ৰিয় ভূমিকা কাৰণ মোৰ জীৱনৰ এছোৱা যায়, এই হালোৱা হজুৱা, তল মজলীয়া দুখীয়া শ্ৰেণীৰ মাজত। তেওঁলোকৰ দুখত মই সমদুখী হওঁ, তেওঁলোকৰ বেদনাত মই সমব্যথী হওঁ। বুকুৰ এফাল. কলিজাৰ এদুখুৰী, হিয়াৰ আমঠু হ'ব পৰাৰ কাৰণে তেওঁলোকৰ চৰিত্ৰৰ ভূমিকা ভাল লাগে নেকি নাজানো। কিন্তু ভাল লাগে। আৰু তেওঁলোকৰ কঠোৰ শ্ৰমপূৰ্ণ জীৱন অভিনয়ৰ মাজেদি ফুটাই তুলিব পাৰিলে মই নিজেই নিজকে ধন্য মানিম। গতিকে তেওঁলোকৰ বৈচিত্ৰময় চৰিত্ৰৰ ভূমিকা স্বাভাৱিকতে মোৰ অতি প্ৰিয় ভূমিকা।

"স্বাক্ষৰ"ৰ প্ৰথম বছৰ ৪ৰ্থ সংখ্যা, ১৯৬৯ চনত প্ৰকাশিত।

[ বোৱতী স্মৃতি—শীৰ্ষক স্তম্ভত অসমৰ লব্ধপ্ৰতিষ্ঠা কলাকাৰ শ্ৰীযুত ৰাভা দেৱে—১৯০০ চনৰ পৰা ১৯১০ চনলৈকে এই কালছোৱাৰ ৰাজনৈতিক আৰু সাংস্কৃতিক পৰিবেশৰ পটভূমিত তেখেতৰ জীৱনৰ বৈচিত্ৰ পূৰ্ণ স্মৃতি প্ৰবাহৰ যোগে ৰাইজলৈ আগ বঢ়াইছে। এইটো তেখেতৰ প্ৰথম প্ৰবন্ধ। দ্বিতীয় প্ৰবন্ধ হব জয়মতী কথাছবিৰ অৱদান সম্পৰ্কে। লেখকৰ ইচ্ছা ক্ৰমে আমি বানানত হাত দিয়া নাই।

যুঃ সম্পাদক, প্ৰৱাহ ]



## ৰাভাৰ দুটি গল্প ॥

পুং

পুৰতি-নিশা।··

এন্ধাৰ দোকামোকা। নিজম, নিমাত, নিশিৰ, শিৰ। এটি কেচুৱাৰ কান্দোন ৰজন্ জনাই উঠে। এটা পঞ্জা। কেচুৱাৰ কান্দোন পঞ্জা উপচি বাজ হৈ ওলায়। সেই গহীন নীৰৱতা ভেদি বাহিৰ হয়! তাত একোৱেই নাই।··· আছে মাথোঁ হিয়া ছিগা বুকু ভগা কান্দোন। হিয়া আমঠু কঁপাই তোলা ইননি বিননি।···

সৰ্‌বহাৰাৰ পঁজা এনেকুৱাই ।...

লখ্রা ।...তাৰেই সেই পঁজা । সি সৰ্‌ব-হাৰা । তাৰ একোৱেই নাই ;—আছে মাথোঁ বুকুভৰা দুখ-বেজাৰ, দহনি পোৰণি, দীঘল হা-হুমুনিয়াহ্ আৰু দুগালেদি বোৱা তপত চকুলো ।

জীৱন ভৰা দুখ পাহৰি সুখ পাবলৈকে সি চকুৰ পাহি জিপে, শোৱে টোপনি যায় ।...

কেচুৱাৰ কান্দোনত সি সাৰ পায় ।... তাৰ বুকুত জুই বেচিকৈ জ্বলে ;—উমি উমি জ্বলা জুইকুৰা ভক্‌ভকাই জ্বলে ।...

ধাৰ শুজিবলৈ নোৱাৰাত তাৰ অতিকৈ চেনেহৰ ভিঠাদৰা ও মহাজনৰ হাতলৈ পুৱাৰ লগে লগে যাবগৈ ।

সি ধাত-কপলীয়া ।·

তাৰ পঁজা জানো ৰঙৰ, সুখৰ ? তাৰ পঁজা শূইন্ মৰিশালি ।

লাহে লাহে ৰাতিপুৱায় । পোহৰ হয় । পূৱ আকাশত ফেহুজালি দিয়ে ।...

পূবৰ ফালে ৰঙচুৱা সোনোৱালি বেলি ওলায়, লগে লগে সৰ্‌ব-হাৰা দুখীয়াৰ হিয়া জ্বলে পোৰে ।

লখ্রাৰ হিয়াত উমি উমি জ্বলা জুইকুৰা বেচিকৈহে ভক্‌ভকাই জ্বলে,—চিন্তাৰ ধুমুহা বয় , বেজাৰৰ বা-মাৰলি পাক খাই পাক খাই কলিজা মোহাৰি যায় ।...

কেচুৱাৰ কান্দোন বেচিকৈযেহে উঠে ।...

"কিনো কান্দি থাক উঠ্ উঠ্ । সোনকালে উঠ্,"—বুলি লখ্রাৰ ঘৈণীয়েকে গাত জিকাৰ তুলি কান্দি থকা কেচুৱাটোৰ ওপৰত খং উঠি ধমক দিয়ে । ·

কেচুৱাৰ কান্দোন কমক ছাৰি বেচিহে হয় ।...ধান নাই চাউল নাই ভাতনো পাব ক'ত ?..."মনে মনে থাক্ । নাকান্দ্" বুলি তাই ইফালে সিফালে চকু ফুৰায় ।* গাহেন্ বেৰত আওজি আছে, উৱাল মাটিত বাগৰি আছে, ভাতৰ কেৰাহি উধানত কাতি হৈ পৰি আছে ।

ধুমুচ্ ! ধুমুচ্ !!

---

* অসমৰ কিছুমান ঠাইত তিৰোতা সকলে উৱাল বা উৰলও গাহেন বাৰীৰে ধান বানে ।

কাষৰে পাজৰে ধান বনাৰ শব্দ। কুকুৰাই ডাক দিয়াৰে পৰা কাষৰে পাজৰে ধান বনাৰ ধুমুচ্ ধুমুচ্ মাত উঠি থাকে।…

লখ্ৰাৰ বুকুতো চিন্তাই খুন্দা মাৰে, বুকু ভাগি যায়।…

শোৱা পাটীৰ পৰা উঠি ঘৰৰ ভিতৰৰ পৰা ওলাই লখ্ৰাই পিৰালিত আহি বহে, ভাৱে, চিন্তে, গুণে, গুথে।…

"হেৰৌ লখ্ৰা। কিনো কৰিছা ?"

গাওঁৰ ওজা দেখোন।… লখ্ৰাই মুৰ তুলি দেখে আৰু কয়,—"পীৰা"।

ঘৈণীয়েকে এখন পীৰা আনি চোতালত পাৰি দিয়ে।…

"কেনে তিৰোতা অ' এইজনী ? দেখা নাই কুকুৰাৰ মল ? সাৰা।"

তাই বাঢনী এটাৰ আনি পীৰাখন তুলি ঠাই সাৰি আকৌ পাৰি গুচি যায়। ওজাই বহে আৰু কয়,—"বোলো হেৰৌ লখ্ৰা, আজি হেনো তোমাৰ ঘৰলৈ মহাজন আহিব, ঘৰ ভিঠা নিব। ঘৈণীয়েৰাক আৰু লৰাটোক লৈ তুমিনো কলৈ যাবা ? কি কৰিবা ? বিধাতাৰ ইচ্ছা বুইছা। তোমাৰ কপালেই বেয়া। …কাকনো কবা, কাকনো দুষিবা।"…

ওজাৰ গাত বিন্ধা কাঁইটীয়া কথাষাৰ শুনি লখ্ৰাৰ খঙে চুলিৰ আগ পায়গৈ আৰু সি কয়:—"কিনো বলকি থাকাহে ? কিনো পেকপেকাই থাকা ? হেৰৌ ওজা! এইদৰে কৈ কৈয়েইটো তোমালোকে ওজাইতে, ধনীইতে আমাৰ মন বেয়া কৰি পেলাইছা। ঈশ্বৰৰো দোষ নহয়, কপালৰো দোষ নহয়, দোষ কাৰোবাৰহে,—তোমালোকৰেই"।

ওজাই জিকাৰ খাই উঠি কয়,—"মোকনো এইদৰে কিয় কোৱা ? মোৰনো কি হৈছে ?"

লখ্ৰাই খঙত উতলি কয়,—"আজি মই পিন্ধিবলৈ কাপোৰ কানি এচিটা নেপাওঁ, খাবলৈ ভাত এমুঠ নেপাওঁ, মুৰ গুজিবলৈ যি এটা পঁজা আছে সিও আজি ভিঠাৰে সৈতে যাবগৈ। সোৱা শিজুগছ!* তাত মই কিমান দেও দেৱতা পুজিলোঁ, তেও মোৰ আজি এই দুৰৱস্থা। ক'ত ধনী হম, ৰজা হম;— গৰীব, গোলাম্, সব্ বহাৰাহে হলোঁগৈ। আজি মই দিহিঙে দিপাঙে অনাই বনাই ফুৰিলেও উপায় নাপাওঁ। মোক ৰইখা কৰিবলৈ কিয় তোমাৰ

* বড়োসকলে শিজুগছক বাথৌ দেৱতাৰ প্ৰতীক হিচাবে পূজা কৰে। বড়োসকলৰ প্ৰায় ঘৰৰে চোতালতে শিজুগছ দেখা যায়।

*খৈলা, খুন্থুৰ, ৰাজপুত্ৰ, ৰাজখাওাৰ ইঁতে নাহে? আজি ক'লৈ গ'ল সিইঁত? কিয় ৰইথা নকৰে মোক?"

"ছি-ছি-ছি। মোৰ ওপৰত ইমান খং খাইছা কেলৈ? মইতো তোমাৰ নিচিনা একো নোহোৱাজনক দিব নোৱাৰোঁ? আৰু বিধাতাই ও দিব নোৱাৰে? বেমাৰ আজাৰ হলে তোমালোকে মাতিলেহে মই আহোঁ। এইদৰে ইমান খং কৰিছা কেলৈ?" বুলি ওজাই থত্‌মত্‌কৈ কয়।

"হুঃ—ওজা তোমালোকে কেৱল ঠগোৱাতহে পাকৈত। সকলো ওজাৰ কেৱল খোৱা লোৱাৰ কাৰণেহে ফাকি। তোমালোকৰ একো নহয়, একেবাৰেই নহয়।"

"হেৰৌ ওজা! মোক ধনী কৰিবলৈ তোমাৰ আৰু কিবা দেও দেৱতা আছেনে;—আৰু আছেনে? আছে যদি কি কি, কোন কোন আছে, কোৱা সোনকালে কোৱা? সিইঁতকো মই পূজা দিম। কি কি লাগে? কব নোৱাৰিলে এতিয়াই ঠিক কৰিম মই।"

লখ্‌াৰ বৰ খং উঠে। ওজাই তলমূৰাহৈ মনে মনে থাকে।

লখ্‌াৰ ঘৈণীয়েকে দুৱাৰ মুখত থিয় দি কয়;—"তাৰ ওপৰত খং কৰিছা কেলৈ? সি কিনো জানে? সিইঁত কেৱল খোৱালোৱাৰ কাৰণেহে ওজা।"...

"মই যাওঁ দেই লখ্‌া। সোৱা তালৈকে যাওঁ। মাতিছে। তাৰ ছোৱালী জনীৰ বোলে জ্বৰ।" বুলি ওজাই কৈ উঠি গুচি যায়।

"যোৱা।...তাকো মাৰাগৈ, যোৱা যোৱা"—বুলি কৈ লখ্‌াই কপাল কোছাই চকু বেঁকা কৰি কেৰাহিকৈ চাই পঠিয়ায়। দুখৰ মাজতো সি এবাৰ মিচিকিয়াই হাঁহে।

ধুমুচ্‌! ধুমুচ্‌!!

আকৌ ধান বনাৰ মাত ধুমুচ্‌-ধুমুচ্‌।

লখ্‌াৰ অন্তৰতো চিন্তাৰ গাহেনে তাৰ কলিজা খুন্দি ছেদেলি ভেদেলি কৰি থেঁতেলি পেলায়।

কেচুৰাটোৰ কান্দোনত তাৰ ভগা পঁজা কঁপি উঠে। কি কৰোঁ, কি

* বড়োসকলৰ বাথৌ পূজাত খৈলা, খুন্থুৰ আদি দেৱতাসকলৰ ও আসন থাকে, আৰু পূজা দিয়া হয়।

নকৰোঁ। এনে দোধোৰ মোধোৰ ভাৱত উতলি ঘৈণীয়েকে এবাৰ ঘৰৰ বাজলৈ ওলায় এবাৰ ভিতৰ সোমায়।

পিৰালিত বহি লখ্‌াই চাৰিওফালে চকু ফুৰায়,—নিজৰ বাৰীৰ কল, আম, তামোল কঠাল গছ দেখি তাৰ অন্তৰৰ পৰা দীঘলীয়াকৈ এটি হুমুনিয়াহ অজানিতে ওলাই পৰে। অন্তৰৰ গধুৰ বোজা অলপ কমে।...

সৌ আমগাছ জোপা তাৰ ককাদেউতাকে কইছিল, সৌ কঠাল গছ জোপা তাৰ বাপেকে কইছিল, সৌ কল, তামোলৰ গছ সি নিজেই কইছিল,—এইদৰে ভাবোতে চিন্তোতে তাৰ দুগাল তিয়াই চকুলো বয়।..

"সখা কি কৰিছেনো?" কৈ কৈ সখায়েক বুদাকৰে চোতালেদি আহি ওজাই বহা পীৰাখনতে বহে।

"কিনো আৰু কৰিম্ সখা? আমাৰ নিচিনা ছাল বাকলি নোহোৱা দুখীয়াৰ দুখনো কেতিয়া ওৰ পৰিব? মহাজনে আহি মোৰ চেনেহৰ ভিঠা-বাৰীকো আজি নিবহি। তাকেই ভাবি আছিলোঁ,—

এই গছ গছনিৰে ভৰা ভিটাখন কেনেকৈ হেলাৰঙে আনৰ হাতত সঁপি দিওঁ।" লখ্‌াই বৰ বেজাৰসনা কথাৰে কয়।

বুদাকৰে লখ্‌াৰ অন্তৰত উছাহ্ দি কয়,—"সখা! কিনো কৰিবা? আজি আমাৰ দুখ হব পাৰে। সদায় জানো আমাৰ দিন এইদৰে যাব? গাড়ীৰ চকাৰ দৰে দুখৰ পিছত সুখ, সুখৰ পিচত দুখ ঘূৰি থাকে। ইমানদিন আমাৰ দুখতেই গ'ল। আমাৰ জানো আৰু সুখ নহব নে? মনত পৰেনে সিদিনা এজন বুঢ়াই আমাক দঢ়াই দঢ়াই কৈছিল,—সেই বহুমূলীয়া কথাষাৰ পাহৰি পেলালা নে? তেওঁ কৈছিল,—ন-যুগ হেনো আহিব, খেতিয়ক বনুৱাৰ হেনো সুখ হব, শান্তি হব,—মুক্তি স্বাধীনতা হব। ৰাইজেই ৰজা—পঞ্চায়তীৰাজৰ স্থাপনা হব।"

"পাহৰা নাই। বিপ্লৱৰ প্ৰতিমূৰ্ত্তি সেই বুঢ়াজনৰ বেহৰূপ মোৰ হিয়াত আজিও ছাব খাই আছে। আজিও অগনিৰ ফিৰিঙটিৰ দৰে ছিটিকি পৰা তেওঁৰ কথাষাৰ মোৰ অন্তৰত আঙঠাৰ দৰে জিলিকি আছে।...সঁচা...তেওঁৰ প্ৰত্যেক শাৰী কথাই সঁচা। তেওঁ দেখুৱাই দিয়া বাটৰ বাহিৰে আমাৰ মুক্তিৰ পথো নাই, উপায়ো নাই।" বুলি কৈ লখ্‌াই এটি দীঘল হুমুনিয়াহ এৰে।

"আই ঐ ভাত।.. আই ঐ ভাত" বুলি কৈ কেচুৱাটোৰে ইনাই বিনাই পেন্‌পেনাই থাকে।

"এই কপালখন লৈ জনম লৈছিলি হঁ ? আছে নহয় ভঁৰালে ভঁৰালে ধান, বাৰীয়ে বাৰীয়ে শাক পাচলি ?" কেচুৱাটোৰ ওপৰত খং উঠি মাকে বকি থাকে।...

"সখী ! পোনাটোৰ ওপৰত কিয় খং কৰিছে ? এনেয়ে বেচেৰাই ভোকত কলমলাই আছে, কান্দিছে,—তাৰ ওপৰত খং উঠি কি লাভ ?" বুলি বুদাকৰে কয়। "শৰীৰত এটুপি তেজেই নাই ; কাটিলে তেজ ওলাবনে ? ভাত বিচাৰিলে ক'ত পাব ? বোপাই ঐ ! বোপাই ঐ !! এনে হব বুলি জানিলে ডিঙিত ছিপজৰী লগাই ফাঁচীত মৰাই ভাল আছিল।"—মনৰ বেজাৰত বকি থাকে।

"গাৱখো। আঁহা সোনাই আঁহা। এইফালে আঁহা", বুলি লখ্রাই মাতে। ঘৰৰ ভিতৰৰ পৰা কান্দি কান্দি ফেঁকুৰি ফেঁকুৰি চকু মোহাৰি মোহাৰি গাৱখোৱে পিৰালিত বহা বাপেকৰ কালে খোজ লয়। লখ্রাইও পুতেকক সাৱটি লৈ চকুলো মচি কয়,—"মোৰ সোনাই ! নাকান্দিবা ! নাকান্দিবা !! তোমাক সুখ দিবলৈ নোৱাৰিলোঁ। মোৰ নিচিনা টোকোনা হতচিৰীৰ ঘৰতনো কিয় জনম লৈছিলা ! ভাত ভাত বুলি কান্দিলে জাঁনো ভাত পাবা ?" —তাৰ চকুজোৰ ছলছলীয়া হয়।"

বাপেকৰ এই হতাশা ভৰা কথাবাৰ শুনি গাৱখোৰ কান্দোন বাঢ়েহে।

বুদাকৰে দীঘল হুমুনিয়াহ এৰি কয়,—"ৰব ৰব, সখা ! ৰব। কালি নিশাৰ কৰ্কৰা ভাত থাকিব লাগে। মই এই পোনাটিক ঘৰলৈ লৈ যাওঁ। তাকে খুৱাওঁগৈ।"

"নি যি কৰা তোমাৰ খুচী। কাটাই নে মাৰাই—তোমাৰ ইচ্ছা।"—আনফালে মুখখন ঘূৰাই লখ্রাই কয়।

"বোপা ! আঁহা। এইফালে আঁহা।"—বুলি বুদাকৰে গাৱখোক মাতে। ঘৰৰ ভিতৰৰ পৰা ওলাই অহা মাকক লৰমাৰি সাৱটি ধৰি গাৱখোই আকৌ কান্দে।

"সখী আপুনিও আহক।" বুদাকৰে মাত দিয়ে। গাৱখোৰ মাকে হাকুদাকু হয় ;—এবাৰ গিৰিয়েকৰ মুখৰ ফালে চায়, এবাৰ সখায়েক বুদাকৰ পিনে চকু দিয়ে, এবাৰ পুতেকক দুহাতেৰে তুলি কোলাত লৈ গৰাহ মাৰি ধৰে।

"যোৰা ! কি চাই আছা ?...যোৰা পলম কৰিছা কেলৈ ?...সোনকালে

আহাগৈ। চাব লাগিব নহয়, তোমাৰ এই হতচিৰি গিৰিয়েবাৰ জীৱন নাটৰ দুখেৰে ভৰা দৃশ্য! চাব লাগিব নহয়, সেই জোকৰ দৰে তেজপিয়া মহাজনে আহি পৈয়েৰৰ বুকুৰ ৰক্ত্ কেনেকৈ পি খাব? যোৱা বেগতে আহাগৈ।... ইমানদিন ককাদেউতা দেউতা আৰু মই নিজেই ৰদক ৰ'দ নুবুলি ৰবষুণক ৰবষুণ নুবুলি কপালৰ ঘাম ভৰিত পেলাই, তেজক পানী কৰি ঘৰ দুৱাৰ সাজিলোঁ, মাটিবাৰী ভাঙি চিকুনালোঁ—আজি আহিব সেই চোৰ ডকাইত কাম বন নকৰা পৰশ্ৰমজীৱী এলেহুৱা ৰঘুমলা মহাজন ;—সি হব মোৰ এই চেনেহৰ ঘৰ বাৰীৰ মালিক। বাঃ-বাঃ-বাঃ-বৰ মজাৰ কথা। হাঃ-হাঃ-হাঃ।"—বুলি কৈ বলিয়াৰ দৰে লখ্‌াই আটাহ পাৰি হাঁহে।

"আই অ'! ভোক লাগিছে।"—বুলি কৈ মাকৰ ডিঙিত সাবটি ধৰি গাবখোৱে কান্দে।

"আহক সখী! আহা মোৰ সোণ!" বুদাকৰ কথা শুনি তিৰোতাজনীয়ে আগুৱায়, সখায়েকৰ পিছে পিছে যায়,—তাইৰ ওলমি থকা কোলাত বহা গাবখোই ফেঁকুৰি ফেঁকুৰি কান্দে।...

লখ্‌াই সিহঁতৰ ফালে একেথিৰে চায়।

সিহঁত গুচি যায়, চকুৰ আৰ হৈ নোহোৱা হয়। পিৰালিত বহি লখ্‌াই অকলে থাকে, ভাবে, চিন্তে, গুণে, গুঁথে। চিন্তাৰ ধুমুহা বৈ তাৰ হিয়া মোহাৰি পেলায়।

গাবখোৰ মাকেই লখ্‌াৰ ঘৈণীয়েক। নাম ছেৰাবী।

তেতিয়া ছেৰাবী সৰু, পাত-গাভৰু। চুপহী ফুলৰ কলিৰ দৰে ৰূপহী। তাইৰ বেহৰূপ ধুনীয়া, পুৱতি বেলিৰ দৰে মুখখন সোণোৱালী ;—দাঁত কেইপাতি আখৈৰ দৰে বগা ফট্‌ফটিয়া, হাঁহিলে বিজুলীৰ চক্‌মকনিৰ দৰে চিকিমিকীয়া, গাল দুখন ঔ চকলাৰ দৰে গোল, পিছল, মিহি ; মিহি ছিলমিলিয়া—চুলিটাৰি মেঘৰ দৰে কলা কেচ্‌কেচীয়া, ঘোৰাৰ নেজকোছাৰ দৰে দীঘলীয়া, খোপা বান্ধিলে থালৈৰ তলিৰ দৰে ডাঙৰ লু-ধুম্-ধুম্ ;—ভৰিৰ কলাফুল বাঁহ-গাজৰ দৰে নিমঁজ, শকত-আৱত, আমৰলু পকৰাৰ দৰে কঁকাল সৰু ; কথা কলে হাঁহৰ ডিঙিৰ দৰে ডিঙি লেতুমেতু ; চকুৰ চাৱনি মোহনী জুঁইকুৰাৰ দৰে জলমল্। এক কথাত কবলৈ হলে তাই ধুনীয়া, তৰুনী, ৰূপহী, লাৱণী।

এই ছোৱালীয়েই বাঁৰী মাকৰ লগত বহু দূৰৈৰ পৰা খোৱা-লোৱা থকা পিন্ধা বিচাৰি লখ্যাৰ গাঁৱলৈ আহিছিল।

সেই সময়ত লখ্যা পণ্ডিত আছিল।

স্কুলৰ কাষেদি আলি। সি স্কুলত পঢ়াই আছিল, সেই আলিয়েদি ছেৱাৰীয়ে নিজৰ ৰূপৰ জেউতি উজ্জ্বলাই মাকৰ লৈতে গৈছিল। আলিয়েদি যোৱা ছেৱাৰী পাট গাভৰুক দেখি উলাহত তাৰ হিয়াত ঠাই নোজোৱা হৈছিল; পঢ়াবলৈ মন কাণ নোহোৱাত পঢ়ুৱৈইতক ছুটী দিছিল। সিদিনাৰ পৰা তাৰ যে কি হ'ল তাৰ হিয়া-পটত ছেৱাৰীৰ মূৰতিহে জিলিকি হিয়াত ছাব খাই আছিল।

পিৰালিত বহি বহি ভাবি ভাবি লখ্যাৰ গাল দুখন ৰঙচুৱা হৈ উঠে।...সি আৰু ভাবে, চিন্তে, শুনে, শুঁথে।

সঁচাকৈয়ে ছেৱাৰী আছিল লখ্যাৰ ৰং চৰোৱা ৰূপৰ মূৰতি। ছেৱাৰীৰ মাক আছিল দেওধনী।...দেওধনী হৈ কৰবাত কোনোবা গাওঁত * খেৰাই পূজাত ছেৱাৰীৰ মাকে নচাৰ কথা শুনিলে, জাকে জাকে মানুহ চাবলৈ গৈ উখল মাখল লগাইছিল।

লখ্যাৰ গাওঁৰ এজন বৰলা বুঢ়াৰ ঘৰত সেই বাঁৰী দেওধনী আৰু জীয়েক ছেৱাৰীয়ে আশ্ৰয় লৈছিলগৈ। শেষত সেই বাঁৰী তিৰোতাজনী বুঢ়াৰ দেহলগৰী হৈছিল। ছেৱাৰীয়ে ও তাতে থাকি পোহপাল লৈছিল।

লখ্যাৰ ককাদেউতাক বৰ চহকী আছিল। সি আঠ হালি ( বাৰ বিঘা ) মাটিৰ মালিক আছিল। কোনো অভাৱ নাছিল। কুকুৰা, হাঁহ, পাৰ, ৰাজহাঁহ, পঠা-ছাগলী, গাহৰি আদিৰেঘৰখন ৰজন-জনাই আছিল। তামোল, কঁঠাল, আম, কল ইত্যাদি গছে বাৰীখন দেখাত শুৱনী কৰি তুলিছিল। তিনিটা ভঁৰাল ঘৰৰ আগত গধুৰ ডাওৰ তিনিটা হাতীৰ দৰে থিয় হৈ ঘৰখন চকুৰোৱা কৰিছিল।

লখ্যাৰ বাপেকৰ আঠজন ভায়েক ককায়েক আছিল। ককাদেউতাকে মৰিবৰ সময়ত আঠজন পুতেকৰ মাজত মাটি ভাগ কৰি দিছিল। লখ্যাৰ বাপেকৰ ভাগত এক হালি মাটিহে পৰিছিল।..সকবে পৰা লিখা পঢ়াত লখ্যাৰ বৰ মন আছিল। নিজৰ গাওঁৰ স্কুলৰ শিক্ষা শেষ কৰি চহৰৰ হাইস্কুলত উচ্চ শিক্ষাৰ কাৰণে সি ভৰ্তি হৈছিল।

---

* বড়োসকলৰ ডাঙৰ পূজা হৈছে খেৰাই পূজা। এই পূজাত দেওধনীয়ে জঁকি জঁকি নাচে, চিফুং বাহী আৰু খাম ঢোলৰ ছেৱে ছেৱে গা জোকাৰে।

এসময়ত সেই অঞ্চলত বৰ গোলমাল হৈছিল। বহু চোৰ ডকাইতইতক ধৰিবৰ কাৰণে দাৰোগা পুলিচ আৰু মিলিটাৰীইতে লখ্ৰাৰ গাওঁতো সোমাই উৎপাত লগাইছিল। বহুতক ধৰি নিছিল। সৰু লৰা লখ্ৰাকো দাৰোগাইতে ডকাইতৰ দলৰ এজন বুলি সন্দেহ কৰিছিল। এদিন স্কুলতগৈ দাৰোগা পুলিচইতে লখ্ৰাক ধৰি নিছিল। বেচিকৈ পঢ়াৰ হাবিয়াসৰ পুলি লখ্ৰাৰ অন্তৰত সিদিনাৰ পৰা মৰহি গৈছিল। সিদিনাৰ পৰাই তাৰ শিক্ষাদীক্ষা সকলো অন্ত পৰিছিল।

বিচাৰত লখ্ৰাৰ ফাটেক হৈছিল। ফাটেকৰ পৰা ওলাই লখ্ৰাই গাওঁলৈ গৈ গম পাইছিল, তাৰ বাপেক আৰু মাক মৰিল।

আঠজন ককায়েক ভায়েকৰ লখ্ৰা আটাইতকৈ সৰু আছিল। ফাটেক খটাৰ কাৰণে ককায়েকইতে লখ্ৰাক ঘিণ কৰিছিল; দেখিব নোৱাৰিছিল। সিহঁতে লখ্ৰাক এবিঘা মাটি ভগাই বেলেগ কৰি থৈছিল।

সংসাৰৰ বোজা কম বয়সতে লৰলগীয়া হোৱাত লখ্ৰাৰ চুতি হেৰাইছিল, দিহা নাপাইছিল।...

সৰুৰে পৰা সি দুখ কষ্ট পোৱা নাছিল। সুখ শান্তিতে লৰালি কাল কটাইছিল হাল বাবলৈ, কোদাল মাৰিবলৈ নাজানিছিল। নিৰুপায় হৈ শেহত সি গাওঁৰ স্কুলৰ পণ্ডিত হবলৈ বাধ্য হৈছিল।

অতীতৰ কথা ভাবি ভাবি লখ্ৰাৰ বুকু চেপি এটি দীঘল হুমুনিয়াহ বাজ হৈ ওলায়।...

তেতিয়া লখ্ৰা আছিল চফল চেঙেলীয়া ডেকা। ছেৱাৰীক চাবলৈ ধাউতি হোৱাত সি নিতৌ বুঢ়াৰ ঘৰলৈ গৈ আছিল।... এইদৰে যাওঁতে যাওঁতে শেহত দুয়োৰে পৰাণ জুৰি ভালপোৱাই পাহ মেলিছিল।

এদিন পুৱা।...স্কুলমুৱা লখ্ৰা।...বুঢ়াৰ ঘৰৰ কাষ পাওঁতেই ছেৱাৰীয়ে লখ্ৰাক পদুলিমুখৰ পৰা দেখা পাই বাটৰ পিনে লৰি ধাপৰি লখ্ৰাৰ কাষ পায়েই তাই চিঞৰি চিঞৰি জোকাই জোকাই গীত গাইছিল।

("লখ্ৰা ককাই অ'—ক'লৈ যোৱা?
হিয়াত জুইকুৰা কিয় জ্বলোৱা?
তপত কলিজা পুৰি কৰি দিলা ছাই
সেই সোপালৈ কিনো কৰিবা ককাই।")

ৰংদৈ ছেৰাবীৰ সৰবৰহী মিঠা মাতৰ ৰসাল গীত শুনি লখ্ৰাৰ গা শিয়ঁৰি উঠিছিল। ··তাতেই তাৰ ৰং উলাহ, তাতেই তাৰ * আনন্ গোসাইৰ সৰগ্।

স্কুলত সি পঢ়াৰ নোৱাৰা হৈছিল। কোনোবাই যেন তাৰ দেহা মন কাঢ়ি নিছিল। সি শূইন্ শূইন্ অনুভৱ কৰিছিল। পঢ়ুৱৈইতৰ মুখত ছেৰাবীৰ ৰূপহে সি অনবৰত দেখা পাইছিল। পঢ়া শিক্ষাত সি মন কাণ দিব নোৱাৰা হৈছিল, মন ছটফটাই উঠিছিল। শেহত সি লৰাইতক ছুটি দি এৰি দিছিল।

স্কুলত সি অকলে। কোনো নাই। লখ্ৰা অকল শৰীয়াকৈ অকল।

বাৰিষা।

আকাশত মেঘৰ গিৰ্গিৰনি, চকু ছাট মৰা বিজুলীৰ চিকৃচিকনি, বাৰে বাৰে চমকণি, মলয়াৰ বাৰ সোঁ সোৰনি ৰিবৰিবনি; ফিৰফিৰণি বৰষুণৰ কিনকিননি।

স্কুলত অকলে বহি লখ্ৰাই ছেৰাবীৰ সপোন দেখিছিল, নিজক পাহৰি পেলাইছিল।

"ককাইদেউ!"

"কোন?" শুনি লখ্ৰাই চক্ খাই উঠিছিল।··

উচাপ্ খাই পিছপিনে চাওঁতেই সি দেখিছিল, দুৱাৰমুখত ছেৰাবী, নিয়ৰত তিতা ফুলৰ দৰে বৰষুণত ভিজা ছেৰাবী।

আকাশত মেঘৰ গোজৰণি, বিজুলীৰ চক্‌মকনি, লখ্ৰাৰ সন্মুখত ছেৰাবীৰ ৰূপৰ জেউতিৰ জিলিকনি।

সপোন নে দিঠক। লখ্ৰাই চিন্তাত বিমূঢ় হৈ পৰিছিল, ছেৰাবীৰ মুখৰ ফালে একেথৰে ৰ লাগি চাই আছিল।

"কি ভাবিছা, ককাইদেউ?"

"কোন?· তুমি-তুমি-ছেৰাবী!"·· লখ্ৰাই তবধ মানিছিল।

"উঁ ককাইদেউ,—মই তোমাৰ ছেৰাবী, তোমাৰ চেনেহৰ, মৰমৰ, বুকুৰ কলিজা, হিয়া-আমঠু, দেহালাও।"···

"সঁচাকৈয়ে নে?"

"হয়। সঁচাই মোৰ জীউৰ সোণাই।"

"চেনেহী! কোৱা কিমানদিনলৈ আমি এইদৰে গুপুতে গোপনে থাকিম?" কিমানদিনলৈ এইদৰে ভাল পাই আলেঙে আলেঙে মনৰ হেপাহ মনতে মাৰি থাকিম?"

* বড়োসকলৰ মতে আনন্ গোসাইয়েই সৃষ্টিকৰ্ত্তা।

"মইনো কি কম ? তুমিয়েই দেখোন বিচাৰৰ গৰাকী।"

"হয়নে ?"

"হয়।"

ছেৰাৰীৰ কথা শুনি লখ্‌াই নতুন শকতি পাইছিল।

"চেনেহী !" আহা-মোৰ কাষলৈ আহা ! আহা মোৰ সোণ !"—লখ্‌াৰ সেহাই সেহাই মতা কথাষাৰ শুনি মন্ত্ৰমুগ্ধাৰ দৰে ছেৰাৰীয়ে লখ্‌াৰ ফালে ধীৰে ধীৰে আগুৱাই আহিল। তাৰ কাষ পাওঁতেই ছেৰাৰীক গৰাহ মাৰি সাৱটি ধৰি লখ্‌াই বলিয়াৰ দৰে কৈছিল,—"অস্-মোৰ চেনেহী—মৰমী, হিয়াৰ আমঠু, বুকুৰ কলিজা ! তোমাক নাপালে মই মোৰ জীৱনকে এৰিম দেহাকে মাৰিম, ডবুৰা কটাৰীৰ আগ বুকুত সুমাই কলিজাফালি মৰিম। মৰিম নে ? মৰিব লাগে নে ?- কোৰা কোৰা এতিয়াই কোৰা—সোণকালে, ঘপৰাই কোৰা। বেগাই—বেগাই।"

"মোৰ জীউ। মোৰ সোণ ! বলিয়া নহবা। কিয় মৰিবা-মৰিবা কিয় ? মৰিবলৈকে আমি এনে ভালপোৱাত নামিছো নে ? সেয়া হব নোৱাৰে, মৰিব নোৱাৰা। মৰণলৈকে মই তোমাৰ, তোমাৰ কলিজাৰ আৰু তুমি মোৰ, মোৰ কলিজাৰ, "বুলি কৈ ছেৰাৰীয়ে চেনেহত, মৰমত নিজৰ মুৰটো হালি লখ্‌াৰ বুকুত আওজাই গুজি থৈছিল। আৰু লখ্‌াই ও দুখন হাতেৰে মৰমত চেনেহত তাইক সাৱটি গৰাহ মাৰি লৈছিল। ৰং উলাহত আৰু মনৰ হেপাহ পূৰণ হোৱাত তাৰ চকুৰ পাহিযোৰ জাপ খাইছিল, দুগালেদি ৰঙৰ তপত চকুলো বৈছিল।

বাহিৰত কিন্‌কিনীয়া বৰষুণ। আকাশত সাতবৰণীয়া ইন্দ্ৰধনু।

দুয়োৰে অন্তৰ আকাশত ৰং উলাহৰ, প্ৰেমৰ জেউতিৰ মনোমিলনৰ ৰং বেৰঙৰ পোহৰৰ খেল আৰু মেল।

দুয়ো শিথিল আৰু অৱশ।

তেতিয়াৰে পৰা দুয়োৰে দুটি হিয়া এটি হৈ গৈছিল।

এদিন শুভদিনা শুভক্ষণত শুভলগনত * চিফুং জোথাৰ শব্দও দুয়োৰে বিয়া দিছিল বাইজে।

---

* পাচোটা বিন্ধা থকা বাঁহীয়েই বড়োসকলৰ চিফুং আৰু কাঁহৰ খুটি তাল জোৰাই জোৰাই জোথা।

কালৰ চেৰেকী পাক খাই গৈয়েই আছিল। শেহত দুয়োৰে জীৱনৰ নাট চাওত দুটি দৃশ্য বিৰিঙি উঠিছিল, নৰকৰ বৈতৰণীৰ বানপানীৰ বলিয়া কোবাল ঢৌ আৰু সৰগৰ মন্দাকিনীৰ বুকুত জিলিকনি সনা জেউতি।

লাহে লাহে লখ্‌্ৰাৰ সংসাৰত বাঁচি থকাই কঠিন হৈ পৰিছিল। কেতিয়াবা খাইছিল,—কেতিয়াবা লঘোণে থাকি শুকাই আছিল। উজাগিৰি কামতো খাবলৈ হুকুলাইছিল। এনেকৈয়ে লাহে লাহে মৰণৰ কৰাল মুখত পৰোঁ পৰোঁ অৱস্থাত পৰিছিল গৈ।

এইদৰে ভাবোতে গুণোতে সেই বুঢ়াৰ কথাষাৰ তাৰ মনত বিৰিঙি উঠে।...

"আমালোকৰ বুঢ়ী আই, ককাদেউতাসকলে বাঘ, সাপ, হাতী, বান্দৰ, ভালুক, লখৰা, ধুমুহা, শিল-বৰষুণ, ৰ'দ, বানপানী, ভুঁইকঁপ, বেমাৰ-আজাৰ, বিষ বেদনাৰ লগত যুজি যুজি বুকুৰ তেজ পানী কৰি ইমান দুখ কষ্ট কৰি ঘৰ বাৰী চিকুনাই তামোল পান, আম কঠাল, বাঁহ-কল আদি কই চেনেহৰ ধুনীয়া গাঁওখনি সাজিছিল, তেওঁলোকৰ নাতি-পুতি আমাৰ দিনত মাটি ভাগ হৈ হৈ আমি মাটিহীন হৈ পৰিলোঁ। মাটিৰ অভাৱত আমি সৰ্ব্বহাৰা হ'লোঁ। হতচিৰী হৈ বলিয়াৰ নিচিনাকৈ য'তে ত'তে দৰঙত, কামৰূপত, লখীমপুৰত অ'ত ত'ত মাটি বিচাৰি দিহিঙে দিপাঙে ফুৰোঁ। মাটি জানো পাওঁ? নেপাওঁ। নেপাই আমি মনৰ দুখত বেজাৰত হিয়া চপৰিয়াই ধাকুৰিয়াই থাকোঁ। মাটি জানোঁ, চাইকেলৰ টিউব ব্লাদাৰ, (ৰবৰ) টানিলে বাঢ়িব?"...

"বোপাই ঐ! কেনেকৈ? কেনেকৈ?"—বুলি ভাবি গুণি লখ্‌্ৰাৰ মন উতলি উঠে।

"আজি মানুহে কান্দিব নোৱাৰে। থকা, খোৱা, পিন্ধাৰ কাৰণে কান্দিলে চৰকাৰৰ পুলিচ মিলিটাৰীহঁতে আহি কন্দা মানুহজনক ধৰি নিয়ে, কোবায়, ফাটেকত ভৰায়। আজি মানুহে কান্দিব নোৱাৰে। কিয় এনেকুৱা হয়? আইন্, আইনৰ কাৰণে। এই আইন হৈছে ধনীক ৰক্ষা কৰা আৰু দুখীয়াক মৰা আইন। এনে আইনৰ পৰাই ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থা চলি আছে। এই আইনেই হৈছে ধনীক শ্ৰেণীৰ ছলনাৰ কৌশল। এনেকৈয়েও ধনতন্ত্ৰবাদে আইনৰ কায়দা কৌশলৰ দা-ৰে কাটি কুটি বাইজৰ সমাজৰ দেহা ডোখোৰা ডুখুৰী কৰে। আমাৰ অৱস্থা বেয়া হলে আমি এবাৰ কপালক, এবাৰ ঈশ্বৰক দোষ দিওঁ। দৰাচলতে কপালৰো দোষ নহয়। দেৱতাৰো দোষ নহয়, আচলতে ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থাৰ দোষ। বিধাতাই মানুহকহে স্ৰজিছে,

ধনী, দুখীয়া সৃজন কৰা নাই। ধনী হিচাবে কাৰোবাক সৃজন কৰাহেঁতেন, ধনীৰ লৰাই মাকৰ গৰ্ভৰ পৰাই জোতা-ছোলা পিন্ধি বাজহৈ ওলালহেঁতেন, সৰ্ব্বহাৰা দুখীয়াৰ লৰাৰ দৰে ধনী ঘৰৰ কেচুৱাই ও নাঙঠা হৈ ওপজে। ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থাই গুপুতে গোপনে ধনীৰ লৰাক ভালকৈ খুৱাই বুৱাই, পিন্ধাই ৰাখে। ৰাইজৰ অসুখ অশান্তিৰ গুৰি হৈছে ধনতন্ত্ৰবাদহে।" বুঢ়াৰ কথাষাৰ ভাবিচিন্তি লখ্‌াই নিজকে নিজে কয়,—"সচাঁ ককাদেউতা। আপোনাৰ কথাষাৰ সচাঁ।"

সেই বুঢ়াজনে কৈছিল,—"আজি ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থাত আচল সমাজ,—সমাজৰ মেৰুদণ্ড সৎপ্ৰকৃতি খেতিয়ক বনুৱাসকলৰ দুখ কষ্টৰ সীমা নোহোৱা হৈছে। যিমান দিনলৈকে ধনতন্ত্ৰবাদী সমাজব্যৱস্থা থাকিব, তিমান দিনলৈকে হালোৱা হজুৱা বনোৱাৰ দুখ কষ্ট মৰি গলেও ওৰ নপৰে। কিয়নো, আজি আইন যন্ত্ৰটো ধনপতিহঁতৰ হাতত আছে। সেই আইন যন্ত্ৰটোৱেই হৈছে পেৰা-যন্ত্ৰ।"

"অ',—এনেকৈয়েই সেই তেজপিয়াহঁতে আমাৰ কলিজা, হিয়া-আমঠু চিডি নিঙাৰি ডোখোৰা ডুখুৰীকৈ পিয়ে, শুহে, খায়।" লখ্‌াই ভাৱে।

হালোৱা হজুৱা বনুৱাৰ মনৰ-কথা উদঙাই বুঢ়াজনে কৈছিল, "ৰাইজসকল! হতচিৰীয়া দুৰ্ব্বলীয়া হালোৱা-হজুৱা বনুৱা ভাইসকল। যেতিয়ালৈকে ধনীৰ আইনৰ পেৰা-যন্ত্ৰটো আপোনালোকে ভাঙি নেপেলায়, তেতিয়ালৈকে সুখ, শান্তি আৰু মুক্তি নহয়। সেই পেৰাযন্ত্ৰটো নাশ কৰিবৰ বাবেই বিপ্লৱ লাগে। সেই বিপ্লৱেই ধনতন্ত্ৰবাদ ধ্বংস কৰিব, আইনৰ পেৰাযন্ত্ৰটো নষ্ট কৰি পেলাব, সমাজতন্ত্ৰবাদ থাপিব। ৰাইজেই বন্যা, জাতিয়েই গঙ্গাৰ সোঁত বোৱাব, সেই নৈৰ কাষত কৃষক-বনুৱা পঞ্চায়তৰাজৰ সৰগ পাতিব। সেয়ে হৈছে সমাজতান্ত্ৰিক বিপ্লৱ।

বিপ্লৱ হবই।·

লখ্‌াই নিজকে নিজে সোধে,—"বিপ্লৱ হবনে?"·· বুঢ়াৰ মাতষাৰে সান্ত্বনা দিয়ে,—কণীৰ ভিতৰত বিজল ও থাকে, কুহুম ও থাকে। বিজলে কুহুমক নষ্ট কৰিবলৈ বিচাৰে, কুহুমে বিজলক ধ্বংস কৰিবলৈ বিচাৰে। এইদৰে যুজোতে যুজোঁতে বিজল ও নহয় কুহুম ও নহয়,—বেলেগ এটা বস্তু ওলায়। সেইটো হৈছে এটা পোৱালী। এইদৰে ধনতন্ত্ৰবাদৰ গৰ্ভৰ পৰা দুটা শ্ৰেণী ওলাইছে, এটা হৈছে ধনীক আনটো হৈছে গৰীৱ সৰ্ব্বহাৰা। ধনীক শ্ৰেণীয়ে গৰীৱশ্ৰেণীক দমন

কৰিবলৈ বিচাৰে, আৰু সৰ্ব্বহাৰা শ্ৰেণীয়ে ধনীক শ্ৰেণীক উচ্ছেদ কৰিবলৈ বিচাৰে। ধনীৰ শতৰু গৰীব আৰু সৰ্ব্বহাৰা শ্ৰেণীৰ শতৰু ধনীক শ্ৰেণী। এইদৰে যুজি যুজি ধনীও নহয় দুখীয়া ও নহয় এটা বেলেগ সমাজ ওলাই পৰে। সেয়া হৈছে সমাজতন্ত্ৰবাদ। সেয়ে হৈছে বিপ্লৱ। ধন-তন্ত্ৰ-বাদৰ পৰা সমাজতন্ত্ৰ বাদলৈ বিপ্লৱ।

বিপ্লৱ কটা খোছা নহয়। বিপ্লৱ হৈছে নতুন সলনি। শিপাৰে সৈতে উভলোৱা গছৰ দৰে সকলোকে সলোৱা, পৰিবৰ্ত্তন কৰা,—আমূল পৰিবৰ্ত্তন। আগতে সি লাহে লাহে হয়, শেহত সি আকস্মিক ভাৱে হঠাতে হয়।

"সেই সুখৰ বাট, সমাজতন্ত্ৰবাদ গঢ়িবলৈ বাইজে, আপোনালোকৰ নিচিনা হালোৱা হজুৱা বনুৱাই নিজেই এশৰ ভিতৰত পাঁচজন ধনীৰ হাতত থকা চৰকাৰ, কল-কাৰখানা আৰু বিজ্ঞান কাঢ়ি আনি নিজৰ হাতলৈ আনিবই লাগিব। নহলে এনেয়ে সেই তিনিটা বস্তু ধনিক শ্ৰেণীয়ে এৰি নিদিয়ে। সেই কাৰণে বাইজে আপোনালোকৰ নিচিনা, হোজা, দুৰ্দ্দান্ত, শক্তিৱান্, বলবান্, সমাজৰ মেৰুদণ্ড, সুপুৰুষ হালোৱা হজুৱা বনুৱাসকলে আগুৱাই নগলে সেই পাঁচজন এলেহুৱা, অবনুৱা, ফাঁকিবাজ, প্ৰবঞ্চক ফান্দত পেলোৱা ধনীইতৰ সৈতে চাৰিকুৰি পোন্ধৰজন আপোনালোকৰ নিচিনা নোহোৱা জনৰ যুজ বাগৰ হবই হব।"

এনে সময়তে এটা চিলাই উৰি আহি এটা কুকুৰা পোৱালী ঠাপ্ মাৰি লখ্ৰাৰ সন্মুখৰ পৰা লৈ যায়। তাকে দেখি মনৰ বেজাৰত লখ্ৰাই বলিয়াৰ দৰে হয়। সি এডাল লাখুটি হাতত লৈ সেই কুকুৰাজনীৰ গালৈ টোৰাই দলিয়ায়। তাৰে কোব খাই তাই ধৰফৰাই পাখি কোবাই কোবাই মৰে। লখ্ৰাই হাঁহি হাঁহি কয়,—"বৰ ভাল হৈছে। তোৰ পোৱালীজনীক চিলাৰ পৰা ৰইখা কৰিবকে নোৱাৰ হুঁ? তোৰ পেটৰ এটি মাথোন পোৱালী, তাইকো সৌ চিলাই ঠাপ্ মাৰি লৈ গ'ল, তথাপি তই ঠোঁট মোট্ মেলি চাই থাকিলি। চিলাৰ সৈতে যুযুজিলি ও। মৰ্-ছালী-মৰ্।"—বুলি কৈ উভতি আকৌ কাথিৰ পীৰাত বহি সি ইফালে সিফালে চায়। সি দেখে, কাথিৰ বেৰত শাল-গাবী এনেয়ে নাঙঠা হৈ আছে, বাচ খোৰা, এলাজু লাগি কলামুৱা হৈ পৰি আছে। মাকো ছালত গোঁজ খাই এনেয়ে আছে।

"আমালোকৰ খেতিয়কসকলে মাটিৰ বুকুত বগলী পাখিৰ দৰে বগা কোমল নৰম কপাহ গছ বিলাকক বগীতবাৰ দৰে জিলিকায়। আমালোকৰ ভাই-

সকলে গৃহহাৰা, জমিহীন, সৰ্ব্বহাৰা হৈ পেটৰ জ্বালাত কুলি-বনুৱা হৈ ধনীহঁতৰ সুতাৰ কাৰখানাত সুতা, কাপোৰৰ কলত কাপোৰ উলিয়াই দিয়ে, তেও দেখোন আমালোকে সুতা নেপাওঁ, কাপোৰ এচিটাও নেপাওঁ। আমাৰ তিৰোতাসকলে বস্তাৰ দৰে মেখেলা (দখ্না) পিন্ধি থাকিব লগাত পৰে নাইবা নাঙঠাৰ দৰে থাকে। সিফালে হাটে বজাৰে চোৰাং বজাৰ চলে। বস্তুৰ দাম বেচিকৈয়ে হয়, জুইৰ দৰে হয়। এলাপেচা মানুহে ছুঁবলৈকে নোৱাৰে।

- হাটত সুতা থাকিলেও অলপ অচৰপহে থাকে, থাকিলেও আমি হাটত গৈ কিনিব নোৱাৰোঁ। আমাৰ তিৰোতা বিলাকে কুকুৰাই ডাক দিওঁতে দোক্ মোকালিতে সাৰ পাই উঠি উৰলত ধান বানে, আমাৰ মুনিহ সকলে বনা-ছলা-জৰা চাউল ভাৰ বান্ধি হাটত বেচিবলৈ নিয়ে। চাউল বেচি যি পইচা পায়, সেই পইচাৰে তেওঁলোকে দোকানে দোকানে ঘুৰি সুতা কিনিবলৈ বিচাৰিলে, চোৰাং বেপাৰত বেচিবলৈ থোৱা সুতাৰ মুঠাখিনি ও নোহোৱা হয়।

"হায়! হতচিৰীয়া ছুৰ্কপলীয়া হালোৱা-হজুৱা বনুৱাসকল। সেই চোৰ, তেজপিয়া, ধনীহঁতৰ কাৰণে আপোনালোকৰ কপালত জুই জ্বলিছে।···সুতাৰ অভাৱত আমালোকৰ তিৰোতাসকলৰ ন-ন-মেখেলা আৰু নোলায়। পুৰণি মেখেলা ফালি ছিৰি যায়, সেই ফটাইদি তেওঁলোকৰ তপিনা দেখা যায়। এইদৰে আমালোকৰ বড়ো তিৰোতা সকলে পুৰণিকলীয়া কটা-বোৱা বিদ্যা পাহৰি পেলায়। পুৰণি যুগৰ ফুল পাতৰ কথা শুনিলে তেওঁলোকে সপোন যেনহে ভাবে। ধুনীয়া ধুনীয়া ভমকাফুলীয়া ফুলবিলাক সেই ফন্টো, পাহাৰ, পাৰৰ চকু, ম'ৰাৰ ফুটফুটীয়া পাখি, ঔফুল আদি ফুলবিলাকৰ কথাবোৰ শুনা কাহিনী যেনহে লাগে।···এইদৰে আমি পিন্ধা উৰা নেপাওঁ। হাবিৰ বান্দৰৰ দৰে নাঙঠা পশুৰ নিচিনাকৈ থাকো।"···

বুঢ়াৰ কথাষাৰ মনত পৰাত সি বৰ বেজাৰ পায়।···এজনী ঘৈণীয়েক আৰু এটি মাত্ৰ ল'ৰা,—এই দুইজনকে সি পুহিব নোৱাৰে। সি সিহঁতক পুহিবলৈ ইমান কষ্ট কৰিছিল। আগতে সি ও এবাৰ কপালক এবাৰ ঈশ্বৰক দুষিছিল। এন্ধাৰত সি ও মুকুতিৰ বাট খেপিয়াই ফুৰিছিল। সেই বুঢ়াজনৰ কথা আৰু তেওঁ কোৱা আদৰ্শৰ পোহৰে লখাৰ অন্তৰৰ পৰা (অজ্ঞানতাৰ) এন্ধাৰ গুচায়। আজি মুকুতিৰ পথ সেই পোহৰত উজ্বলি উঠিছে। সেই সমাজেই হৈছে সমাজতান্ত্ৰিক বিপ্লৱ।···

ছেৱাৰী লখ্‌াৰ হিয়া ডুখৰী ; গাৱখো সিহঁতৰ দুয়োৰে প্ৰণয় প্ৰেমৰ চেনেহ মৰমৰ ৰসেৰে ওপজা কোমল ফল।

লখ্‌াই ভাবে, সেই বুঢ়াজনে কৈছিল,—"চৰকাৰ ৰাষ্ট্ৰ হৈছে এটা হেঁচা যন্ত্ৰ। আজি দুটা শ্ৰেণী উপজিছে—এটা ধনিক আৰু আনটো গৰীব দুখীয়া সৰ্ব্বহাৰা হতচিৰীয়া। ধনী কেৱল পাঁচজন, সৰ্ব্বহাৰা চাৰিকুৰি পোন্ধৰজন। সেই পাঁচজনে ইমান বেচিকৈ হেঁচিব নোৱাৰে। সেইকাৰণে সিহঁতে কায়দাৰে সেই চৰকাৰ ৰাষ্ট্ৰ হেঁচা যন্ত্ৰটোক লৈ তাৰে ইমান বেচি দলে ভাৰী সৰ্ব্বহাৰা হতচিৰীয়া, হালোৱা হজুৱা বনুৱা, দুখীয়া শ্ৰেণীক হেঁচি থয়।—পুলিচ, মিলিটাৰী আইন, আমোলালৈ ৰাষ্ট্ৰ হয়। আজি ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থাই বাইজৰ এই বিলাক দুখ কষ্ট আদি সমস্যা দূৰ কৰিব নোৱাৰে। কিয়নো আজি ধনতন্ত্ৰবাদ মৃত্যুৰ কৱলত। দুখ কষ্ট গুচাবলৈ নোৱাৰিলে বাইজৰ অন্তৰৰ পৰা বাগ নাইবা বিপ্লৱৰ অগনি জ্বলিবই জ্বলিব। যিমানেই হেচিব তিমানেই বেচিকৈহে জ্বলি উঠিব। কতো হেচি নোহোৱা কৰিব নোৱাৰে। সেই কাৰণে সিহঁতে বলিয়াৰ দৰে যতে পায় ততে বাইজক মাৰে কোবায়। আজি সিহঁতে পশু হৈ গৈছে। আজি ধনকুবেৰ ডা-ডাঙৰীয়াইঁতৰ ছলনাত পৰি পুলিচ মিলিটাৰীইঁত শান্তি বাহিনী গুচি সিইঁতৰে পাইক গোট হৈ পৰিছে।"· ·

ডুম! ডুম!! ছাওঁ! ৰগ-ৰগ-ৰগ-ৰগ।·· যতে ততে বন্দুক কামানৰ মাত, শব্দ।···

ছাপাং-ছুপাং! ছাপাং-ছুপাং!! পুঁট-পুঁ-ট।···বাৰে বাৰে ৰেলগাড়ী অহাযোৱা ;—জিৰণী নাই।·· য'তে ততে ৰণ, যুদ্ধৰ কথা কাহিনী, সংগ্ৰামৰ ধুমুহা, মহাসমৰৰ প্ৰজ্জ্বলিত অগ্নি।···

এই সমৰত কত গাওঁ যে ভাঙি গ'ল, কত চহৰ যে জ্বলি গ'ল ; কিমান ৰাজ্য যে ধুলিস্যাৎ হ'ল।··

কিমান ধনকুবেৰে টকাৰ পৰ্ব্বত তুলিলে—তাৰ হিচাব নাই। কিমান হালোৱা হজুৱা বনুৱাই টকাৰ লোভত ধনিক শ্ৰেণীৰ স্বাৰ্থৰ কাৰণে মিলিটাৰী হৈ মৃত্যুৰ মুখত পৰিল, জঁপিয়ালে।···

এই মহাসমৰৰ কাৰণে গোটেই পৃথিৱী উলট্ পালট্ হ'ল, কৈঁউপিনে কঁপি উঠিল।···

লখ্‌াই ও নিজৰ ভালৰ কাৰণে ওলাল। · সেই সময়ত সি কাঠৰ ঠিকাদাৰ হ'ল। এদিন লৰা-বৈণীয়েক, ঘৰবাৰী এৰি টকা ধাৰ লৈ টোপোলা বান্ধি

কান্ধত ভাৰলৈ ঠিকাদাৰ সাজি লখ্‌াই উত্তৰে ফোৰেষ্ট ৰিজাৰ্ভত কাঠ বিচাৰি ওলাল।··

য'তে ত'তে মিলিটাৰী বগা-বগাল ইংৰাজ মিলিটাৰী, মাৰ্কিন-আমেৰিকান মিলিটাৰী, ওখ, শকত আৱত, ক'লা ক'লা নিগ্ৰো হাবচী মিলিটাৰী, নেপালী, মাদ্ৰাজী, পাঠান বড়ো মিলিটাৰী। য'তে ত'তে কেৱল সিহঁতৰ ঘূৰণ-ফিৰণ, মদ, মাংস আৰু মাইকীৰ কাৰণে বিচাৰ,—যেনে দলে দলে পশু জানোৱাৰ।···

এখন গাঁও। তাতে গুণ্ডা ডকাইতৰ থল। চৰকাৰে এই বাতৰি পালে। এদিন এদল মিলিটাৰীয়ে ৰাইফল লগলৈ সেই গাওঁলৈ আহি হুলস্থূল লগালে। সিহঁতে ডকাইত এজনকো ধৰিব নোৱাৰিলে। গাৱেঁ গাৱেঁ সোমাই সিহঁতে বিচাৰি ফুৰিলে।···

সন্ধ্যা।···এন্ধাৰ। ছঁয়া ময়া সন্ধিয়া।

ছেৱাৰীয়ে চোতাল সাৰি ৰন্ধা কামত মন দিছিল। কেচুৱা এটা পিঠিত বোকোচা লৈ উধানৰ কাষত বহি তাই খৰি ঠেলি জুই জ্বলাইছিল, পাক কৰিছিল। এনে সময়তে দুৱাৰমুখত এটা কলা ডাঙৰ ছা দেখি তাই চক্‌ খাই উঠিল, ভয় কৰিলে।

"ভয় নেখাবা। মই মিলিটাৰী হাবিলদাৰ।" সেই ছায়াই মাত দিলে।

ছেৱাৰীয়ে ভয়ে ভয়ে বহিবলৈ পীৰা পাৰি দিলে। সেই ছা-য়ে বহিল। জুইৰ পোহৰত সেই হাবিলদাৰৰ কঁকালৰ চামৰাৰ পেটিৰ পিতল চিক্‌চিকাই উঠিল।

"মদ আছে?"—হাবিলদাৰ জনে হাঁহি হাঁহি সুধিলে। তাৰ ওঁঠৰ ওপৰৰ ক'লা দীঘল গোঁফৰ তলত দাঁত কেইপাতি জক্‌মকাই উঠিল।

"নাই।" ভয়ে ভয়ে কঁপি কঁপি ছেৱাৰীয়ে ক'লে। সেই দটীয়াই আটাহ পাৰি হাঁহি উঠিল। শুনি ছেৱাৰীৰ হিয়া আমঠু কঁপি উঠিল।

"সৌটো কি? সৌ চুকত? সেই শকত আৱত? সেইটো কিনো?"

"কালিহে ভৰাইছে। তেনেই কুমলীয়া।"—ছেৱাৰীয়ে ভয়ত সেহাই সেহাই কলে।

"হব বাৰু। পিয়াহ লাগিছে। তপত কৰা?"···ছেৱাৰীয়ে হাকুদাকু হৈ টেকেলীত পানী ভৰাই উধানৰ ওপৰত থকা কেৰাহীটো আঁতৰাই টেকেলী

বছৰাই তপতালে আৰু ইফালে সিফালে চাৰিওপিনে * ডুমচু, লাওঠাই আৰু জাম্বা ক'ত আছে বুলি চকু ফুৰালে।

"পিঠিত কেচুৱাটো লৈ কিনো কামবন কৰিবা হে? সেইফালে তাক থৈ দিয়া।"—মিলিটাৰীজনে ক'লে।

"থাওক কান্দিব।"

"নহয়-নহয়-নহয়-নহয়—খুলি থবই লাগিব।" বুলি কৈ হাবিলদাৰে উঠি ওচৰলৈ আহি বোকোচা লোৱা কাপোৰৰ গাঁথিটো নিজহাতেৰে খুলি কোঠাত বস্তা এটা পাৰি ছেৱাৰীৰ পিঠিৰ পৰা কেচুৱাটোক তুলি লৈ শুৱালে আৰু ক'লে —"এতিয়া কাম বন কৰিবলৈ ভাল হৈছে।"—হাবিলদাৰৰ মনত পাপ বিৰিঙি উঠিল।

ছেৱাৰীয়ে জাম্বা, লাওঠাই আৰু ডুমচু বিচাৰি আনি হাবিলদাৰৰ সন্মুখত থলে। ডুমচুত এসোপা মদৰ ভাত। তপত পানী থকা টেকেলীটো আনি তাই ডুমচুত ঢালিলে। ডুমচুৰ মাজত জাম্বাটো হেচি হাবিলদাৰে লাওঠাইডাল লৈ জাম্বাৰ ভিতৰত আৰু বাহিৰলৈ সোমোৱাই উলিয়াই মদ ভৰাবলৈ আৰু ঢালিবলৈ ধৰিলে।

"বাটি।"

"হে ঈশ্বৰ! তাকো পাহৰিব লাগেনে?" বুলি কৈ আথেবেথে ছেৱাৰীয়ে বাটি এটা তুলি লৈ ওলাই গৈ মাজি-ধুই ঘৰৰ ভিতৰলৈ সোমাই হাবিলদাৰৰ আগত থলে।

হাবিলদাৰে ঢালি ঢালি পিবলৈ ধৰিলে আৰু কলে—"বৰ ভাল,—চোকা। ·· তুমিয়েই যে ভাগ;—কিয় ভাল নহব?" তাৰচকুৰ পৰা কুভাৱচিটিকি ওলাল।

"তোমাৰ গিৰিয়েৰা নাইনে?"

"আছে। উত্তৰে কাঠ বিচাৰিবলৈ গৈছে। তেখেত কাঠৰ ঠিকাদাৰ।"

"ভালেই সুবিধা হে হ'ল।"—অলপ ৰৈ—"অকলে কেনেকৈ থাকা? ভয় নেলাগে নে?"

*এটা কাঠৰ খোলা তাত মদৰ জুগুলি বা ভাত ভৰাই বেতৰে বা বাঁহৰে ঘনকৈ ধুনীয়াকৈ গুঁথা বেটেৰীৰদৰে দীঘলীয়া খৰাহী সেই জুগুলি বা ভাতত হেচি দিয়ে। সেই খৰাহীৰ ভিতৰত মদ জমা হ'লে, পাহাৰীয়া শুকান দীঘলীয়া বিন্ধা থকা লাওৰে ভৰাই বাটিত ঢালে। সেই লাওডালকে লাওঠাই বোলে।

"কিয় নেলাগিব ?"

"এৰা গিৰিয়েৰা থাকোতেও তোমাৰ ইমান কষ্ট। যি গিৰিয়েকে ঘৈণীয়েৰক খোৱা পিন্ধা দিব নোৱাৰে, সি গিৰিয়েকেই নহয়।...অলপ পৰ বৈ হাবিলদাৰে আকৌ ক'লে,..."মোৰ ঘৈণী নাই। মোৰ বৰ অসুবিধা হৈছে। তাই জীযাই থাকোতে মই তাইক কি দিয়া নাছিলো? সদায় ডালি আঞ্জা, মাছ-মঙহ খুৱাই আছিলো—তেলে নিমখে। জেলাপী, ছন্দেচ, ক'ত ৰকমৰ বিধে বিধে মিঠাই। ঘোড়া গাৰী, মটৰগাড়ী, টকী, চার্কাচ—চহৰৰ সকলোখিনি সুখকে তাইক দিছিলোঁ। বেচেৰী মৰি গ'ল। আৰু এজনী আনিম বুলি ভাবিছো। আনিবই লাগিব। তাইক ৰাণীৰ দৰে সুখেৰে ৰাখিম। গিৰিয়েৰাই তোমাক কি দিছে ?" মদ খাই খাই সি ছেৰাবীৰ মুখলৈ ভেলেঙা লাগি চাই থাকিল।

"যি দেখিছা।" তলমূৰাকৈ ছেৰাবীয়ে ক'লে।"

"বাঃ!—সেই মেখেলা-ফালিল, ছিৰিল, ছিৰিল," বুলি কৈ সি আটাহ পাৰি হাঁহি উঠিল। "বৰ ভাল দিয়া তোমাৰ গিৰিয়েৰা"। তাৰ চকুৰ পৰা পাপৰ অগনি ভকুভকাই জ্বলি উঠিল। সেই দৃশ্য দেখি ছেৰাবীৰ শৰীৰ কঁপি উঠিল।

অকস্মাতে হাবিলদাৰে উঠি থিয় দিলে, ঢেলেং পেলেংকৈ ছেৰাবীৰ ফালে লাহে লাহে খোজ দিলে আৰু কলে, "সেই ৰাণী গৰাকী কোন জানানে? তুমি—তুমি মোৰ হিয়াৰ একাল ৰাণী। মই তোমাক হিয়াৰ আসনত বহুৱাম। তোমাৰ জীৱন এনেয়ে যাবলৈ নিদিওঁ।" সি ছেৰাবীক সাৱটি লবলৈ বিচাৰিলে।

ছেৰাবীয়ে লৰ মাৰিলে। দুৱাৰ মুখত তাইক ধৰিবলৈ যাওঁতেই মদৰ ৰাগীত ঢলি হালি সেই নিলাজ, লম্পট হাবিলদাৰে হামখুৰি খাই পৰিলে।

"আই' ঔ! অ' বুদাং!...গলন্দাং! আহ ঔ আহ্! আহ্-আহ্ মই মৰিলো ঔ আহ্! আই ঔ!...সোৰা সোৰা।...আহ ঔ আহ্—লাওচাং।" চিঞঁৰি চিঞঁৰি তাই ঘৰেঘৰে চোতালে চোতালে লৰি ঢাপৰি ভিৰাই লৰ দিলে।

নাই। ঘৰত কোনো মুনিহ নাই। পুলিচ, মিলিটাৰীৰ উৎপাতত সকলো পলাল। ঘৰে ঘৰে তিৰোতাইঁতে দুৱাৰ মাৰি মনে মনে থাকিল।

ছেৰাবীৰ চিঞঁৰ বাখৰ এনেকৈ মিছা হ'ল।...সন্ধিয়াৰ আকাশত তৰাবোৰে তিৰবিৰাই উঠিল। এন্ধাৰত গছ গছনিবোৰে বাইকহৰ দৰে সম্মুখত মূৰ ডাঙি ৰ'ল।

ছেৱাৰীৰ পিচে পিচে সেই ফোঁচ ফোঁচাই খেদা মৰা গুণ্ডা ডকাইত মিলিটাৰী —সেই দঢ়ীয়া হাবিলদাৰজন।

"ককাই! ককাই!!—অ·· বৌ! বৌ!" চিঞৰি বাখৰি নৰি ঢাপৰি বেচেৰীয়ে এখন ঘৰৰ দুৱাৰ জোকাৰিবলৈ ধৰিলে। এই তলকতে হাবিলদাৰে ছেৱাৰীৰ হাতখন খাপ মাৰি ধৰি গৰা মাৰি তাইক মাটিত বগৰালে।

"হৰি! হৰি!! কপাল!···মোৰ আজি কেও নাই, বুলি তাই ফোঁপাই জোপাই মাটিত ধৰফৰাই ক'লে। তাই সেহাই সেহাই কোৱা মাতষাৰ এন্ধাৰ কালি ওলাল। লগে লগে সেই লম্পট হাবিলদাৰৰ ফোঁচ-ফোঁচনিয়ে শুনোঁতাৰ হিয়া আমঠু কঁপাই নবালে।

এনে কুকাৰ্য্য চাব নোৱাৰি এচমকা ভাবৰ আহি আকাশত তিৰবিৰাই চিকমিকাই থকা তৰাবোৰৰ মুখ ঢাকি পেলালে। গছ-গছনিৰ ছাঁ আৰু বেছিকৈয়েহে এন্ধাৰ মেলিলে।

এন্ধাৰ মেলিলে।···

এন্ধাৰ। কেউপিনে এন্ধাৰ। চাৰিওফালে নিৰল, নীৰৱ নিমাত।

ফ্লাপ্ ফ্লিপ! ফ্লাপ্ ফ্লিপ্!!···টৰ্চৰ পোহৰ। সেই পোহৰ লাহে লাহেকৈ চোতালত সোমাল। চোতালত কিছুমান মানুহ জমা হ'ল। তাৰে কিছুমান গাওঁৰ গাঁৱলীয়া মানুহ আৰু কিছুমান মিলিটাৰী।

চোতালত ছেৱাৰীয়ে আধা নাঙঠা হৈ মৰাৰ দৰে পৰি আছিল। আৰু কাষত থিয় দি আছিল সেই কুকুৰ হাবিলদাৰজন।

"হাবিলদাৰ! আপুনি আমাতকৈ ওপৰৱালা হৈও কি যে লাজ নোহোৱা কাম কৰিলে? আপোনাৰ সন্মানেই বা ক'ত থাকিল, আমাৰ মিলিটাৰীৰ সন্মানেই বা ক'ত থাকিল? আৰু চৰকাৰৰ সন্মানেই বা ক'ত থাকিল? বৰ লাজ লগা কথা।"—এজন মিলিটাৰীয়ে ক'লে।

"আই ছেৱাৰী! চকু মেলাচোন।" বুলি কৈ গাওঁৰ এজন বুঢ়াই চাপৰি ছেৱাৰীৰ গাৰ কাপোৰ যতনাই দি লাৰি ঘপৰাই ক'লে, "এ জীউ নাই দেখোন। মৰা নাইতো?"—নবৈ এজনক ক'লে,—"হেৰৌ বুদাং! চেঁচা পানী আনা—চেঁচা পানী আনা। সোনকালে আনা; সোনকালে আনা।"

বুদাঙে লৰালৰিকৈ পানী আনি ছেৱাৰীৰ মুখত ঢালিলে।

টৰ্চ নুমাল। আকৌ এন্ধাৰ—ঘোপমৰা এন্ধাৰ। বুঢ়াই ক'লে,—"হেৰৌ

গলন্দাং ! জুই-জুই-জুই-জুই ।” ধান খেৰৰ জুমুঠি বওঁথি গলন্দাঙে জ্বলাই কাষলৈ লৈ আনিলে। এন্ধাৰ গুচি পোহৰ হ'ল ।

বুদাঙে মূৰত পানী ঢালি থাকিল আৰু বুঢাজনে ছেৰাবীৰ গাৰ কাপোৰ ঠিক কৰি আছিল।

গলন্দাঙে ইফালে সিফালে চালে,—কোনো নাই। সকলো গ'ল। মিলিটাৰীহঁত পলাল।

"বুঢাই কৈছিল,—"মিলিটাৰীহঁত এনেকুৱাই। সিহঁতে ক'ত ৰাইজৰ নিৰপত্তা আনিব? ৰাইজৰ ওপৰত বেচিকৈয়েহে অত্যাচাৰ কৰে, অসুখ-অশান্তি বঢায়। সিহঁতে ৰাইজৰ লগ নহয়, ৰাইজৰ শতৰুহে। ধনিক শ্ৰেণীৰ চাকৰহে। সিহঁতে লোভত ধনীৰ কাৰণে, নিজৰ কাৰণে লোৰ হাতিয়াৰেৰে কাটি খুচি ৰাইজৰ তেজেৰে বাওলী কৰে,—হিংসাৰ গুটি সিচেঁ,—ৰাইজে সিহঁতক এনেয়ে এৰি দিবনে? নিদিয়ে—খেমা কৰিবনে? নকৰে।”

“আজি সিহঁতৰ কাৰণে, সেই ধনীহঁতৰ কাৰণে মানুহে মানুহক নিজৰ বুলি নাভাবে। মানুহে মানুহে তেল-পানীৰ দৰে বেলেগ বেলেগ হৈ গৈছে। আজি মানুহে ধনৰ খকুৱা হৈ পৰিছে। কিন্তু এদিন যেতিয়া ধনৰ চিন্তা শেষ হব, যেতিয়া তেজপিয়া শোষকহঁতৰ শোষণ-পিয়ন নোহোৱা হব তেতিয়া মানুহে সোণতকৈ ও এটা অতি উৎকৃষ্ট বস্তু বিচাৰিব। সেইয়া হৈছে জ্ঞান। আজি সেই জ্ঞানৰ শকতিৰে ভাবি গুণি পোৱা সত্য হিয়াত লৈ যিসকলে ৰ'দক ৰ'দ নুবুলি বৰষুণক বৰষুণ নুবুলি দিনে ৰাতি গাৱেঁ গাৱেঁ ঘূৰি সত্যৰ বাণী প্ৰচাৰ কৰি ফুৰিছে, আজি সেই শোষক শত্ৰু ধনিক শ্ৰেণীয়ে আৰু সিহঁতৰ দালালহঁতে কয়,—তেওঁলোক চোৰ, ডকাইত, নাস্তিক, ধ্বংসবাদী, সন্ত্ৰাসবাদী।...কিন্তু সিহঁতে অসত্যৰে সেই সত্যক গুচাব নোৱাৰে, নোহোৱা কৰিব নোৱাৰে। আই বসুমতীৰ বুকুৰ পৰা পৃথিৱীৰ ওপৰেদি সেই সত্যই খোজ লৈছে খোপে খোপে, গুপুতে, গোপনে, সন্তৰ্পণে,—মানুহৰ হিয়াত বিচাৰিছে থল। কুবেৰহঁতৰ চকুৰ আগত ই উজ্বলি উঠিছে জুই ৰঙা তপত লোৰ শলাৰ দৰে। সিহঁতে ইয়াক সহিব নোৱাৰে। ই সিহঁতক খুচি মাৰি পুৰি যাব। ই সিহঁতৰ মৰণৰ শতৰু। সেইকাৰণে ই গুপুত,—ইয়াৰ—এই সত্যৰ গতি ধীৰ, স্থিৰ আৰু গোপন। এই সত্যয়েই সৰ্ব্বহাৰাৰ, আপোনালোকৰ নিচিনা হতচিৰীয়া দুৰ্কপলীয়া হালোৱা-হজুৱা-বনুৱা-দুখীয়া শ্ৰেণীৰ লগ,—অন্তৰৰ লগৰীয়া। সেইদিন আহিছে, তেজৰঙা তেজালদিন আনিছে, সোণকালে

আহিবলৈ ধৰিছে। সেইদিনা—সেইদিনাখন হব আজিৰ হিচাব-নিকাশ-শোধ-প্ৰতিশোধ।”...

বুঢাৰ কথাষাৰ সুঁৱৰি সুঁৱৰি ভাবি, চিন্তি, গুণি, গাঁথি লখ্‌ৰাৰ হিয়া জ্বলি উঠে।..

ভেন্! ভেন্!! ভেন্!!! ভেন্!!!!

মাখিৰ ভেন্‌ভেননি। চোতালত সেই-মৰা কুকুৰাজনীৰ গাত মাখিয়ে ভেন্‌ভেনায়। তাইৰ বগা পাখি তেজ লাগি ৰঙা হয়।...এইদৰে থাকিলে মৰা কুকুৰাজনী গেলিব, পচিব। দুৰ্গন্ধ বিয়পিলে অসুখ হব, অশান্তি হব। লখ্‌ৰাই সহিব নোৱাৰিব। সেই দুৰ্গন্ধৰ পৰা ৰক্ষা পাবলৈ হলে কুকুৰজনীৰ দেহাটো নিলগত পেলাই ধ্বংস কৰিবই লাগিব।...

ধনীৰ ব্যৱস্থা মৰি গ'ল, পচি গ'ল। গোটেই দেশত অসুখ অশান্তি বিয়পি পৰিল। কতো সুখ নাই, শান্তি নাই। য'তে ত'তে কেৱল গেলা পচা গোন্ধ। তাৰ পৰা ৰইখা পাবলৈ উপায় আছে জানো? আছে।...ধ্বংস কৰা সেই গেলা পচা ব্যৱস্থাৰ মৰাশটো নষ্ট কৰি পেলোৱা। ইয়াৰ বাহিৰে উপায় নাই। উপায় আৰু বাট এটাহে। সেয়া হৈছে সমাজতান্ত্ৰিক বিপ্লৱ। শিপাৰে সৈতে এজোপা গছ উভলোৱাৰ দৰে ধনতন্ত্ৰবাদৰ গোটেই টোকে সলোৱা সমাজতান্ত্ৰিক বিপ্লৱ।

ঘপহকৈ উঠিয়েই লখ্‌ৰাই সেই মৰা কুকুৰাজনী তুলি নিলগলৈ দলিয়াই পেলায় আৰু পুনৰ আহি পীৰাখনত বহে।

এনেতে পিৰালীত ওলোমাই থোৱা গাৰী তুলঠা ৰছা চিডি লখ্‌ৰাৰ গাত পৰে।...

এনেয়ে জুই, তাতে আকৌ খেৰ।

লখ্‌ৰাৰ খং চুলিৰ আগ পাই টিডিচ্‌কৈ উঠে। সি উঠিয়েই চোতালত ৰলিয়াৰ দৰে অনাই বনাই ইফাল সিফাল কৰে।...ওচৰত সি জুমুঠি জ্বলি থকা দেখে।..

কেইপিনে জুই,—গোটেই পৃথিবীৰ হিয়া জুৰি ভক্‌-ভকাই জ্বলা জুই তাৰ চকুৰ আগত ভাহি উঠে। মুকুতি বলিয়া লখ্‌ৰাই জুমুঠিটো লৈ লৰায়। জুমুঠিৰ জুই ভক্‌ভকাই জ্বলি উঠে। তাৰ পৰা জুই ফিৰিঙতিয়ে থাওঁ থাওঁকৈ জুমুঠিৰ পৰা ওলায়।...

লখ্‌ৰাই সেই জুই লৈ ভঁৰালত, বৰঘৰত আৰু পাকঘৰৰ ছালত জুই লগায়।...

তিনিওটা ঘৰ ভকৃভকাই জ্বলে। খুটা, কৰা, মাৰলি সেই অগনিত হিলৈৰ দৰে ফুটে।

বাজলৈ ওলাই বাটত থিয় দি সখায়েকৰ ঘৰৰ কালে মুখ কৰি চিঞৰি চিঞৰি বলিয়াৰ দৰে লখ্‌্ৰাই কয়—"হেৰৌ গাৰখোৰ মাক! গাৰখোৰ মাক ঐ।"

ছেৰাৰীয়ে গাৰখোক পিঠিত বোকোচা লৈ পাগলীৰ দৰে আউলী বাউলী হৈ লৰি ধাপৰি আহে। তাই দেখে, তাইৰ নিজৰ ঘৰতে জুই। নিজৰ ঘৰত অগনি দেখি চেৰাৰীয়ে কান্দি কান্দি চকুৰ লোতক বোৱাই বুকু কপাল চপৰিয়াই চপৰিয়াই হুকৃহুকাই চিঞৰে,—"আই ঐ কপাল! আই ঐ কপাল!"

"কি চাইছা! কিয় কান্দিছা? বলা-বলা! আমাৰ নিচিনা ঘৰবাৰী নোহোৱা লাখ-বিলাখ দুখীয়া, দুৰ্কপলীয়াহঁতে জুমে জুমে আজি বাট পথ বিচাৰি ফুৰিছে ন-যুগ, ন-ৰতৰা পাবলৈ;—যত দুখ নাই কষ্ট নাই,—আছে কেৱল চিৰকলীয়া সুখ, চিৰকলীয়া শান্তি। আমিও তালৈকে যাওঁ বলা! ককাদেউতাৰ পিচে পিচে যাওঁ বলা। নাকান্দিবা, চকুলো নুটুকিবা। দুগাল তিওঁৱা চকুৰে লোতক মছি পেলোৱা। যাওঁ বলা;—সোণকালে বলা"—লখ্‌্ৰাই ব্যস্তভাৱে নিজ কৰ্তব্য ভাবি কয়,—আদেশ, নিৰ্দেশ আৰু উপদেশ দিয়ে।...লখ্‌্ৰাই ভৰি আগুৱায়। "ককাদেউতা! ককাদেউতা!!"—আবেগেৰে লখ্‌্ৰাই চিঞৰি কয় আৰু আগবাঢ়ে। পিছে পিছে ছেৰাৰী, পিঠিত গাৰখো।

লখ্‌্ৰাৰ অন্তৰৰ কলিজা ফালি বিপ্লৱৰ পুং ফাটি ওলায়। তিনিওটা ঘৰত জুই, বঙা জুই ভকৃভকাই জ্বলি উঠে। হিলৈৰ দৰে কৰা, খুটা, মাৰলি ফুটাৰ শব্দ উঠে।

লখ্‌্ৰাৰ ঘৰৰ চোতালত ধনতন্ত্ৰবাদী ব্যক্তি সম্পত্তিৰ শেষ চিন ঘৰবাৰী শ্মশানৰ চিতাত ছাই হৈ যায়।...গাঁৱৰ বাইজৰ উথল মাথল লাগে।

বুকুৰ জীউ অতিকৈ চেনেহৰ গাওঁখনি লখ্‌্ৰা, ছেৰাৰী আৰু গাৰখো—এই তিনিও প্ৰাণী মুকুতিৰ বাটত বাজ হৈ ওলাই গৈয়ে থাকে।

গাৱলীয়া বাইজৰ কোঢ়ালৰ ফাঁকে ফাঁকে সখায়েক বুদ্ধাকৰ মাত শুনা যায়,—"সখা! সখা!!"

নিলগৰ পৰা লখ্‌্ৰাৰ বুকু-ভগা হিয়া-ছিগা মাত ভাহি আহে, "ককাদেউতা! ...ককাদেউতা!!"—ভৰদুপৰীয়া আঁতৰৰ পথাৰৰ পৰা কোনোবা গৰখীয়াই গীত গায়।—



# ৰাভাৰ আশীষ

ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ অসম ৰাজ্যিক পৰিষদলৈ ॥

**ৰোগ শয্যাৰপৰা**

কমৰেড বিষ্ণু ৰাভাৰ বাণী ।

ৰাইজৰ অসীম বল । সীমাহীন শকতি । এই জোৰাল কথাষাৰকে বুজা নাছিলোঁ । ভাবিছিলোঁ চহৰৰ, নগৰৰ, ভেমপুৰীয়া সকলেই দেশৰ, সমাজৰ আৰু ৰাইজৰ নেতা । ৰবাচগতে অসমৰ সীমামূৰ্ব্বলীয়া ঠাইত যেতিয়া দ্বিতীয়

মহাসমৰৰ কামান গৰজি উঠিল, সৌমাৰৰ সীমান্ত অঞ্চলত জাপানৰ জাকে জাকে উৰাজাহাজ আহি ডেউকা মেলি আকাশ ছানি পেলালে আৰু সীমান্ত ভূমিত জন্নাল জাপানী বোমাৰ বিস্ফোৰণ হ'ল, তেতিয়া মোৰ মনত কৌটিকলীয়া অসমৰ লাখ লাখ বছৰীয়া সংস্কৃতি আৰু সভ্যতা জানোচা জাপানী আগ্নেয়াস্ত্ৰৰ দাবানলত দহি পুৰি ছাই হৈ যায় এই চিন্তাই মোৰ হিয়া খুলি খুলি খাইছিল।

অসমীয়া কৃষ্টি, সংস্কৃতি আৰু সভ্যতাৰ সঁচাকৈয়ে যি সকল ধাৰক আৰু বাহক সেই সকলৰ পৰা যদি মই অসমীয়া সংস্কৃতি আৰু সভ্যতাৰ কিছু ধৰি ৰাখিব পাৰোঁ, তেন্তে মোৰ টোপোলাতো হয়তো অসমীয়া ৰাইজৰ কাৰণে কিছু সমল থাকিব পাৰে আৰু ধ্বংসৰ মাজতো অসমীয়া কৃষ্টি সংস্কৃতি বাচিব পাৰে এনে বলিষ্ঠ সংকল্প প্ৰাণত লৈয়ে অসমীয়া ৰাইজৰ মাজত জপিয়াই পৰোঁ।

ৰাইজেই গণদেৱতা। এই গণদেৱতাৰ অতীত হিয়াত কিমান দয়া—কিমান কৃপা। অথচ সেই প্ৰাণৰো প্ৰাণ কিমান অজেয়। এই ৰাইজৰ হিয়া কোঁহৰ পৰা কৃষ্টি অমৃতৰ সুৰৰ টোপালবোৰ বুটলি আনি মই মোৰ নিজৰ মন কোঁহত ভৰাই লওঁ। সেই মনকোঁহতে ৰহঘৰা, মৌছাক সাজি তাৰ পৰা নিজৰি নিগৰি ওলোৱা ৰসৰ টোপালবোৰ বিলাই দিবলৈ ধৰোঁ।

যিসকল অসমীয়াৰ প্ৰাণস্বৰূপ, যি সকল অসমীয়া সংস্কৃতিৰ ধাৰক আৰু বাহক সেই সকল হালোৱা হজুৱা বনুৱা তল মজলীয়া ৰাইজ ক্লিষ্ট, শোষিত, দলিত, নিষ্পেষিত আৰু নিপীড়িত। এই ৰাইজৰে দুখত সমদুখী হৈ ৰাইজৰ হিয়াৰ মৰম চেনেহৰ আঠাই সাগৰৰ পানীত নাদুৰি সাঁতুৰি উমলি ফুৰিছিলোঁ।

১৯৪৫ চনৰ পৰা ৰাইজৰ মাজত জঁপিয়াই পৰি বহু সভা সমিতিৰ যোগে ৰাইজৰ প্ৰতি মোৰ কৃতজ্ঞতা যাচিছিলোঁ। তেতিয়াৰ পৰাই ভাৰতৰ বিপ্লৱী সাম্যবাদী দলৰ লগত সংশ্লিষ্ট থাকি মাৰ্ক্সীয় দৰ্শন, মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দ্ববাদৰ লগত পৰিচিত হৈ আৰু লেলিনবাদৰ সম্যক জ্ঞানৰ উপলব্ধিৰ আশাত প্ৰকৃত কমিউনিষ্ট হোৱাৰ আশাত ৰাইজৰ হিয়াৰ আমঠু, ৰাইজৰ প্ৰাণৰ লগৰী আৰু ৰাইজৰ লগত একেলগে মিলিজুলি ৰাইজক মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি উদ্বুদ্ধ কৰাৰ কাৰণে নিজৰ সকলো শক্তি নিয়োগ কৰোঁ।

১৯৪৬ চনৰ শেহৰ ফালে প্ৰসিদ্ধ অসমীয়া বোলছবি "চিৰাজ"ৰ পৰিচালনাৰ একাংশত অসমৰ বাহিৰত ব্যস্ত থকাত সেই কাম প্ৰায় দহমাহৰ পিছত সমাধা কৰি স্বাধীনতাৰ পিছত অসমলৈ আহি দলীয় ৰাজনীতিত ব্যস্ত থাকি সভাই সমিতিয়ে ঘূৰি ফুৰোঁতে কংগ্ৰেছ চৰকাৰৰ শেন চকুত পৰি অজ্ঞাত

বাসৰ "বিৰাট পৰ্ব্ব"ৰ বিৰাট সাধনা অংশ গ্ৰহণ কৰিছিলোঁ। সেই বিৰাট সাধনাত জনসাধাৰণৰ মাজত থাকি জনসাধাৰণৰ সেৱাত থাকোতেই ধৰা পৰি এবছৰ কাৰাবাস খাটি ওলাই আহি কিছুদিনৰ পিছত সেই বিৰাট সাধনাৰ স্বাভাৱিক পথেই মোক লৈ আহে ভাৰতৰ কমিউনিষ্ট পাৰ্টিলৈ বিশ্বজুৰি মহামানৱৰ মুক্তিৰ যি অভিযান। সেই অভিযানৰ অংশ ভাগী হবলৈ। সেই কথা ১৯৫৫ চনত। তেতিয়াৰ পৰা বিশ্বভ্ৰাতৃত্বৰ শ্ৰমিক, কৃষক সৃষ্টিকাৰী জনতাৰ শান্তি প্ৰগতি আৰু নতুন সমাজৰ সাধনাত মোৰ ক্ষুদ্ৰ শক্তিৰে দুখকাৰী জনসাধাৰণৰ পাৰ্টি কমিউনিষ্ট পাৰ্টিৰ সভ্যৰূপে ৰাইজৰ সেৱা কৰি আহিছোঁ। ১৯৬২ চনত চীনা আক্ৰমণৰ আশঙ্কাত তেজপুৰবাসী যেতিয়া সন্ত্ৰস্ত হৈ পৰিছিল দেশৰক্ষা আৰু ৰাইজক সাধ্য অনুসৰি অভয় দিয়াৰ চেষ্টা কৰাৰ দোষতে মাতৃহীন দুটি শিশুক বুকুত লৈ শুই থকাৰ পৰা কংগ্ৰেছ চৰকাৰৰ পুলিচে তেজপুৰৰ পৰা গুৱাহাটীলৈ পঘাৰে বান্ধি সাত মাহ সুদূৰ উৰিষ্যাত কাৰাৰুদ্ধ ৰাখি ৰাইজৰ সেৱাৰ পৰ বঞ্চিত কৰিবলৈ বিচাৰিছিল, কিন্তু বিচলিত হোৱা নাছিলোঁ। পাইছিলোঁ নতুন বল।

আজি মই ৰোগশয্যাত। মোৰ মনত অসীম প্ৰেৰণা যোগোৱা পাৰ্টি আৰু জনসাধাৰণৰ পৰা মই আঁতৰত থাকিব লগা হৈছোঁ। তথাপিও মোৰ মন সদায় ৰাইজৰ মাজত। যি আদৰ্শৰ সাধনাত জীৱনৰ সকলোঁ সামৰ্থ্য আগবঢ়াইছিলোঁ। সেই আদৰ্শৰ পাৰ্টিৰ অসমত ৰূপালী জয়ন্তী উপলক্ষে ৰোগ শয্যাৰ পৰাই অভিনন্দন জনাইছোঁ। ১৫।৭।৬৯ ইং।

---

শ্ৰীদধি মহন্তৰ দ্বাৰা সম্পাদিত আৰু প্ৰকাশিত, "ভাৰতৰ কমিউনিস্ট পাৰ্টি অসম ৰাজ্য পৰিষদ" ১৭ মে ১৯৬৯ত প্ৰকাশ।



# ৰাভা ভাষণাৱলী

## তেজপুৰ সাহিত্য সভাৰ আধাৰ শিলা স্থাপনত

তেজপুৰ সাহিত্য সভা ভৱনৰ আধাৰ শিলা স্থাপনত কলা গুৰু বিষ্ণুপ্ৰসাদ ৰাভা দেৱে মুখ্য অতিথি হিচাপে দিয়া ভাষণ :—

সভাপতি ডাঙৰীয়া সাহিত্যানুৰাগী মনষীবৃন্দ আৰু সাহিত্য মোদী ৰাইজ!

আজি এই শুভ লগনত তিমিৰাছন্ন তমসাৰ জালফালি আগন্তুক উষাৰ পৰশত

নিৰুদ্ধ সাহিত্য আভাৰ অনিৰুদ্ধ ৰূপৰ বিকাশৰ সম্ভাৱনা শোণিতপুৰ—তেজপুৰৰ গহনতম কক্ষৰ গভীৰতম পূত-স্থানত আধাৰ শিলা স্থাপনা ৰূপ যি পবিত্ৰ আয়োজন চলিছে সেই আয়োজনৰ প্ৰথম প্ৰয়াস সাফল্যমণ্ডিত হওক।

এই আধাৰ শিলাক কেন্দ্ৰ কৰি যি ভৱিষ্যৎ তেজপুৰ—সাহিত্য সভাৰ আশাৰ ৰংঘৰ, আকাঙ্খাৰ কাৰেং ঘৰ আৰু কামনা বাসনাৰ তলাতল ঘৰ ৰচিত আৰু নিৰ্মিত হব, সেই ৰংঘৰ কাৰেং ঘৰ আৰু তলাতল ঘৰ ভৱিষ্যৎ সাহিত্য সেৱী সকলৰ প্ৰেৰণাৰ প্ৰতীক হৈ চিৰ উজ্জীৱিত আৰু উল্লাসিত হওক।

অসমীয়া কৃষ্টি, সংস্কৃতি আৰু সাহিত্য ব্ৰহ্মপুত্ৰৰ দৰে বিশাল আৰু বিৰাট। সৰু সৰু জুৰি নিজৰি উপনৈৰ সমন্বিত শকতিৰ দ্বাৰা যেনেকৈ ব্ৰহ্মপুত্ৰই তাৰ বিশালতা আৰু বিৰাটতা লাভ কৰিছে, ঠিক তেনেকৈ অসমৰ বহুজাতি, উপজাতি আৰু জন-জাতিৰ কৃষ্টি, সংস্কৃতি আৰু সাহিত্যৰ সমন্বিত শকতিৰ দ্বাৰা অসমীয়া কৃষ্টি সংস্কৃতি আৰু সাহিত্যয়ো বিশালতা আৰু বিৰাটতা লাভ কৰিছে। কোনো প্ৰতিক্ৰিয়াশীল শক্তিয়ে যেনেকৈ ব্ৰহ্মপুত্ৰক ভেটিব নোৱাৰে, তেনেকৈ কোনো চক্ৰান্তকাৰী ষড়যন্ত্ৰকাৰীয়ে অসমীয়া কৃষ্টি, সংস্কৃতি, সাহিত্যৰ সৰ্ব্বনাশ সাধন কৰিব নোৱাৰে।

যদি কোনোবাই ভেটা দিয়ে, হেঙাৰ দিয়ে, ব্ৰহ্মপুত্ৰই সেই ভেটা ভাঙি মহাসাগৰৰ ফালে ঢাল খাবই। ঠিক তেনেকৈ সকলো চক্ৰান্ত ষড়যন্ত্ৰ মষিমূৰ কৰি—অসমীয়াকৃষ্টি, সংস্কৃতিৰ বৈচিত্ৰ্য ঐক্যৰ প্ৰবল সমন্বিত শক্তিও মহামানবতাৰ ফালে ঢাল খাবই।

সহিত+ষ্ণ তদ্ধিত প্ৰয়োগত সাহিত্য শব্দ সিদ্ধ হৈছে যাৰ অৰ্থই হ'ল বৈচিত্ৰ্যৰ মাজেৰে ঐক্য স্থাপন কৰা। এই সাহিত্য মানৱ সমাজ জীৱনৰ কেৱল প্ৰতিকৃতিয়েই নহয়, সু সাহিত্য হৈছে মানৱ সমাজ জীৱনৰ প্ৰাণ স্বৰূপ চিৰন্তিনী শান্তিৰ প্ৰতীক স্বৰূপ—আনন্দ ৰূপং যদ্বিভাতি সচ্চিদানন্দ স্বৰূপ। সেয়েই সত্যম্, শিৱম, সুন্দৰম। বিজ্ঞান-জ্ঞান-প্ৰজ্ঞান।

সু সাহিত্য চলন্ত, প্ৰগতিশীল কালৰ ৰথৰ চকাৰ দৰে চিৰন্তন অগ্ৰগতিশীল।

আজিৰ আধাৰশিলাৰ গৰ্ভৰ পৰা জনম লভা তেজপুৰৰ এই সাহিত্যৰ কাৰেং ঘৰেই হব অসমৰ প্ৰাক্ সাহিত্যিক সকলৰ আত্মা, বৰ্ত্তমান যুগৰ সাম্প্ৰতিক সাহিত্যিক সকলৰ প্ৰেৰণাৰ উৎস আৰু ভৱিষ্যতৰ সাহিত্যিক সকলৰ অনুপ্ৰেৰণাৰ জীৱন্ত আদৰ্শ।

আজি এই শুভক্ষণৰ এনে পবিত্ৰ উৎসৱ সাফল্যমণ্ডিত হওক। এনে এটা

শুভ মুহূৰ্ত্তত এই অধমে অকন সুবিধা লভি ৰাইজক এষাৰ জনাবলৈ খোজোঁ।

মানুহে মোক শিল্পী বুলি কয়। যদি মই শিল্পী হওঁ বিধাতাৰ আশীৰ্ব্বাদত মই শিল্পী হোৱা নাই—ৰাইজৰ আশীষত হে মই শিল্পী হৈছোঁ। ৰাইজৰ হিয়া কোঁহৰ পৰা এটুপি এটুপি সুন্দৰৰ ৰস বুটলি আনি মই মোৰ মন কোঁহত ভৰাই লওঁ। সেই মনকোঁহকে ৰহঘৰা মৌকোঁহ ৰচি তাৰ পৰা টোপাল টোপাল ৰহ নিঙাৰি নিঙাৰি নিগৰি নিগৰি উলিয়াই ৰাইজক বিলাই দিওঁ। সেয়েহে ৰাইজৰ লগত মোৰ জীৱনৰ সম্পৰ্ক ওতঃপ্ৰোতঃ ভাবে জড়িত আৰু সেই কাৰণে ৰাইজৰ দুখত মই সমদুখী ব্যথাত সমব্যথী।

আজি মই দুৰা ৰোগাক্ৰান্ত, অথচ মোৰ ৰাইজ ৰূপী গণদেৱতা মোৰ আৰোগ্যৰ কাৰণে দৃঢ় প্ৰতিজ্ঞ। সেয়েহে মোৰ দৃঢ় বিশ্বাস—মোৰ আৰোগ্য অৱশ্যম্ভাবী আৰু বিশ্বাস আজিৰ আধাৰ শিলাৰ পৰা জনম-লভা তেজপুৰ সাহিত্য সভাৰ কাৰেংঘৰ অদূৰ ভৱিষ্যতে মোৰ নয়ন গোচৰ হব। এয়ে মোৰ কামনা—*

বিষ্ণু প্ৰসাদ ৰভা—
গণতন্ত্ৰ দিবস—
১৯৬৯ ইং

* শ্ৰীধৰ্মদাস চৌধাৰী সম্পাদিত 'শোণিত প্ৰভা' মুখ পত্ৰৰ আহিন: ১৮৯১ শক ইং অক্টোবৰ ১৯৬৯ ৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত মুদ্ৰিত।

## ৰংপুৰীয়া বাইজলৈ

ৰংপুৰৰ ৰংদৈ আয়তীসকল, ৰঙিয়াল বাইজসকল, ৰাঙলী, ৰঙিলী ৰাংঢালী, তেজৰাঙী ছাত্ৰী বান্ধৱীসকল আৰু মোৰ হিয়া আমঠুৰ তেজৰ টোপাল ৰঙা তেজ ফুঁটো ফুঁটো টল্‌মল্ ডেকা লৰা ছাত্ৰ বান্ধৱসকল—

যি অশুভক্ষণত অসমৰ কৃষ্টি, সংস্কৃতি আৰু সভ্যতা 'গ' সমষ্টিৰ বলিশালত বলি দিবৰ চক্ৰান্ত চলিছে, যি কালত লখিমী হেন চেনেহী অসমীৰ ডুৱাৰ দলিৰ পদুলি মুখেদি দুৰ্ভিক্ষ ৰাক্ষসী আৰু অনশন পিশাচী আহি সোমাই অসমী আইৰ কলিজাতে বাণমাৰি মৰ কামোৰ দিছেহি এনে অশুভক্ষণত আৰু বিষম কালত এই বিৰাট কৃষ্টি যজ্ঞৰ পৌৰহিত্য কৰিবলৈ এই নিঃকিন, অধীন লুইত পৰীয়া অধম ডেকাক আৰাহন কৰি সন্মানৰ আগভাগ দি এই ৰংপুৰৰ ৰংপুৰীয়া সকলৰ হিয়াৰ মাজত এনেকৈ চেনেহেৰে মৰমেৰে আদৰি লৈছে, সেইবাবে ৰংপুৰীয়া বাইজলৈ শলাগৰ ওলগ জনোৱাৰ লগে লগে কৃতজ্ঞতাৰও জৰন দিওঁ ;— কিন্তু তাৰ মাজতো ভয়ত হিয়া আমঠু কঁপি উঠে, জানোচা যজ্ঞত বিঘিনি হয়। তথাপি এই কণসাহ পিত লৈ আগবাঢ়োঁ যাতে আপোনালোকৰ সহায়, সহানুভূতি মৰম চেনেহ আৰু আশীষ নিৰ্ম্মালিয়ে এই অধমৰ ৰক্ষা কবচ হয়। এই ৰক্ষা কৱচেই এই অধীন ; নিঃকিন বাইজৰ চৰণৰ ধুলি, অধমৰ এনে বিৰাট যজ্ঞত পৌৰহিত্যৰ সিদ্ধিত প্ৰধান সহায়।

বহুদিনৰ আগৰে পৰা প্ৰাণৰ তলাতল ঘৰৰ তেনেই তলিত, মনৰ ৰংঘৰৰ আহল বহল চোতালত আৰু হিয়াৰ বহুখলপীয়া কাৰেংঘৰৰ ওখ খাপৰ কোঠালীত কিমান সোণালী সপোন, সৰগহেন কল্পনা আৰু অসীম ভাৱনাৰ জাল বুইছিলোঁ, কাহানিকৈনো এই ৰংপুৰৰ ৰংপুৰীয়া বাইজলৈ অতিকৈ চেনেহৰ মৃগাৰে মহৰা, অতিকৈ চেনেহৰ মাকো তাতোকৈ চেনেহৰ ৰঙালী ৰঙিলী বিহু বহাগীৰ ওলগ জনাম, তাৰ লগে লগে কাহানি কৈনো মৰমৰ ৰদাক দি চেনেহৰ বাণী লৈ হেপাহৰ আঁচুৰে বোৱা বিহুৱানখন আগবঢ়াম, কাহানিকৈ নো এই ব্ৰহ্মপুত্ৰৰ পাৰৰ বইমুথুৰি গছৰ তলৰ লুইতপুৰীয়া ডেকাই এই ৰংপুৰৰ ৰংঘৰৰ চোতালত ৰঙিয়াল ৰংপুৰীয়া বাইজলৈ বুকুৰ মাজত সোমাই চেনেহী মাতৰ টিঁহি টিঁহিকৈ পেঁপাটি বজাম ; হিয়াই হিয়াই টকা সাজি কোবাম, হৃদয়ে

হৃদয়ে তালজুৰি বাম্‌, কামী হাড়ৰ ৰৱতীৰে সিয়া বুকুৰ তলিৰ হিয়া আমঠুৰ ঢোলত কোব দিম; সেই পেঁপা টকা, তাল, ঢোলৰ তালে তালে ছেৱে ছেৱে কোৱে, কোৱে, সুৰীয়া মাতৰ ছেৱে ছেৱে উলহ মালহ, উথল মাথলৰ খলকনি লগোৱা আটোম টোকাৰী দোলদোপ হেন্দোল দোপকৈ পতা ৰংপুৰৰ ৰংপুৰীয়া ৰঙিয়াল বাইজৰ মাজত ৰঙালী ৰঙিলী বিহু বহাগীৰ মেলত ৰঙ উলহৰ বোৱঁতী সুঁতিৰ সোঁতত উঠি ভাহি নাচিম বাগিম, কিন্তু এই দুৰ্ভগীয়াৰ ভাগতে বিধিপথালি দিলে। ৰংপুৰৰ ৰঙাচোতালত ৰঙালী বিহু বহাগীৰ কাৰণে তাঁতৰ শালৰ ছালিমাৰিৰ তলৰ নাচনী হ'ঁতে নিগনি খুটিত থাপ খাই থকা গৰকাৰ ছেৱে ছেৱে নাচি নাচি জাকি নুতুলিল, জাকিৰ মাজে মাজে ৰংদৈ আয়তীসকলৰ চম্পাকলীয়া পাজী-সেৰীয়া আঙুলিৰ পৰা উফৰি অতিকৈ চেনেহৰ মুগাৰে মহৰা বুকুতলৈ অতিকৈ চেনেহৰ মাকো নিপিছলিল; দোপতিৰ বুকুৰ মাজৰ বাছৰ তাৰৰ লগে লগে পুতলো নঅা-গুৱালে, কাণ মাৰিৰ পাৰৰ লগে লগে তুলধাও মুসুৰিল, ঘৰে ঘৰে চোতালে চোতালে যঁতৰৰ শলাৰ ঘৰঘৰণি মুঠিল, উঘা, চেৰেকী লেটাই, ভাওৰী এপাক ঘুৰ পাকও নাখালে। ৰংপুৰৰ ৰঙিলী ৰাঙলী বিহু বহাগীৰেই ৰূপৰ কাৰণ আজি বহাগ নহয়—কাতি। গুৱনীয়া ৰূপ দেখাৰ ভাগ্য এই ঘাত কপালীয়াৰ চাৰি আঙুলীয়াৰ কপালত লিখা নহলেও ৰংপুৰৰ কাতি ৰঙালী বিহুৰ সোৱাদ লবলৈ এই দুৰ্কপলীয়াৰ সৌভাগ্য হলে সম্প্ৰতি যথেষ্ট হৈছে। সেই কাতি বিহুৰ মৌকোঁহ বহঘৰৰ বহ পি নিমাতী ৰংপুৰীয়া মাটিৰ সুৰভি সুঁঙি ৰঙিয়াল মৌকোঁহৰ মৌবিচনীৰ সোৰোঙে সোৰোঙে লুকাই থকা মৌকুঁৱৰীহঁতৰ মৌসনা গুনগুননি শুনি নতুন বাগীত বাঁইজাঁই হৈ খিলঞ্জীয়া দিখৌৰ কুলু কুলু ধ্বনিৰ সোঁতে উটি ভাহি গৈ ৰৰনৈ লুইতৰ সৈতে মিলি সাগৰৰ কোৱাল সোঁতৰ মহাশূন্যতাৰ মাজত নাইকীয়া হৈ ৰঙিলী ৰঙালী বিহু বহাগীৰ সোণৰ সপোন দেখো।

প্ৰকৃতিয়ে যেতিয়া কুঁহি কুঁহি পাতেৰে ৰূপহীৰ চুপহী ফুল কলিৰে সজাই পৰাই তোলে, তেতিয়া জান জুৰি নৈৰ পাৰে পাৰে গৰু মহৰ জাঁকৰ সৈতে লৰা ছোৱালী, ডেকা-গাভৰু বুঢ়া-বুঢ়ী সকলে জুম বান্ধে, ভেঠে গছৰ ডালেৰে মাখিয়তী—দীঘলতী পাতেৰে কোৱাই লাও বেঙেনাৰ ডোখৰাৰ গৰু, মহ, ছাগলীৰ গাত দলিয়াই "লাও-খা, বেঙেনা-খা"—গাই নিজে গাত মাহ হালধী খলিহৈ ঘঁহি পানীত বুৰমাৰি গা জুৰুৰিয়াই চুৰীয়া, চাদৰ, চেলেং ভমকাফুলীয়া মেখেলা; কেচদিয়া ৰীহা, আঘোৰান গাত লেটিয়াই ঘৰলৈ উভটি ঘৰে ঘৰে

পথাৰে পথাৰে, চাপৰিয়ে চাপৰিয়ে বিহুৱাই সাজি কাচি নাচি বাগি খেলি উমলি ৰঙত বঙালী বড়িয়াল দেহা উটুৱাই; বাংঢালী, সৰবৰহী গাভৰুসকলৰ গোন্ধতেল সনা খিলা খোপাত, নেঘেৰী খোপাত, কলডিলীয়া খোপাত কপৌ, বিহুৰা নানা তৰহৰ ফুলে গুৰাই ধৰে; চৰাই চিৰ্কতিবোৰৰ সুৰীয়া সুহুৰীৰ লগে লগে তেজ ফুটো ফুটো টলমলীয়া চফল চেঙেলীয়া ডেকাহঁতৰ পেঁপা, ঢোল, তাল, টকা একে লগে কিৰিলিৰে সৈতে বাজি উঠে, শেৰত ডেকা গাভৰুৰ সুৰীয়া মাতৰ নামৰ জাউৰি উঠে; শেহত সন্ধিয়াৰ লগে লগে হুচৰী দলে— দেউতাৰ পদুলিত গোন্ধাইছে মাধুৰী, কেতেকী মলেমলায়, ঐ গোবিন্দায় ৰাম—ঘোষা লগাই পগলা পাগলীৰ কাহিনী পদত গাঁথিগুঁথি পদুলিয়ে পদুলিয়ে গাই ফুৰে; —সত্ৰ, নাম ঘৰবোৰত খোল, তাল, ডবা, নাগৰাৰে নাম ঘোষা, সুৰ; ৰাগ আদি মুখৰিত হয়, খেলুৱৈ দলে খেলা কৰে, কড়ি পচি কপটি, গছ ফলটি কচু-গুটি হাফলু টোপ খেলে,—নাও খেলে, মহ হাতী যুজায়; মৰান হঁতে মাৰল ঘৰৰ দুভাগ ভগাই ডেকা গাভৰুক বেলেগে মেলি বিহুপাতে, দেউৰী চুটীয়া আৰু লালুংহঁতে বহাগৰ প্ৰথম বুধবাৰে বিহুৰ দেওধনী তোলে। মিৰিৰ কনেং চেলেংহতে সুৰীয়া "অ' ই নিতম" নাম গাই সোঁৰণশিৰিৰ বুকুত সোণৰ সোৱাগ তোলে, বড়ো সমাজৰ মাজত ডেকা লৰা ঝহোলাও গঠো সকলে চিফুং বাঁহী জোথা তাল বজাই তাৰ তালে তালে গাভৰু চিখলা সকলক ছেৱে ছেৱে লৱণু গাত লহৰ তোলাই খেৰাই ৰণ নৃত্য নচুৱায়, কাছাৰৰ ডিমাছা খছাৰীৰ ডেমৰা ৱাল্‌গং, ডিজুৱা, হাফলাংছা হাওৰছা সকলৰ মংৰি পেঁপা খাৰাম ঢোলৰ ছেৱে ছেৱে তালে তালে, ৰিজাংফাই ৰীহা, ৰিগু মেখেলা, ৰিখাওছাচাদৰ পিন্ধি ডেকা গাভৰু খছাৰী নাগা মাঠ্‌লাসকলে হেলাৰঙে হাৰৰী হুচৰী গাই উমলে, আৰু "বিষু" বিহু মেল পাতে, মণিপুৰৰ মিতেই লাইপাকৰ (মিশ্ৰিত জাতিৰ) "লাই ছবি" গান্ধৰ্বী মগ্‌লোকুৰঁৰী সকলে "চজিবু চেৰেও কৰ প্ৰজা উপলক্ষ থাংজীৰ বৰুণ দেৱতাৰ পুজাত নচা" লাইহাৰাওবা নৃত্যৰ থম্বাথৈবীৰ ঠাঁচলৈ নাচে; নগা চাঙত টিংখাং বাজি পৰ্ব্বতে পাহাৰে; গুহায় কন্দৰে বজনজনায়— খাচিয়া পাহাৰত প্ৰমীলাদেশৰ খাচী অপেচৰীসকলে উখ্‌পিং, কাৰুৰীতাৰা, পান্সিনিয়াং আদি গড়না—গহনা পিন্ধি কাবামৰ ছেৱে ছেৱে নংক্ৰেম নৃত্য নাচে—; ৰাভা সকলে "খ্‌কচি" পূজাত পাৰৰ উজাৰ তুলি ৰং কৰে; কিয়? কামৰূপৰ ভোঠেলী আৰু সঁৰৰী পাতে কিয়? বিহু বহাগীৰ এনে যে উৎসৱ পুৰণি বছৰৰ সামৰণি আৰু ন বছৰৰ পাতনিতে এনে যে প্ৰদৰ্শনী কৰে কিয়?

এইয়া হৈছে অসমীয়াৰ আদিম কৃষ্টি, প্ৰাচীন সংস্কৃতি আৰু পুৰণি সভ্যতাৰ নিদৰ্শনৰ বিৰাট খেলা। এই খেলাই বুজায় অসমীয়া কৃষ্টি, সংস্কৃতি আৰু সভ্যতা প্ৰগতিত নে অধোগতিত।

তেন্তে কৃষ্টি কি ? এই প্ৰশ্নৰ উত্তৰেই অসমীয়া কৃষ্টিৰ হাতা-পটী পোহৰাই জিলিকনি দিয়ে। কৃষ্ ধাতু ক্তি প্ৰত্যয়ৰ সমাবেশত কৃষ্টি। কৃষ্ মানে কৃষণ অৰ্থাৎ কৃষি বিষয়ক কৃষ্টিয়েই কৃষ্টি। গতিকেই কৰ্ষণেই কৃষ্টি। হালবোৱা ভূমি কৰ্ষণেই মাথো কৃষ্টি নহয়—এই আধিভৌতিক কৃষ্টিৰ বাহিৰেও আধিদৈবিক আৰু আধ্যাত্মিক কৃষ্টিও আছে। গতিকে ভূমিকৰ্ষণৰ বাহিৰেও আৰু বহুল পথাৰ কৰষি কৰ্ষণও কৃষ্টি আৰু হিয়াৰ পদুমী ফুলাম চোতাল ফালি কৰষা কৰ্ষণো কৃষ্টি।

সেই কৃষ্টিক যেতিয়া সংস্কাৰ হয়, সেই সংস্কৃত কৃষ্টিয়েই হয় সংস্কৃতি আৰু সেই সংস্কৃতিৰ যেতিয়া বৈদেশীয় মীনাৰ ছাৰ পৰে, সেই মীনাকৃত সংস্কৃতিয়েই হয় কাল্‌চাৰ্। সেই কাল্‌চাৰে আদিম কৃষ্টিৰ ডিঙি চেপি ধৰি মাৰিব খোজে, তেতিয়া কৃষ্টিৰ যদি যুগোপযোগী ৰূপান্তৰ নহয় তেনেহলে সেই প্ৰাচীন কৃষ্টিৰ মৃত্যু হয়।

গান, নাচ, কাব্য, শিল্প দৰ্শন, ধ্যান-ধাৰণাই নাইবা আচাৰ অনুষ্ঠান ভদ্ৰতা শিষ্টাচাৰ, নীতি-নিয়মেই আচলতে কৃষ্টি বা সংস্কৃতি বা কাল্‌চাৰ নহয়; দৰাচলতে বাস্তৱ প্ৰয়োজনত যাৰ জনম, মানুহৰ জীৱন সংগ্ৰামত যি শকতি, জীৱন যাত্ৰাৰ বাস্তৱ উদ্দেশ্য সিদ্ধিত যি মুকুতি, সেয়েহে আচল কৃষ্টি, প্ৰকৃত সংস্কৃতি বা Real Culturel জীৱন যাত্ৰাৰ ঘাত-প্ৰতিঘাতত কৃষ্টিৰ ৰূপান্তৰ হয়,—সেই ৰূপান্তৰিতা সংস্কৃতিৰ আলম লৈ জীৱন-যাত্ৰা ও প্ৰগতিৰ বাটত আগুৱাই যায়। গতিকে জীৱন-যাত্ৰাৰ লগত কৃষ্টি, সংস্কৃতি ওতঃপ্ৰোতঃ ভাৱে জড়িত। যি জাতিৰ কৃষ্টি-সংস্কৃতি প্ৰগতিশীল নহয়, স্থিতিশীল সেই জাতিৰ জীৱন-যাত্ৰাও ধীৰ-স্থিৰ হয়।

## ডিব্ৰুগড় মেডিকেল কলেজৰ উৎসৱত দিয়া

### বিষ্ণু ৰাভাদেৱৰ ভাষণ। তাং—৩।১১।৬০

সভাপতি ডাঙৰীয়া, উপস্থিত ৰাইজ,

আইদেউসকল, মৰমৰ ছাত্ৰ-ছাত্ৰীসকল,

মেডিকেল কলেজৰ উৎসৱলৈ বহুবাৰ নিমন্ত্ৰণ পাইছিলো যদিও যোগদান দিব পৰা নাছিলো। জ্বৰে, বেমাৰে, ভাগৰে-জুগৰে এইবাৰ আহি উপস্থিত হলোঁহি। মাত্ৰ বন্ধুবৰ অধ্যক্ষ ডাঙৰীয়াই যাতে ৰেমাৰবোৰ চাই চিতি ভাল কৰি দিয়ে এয়ে কামনা।

বহুতেই ভাবে,— মই "শিল্পী"। কিন্তু আচলতে মই শিল্পী হব পৰা নাই। মই ৰূপসাগৰত ৰূপতন্ত্ৰ সাধনাহে কৰিছো। ৰূপতান্ত্ৰিক সিংহপুৰুষ হব পৰা নাই। আজীৱন শিল্প আৰু ৰূপতন্ত্ৰ সাধনা কৰিযেই থাকিম সিদ্ধ পুৰুষ নহলেও। যদিহে আকৌ ভাবে যে "নহয় তেখেত শিল্পী" তেন্তে ভগবানে মোক শিল্পী কৰা নাই। ৰাইজেহে শিল্পী হিচাবে গঢ়ি তুলিছে,—শিল্পী হৈছো ৰাইজৰ পৰাহে। ৰাইজৰ হিয়াৰ কোঁহৰ পৰা একণ একণ সৌন্দৰ্যৰ কণা বুটলি আনি মই মোৰ মন কোঁহত ভৰাই লওঁ। সেই মনকোঁহেই হয়—'ৰংঘৰা'—সেই ৰহঘৰাৰ পৰা সেই সুন্দৰৰ কণাবোৰ ৰাইজৰ মাজত বিলাই দিও। গতিকে কওঁ যে শিল্পীয়ে ৰাইজৰ লগত ওতঃপ্ৰোতঃভাৱে সম্বন্ধ ৰাখিব লাগিব আৰু গোটেই অসমত কি ট্ৰাইবেল, কি অনাট্ৰাইবেল, কি অসমীয়া, কি অনাঅসমীয়া সকলোৰে লগতে গোটেই অসমত ইঙ্কিয়ে ইঙ্কিয়ে বিচৰি ফুৰিবলৈ, জনেপ্ৰতিৰ লগত কথা পাতিবলৈ হাবিলাস কৰো, হিয়াৰ চিনাকি লবলৈ ইচ্ছা কৰো, কিন্তু ভাগ্য আৰু নঘটিল।

তেওঁলোকৰ ইচ্ছা প্ৰবল হলে কি
ইতিহাসৰ ধাৰা, ভৌগলিক পৰিৱেশ,
কৃষ্টি
মানৱৰ তালে তালে জড়িত কৃষ্টি
পৃথিৱীৰ সকলো ঠাইতে কৃষ্টি জন্ম হয়
ইতিহাসৰ ধাৰাত অসমীয়া কৃষ্টিবো
জন্ম এইদৰেই।
অসমৰ বুৰঞ্জীৰ কথা কবলৈ গলে অসমৰ জন্ম ,...

অসমৰ জন্ম ইতিহাস অতি অদ্ভুত।
এক কোটি বছৰৰ আগত অসমত
সাগৰৰ তলত সেই
প্ৰবল ভূমিকম্প
দামোদৰ
লুইত বৈ গৈ কত শুব পেলালে ,—
দিহিং, টিলাম
কত যুগ যুগ গ'ল
গছ গছনিৰ শেলুবৈৰ পৰা হাবি-বননি আহিল।
সেই সময়তেই বিশাল জন্তু আহি ভৰপূৰ হ'ল,
তাৰ পাচত মানুহ হ'ল।
মিকিৰসকলে প্ৰথমে অসমতে
বসতি কৰে।
শিল সালম্বিৰি
পুৰুষ মৰিলে শিল,
তিৰোতা মৰিলে চেপেটা কৰি কাষতে দিয়ে
আত্মাৰ···
সেই আত্মাই মানুহৰ ৰূপলৈ আকৌ জন্ম
হয়।
দাৰলেং
লাংলাম
থালাং
লং চেতীয়া
'লা' মানে—পানী—'লাম' মানে
থালাং
ব্ৰহ্মপুত্ৰৰ পৰা ওলাই আহি আকৌ পৰিছে
অষ্ট্ৰিক ভাবাপন্ন মঙ্গোলিয়ান জাতি
তেওঁলোক তিৰ্ব্বতীয়ান জাতি···
বহু লাস-বিলাসৰ পৰা আকৌ ওলটি আহে।
আই অগ্ৰিম

এই বিলাক মঙ্গোলিয়ান বিধৰ মানুহ
অষ্ট্ৰিক নহয় মাত্ৰ অষ্ট্ৰিক ভাবাপন্নহে।
খাচি
আমাৰ অসমীয়াৰ বহু নিয়ম লৈছে।
গোৱা, গায়েঙ্গ···
তামোল পানৰ বিষয় কৃষ্টিৰ ডাঙৰ কথা
অষ্ট্ৰিক ভাবাপন্ন দান অসমীয়া
ভৈয়ামৰ জীৱনৰ এটা মূল বস্তু হিচাবে চলি
আহে,
আঙ্গামী আও নগা অসমলৈ
আহে
মৰাং যত ধৰ্ম্ম, সমাজ, যুক্তি···
আলোচনা কৰিব পাৰি।
'নামঘৰ' ধৰ্ম্মক লৈ গঢ়ি উঠিছে। নামঘৰ যে
নগাসকলৰ দান
মিৰি মিচিমিৰ দান। অসমীয়া
এটা
বড়োসকলৰ ভিতৰত মেচ, কছাৰী, সোণোৱাল, লালুং,
চুতীয়া, গাৰো, মোচাই, ৰাভা
এই সকলেই পৰে। সেই সকলৰো দান অসমীয়া কৃষ্টিত আছে। সেই সকলো অসমলৈ আহোতে একেলগে অহা নাছিল। বেলেগ বেলেগ ভাৱে আহি অসম পাইছিলহি।

আমাৰ লগত আহি গ'ল গতিকে ৰাভা, ডিমাচা, লালুং, চুতীয়া, কছাৰী
ইয়াৰ সম্বন্ধৰ মাজতেই জাতি,
যি অসমীয়াই কামাখ্যা উমানন্দ পূজা কৰে
সেই অসমীয়াক ঘাটি চালে কি পাম
খাম···
'খাম' মানে কেঁচাই কেঁচাই
'খা' মানে
প্ৰাগজ্যোতিষ···এই কামাখ্যা আমাৰ ব্ৰাহ্মণসকলৰ

তেওঁলোকৰ দেউৰী সকলৰ

কছাৰী সকলৰ প্ৰবাদ আছে...ভাগৰ লাগিছে,

পিয়াহ লাগিছে,—কুণ্ড পালে

পানী ৰঙা

বেজাৰ দিছা—বেজাৰ মানে ৰঙা, দিছা মানে

ত্ৰা গেঙ্গে দিছা

'ত্ৰা' মানে হাবি জঙ্গল'

.. মানে মাটি

চাইৰে মাটি গোৰা কৰা

খাম ৰূ—কামৰূপ

'খা' মানে মাটি, মানে গোৰা কৰা

আৰু মানে

ব্ৰহ্মপুত্ৰ নদ

চাকনৈয়া লৈ বৈ যায়।

তাকে আৰ্য্য ভাবাপন্ন কৰি ব্ৰহ্মপুত্ৰ

এইদৰে লাও থু, লৈ থু ..

—লোহিত্য

এইদৰে ক্ৰমাৎ...সংস্কাৰ কৰি সংস্কৃতি কৰা

হয়

উমানন্দ সেইদৰে

দিখৌ—ওখ অখণ্ড অখৌ

খাই

তেজ তেজ, তেজ, তেজ, তেজ

ডিক্ৰু

'ডি' মানে পানী আৰু ডিক্ৰু

'গাবাংঙ্গা' মানে আহল বহল

তিৰ্ব্বতৰ পৰা পাহাৰে পাহাৰে আহি এইদৰে

বহু বস্তু বড়োৰ আমাক দান দিছে

চিজৌ এটা চিজৌ লাগিব

সৃষ্টি ৰাজা অৰ্থাৎ পাত্ৰ।

সৃষ্টি কৰিবলৈ হলে চিগজৌ লাগিব
ব্ৰাহ্মণৰ সভ্যতাই যেনেকৈ
এই ভৌগলিক সীমা ইতিহাসৰ ধাৰাৰ
দ্বাৰা শিল্প অসমত জন্ম।
যতে পূজা কৰে ততে
চিজৌ বাথৌ থাকে আসন থাকে যদিও
কেঁচাই খাটি গোসানী আছে-কামাখ্যাত আছে
তেজপুৰত অম্বেশ্বৰী মন্দিৰ গতিকে
তাত গোসানী থাকিবই লাগিব।
আমি যি গবেষণা কৰো
দূৰলৈ নগৈ
অসমৰ তথা বিচাৰি
ৰক্ষাৰ উপত্ৰ—ব্ৰহ্মপুত্ৰ দেৱতা
পৰশুকুণ্ড-শিশুৰ ওপৰত বহি আছে।
ছাত্ৰ ছাত্ৰীসকলৰ আমোদৰ কাৰণে
চেমা নগা, আও নগা
ডিমাছা কছাৰীসকলে
মিৰি চিংফৌ নগা
মণিপুৰীসকলৰ মাজত পাওঁ মিতিৰ লাইপাক
মিতিৰ ভাই সকল
আজি সেই Art Culture তাক বেলেগে ৰূপ
—দিছে
জয়সিংহই যেতিয়া কুৰঙ্গনয়নী বিয়া হ'ল
ৰাৱণবধ ভাওনা, চালি নৃত্য, ৰাস নৃত্য পাতি
সেই ছবি যেতিয়া দেখিব পাৰি জয়সিংহই
কেনেকৈ কোন ঠাইত নাচিব লাগে
—বুজাই দিলে ;—কামৰূপ তাৰেই
এটা শাখা—মণিপুৰী নৃত্য
এইবোৰ অসমৰে বস্তু তেওঁলোকে নৃত্য কৰি
ডিমাছাৰ নাচ চাবলগীয়া বিষয় বস্তু। গোটেই

নিশা নাচ কৰি কৰি ৰাতিপুৱা শেষ
কৰে, 'ৰি' মানে কাপোৰ, 'খাও' মানে দেহা,
—'চা' জানে আবৰণ
সেয়েহে শাৰী—'শা' আবৰণ 'ৰী' মানে
কাপোৰ অৰ্থাৎ আবৰণৰ কাপোৰ।
নগাসকলে নিজৰ নিজৰ ৰাজত্ব কৰিলে
চেমা, আও
খেনৰ লেখা কাৰণে খেলা হব পাৰে
কম বয়সীয়া ল'ৰা, খেনা ( মৰমৰ মাত ) তেওঁলোকে
বেলেগ বেলেগ ৰাজ্য কৰিলে

সেইধৰণে নতুন কৃষ্টি লৈ আহোম সকল
আহিল,—চুকাফা আহিল। এই আহোমসকল
ৰাজনীতিত অতি বিশাৰদ।

চৰাইদেও পাতিলে, বহুতে কয় চৰাইদেও মানে
গৌৰাঙ্গ পৰ্বতৰ পৰা
আচলতে
'চা' মানে দেৱতা 'ৰা' মানে গোটোৱা
চা—চুম্বা মানে দেৱতাসকল
চুম্বা অৰ্থ টাই ভাষা
টাই মানে মৰা ( মৃত )
'টাইলেও' অৰ্থাৎ স্বৰ্গ গুৰু
দেৱতাসকলক নগা গাৰো
ৰাভাৰ দেৱতাসকলক তাতৈ লৈ আনিলে।

অসমীয়া জাতি হিচাবে ৰাজত্ব কৰিলে টাইসকলে তেওঁলোকে দেখিলে যে এওঁলোকৰ লগত সকলো ক্ষেত্ৰতে, বিষয়তে মিলি যাব লাগে আৰু সেইকাৰণেই বুৰঞ্জীশাসনৰ ধাৰা দিলে।

সেই টাইসকলে ওম্ফা, ফুৰালং, চাওটাক জাতি 'ওমফা'—'ওম' মানে অনাদি 'ফা' মানে ৰজা

'ফুৰালুং'—
'চাওটাক'—

পৃথিবীত এনে ধৰণে বুৰঞ্জী লিখা জাতি কতো নাই
কেৱল এই টাই জাতিৰ বাহিৰে ।
ডিমাছা বড়ো সকলে আহিও সকলো সামৰি লৈছিল পাটৰ জৈন্ত্যা
চুটিয়া—'ছু' মানে পবিত্ৰ, 'টি' মানে নৈ
'য়া' মানে…
পবিত্ৰ কিয় হ'ল—
এইটো দেউৰী চুটিয়া সকলৰ ভাষা
কেচাঁই খাতি গোসানী, অম্বেশ্বৰী মন্দিৰ
গদাধৰ সিংহই লিখিছিল
মই ‥কলেজত থাকোতে মিউজিয়ামত দেখিছিলো

চাৰিটা ফাল

কুঁদি কুঁদিৰা

পেঁপা, ঢোল বজাই বিহুৰ সময়ত ইমান নাচে…সেই নিত্ৰে গাভৰু সকলে চাঙৰ পৰা নামি আহি ভঙ্গিমাৰে যিহে লয়লাসে নাচে
গালতো চুণ-চাই, ফটা টুপী পিন্ধিবই লাগে ।
মিৰি মিচিমি…

কিমান পবিত্ৰ ভাৱে পাতে
নাচি নাচি বিহু উৰায় । সুহুৰি বাজে
ৰিখাওছা পিন্ধি নাচে, ধূপ খেলে
খুশ্ৰী—চিঞৰি চিঞৰি
মগা……কেতিয়া
'দি' মানে বগা

মই আশীৰ্ব্বাদ বিচাৰিলো বুঢ়া মেথা সমূহৰ পৰা
মই ভকতি বিচাৰিলো ৰাইজৰ শুশ্ৰূষাৰ যোগে
এনে ভাৱৰ আদান প্ৰদান
ঠাঙ্গা, টকা মহৰি
সোণোৱাল কছাৰীৰ মাজত দেখিবলৈ পাও পাইভং
এতিয়াও ডাঙৰী অঞ্চলত প্ৰথম
চ'ত মাহত হয়
ৰবদৈচিলা—

'বৰ' মানে···'দৈ' মানে পানী

চিকলা···

সেয়েহে গায়, —

বৰদৈচিলা, সৰুদৈচিলা

বিহুৰে বাতৰি আমাকে দিলা।

লৰা জীয়ৰী

শাৰুৰ ৰজাই

কমল কাঠৰ নাওঁ

ফুল কোঁৱৰ, মণিকোঁৱৰৰ পূজা

সোণোৱাল কছাৰী থকাফালে বহু আহোম লোক আছে পূজাত ফুলকোঁৱৰ, মণিকোঁৱৰৰ গীত গাই গাই নাচে···নাচত মানুহক পাগল কৰি দিয়ে

সেই নাঁচোন চিংফৌৰ লগত কেনে মিল ?

সেই মৰাণ জনৰ বেয়া ভাৱ হোৱাৰ কাৰণে ঝকি উঠিল

বিছা গাম মৰিল

সেই মৰাণৰ মতত কিমান···

তেওঁলোকৰ দেৱতা সন্তুষ্ট হৈছিল

লুইতৰ পাৰত 'দা' কামুৰি শপত খাওঁ।

অসমীয়া জাতিয়ে কেৱল অসমতেই নহয় বাহিৰতো বিৰাজ কৰিছে।

অমৃতপ্ৰভা—কাশ্মীৰত

ল···দা·· লাদা

সি বৰ্ত্তমান গোলমাল লাগি আছে, কেৱল সেয়ে নহয় ৰজা সেই সময়ত মগধৰ ৰজা কামৰূপৰ ভাস্কৰ, শঙ্কৰদেৱে।

সেই সপ্তম শতিকাত

নাটক ৰচনা কৰিলে

কামৰূপৰ এজন ডাঙৰ পণ্ডিতে

বৌদ্ধ ধৰ্ম প্ৰচাৰ হ'ল। অসমত, তিব্বতত।

অসমৰ এজন ডেকা লৰা তিব্বতত

পোৱাৰ বাবে ভোটান, ভোটীয়া সকলে

ৰঙালি অসমৰ বিষয়ে চাব লাগিব।

সেই কামাখ্যা ধামত

এই অসমীয়া প্ৰথম বিক্ৰমচিলা,

ই অসমীয়াত, বঙ্গালী, কামৰূপী যি আখৰেই নহওক—ইতিহাসৰ গতিত

ভৌগলিক সীমাৰ ভিতৰত

কেনেকৈ বাঢ়িছে।

নাচে, নাচে, লাখে লাখে লাহে লাহে মুন্‌নি মুংফা

আনন্দ ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱাৰ উৎসাহত হৈ

অচ্চক মুংচুং দিবা

পিতাক পিতায়েৰা পিতায়েক

প্ৰাচীন কামৰূপ··· আছিল মানবী ভাষা

সেই অসমীয়াই বেলেগ ৰূপ ললে

আজি যিটো পাইছো···আজি যিটো পাইছো

ইতিহাসৰ গতি বেলেগ।

আখৰৰ ৰূপ বৰ্ণনৰ ৰূপ আভাস

গতিকে আমাৰ নিজৰ · পাহৰি অসমীয়া

আখৰ, বাঙ্গালী আখৰ

নিজৰ বুকুৰ··· ·· যাক

পাহৰি আছো

এইবোৰ কথা ভালকৈ জানিব, বুজিব, ফঁহিয়াব লাগিব কৃষ্টি—সংস্কৃতি, ভাষা সাহিত্যৰ সম্বন্ধ ৰাখিব লাগিব ডালিমী···

মাধৱ কন্দলিৰ নাটক

তাৰ লগতে ধৰ্ম্ম, সুৰ, মাত, গীত, সুৰ সঞ্চাৰ যিভাবে পাও তেওঁলোকৰ মাত্তেৰে প্ৰকাশ পাইছিল

হিউৱেনচাং······

আজিও ভাস্কৰ্য্যই· ···

সিদ্ধ পুৰুষসকলে আমাৰ সেই······

· · দেখি

ভাষাৰ আজি যেনে সৃষ্টি তাৰ প্ৰথম ৰূপটো দেখুৱাই দিলে। ভাস্কৰ্য্যৰ শিলত যি নৃত্যৰ ভঙ্গিমা আছে শাস্ত্ৰৰ নিয়মমতে মুদ্ৰাৰ ব্যৱহাৰ দেখা যায়।

নৃত্য···সঙ্গীত

মঞ্চতে এই গীত বাদ্য আমি প্ৰমাণ পাওঁ।

পীতাম্বৰ……ভাত আভাষ পাওঁ যে তেওঁ এজন শিল্পী আছিল।

বৰগীত, নাটগীত, বাদ্য, নৃত্য, কৱিতা, সাহিত্য এনে বহু অৱদান তেওঁ দি যায়। আহোম ৰজাসকলে অসমীয়া জাতি প্ৰতিষ্ঠা গঢ়িছিল।

শ্ৰীমন্ত শঙ্কৰে।

পূজাৰ মাটিৰ প্ৰতিমাত প্ৰাণ নাই। প্ৰাণ প্ৰতিষ্ঠা কৰিব কোনে?—সাহিত্যই, শিল্পীয়ে, কলাজাতি যুগে যুগে আহি সেই ক'লাৰ মাজেদি ভাৰতৰ চিহ্ন পোৱা যায়। শ্ৰীমন্ত শঙ্কৰদেৱে কোচ, কছাৰী ৰজাসকস প্ৰধান প্ৰতিষ্ঠা কৰি শ্ৰীমন্তই…

আজি চৰকাৰ পৰ্ব্বতীয়া জাতিৰ লগত অসমীয়া জাতিৰ সম্পৰ্ক চিঙি দিয়াৰ পক্ষে আগ্ৰহান্বিত—সেই সময়ত সেই পৰ্ব্বতীয়া জাতিৰ মাজত তেল নাই, ছপাখনা নাই—অথচ শ্ৰীমন্ত শঙ্কৰে গৈ অসমীয়া জাতিৰ সম্বন্ধ ৰক্ষা কৰিছিল।—

সত্ৰীয়া নাচ · শ্ৰীমন্ত শঙ্কৰৰ অৱদান।

ই সমাজ, জাতিৰ মাজত চূড়ান্তভাৱে পৰিচিত।

এইবোৰ সজাই পৰাই বাহিৰলৈ লৈ গ'লে

নৃত্যৰ গৌৰৱ, পৃথিৱীত স্থায়ী হৈ যাব

…· ·এনে ধৰণৰ কৃষ্টি কলাৰ দক্ষতা দেখুৱাব পৰা ক্ষমতা পৃথিৱীত কাৰো নাই।

সেই মুদ্ৰাৰ ক্ষমতা……

নৃত্যৰ মাজেদি মুদ্ৰা দেখুৱাই

য'ত প্ৰকাশ কৰিছিল

শ্ৰীমন্ত শঙ্কৰৰ বিশালতা, ব্ৰহ্মপুত্ৰৰ দৰে

জান, জুৰিলৈ আহি যেনেকৈ বিশাল ব্ৰহ্মপুত্ৰ হৈছে· ·

নগা, আহোম, মিৰি, মিচিমি·

আহি এই অসমত সন্মিলিত সমাবেশ হৈছে—

কুকি, আঁক', ডফলাৰ কৃষ্টিৰ সমাবেশ বিৰাট ব্ৰহ্মপুত্ৰৰ দৰে বিশাল। যেনেকৈ বিশাল—ব্ৰহ্মপুত্ৰক প্ৰতিবোধ কৰিবলৈ কোনো শক্তি নাই একো নামানি সুঁতিবৈ যাবই ঠিক অসমীয়া কৃষ্টিকো পৃথিৱীৰ কোনো শক্তিয়ে ৰোধিব নোৱাৰে। কালৰ ৰথৰ চকৰিয়ে চেপি খুন্দি সমান কৰিব পাৰে—

যিমানেই পানী আহক—

চাওতাল—

সক জুৰিৰ দৰে আহি ব্ৰহ্মপুত্ৰ বিশাল আৰু বিৰাট সত্ৰীয়া নাচে বাহিৰত অলপ আজিকালি চিনাকি পাইছে আইনাম, বিয়ানাম, বিহুনাম, শোণিত-কুঁৱৰীৰ নাম ভাৰতৰ শিল্প সাধনৰ শ্ৰেষ্ঠ বিষয়বস্তু—

প্ৰথমতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ তৰফৰ পৰা··· ·· ·· ···· ·· ·· ······

······ ·· ··· · ·ডুবাৰ স্থান অধিকাৰ কৰি ক্ষমতা লাভ কৰিলে······ ······ ···

·· ·· · ··· · ···· · উৎকৃষ্ট অভিনেতা অভিনেত্ৰী হিচাবে সন্মান পালে।

একাঙ্কিকা নাটিকাৰ যোগে অসমীয়াৰ সভ্যতা বিৰাজ কৰা হৈছে।

অথচ আমাৰ নাটঘৰ নাই, ···· আদি নাই।

অথচ ইয়াৰ মাজেদি সেই····

হে ছাত্ৰ-ছাত্ৰী, বন্ধু-বান্ধৱীসকল!

অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰপৰা আহোতে ভাগৰি জুগৰি আহিছো। এই ভাগৰৰ মাজেদিয়েই গড়গাওঁ কলেজৰ নবাগত ছাত্ৰৰ অভিবৰ্ত্তন ( Freshers' gathering ) বকতা মোজাৰ ৰাজহুৱা সভাত যোগদানদি আকৌ এই আয়োজন।

মেডিকেল কলেজৰ ছাত্ৰ ছাত্ৰীসকলে যদি······বহল পথাৰত নামিব খোজে তেন্তে—

ফুল, ফলবিলাক কেনেকৈ স্বাস্থ্যবান হয়—

কি বঙালী, কি কছাৰী, কি চাওতাল—

আদি ফুলনিবিলাক চাব জানিব লাগিব। আপোনালোক ৰাজনীতিৰ পৰা বহু আতৰত, মাত্ৰ আপোনালোকে এই চিকিৎসাৰ বিষয়ে অধ্যয়ন কৰি সকলোৰে স্বাস্থ্য কেনেকৈ ৰক্ষা কৰি সুস্থ কৰি·····

বেজবৰুৱাই কৈ গৈছে—

গাঁৱত ক'ত অসুবিধা—

বহু বস্তু আপোনালোকে স্বাস্থ্যবান কৰিব পাৰে।·· ভোকত ভিক্ষাৰীহে ওজা আহিছিল—

আই ভাত দিয়া, মই বেমাৰী—

কত কি, ক'ৰ পৰা কি কি বুটলি যে আনিলে····

এইদৰে কত আছে—অসমীয়াৰ ভাল ভাল নাট্যকাৰ শিল্পী······

ৰাইজসকল! অসমক স্বাস্থ্যবান কৰিবৰ বাবে যিহকে ৰচনা কৰো তাক আদৰ্শ এটা আগত ৰাখি ভালকৈ ৰচনা কৰিব লাগে—

( বিভিন্ন মেডিকেল ডিপাৰ্টমেণ্টৰ নাম উল্লেখ কৰি কয় )·· ···

পেথোলজিকেল······

ৰূপদান কৰি······

জ্বল জ্বল পট্‌পট্‌ কৰি অসমীয়া সমাজৰ আগত ডাঙি ধৰিব পাৰে।

বাইজসকল! 'কথাত কথা বাঢ়ে' আৰু বেচি নকওঁ। আপোনালোকৰ যি মৰম চেনেহ, আশীৰ্ব্বাদ হিয়াৰ পৰা ওলাই আহিছে তাক গ্ৰহণ কৰি মেলানি মাগিলো।

—৩।১১।৬০ ইং

ডিব্ৰুগড় মেডিকেল কলেজ

# নায়ক

## সদৌ অসম ট্ৰাইবেল ছাত্ৰ সন্মিলন

১ম বাৰ্ষিক অধিবেশন। খোৱাং

কৃষ্টিশাখাৰ সভাপতিৰ অভিভাষণ—

মোৰ চেনেহৰ অসমৰ হিয়া আমঠু বুকুৰ বাঁহৈ সকল

৺ কালিঘাট সত্ৰ, ছঁয়া ময়া সপোনৰ জাল বোৱা কামত উদঙাই দিয়া মোৰ কলিজা এই দিহিং পৰীয়া ৰাইজ আৰু সদৌ অসমৰ হিয়া আমঠু মোৰ বুকুৰ বাঁহৈ অসমীয়াৰ আদি পুৰুষৰ খাঁটি নিভাজ বংশধৰ সকলৰ সুসন্তান তেজফুটু ফুটু টলমল চঞ্চল চেঙেলীয়া ডেকা আৰু তেজবাঢী সৰবৰহী তেজীমলা গাভৰু আই দেউ সকলে হাকুটি লগাই টানি আকুহি সেই কলিজাৰ গৰাকী এই নিঃকিন অধম ৰাইজৰ চৰণ ধূলিক এই বিৰাট সভালৈ মাতি আনি কিনো ভূচংপছু কৰিব খুজিছে ৰাইজেই জানে।—বৰ ভাৱনাত কি ভাব দি নাচি গাত লহৰ তুলি সাজি কাচি ওলাব লাগে তাৰো এই নিঃকিনে নেপায় বুজি।

এই খোৱাঙত যি খোৱাৱাঙক আহোম ভাষাত "স্বৰগৰ দুৱাৰ" বুলি কয়, এই সেৰকে কৃষ্টিৰ নিচিনা গভীৰ তত্ত্বপূৰ্ণ বিষয়ৰ আলোচনা কৰিবলৈ পাই নিজকে নিজে ধন্য মানিছো।

### কৃষ্টি কি

এবাৰ নহয় দুবাৰ নহয় বাৰে বাৰে বহুবাৰ কোৱা হৈছে কৃষি কৰ্ষণৰ আন এটা নামেই কৃষ্টি। কাৰণ এই কৃষ্টিৰ শব্দটোত গুপুতীয়াকৈ লুকাই আছে "কৃষ" বোলা মূল ধাতুটি। কৃষ ধাতুৰ লগত ক্তি প্ৰত্যয়ৰ সংযোগতেই কৃষ্টিৰ জনমৰ সম্ভাৱনা হৈছে, কেৱল ভূমি কৰ্ষাকেই কৃষি বুলিলে ভুল বোলা হব। অদৃশ্য অন্তৰীক্ষৰ শূন্যময় বক্ষ ভেদ কৰি কৰ্ষণ কৰা যেনেকৈ কৃষ্টি হব পাৰে. মানবৰ হিয়া পদুমীৰ পাহ মেলি এপাহি এপাহিকৈ বৰ্থলিয়াই মৌচাকৰ মধু পিবলৈ জনাও ঠিক তেনে কৃষ্টিও হব পাৰে। গতিকে কৃষ্টি, তিনি বিধৰ যেনে :— আধ্যাত্মিক, আধি ভৌতিক, আৰু আধি দৈবিক। এনে যি কৃষ্টি, সেই কৃষ্টিত যেতিয়া সংস্কাৰ আহি পৰে, সেই কৃষ্টি, সংস্কৃতিলৈ ৰূপান্তৰিত হয় আৰু সেই সংস্কৃতিত যেতিয়া বৈদেশীয় মিনাৰ ছবি প্ৰতিফলিত হয়, তেতিয়া সেই

প্ৰতিফলিত মিনাৰ ছবি বুকুত লোৱা সংস্কৃতি কালচাৰ হিচাবে পৰিগণিত হয়। এই কালচাৰেই শেষত আদিম কৃষ্টিৰ দিঙিত চিপজৰী লগাই মৰিব খোজে, অবশেষত এই কৃষ্টিৰ মৃত্যু হব পাৰে।

বহুবাৰ কোৱা হৈছে—কাব্য গান শিল্প দৰ্শন ধ্যান ধাৰণা আচাৰ অনুষ্ঠান ভদ্ৰতা শিষ্টাচাৰ নীতিনিয়মকেই সাধাৰণতঃ মানুহে বুজে কৃষ্টি বা সংস্কৃতি বা কালচাৰ বুলি। অৱশ্যে এইবোৰ কৃষ্টিৰ গৰ্ভতেই জনম সঁচা, কিন্তু দৰাচলতে, মানবৰ বাস্তৱ প্ৰয়োজনত যাৰ জনম, মানুহৰ জীৱন সংগ্ৰামত যি শকতি, জীৱন যাত্ৰাৰ উদ্দেশ্য সিদ্ধিত যি মুকুতি সেইটোহে আচল কৃষ্টি, প্ৰকৃত সংস্কৃতি (Real) কালচাৰ। জীৱন যাত্ৰাৰ ঘাত প্ৰতিঘাতত যেনেকৈ কৃষ্টিৰ ৰূপান্তৰ ঘটে, সংস্কৃতিৰ আলমলৈ মানবৰ জীৱন যাত্ৰাও তেনেকৈ আগুৱাই যায়। গতিকে জীৱন যাত্ৰাৰ লগত কৃষ্টি সংস্কৃতি হাড়ে হিমজুৰে পাক খাই ওতঃ প্ৰোতঃভাবে জড়িত হয়। সি জাতিৰ কৃষ্টি সংস্কৃতি গতিশীল নহয় সেইজাতিৰ জীৱন যাত্ৰাও থিৰ হৈ থাকে।

মানুহে মানুহ হিচাবে পৰিগণিত হয় এই কৃষ্টিৰ কাৰণেহে। নহলে পশু আৰু মানুহৰ ভিতৰত কোনো আঁৰবেৰ নাথাকিল হেতেন। কাৰণ বাচি থকাই যেতিয়া প্ৰকৃতিৰ প্ৰেৰণা, তেতিয়া পশুৰ নিচিনাকৈ মানুহে প্ৰকৃতিৰ ওপৰতে নিৰ্ভৰ কৰি থাকিল হেতেন। কিন্তু মানুহ জানো পশু নহয়? কাৰণ পশুৱে প্ৰকৃতিৰ ওপৰতে নিৰ্ভৰ কৰিয়েই জীৱনৰ শেষমুহূৰ্ত্তলৈকে বাচি থাকে কিন্তু মানুহৰ জীৱিকা প্ৰচেষ্টা সম্পূৰ্ণ বেলেগ। পশুৰ নিচিনাকৈ প্ৰকৃতিৰ ওপৰতেই নিৰ্ভৰ নকৰি বিপ্লবীৰ দৰে প্ৰকৃতিৰ বক্ষ ফালি নিজৰ খাদ্য বস্তু আহাৰ আৰু প্ৰয়োজনীয় ব্যৱহাৰ্য্য, উপাদান আদায় কৰিবলৈ এই জীৱিকা প্ৰচেষ্টাই মানুহক শিকালে, গতিকে মানুহৰ সৃষ্টিৰ মূল প্ৰেৰণা হ'ল প্ৰকৃতিৰ বিৰুদ্ধে বিদ্ৰোহ, প্ৰকৃতিৰ বিপক্ষে বিপ্লৱ—প্ৰকৃতিৰ দাসত্বৰ পৰা মুক্তি স্বাধীনতা লাভৰ সংগ্ৰাম। মানবৰ এইয়ে বিদ্ৰোহ, এইয়ে বিপ্লব; এইয়ে মুক্তি স্বাধীনতাৰ সংগ্ৰাম, ই চিৰন্তন। ইয়াৰ বিৰাম নাই বিৰতি নাই। এইয়ে মানুহৰ সহজ সাধ্য মুক্তি স্বাধীনতাৰ সাধনা, এই সাধনাই হৈছে মানুহৰ জীৱিকা প্ৰয়াস, আৰু এই জীৱিকা প্ৰয়াসেই হৈছে কৃষ্টি, সংস্কৃতি বা কালচাৰৰ মূল তত্ত্ব।

প্ৰকৃতিৰ বিৰুদ্ধে এনে বিদ্ৰোহ এনে বিপ্লব আদিম অসমীয়া অৰ্থাৎ আমাৰ আদি পুৰুষ সকলে কৰি গৈছিল কাৰণেহে আজিৰ অসমীয়াই নিজস্ব এটা কৃষ্টি পাইছে। প্ৰকৃতিৰ দাসত্বৰ পৰা এনে মুক্তি স্বাধীনতাৰ সাধনা আমাৰ

আদিম সাধক আদি পুৰুষ সকলে কৰি গৈছিল কাৰণেহে তেখেত সকলৰ সাধ্য অসমৰ চিৰ আৰাধ্য অসমীয়া কৃষ্টি অসমীয়া সংস্কৃতি আৰু অসমীয়া সভ্যতা আজি অসমীয়াই লাভ কৰিব পাৰিছে। এনে স্বকীয়া কৃষ্টি স্বকীয়া সংস্কৃতি আৰু স্বকীয়া সভ্যতাৰ কাৰণেহে অসমীয়া, অসমীয়া নহলে অসমও নাথাকিল হেতেন আৰু অসমীয়াই ও নাবাছিল হেতেন।

তেন্তে দেখা যাওক অসমীয়া কৃষ্টিত অসমীয়া সংস্কৃতিত আৰু অসমীয়া সভ্যতাত অসমৰ আদিবাসী সকলৰ দানেইবা কি, আৰু অবদানেইবা কি ?

কল্পনাইও চুকি নোপোৱা একোটি বছৰৰ আগেয়ে হেনো এটা প্ৰলয়ৰ ভূমিকম্প হৈছিল, যাৰ ফলত ভূ-তৰঙ্গ বৈছিল হিমালয়ৰ উত্তৰে, উত্তৰ দক্ষিণ মুৱাকৈ আৰু দক্ষিণে পূব পশ্চিম মুৱাকৈ সেয়েহে মান চিত্ৰত দেখা পাওঁ হিমালয়ৰ দক্ষিণে পূব পশ্চিম মুৱাকৈ শৈল শ্ৰেণী অসমী আইৰ কোলাত পথালিকৈ থকা নগা পাহাৰ, কাছাৰ পাহাৰ, মিকিৰ পাহাৰ, খাচীয়া পাহাৰ আৰু গাৰো পাহাৰ, যেন এই পাহাৰ শ্ৰেণীয়েই অসমী আইৰ মেৰুদণ্ড আৰু তাৰ দুয়ো কাষে বৈ যোৱা ইড়া পিঙ্গলাহেন দুটা নাড়ী লুইত আৰু বৰাক। এই লুইত আৰু বৰাকেই পৰ্ব্বতৰ পৰা মাটিৰ পলস বুকুত লৈ আনি দুটা ভৈয়াম নিৰ্মাণ কৰিলে। সেই ভৈয়াম দুটা হ'ল বৰ্ত্তমান ব্ৰহ্মপুত্ৰ ভৈয়াম আৰু সুৰমা ভৈয়াম। এই ভৈয়াম জুৰি ক্ৰমে ক্ৰমে পাহাৰ শ্ৰেণীৰ পৰা গছ গছনি হাবি বননিয়ে আহি আগুৰি ধৰি অটব্য দুৰ্গম জঙ্গল কৰিলে। এনে ধুঁৱলী কুঁৱলী হিমময় যুগত অসমৰ জলে থলে বিবিধ প্ৰাণীৰ জনম হ'ল, কিছুমান প্ৰাণী অতিকায় হিংস্ৰ জন্তুত পৰিণত হ'ল, জলে থলে অটব্য দুৰ্গম হাবি বননিয়ে কিছুমান ভীষণ হিংস্ৰ জন্তুবোৰে বিচৰণ কৰি ফুৰিবলৈ ধৰিলে। প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰি জীৱন ধাৰণ কৰিলে।

আজি প্ৰায় আঢৈ লাখ বছৰ হ'ল যেতিয়া যাভা বালী আদি পূৰ্ব্ব ভাৰতীয় দ্বীপপুঞ্জৰ লগত মালয়েদি দক্ষিণ পূব এচিয়াৰ সংযোগ, সেই সংযুক্ত যোজকেদি অষ্ট্ৰিক জাতীয় লোক কিছুমানে উত্তৰ পশ্চিম মুৱাহৈ অসমলৈ আহে। সেই জাতীয় মানুহ তেতিয়া উলঙ্গ বৰ্ব্বৰ অসভ্য আছিল। আৰু প্ৰকৃতিৰ ওপৰত নিজৰ জীৱিকা নিৰ্ভৰ কৰিছিল। তেওঁলোকে যিহকে ওচৰত পাই তাকে বুটলি গছৰ ফল, মূল পাত পাৰি খাইছিল।

শেহত শিলৰ অস্ত্ৰ সাজি পহুচিকাৰ কৰি পেট পূৰণ কৰিছিল। এই প্ৰথম আদিম অসমীয়াই হ'ল মিকিৰ, যি মিকিৰে অসমৰ আবিষ্কৰ্ত্তা কলম্বছ।

তেওঁলোকৰ বিশ্বাস মতে তেওঁলোকো বালীৰ বংশ, তেওঁলোক নিশ্চয় আদিম্নৰ আদি অসমীয়া আছিল। পৰ্ব্বতীয়া মিকিৰৰ বৰ্ত্তমান অৱস্থাৰ বিশেষ উন্নতি দেখা নাযায়। বৰ্ত্তমান অতীজৰ অৱস্থাতে ই আজিও তেওঁলোক প্ৰায় আঢৈ লাখ বছৰীয়া কালৰ সোঁতত কৃষ্টি আৰু উলঙ্গ, বৰ্ব্বৰ সভ্যতাক উটাই ভঁহাই নিব পৰা নাই। তেওঁলোকৰ আবৰণৰ ভিতৰত এটা সামান্য লেংটি তাতো বিশেষ কাৰুকাৰ্য্য নাই। খাদ্যৰ ভিতৰত লতাৰ আলু, ফল মূল গছৰ পাত ইত্যাদি। আদিম অসমীয়া আদি প্ৰস্তৰ যুগৰ উলঙ্গ বৰ্ব্বৰ সভ্যতা আজিও মিকিৰ সকলে প্ৰচাৰ কৰি আছে।

পোন পোনতে আহি সেই যুগৰ অতিকায় হিংস্ৰ জন্তবোৰৰ মতে এই মিকিৰ সকলে কিমান সংগ্ৰাম চলাইছিল, কিমান ৰণ যুঁজ লাগিছিল তাক কল্পনা কৰিলেও, আজিৰ অসমীয়াৰ মন প্ৰাণ আতংকত আতঙ্কিত হয়, গাৰ নোম থিয় দিয়ে। এই মিকিৰ সকলৰ ক'ত লৰাছোৱালী কালৰ গ্ৰাসত অকালত মৰিল, ক'ত বুঢ়া-বুঢীৰ প্ৰাণ অবাৰত গ'ল, কোনোৱাই সেই কৰুণ আৰু ভয়াবহ কাহিনী সুঁৱৰিছেনে, কোনোবা অসমীয়াই গমিপিতি ভাবি চাইছেনে? নাই। নেতা সকলে আজি ক্ষমতাৰ মাদকতাত উন্মত্ত, তেওঁলোকৰ অভাব অভিযোগ দূৰ কৰা কথা।

প্ৰথম মানবৰ, প্ৰথম অসমীয়াৰ প্ৰথম বাসস্থান, এই অসমত, বাঢোতে যে কিমান শ্ৰম, কিমান পৰিশ্ৰম লাগিছিল, এই মিকিৰ সকলে জানে। সেই যুদ্ধ জানো সামান্য? ভীষণ শ্ৰম, ভীষণ ৰণ তেতিয়া আজিৰ দৰে যুদ্ধৰ কোনো সামগ্ৰী নাছিল। মধ্য যুগৰ জাঠি জোং বাৰুদ নাছিল, লৌহ তাম্ৰযুগৰ অস্ত্ৰ হাতীয়াৰ নাছিল; নব্যপ্ৰস্তৰ যুগৰ শাণিত শিলৰ প্ৰহৰণ নাছিল, আছিল ভোটা কৰ্কশ শিলৰ সম্বল মাথোঁ। আৰু আছিল শৰীৰৰ অপৰিসীম শক্তি, অপৰিমেয় বল। উশৃঙ্খল প্ৰকৃতিৰ উদভ্ৰান্ত বক্ষত অতিকায় মহাবলী হিংস্ৰ জীৱ জন্তুৰ মাজত একমাত্ৰ শিলৰ সম্বল লৈ, বিচৰণ কৰি ফুৰা জানো সামান্য সাহৰ কথা? কেতিয়াও নহয়। সেই সাহ আছিল এই মিকিৰ সকলৰ। সেয়েহে আজিৰ মিকিৰ সকল আজি অসমীয়াৰ চিৰনমস্য,—সেয়েহে আজি তেওঁলোকৰ প্ৰতি আজিৰ অসমীয়া চিৰকৃতজ্ঞ।

সেই আদি প্ৰস্তৰ যুগত এই মিকিৰ সকলৰ বিশ্ৰামৰ থান আছিল পাহাৰৰ গুহা, পৰ্ব্বতৰ কন্দৰ, শেহত দিন গ'ল, বছৰ গ'ল, যুগৰ চকা ঘূৰিল। এই সকল প্ৰকৃতিৰ বুকুৰ পৰা প্ৰকৃতিৰ ওপৰতে নিৰ্ভৰ কৰি জীৱ জন্তু চিকাৰ কৰি,

নৈ বিলত মাছ ধৰি, গছৰ ডালত উঠি, তল খুচৰি, ফল মূল পাৰি উলিয়াই জীৱিকা নিৰ্ব্বাহ কৰিবলৈ ধৰিলে। প্ৰথমে অসমীয়াৰ মিকিৰ সকলৰ আদি প্ৰস্তৰ যুগৰ আদি বিস্ময় হ'ল শিল। শিলেই হল আদিম অসমীয়াৰ গোষ্ঠী দেৱতা মিকিৰ ৰজা হেংফু যোগ্‌ৰাম বংশৰ কংসৰ পুতেক চাম আৰু জাম, এই জামৰ ৰৰজনা পুতেক ৰাংখাংথেকৃপৰ দিনত এই গোষ্ঠী দেৱতা ভপংৰেংকেৰ আৰু ৰেকপিৰংকেৰ দুবিধ পূজাৰ বিধান হ'ল·

মৃত্যুৰ পিছত এই শিলেই হল প্ৰতীক। এই শিলেই পুৰুষ মৃতকৰ মৈদামৰ ওপৰত দীঘলীয়া ওখকৈ পোতা হ'ল। নাৰী মৃতকৰ মৈদামৰ ওপৰত চেপেটা শিল পেলাই থোৱা হল। পৰজনমত এই শিলৰ পৰিচয় লৈহে পুনৰ মৃতকৰ জন্ম হ'ল। ইয়াৰ পৰাই জন্মান্তৰ বাদৰ আদিতত্ত্বৰ আদি ৰহস্যই ভূমুকি মাৰিলে।

( অৰ্দ্ধ সমাপ্ত।

## কলাগুৰুৰ শেষ ভাষণটি

অসমত সৌমাৰৰ পৰা উত্তৰ বঙ্গ হৈ পশ্চিমে পূৱ নেপাললৈকে এই বড়ো গোষ্ঠীৰ লোকসকল বসতি কৰিছিল। এই অঞ্চলত নৈৰ অৰ্থব্যঞ্জক বড়ো শব্দৰ ডি বা টিৰ আৰম্ভনিৰে নৈৰ নামবোৰ আজিও পোৱা যায়। যেনে ডিখৌ, ডিক্ৰু, ডিহিং, ডিবোং, ডিহাং, ডিচাং, ডিকৰাই, ডিগাৰু, ডিফুটা, ডিমালাং বা ডিমলা ( বৰ্ত্তমানে পূব পাকিস্তানৰ ৰংপুৰত ) ইত্যাদি।

ভৰলী, ভৰলু নৈ, বুল্লী বুঢী বা ভল্লী বুঢীৰ অপভ্ৰংশ, অৰ্থাৎ যতে খাম্-মাইখা ( কামাখ্যাক বড়ো সকলে কয়—মানে কেঁচা খাইতী—অৰ্থাৎ খাই মাইয়া গাঠাডৈ গাঠিডৈ জানানৈ সংসাৰখৌ খা দাং—যি গৰাকী মায়ে কেঁচাই কেঁচাই খাই খাই সংসাৰক বান্ধিছে বা সৃজন কৰিছে) কামাখ্যা গোসানীৰ থানা বা শাল থাকিব; তাৰ কাষেদি তেওঁৰ সতিনী ভল্লী গোসানী—ভৰলী নৈ হৈ বৈছে। গৌহাটীত নীলাচল পাহাৰৰ ওপৰত গোসানীৰ থান আছে, তেজপুৰত কেঁচা খাইতী গোসানী ভৈৰবী থান আছে আৰু শদিয়াত কেঁচা খাইতী পিচাচী গোসানীৰ শাল আছে সেই থান আৰু শালৰ কাষেদি ভল্লীবুঢ়ী "ভৰলু" ভৰালী আৰু ভৰালী বা দেওপানী নাম লৈ বৈ আছে। বহু নাম লোপ পাইছে, যেনে ডিচু নৈ গুচি জলঢাকা আৰু ডৈ-বুঢা ( যৰ পৰা বৰ্ত্তমান ধুবুৰী হৈছে ) নামৰ ঠাইত সোনকোষ হৈছে। সেইদৰে ভুল্লু্ বুথ্ ৰ পৰা ব্ৰহ্মপুত্ৰ টি লাওৰ লাওটি লুইটি, লাও ঠৌ ( গৌলাও-গাঠৌ ) ৰ পৰা লৌহিত্য হৈছে। গোটেই অসম জুৰি নৈবোৰৰ নাম বড়ো শব্দানুযায়ী হৈছে। আজিও সেই নামবোৰ মচিব পৰা নাই। গোটেই অসম জুৰি এই বড়ো গোষ্ঠীৰ মানুহ সকলে যে বাস কৰিছিল এই নামবোৰেই প্ৰমাণ আৰু তেওঁলোকে যে সময়ত প্ৰতাপী আছিল এই নাম বোৰেই তাৰ চিনাকি।

খাম্—মাই—খা গোসানীৰ থান বা শাল যাক-ডিমাছা কছাৰীসকলে খামলখী নীলাচল বোলে, তাক কেন্দ্ৰ কৰি পূবে খোজ কাটি গলে ছমাহ, পশ্চিমে ছমাহ, উত্তৰে ছমাহ, দক্ষিণে ছমাহ লাগিছিল। ইমান ডাঙৰ ৰাজ্য আছিল কামৰূপ ৰাজ্য। বড়ো সকলৰ মতে খাম মাইখা গোসানীৰ অন্তৰৰ পৰা তেওঁৰে পুৰুষ সোয়ামী চিবৌৰাইৰ সৃষ্টি দেখি লোভত লুব্ধ, মোহত মুগ্ধ হোৱাই লুভৈ লুভুনীয়ে

জনম লভি সেই সৃষ্টি পুৰি ছাই কৰিলে—থামনীনে ৰুবু ৰুবু থালামদাং—সেই বিস্তৃত অঞ্চল থামৰু হ'ল।

চিবৌৰাইৰ—মুখখন চিন্তিত দেখি আই গোঁসানীৰ মন বেজাৰে খুলি খুলি খোৱাত কেনেকৈ সৃষ্টি পুনৰ কৰে চিন্তি ভাৱি থাকোতে খৌবা খুবুনী তেওঁ অন্তৰৰ পৰা জনমি পুনৰ সৃষ্টি কৰি অনুপম, মনোহৰ, উজ্জ্বল কৰিলে—কামৰুখৌ উব্‌জি থাংদাং—খাম—ৰ+উব=থামৰুব—কামৰূপ হ'ল। এই ৰাজ্যত পৌৰাণিক মতে মহীৰঙ্গ দানৱ নামে প্ৰথম ৰজাই ৰাজত্ব কৰিছিল। নেপালী সকলৰ জন-প্ৰবাদ মতে জ্যেষ্ঠ লেপ্‌চা, মধ্যম লিম্বু আৰু কনিষ্ঠ কোচে—মেচে অৰ্থাৎ কছাৰী ৰাভা বড়ো—এই তিনি ভাই এই প্ৰাচীন ৰাজ্যত ৰাজত্ব কৰাৰ পাছত, ডাঙৰ জন লেপচাই চিখেন বৰ্ত্তমান চিকিম ৰাজ্যত মাজু লিম্বুজনে পূব নেপালত লিম্বুয়ানাত থাকি ৰাজত্ব কৰিলে, সৰু কোচে মেচে আজিও তৰাই অঞ্চলত বৰ্ত্তমান পৰ্ব্বতৰ দাতি কাষৰীয়া সমতল অঞ্চলত আজিও পশ্চিম নেপালৰ দক্ষিণৰ পৰা পূৱে পৰশুৰাম কুণ্ডলৈকে উত্তৰ বিহাৰ, উত্তৰ-বঙ্গ আৰু প্ৰাচীন কামৰূপ ৰাজ্যত বসতি কৰি আছে। আৰু এটা নেপালী জন প্ৰবাদ মতে মৌৰাং, মাইবং আৰু মোৰান এই তিনি ভায়েকে পূব নেপালৰ পৰা উত্তৰ ব্ৰহ্মলৈকে ৰাজত্ব কৰিছিল। শেষত এই বিস্তৃত অঞ্চল তিনি ভাগত বিভক্ত হয়। পশ্চিম ভাগ অৰ্থাৎ পূব নেপাল কৌৰাং, মধ্য অঞ্চল অৰ্থাৎ প্ৰকৃত কামৰূপ মংইবং আৰু সৌমাৰ অঞ্চল মোৰাণৰ ভাগত পৰে। এওঁলোকে যে কিৰাট আছিল, তেওঁলোকৰ শেষ বংশধৰ ঘটক কিৰাটেই সাক্ষী, কাৰণ এই মাইবঙে আৰ্য্য পুৰানকাৰ সকলৰ মতে ব্ৰহ্মাৰ পুত্ৰ ব্ৰহ্মপুত্ৰ, কামদেৱে পুনৰ ৰূপ পোৱাৰ কাৰণে কামৰূপ আদি আৰ্য্যকৰণ কাহিনীৰ দৰে মহীৰঙ্গ হ'ল।

ৰঙা-জুৰি গোঁজা—ডিছাৰ ৰঙাপানী আজলি লৈ খাবৰ সময়ত "ফুৰ্ নাই"—ফট্‌ফটীয়া হয়, পৰিষ্কাৰ হয় তাৰ পৰা অৰ্থাৎ ফুৰ্‌গোঁজা—ডিচাৰ পৰা প্ৰাগ-জ্যোতিষ হৈছে। সেয়েহে কামৰূপ ৰাজ্যৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰ।

শেহত এই নামবোৰ আৰ্য্যীকৰণ কৰা হয়। সেয়েহে এইবোৰ খেলি মেলি হোৱা দেখা যায়। আদিতে কিৰাট বংশীয় এই মহীৰঙ্গ বা মাইবঙৰ পিছতে আৰ্য্যীকৰণ পুৰাণমতে হটেগেলাসুৰ, সম্বৰাসুৰ, ৰাত্ৰাসুৰ ৰজা হয়।

তাৰ পিছত ঘটকাসুৰ ৰজা হোৱাত সেই কিৰাট বংশীয় ঘটকক বধ কৰি বসুমতীৰ পুত্ৰ বা বংশৰ বসুমতাৰী জনক ঋষিৰ আশ্ৰমত আৰ্য্যসংস্কৃতিত শিক্ষিত দিক্ষিত আৰু লালিত পালিত নৰক কামৰূপাধিপতি হয়। এই বসুমতাৰী

ৰাজকোঁৱৰ নৰকেই বড়ো ভাষাত নাৰ্‌খু—শকত আৱত। বুৰঞ্জীত আৰু মহাভাৰত পুৰাণ কালিকা পুৰাণত এই নৰকৰ বিষয়ে বিস্তৃত ভাৱে বিৰাট আখ্যান লিখা আছে তেওঁৰ প্ৰাণ বান্ধৱ সখা শোণিতপুৰৰ পুৰানাখ্যাত বানাসুৰ বড়ো গোষ্ঠীৰ কোচ ৰাভা নৃপতি ( যাৰ গুণাৱলী ৰাভা কোঁচ সকলৰ খকৃচী পূজাৰ কাজ্জী গোৰাওত গোৱা হয় ) কৃষ্ণৰ নাতিয়েক অনিৰুদ্ধৰ শহুৰেক যাৰ বংশধৰ ভালুকপাঙ্গ।

এই নৰক নাৰখুৰে পুত্ৰ ভগদত্ত ভুগডাঠ আৰু তেওঁৰ পুত্ৰ বজ্রদত্ত—বুজ্জ্ৰাডাঠ—এই দুই বডোশব্দৰ গন্ধ পোৱা যায়। ভুগডাঠ—মানে সাহসী আৰু বুজ্জ্ৰাডাঠ মানে অতি সাহসী। যেহেতু ভুমিৰ পুত্ৰ ভৌম আৰ্য্যীকৰণৰ মতে আৰু বসুমতীৰ পুত্ৰ বা বংশ বসুমতাৰী বডোৰ মতে। বড়ো গুচি বৰাহ হ'ল আৰ্য্যমতে বৰাহৰ পুত্ৰ, বিষ্ণু অৱতাৰ ৰূপী বৰাহৰ ঔৰসত আৰু বসুমতীৰ গৰ্ভত নৰকৰ জন্ম হ'ল। আৰ্য্যীকৰণ পুৰণাদিৰ মতে সেয়েহে ভৌম সেয়েহে বসুমতাৰী।

সেই ভৌমৰে বা বসুমতাৰীৰে বংশধৰ পুষ্যবৰ্ম্মা, সমুদ্ৰ, বৰ্ম্মা বল বৰ্ম্মা ( ১ম ), কল্যাণবৰ্ম্মা, গণপতি বৰ্ম্মা, মহেন্দ্ৰ বৰ্ম্মা, নাৰায়ণ বৰ্ম্মা, মহাভূত বৰ্ম্মা, চন্দ্ৰমুখ বৰ্ম্মা, স্থিত বৰ্ম্মা, সুস্থিত বৰ্ম্মা ( মৃগাঙ্গ ) আৰু ভাস্কৰ বৰ্ম্মা কুমাৰৰ নাম আৰু আখ্যান তামৰ ফলি, শিলালিপি শ্ৰীহৰ্ষচৰিত আৰু কাশ্মীৰ ৰাজতৰঙ্গিনী আৰু য়ুৱান চুৱাং—চীন পৰিব্ৰাজকৰ—বিৱৰণীত বহুৰকমে পোৱা যায়।

বলবৰ্ম্মাৰ কন্যা অমৃতপ্ৰভাৰ কাশ্মীৰাধিপতি মেঘবাহনে স্বয়ংবৰত জয়লাভ কৰি তেওঁৰ তিব্বতী বৌদ্ধ গুৰু লা-স্তনপাৰ সৈতে কাশ্মীৰত নি বৌদ্ধ ধৰ্ম্মৰ প্ৰচাৰ কৰিছিল আৰু ৰাজমহিষী অমৃতপ্ৰভাৰ নামত অমৃত মঠ নিৰ্ম্মাণ কৰি শেহত লা-ভাগ নামৰ বৌদ্ধ বিহাৰ আৰু আশ্ৰম স্থাপন কৰিছিল। বডো ছিখ্‌লা—অমৃতপ্ৰভাৰ নাম আজিও কাশ্মীৰৰ অমৃত মঠ আৰু লা—ভাগ আশ্ৰমে জয়গান গাই আছে। চন্দ্ৰমুখ বৰ্ম্মাৰ দিনত ডবকা বা ডকবা ৰাজ্য কামৰূপ ৰাজ্যৰ অন্যনাম আছিল আৰু এই ৰাজ্যৰ পৰা এজন ৰাজদূত চীনলৈ গৈছিল। শ্ৰীহৰ্ষচৰিতৰ মতে শ্ৰীহৰ্ষবৰ্দ্ধন ভাস্কৰ বৰ্ম্মাৰ সমসাময়িক আৰু অতি সবান্ধৱ আছিল।

নৰক ভগদত্তৰ আখ্যান লিখি যেনেকৈ মোৰ লিপিকাৰ কলেবৰ বঢ়াবলৈ ইচ্ছা কৰা নাছিলোঁ, সেইদৰে ভাস্কৰবৰ্ম্মাৰ অফুৰন্ত বুৰঞ্জীমূলক কাহিনী ব্যাখ্যা কৰি এই লিপিকাৰ কলেবৰ বঢ়োৱাৰ ইচ্ছা নাই। হংষবেগ নামে কামৰূপীয়া

ৰাজদূত এজনক বহু উপঢৌকেনেৰে সৈতে হৰ্ষবৰ্দ্ধনৰ ওচৰলৈ পঠিওৱা শ্ৰীহৰ্ষৰ বন্ধুত্ব লাভ কৰা আৰু তেওঁৰ শাসন সমৃদ্ধিশালী আৰু টনকিয়াল কৰা, নালন্দা বিহাৰৰ পৰা য়ুৱান-চুৱাঙক কামৰূপলৈ আমন্ত্ৰণ আৰু সম্বৰ্দ্ধনা জনোৱা কনৌজৰ পৰা উত্তৰে য়ুৱান-চুৱাঙৰ সৈতে ব্ৰহ্মাৰ বেশত হৰ্ষবৰ্দ্ধনৰ জাক জমকতাৰে প্ৰয়াগৰ মহাসভাত উপস্থিত হবলৈ সমদল যাত্ৰা, চীন পৰিব্ৰাজকৰ চীনলৈ যাত্ৰা, সমুদ্ৰ ভ্ৰমণৰ ব্যৱস্থা ইত্যাদি। নৰকাসুৰ ভৌম বংশ বা বসুমতাৰীৰ বংশ ভাস্কৰ বৰ্ম্মাতে প্ৰাগ্‌জ্যোতিষপুৰত শেষ। এই ভাস্কৰ বৰ্ম্মাক কোচ ৰাভাসকলে বাগছা বৰাহৰ পুত্ৰ বুলিছিল আৰু কামৰূপীয় কিৰাট জাতিৰ মাজত এই নামতেই খ্যাত আছিল। তেওঁৰ এই বাগছা নাম জলফাইগুৰি জিলাত ভূটান পাহাৰৰ ওচৰত বাগছা দুৱাৰ আৰু উত্তৰ কামৰূপত জনজাতি প্ৰধান অঞ্চলত ভূটান পাহাৰৰ কাষত এই বাগছা শব্দৰে বিকৃত বাস্কা অঞ্চল পোৱা যায়।

অপুত্ৰক হোৱাত ভাস্কৰ বৰ্ম্মাৰ মৃত্যুৰ পাছত এই ভৌম বা বসুমতাৰী বংশৰে মেচ জাতিৰ যাক ম্লেচ্ছ বুলি উল্লেখ কৰা হৈছে সেই জাতিৰ শালস্তম্ভই কামৰূপাধিশ্বৰ হয়, কিন্তু প্ৰাগজ্যোতিষেশ্বৰ নহৈ হাৰূপেৰশ্বৰহে হয়। হাখৌ ৰূবু ৰূবু খালাম-নানৈ হাৰূ হোৱাৰ পিছত হাৰূখৌ উব্‌জিখাংনাই কৰাত হাৰূব বা হাৰূপ হয়। সেই হাৰূপৰে ঈশ্বৰ হাৰূপেৰ্শ্বৰৰ বৰ্ত্তমান তেজপুৰত ৰাজধানী পাতি কামৰূপ ৰাজ্য শাসন কৰে।

এই মেচ বসুমতাৰী বংশৰ কামৰূপ ৰাজ্য অধিপতিৰ ওপৰিও অঙ্গ-বঙ্গ-কলিঙ্গৰ অধিপতি হৰ্ষদেৱ বৰ্ম্মণৰ ছোৱালী ৰাজ্যমতীক লিচ্ছবী বংশৰ জয়দেৱ ৰাজে বিয়া কৰায়। এই বংশৰে অগ্নিগড ৰূপী হাজো+হাজো অৰ মানে গড বা পাহাৰ অগ্নি মানে অৰ্, হাজো অৰ অৰ্থাৎ হৰ্জ্জৰ বৰ্ম্মণ হাৰূপেশ্বৰ হৈ কামৰূপ ৰাজ্যৰ পৰম ভট্টাৰক মহাৰাজাধিৰাজ হৈছিল।

এইদৰে শালস্তম্ভ, বিজয়, পালক, কুমাৰ বজ্ৰদেৱ, হৰ্ষবৰ্ম্মাদেৱ, বলবৰ্ম্মা ২য়, চক্ৰ, আৰথি, প্ৰালম্ভ, হৰ্জ্জৰ বৰ্ম্মণ, বনমালা বৰ্ম্মণ, জয়মালা বৰ্ম্মণ (বীৰবাহু) বলবৰ্ম্মা ৩য়, শেহত ত্যাগ সিংহলৈকে এই মেচ্ বসুমতাৰী ৰজা সকলে হাৰূপত বৰ্ত্তমান তেজপুৰত ৰাজত্ব কৰিছিল।

ত্যাগ সিংহৰ উত্তৰাধিকাৰী নথকাত এই ভৌম বা বসুমতাৰী বংশৰ এজনক ব্ৰহ্মপালক মহাধিৰাজ কামৰূপাধিপতি পাতে। এই ব্ৰহ্মপালে হাৰূপৰ পৰা অৰ্থাৎ বৰ্ত্তমান তেজপুৰৰ পৰা ৰাজধানী তুলি নি প্ৰাগ্‌জ্যোতিষপুৰত পুনৰ পাতে। এই প্ৰাগ্‌জ্যোতিষপুৰত বৃহৎ অট্টালিকা, মন্দিৰ আদি পাতি ৰত্নপালে

এই মহানগৰীৰ নাম দুৰ্জ্জয়ানগৰ পাতে। এই পাল বংশৰ পাছত বাহিৰৰ পৰা বৈদ্যনাথ এই কামৰূপৰ দুৰ্ব্বলতাৰ ছেগ্‌ লৈ কামৰূপৰ অধীশ্বৰ হলেও আগতে উত্তৰ বঙ্গত সঙ্কলাদিপ গৌড ৰাজ্য পাতি গৌডাধিপতি হৈছিল। সঙ্কলাদিপৰ এই চঙ্কোলা নাম সম্পূৰ্ণ বড়ো।

জিতাৰী বংশৰ ৰামচন্দ্ৰৰ পুত্ৰ আৰিমত্তৰ নাম বড়ো শব্দ হাৰিনী থাকায়—জাতিৰ কাৰণে মত্ত মঠ। তেওঁৰ পুত্ৰ জঙ্গাল বলহুৰ নামো বড়ো শব্দ—জোঙ্গাল বলউ। বলউ মানে বড়ো ভাষাত কপাল হাৰ—জোঙ্গাল—যাৰ কপাল উঠা। বৈদ্যনাথৰ গড়কো কিছুমানে অৰিমত্তৰ গড় বুলি কয়। কাষতে শক্ৰৰ গড ফেঙুৱা গড—যি ফেঙুৱাৰ লগত অৰিমত্তৰ যুঁজ হৈছিল। এই ফেঙুৱাও বড়ো শব্দ। যাৰ ভৰি দুখন বাউলীৰ দৰে বেকাঁ।

খেন বংশত কছাৰী বড়োৰ পৰা উৎপত্তি। কান্তনাথ এজন মেচ বড়ো লৰা এজন বামুণৰ গৰখীয়া লৰা আছিল। তাক সোনা বুলি মাতিছিল। গৰু চৰাই থাকোতে সি ভাগৰ লাগি চৰণীয়া পথাৰত শুই পৰে। ৰ'দ পৰাত এটা চকৰী ফেটীসাপে ছাতিৰ দৰে তাৰ মুখত ছাঁ পেলাবলৈ ফেট মেলে। এনেতে তাক ভাত খাবলৈ মাতিবলৈ আহি বামুণে তাক তেনে অৱস্থাত ৰাজ-চক্ৰবৰ্ত্তী চিহ্ন দেখি তাক তেতিয়াৰে পৰা যতন লয়।

শেহত এই কান্তনাথেই নীলধ্বজ নাম লৈ কমতাৰ ৰজা হয়। সোনাৰ পৰা খোনা—খেনা—খেন বংশ হয়। কমতাৰ আদি শব্দ খাম—খা—খামনানৈ খায়ৌ—জ্বলি থাকে অৰ্থাৎ উজ্জল—উজ্জ্বল ৰাজ্য।

কোচ ৰাজবংশৰ নাম জানেই। তাম্বায়ু মেচৰ লৰা হাওৰীয়া মেচ্—যাক হাওৰীয়া বা হাৰীয়া মণ্ডল বুলি কয়। সেই মৌচাহাৰী হাওৰীয়া চিক্‌নাঝাৰৰ মণ্ডল হৈ প্ৰতাপশালী হৈ হাজো ৰাজ কোচৰ ছোৱালী হীৰা জীৰাক বিয়া কৰে। ৰাজা কোচসকল উত্তৰাধিকাৰ সূত্ৰত পিতৃ প্ৰধান হলেও বংশানুক্ৰমে মাতৃপ্ৰধান। গতিকে হাওৰীয়াৰ পুত্ৰদ্বয় বিশু শিশু মাকৰ্‌ কোচ বংশ লয়। সেয়েহে কোচবিহাৰৰ কোচ ৰাজবংশাৱলী।

হালানী ৰাজ্য ডিবং দিহং নৈৰ কাষত এটা বিৰাট বড়ো কছাৰী ৰাজ্য আছিল। সেই ৰাজ্য বড়ো গোষ্ঠীৰে সোণোৱাল কছাৰী সকলে পাতিছিল। তাত মুকুতা ৰজা, মাণিক ৰজা আদি কৰি তেওঁলোকৰ চৈধ্যটা বংশৰ বহু ৰজাই ৰাজত্ব কৰিছিল। সেই মুকুতিয়াল, মানিকিয়াল, বৰ হজোৱাল, সৰু হজোৱাল আদি কৰি সেই চৈধ্যটা বংশৰ সেই বংশ ছুটীয়াল সকলে ৰাজপাট লয়। যি

বংশৰে ৰজা হয় সেই বংশৰে চাৰিটা শাল গীৰা গৰাচী, ( বুঢ়া-বুঢ়ী শাল ) পিচাচী ( কেঁচাই খাতী ), বলীয়া, হোমতাৰ দেউৰী হবই লাগিব। এই ছুটীয়াল সকলেই বৰ্ত্তমান চুটীয়া সকল, যি সকলৰ দিবভীয়া দেউৰী সকলে আজিও বড়ো গোষ্ঠীৰ চুতীয়া ভাষা কৈ থাকে। এই ভাষা গোটেই সোণোৱাল সকলৰ আছিল। আজি তেওঁলোকে পাহৰি গৈছে।

জি বা ডি বা টি মানে পানী বা নৈ, ছু মানে পবিত্ৰ ছু-টি মানে পবিত্ৰ নৈ, সেই নৈৰ পাৰৰ মানুহ সকলেই চুটীয়া। এই ছু জি বা ছু-টি বা ছু-ডি পবিত্ৰ নৈ যত আছে, সেই নামানুসৰি ছুটীয়া বা ছটীয়া বা শুতীয়া।

দেৱতা সকলক ছুটীয়া সকলে কুঁদিমামা বা কুন্দিমামা বা কুন্দি বোলে। গীৰা-গীৰাচী, পিচাচী, বলীয়া, হোমতা এই চাৰি দেৱতা একেলগে থকাৰ কাৰণে সেই ঠাইক কুন্দি-ল ( মানে ঠাই ) কুন্দিল বোলে।

এই চুটীয়াসকলৰ বুৰঞ্জীৰ কথা আৰু বখলিয়াবলৈ আৱশ্যক নাই।

ডিমাছা কছাৰী সকল বড়ো গোষ্ঠীৰ এটা ডাঙৰ সম্প্ৰদায়। এই সম্প্ৰদায়ে ব্ৰহ্মপুত্ৰৰ দক্ষিণে এটা বিৰাট কামলথা নীলাচল ৰাজ্যৰ উপৰিও কপিলী নামৰ বিৰাট ৰাজ্য স্থাপন কৰিছিল। এই ৰাজ্যৰ পৰা মহামাণিক্যৰ নিৰ্দ্দেশমতে মাধৱ কন্দলিয়ে ৰামায়ণ লিখিছিল। এওঁলোকে শিৱসাগৰথন কছাৰী সকলৰ পৰা পুখুৰী খানোতে ঠগাই লয়। শেহত ডিমাপুৰক কেন্দ্ৰ কৰি এওঁলোকে ৰাজত্ব কৰে। ডিমাপুৰক আহোমসকলে ছেৰডুক্‌পেন্ অৰ্থাৎ মাটি পুৰি ইটা সাজি সেই ইটাৰে ঘৰ সাজিব পৰা দেখি আচৰিত হৈছিল। এই ডিমাপুৰক লৈ বহুবাৰ আহোম কছাৰীৰ যুদ্ধ হয়। শেহত-কছাৰীসকল কাছাৰলৈ গুচি যায়। এই ডিমাচা কছাৰী ৰজাৰে এজন টেপেৰা বা টিপ্‌ৰা ভায়েকে ত্ৰিলোচন শিৱ-সাগৰৰ দিখৌ নৈৰ পাৰত ককায়েকৰ লগত কাজিয়া কৰি কিছু সৈন্য সামন্তৰে গুচি যায় আৰু এটা ৰাজ্য আগৰ গছৰ তলক কেন্দ্ৰ কৰি অৰ্থাৎ আগৰতলাক কেন্দ্ৰ কৰি পাতে। তেওঁৰ নাম অনুযায়ী সেই ৰাজ্যৰ নাম তিপেৰা শেহত ত্ৰিপুৰা হয়। এই তিপেৰা সকলে নিজক বৰোক বুলি কয় আৰু বড়ো গোষ্ঠীক তিপেৰা মাতে।

এই ডিমাচা সকলে ডিমাওৱা-সাঙীত্ৰা অৰ্থাৎ ব্ৰহ্মপুত্ৰ আৰু ডিবাং নৈৰ ( ডিবাং নৈৰ আন নাম সাঙীত্ৰা—ত্ৰা মানে মোহনা ) সঙ্গমস্থলত ডাঙৰ আহত গছ জোপাৰ তলত জনমি গোটেই অসমত বিয়পি হেৰেমডাওৰ ভনীয়েক হেৰেমতীৰ লগত দ্বিতীয় পাণ্ডৱ ভীমে প্ৰনয় সূত্ৰত আবদ্ধ হৈছিল আৰু তেওঁৰ

পুত্ৰ ঘটোৎকচ মহাভাৰত প্ৰসিদ্ধ হৈ ডিমাপুৰ ৰাজ্য স্থাপন কৰিছিল, সেই বিষয়ে এটা বিৰাট কাহিনী। ডিমাচা সকলৰ আজিও আছে।

ইতি

স্বাঃ বিষ্ণু প্ৰসাদ ৰাভা

মেডিকেল কলেজ হস্পিতেল, গুৱাহাটী

তাং—২৬।২।৬৯ ইং *

* ওডালগুড়িত অনুষ্ঠিত বড়ো সাহিত্য সভাৰ বাবে লিখি পঠিওৱা কলাগুৰু ৺বিষ্ণু ৰাভাৰ শেষ ভাষণ।

দবং ওডালগুড়ি বড়ো সাহিত্য সভাৰ সৌজন্যত প্ৰাপ্ত আৰু ডিব্ৰুগড় জিলা ট্ৰাইবেল সঙ্ঘৰ দ্বাৰা প্ৰকাশিত সাহিত্য সংস্কৃতি বুৰঞ্জীমূলক আলোচনী "জন-জাতি"ত ১৯৭২ চনৰ প্ৰথম বছৰ ১ম সংখ্যাত মুদ্ৰিত।

———



# বান'-ক'ৰাং

(প্ৰথম খণ্ড)

মন মোৰ উঠুলি মুঠুলি, কলৈ যাওঁ ?……আচৰিত ! একেই দিনা, একেই ক্ষণত, একেই লগনত, সেই চাৰিখন বৰ সভা, সদৌ অসম প্ৰগতিশীল সাহিত্যিক সঙ্ঘ আৰু নলবাৰী সাহিত্য সমাজ।…চাৰিওফালে মন মোৰ হেলেপুৰা, আকলুৱা।—কলৈ যাওঁ ?…মনে মনে থিবাং কৰোঁ, চাৰিওখনলৈকে যাম ;

৪ তাৰিখে কোকোৰাঝাৰ, ৫ তাৰিখে বানে-ক'বাং, ৬ তাৰিখে নলবাৰী, ৭ তাৰিখে গুৱাহাটী।

....উত্তৰ লক্ষীমপুৰৰ পূবে প্ৰায় তিনিকুৰি মাইল পূবৰ ফালে কুলাজানত সদৌ মিৰি সন্মিলন বানে-ক'বাং; নলবাৰীত নলবাৰী সাহিত্য সমাজ, গুৱাহাটীত সদৌ অসম প্ৰগতিশীল সাহিত্যিক সংঘ আৰু উত্তৰ গোৱালপাৰাৰ কোকোৰাঝাৰত অসম বড়ো সাহিত্য সভা।

...মোৰ মনৰ থিৰাং বেবেৰিবাং হয়। মানচিত্ৰ চালে বিবুধি হওঁ। ক'লৈ যাওঁ? ডোকা থকা হলে মন গলে চাৰিওখনতে গলোঁ হয়, ধন হলে উৰাজাহাজত উৰি চাৰিওখন সভাত পৰিলোঁ হয়। ভাবি-চিন্তি, গুণি-গুথি চাওঁ, কলৈ যাওঁ?...ৰংপুৰৰ ৰংদৈ কাৰেংঘৰ জিলিকা, উঠি ৰজা ফুলেশ্বৰী কুঁৱৰীৰ গাওঁ, কালুগাৱঁত থাকি শলগুৰি মৌজাৰ গণৰাজ্য দিবস উৎসৱত ৰবা-গিৰি ভাওদি ৩০ তাৰিখে উভতি আহি ভাই'টি উপমন্ত্ৰী শ্ৰীললিত দলেৰ চিঠি এখন ঘৰৰ টেবুলত পাওঁ। চিঠিখনত লিখা আছে,—

প্ৰিয় দাদা,

আপোনাক ক'বাঙলৈ নিয়াৰ সিদ্ধান্ত হৈছে। আপুনি দহোকুৰি ১লা ফেব্ৰুৱাৰীৰপৰা সভাস্থান কুলাজানত থাকিবই লাগিব, আমাৰ স্নেহৰে সৈতে অহা-যোৱা যি খৰচ মই নবৌৰ হাতত দুশ টকা দি থলোঁ। নেফা, নগালেণ্ড, ত্ৰিপুৰাৰ বহুলোক প্ৰতিনিধি হৈ আহিব। এনে সন্মিলনত বিষ্ণু ৰাভাৰ দৰে এজন শিল্পীৰ অনুপস্থিতিয়ে আমাৰ বহু অন্যায় কৰিব। অন্য সন্মিলন বছৰে বছৰে পাম, কিন্তু কুলাজানৰ এই সন্মিলন বাৰে বাৰে পাম জানো? Mrs. Gandhi-য়েও যোগদান দিব। মুখ্যমন্ত্ৰী চলিহাই উদ্বোধন inaugurate কৰিব। নগালেণ্ডৰ মিনিষ্টাৰ আহিব। ইতি—

আপোনাৰ

শ্ৰীললিত দলে

২৬।১।৬৬

ইমান হেপাহ, ইমান কাকুতি-মিনতি।... শ্ৰীমতী ইন্দিৰা গান্ধী বা চলিহা-দেওলৈ বিশেষ মোহো নাই, লোভো নাই। কাকতে পত্ৰে উভয়কে পাওঁ প্ৰায় নিতে-নিতৌ। নগালেণ্ডৰ মুখ্যমন্ত্ৰী গৰাকীকো মাজে মাজে পাওঁ; কিন্তু সেই আমাৰ হিয়াৰ আমঠু, কলিজাৰ এড়ুখুৰী কেঁচা সোণ ডালিমীৰ দেশ, অসমৰ বড়ো কছাৰীৰ বুকুৰ এফাল অঙহী-বঙহী বৰ'ক তিপ্‌ৰা ত্ৰিপুৰা দেশ, আৰু

শুনিছোঁ৷ আমাৰ অসমৰে সপোনৰ অজান্তী নেফা দেশৰ মানুহো৷ আহিব। মন মোৰ উতলা হয়, বলীয়া হয় বান'-ক'বাঙলৈ ধাবলৈ, হাবিলাস বাঢ়ি উথলি উঠে।

ঘৰৰ সংসাৰ সাগৰত দুদিন চেল ওপঙাদি ২ তাৰিখে গুচি যাওঁ তালৈ টালি-টোপোলা লৈ। লক্ষীমপুৰত এনিশা থাকি পিছদিনা সন্ধিয়া কুলাজান পাওঁ।…কুলাজান কলাপনীয়া ঠাই; অথচ ইয়াতে বান'-ক'বাং বিজুলী বস্তিৰে জলমল্। তৰাৰ দৰে চাকিবোৰ তিৰ্‌বিৰ্, চিক্‌মিক্।

শাৰীয়ে শাৰীয়ে তম্বুৰ শিবিৰ।…১৬নং তম্বুত মোৰ থকাৰ থলি থিৰ। টালি-টোপোলা তাতে থওঁ। ৰাইজৰ ওলগত মৰি যাওঁ যেন লাগে। বলিয়াৰ দৰে অকলে টলৌ-টলৌকৈ বিজুলী চাকিৰ পোহৰত ফুৰোঁ।

মিচিংযামে (ডেকা) আৰু মিম্‌বিৰ্ (গাভৰু) সকলে জুমে জুমে আহি কাষ চাপি চেনেহৰ মৌ-বৰষা মাত মাতে। সিহঁতৰ চেনেহৰ সাগৰত উটি-বুৰি, নাদুৰি-সাতুৰি ৰং-ধেমালিত নিজকে এৰি দিওঁ।

চাঙে চাঙে ঘূৰি সিহঁতৰ চেনেহ ভৰা মৰম হিয়া ওপচাই লওঁ। ইমান মৰমীয়াল এই য়ামে ডেকা জঙ্কীসকল, ইমান চেনেহী এই মিম্‌বিৰ্ (গাভৰু) পানেই সকল, মোৰ হিয়াৰ আমঠু, কলিজাৰ এডুখুৰী, বুকুৰ একাল।

…চাঙতে খাই বৈ তজবজীয়া হৈ দুপৰ নিশা কেম্পলৈ উভতি আহি ১৬নং তম্বুৰ ভিতৰলৈ খেপিয়াই খেপিয়াই সোমাই টোপোলা মেলি নৰা উভালি বিছনা পাৰি বাগৰোঁ।

…পুৱা। দোক-মোকালি।…সাৰ পাই উঠোঁ। জোনাক নিশাৰ শেহ জিলিকনি, ইফালে পুঁৱতী নিশাৰ ৰেঙনী, সপোন সপোন যেন লাগে।

তম্বুৰ বাহিৰলৈ আহি দেখোঁ এখন সপোনপুৰী সপোন সপোন যেন ফেহুঁজালি দিয়া পোহৰত ধুঁৱলী-কুঁৱলী, ছয়াঁময়া, অঁকাচকা ৰেহৰূপ।

…জুমে জুমে মানুহ, বিধ বিধ ভেশ্, নানা তৰহৰ বেশ।… …ততাতৈয়াকৈ মুখ-হাত ধুই সেই ৰামধেনু হেন নানা বৰণীয়া ধুনীয়া ৰাইজৰ মাজলৈ বিৰদি সোমাওঁ। নিজে নোহোৱা হওঁ আপোন পাহৰি। নিজকে বিলাই দিওঁ সেই ৰং সাগৰত।

…অজান্তী দেশৰ কেম্পলৈ যাওঁ। ..সেই অঁকা মিছমী, পাছি, আলং, গালং, পাদাম, খাছি আদি সকল, সেই আপাতানি (আৱাতানি), সেই ডফলা ৰেংপিসকল, সেই অঁকা হ ছোসকল, সকলোৰে লগত মিতিবালি পাতোঁ, হিয়াই

হিয়াই চা-চিনিক হওঁ।...একেই মানুহ, একেই অসমীয়া; ইমান সা-সম্পৰ্ক যে ইটোৰ লগত সিটো অঙহী বঙহী।

ভৈয়ামৰ মিছিং সকলৰ লগত আদি সকলৰ; আদি সকলৰ লগত আবাতানিৰ, আবাতানি সকলৰ লগত ডফলা, বেংনিৰ বেংনিসকলৰ লগত আঁকা-মিৰিৰ, আঁকা-মিৰিৰ লগত মিজি-খোঁৱাৰ, মিজি খোঁৱাৰ লগত মোন্‌পাৰ, মোন্‌পাসকলৰ লগত ছেৰডুক্‌পেন্, ছেৰডুক্‌পেন্ সকলৰ লগত আকৌ ভৈয়ামৰ বড়ো-কছাৰী সকলৰ।

তদুপৰি আঁকা ডফলা সকলৰ লগত ভৈয়ামৰ সম্বন্ধ আছেই। সকলোৱে আমাৰেই মিতিৰ কুটুম; শৰাধ হলে চক পেলোৱাৰ সম্বন্ধ যেন।

এপৰ এবেলা যায় চা-চিনাকি হবলৈ।...পোন পোনতে মোন্‌পাৰ কুঠৰীৰ ভিতৰলৈ সোমাওঁ। ধুনীয়া এজন আদহীয়া, টাৱাংৰ বৰফৰ দৰে ফটফটীয়া বৰণ; গহীন গম্ভীৰ। এচকুত বিচনাৰ ওপৰত মোক বহিবলৈ ঠাবে চিয়াৰে ইঙ্গিত দিয়ে। বঁহো।.

তেওঁৰ ধ্যান ভগাৰ পিছত বহু আলচ-বিলচ্ হয়। কাষতে ছেৰডুক্‌পেন্ সকলৰ বিছনা। তেওঁলোকেও আহি যোগ দিয়ে। আচৰিত হওঁ, ছেৰডুক্‌পেন্ ভাষাৰ উপৰিও তেওঁলোকে বড়ো ভাষা জানে আৰু ঘৰতো কয়। সুন্দৰ, ধুনীয়া বড়ো কছাৰী ভাষা কব পাৰে। কয়, কছাৰী আমি একেই আমি তেওঁলোকৰ অঙহী-বঙহী। টাৱাংৰ মূৰৰ পৰ্ব্বতৰ মাজত ৰূপা দেশত ছেৰডুক্‌পেন্, বড়ো কছাৰীৰ অঙহী-বঙহী। ইমান আপোন সম্বন্ধ।...

সেই গহীন গম্ভীৰ মোন্‌পাৰ চেহেৰাটোৱেই হিয়াত বৰ বেছিকৈ ছাব মাৰে। সেই আদহীয়া মানুহ গৰাকীলৈ ভকতি জনমে।

সেই মোন্‌পা, সেই ছেৰডুক্‌পেন্, সেই টোৱাং, সেই ৰূপা, সেই কামেং বিভাগ। বাষষ্ঠি চনত চীনৰ দুৰ্দ্ধৰ্ষ আক্ৰমণেও তেওঁলোকক ধুনি পেলায়; অথচ আজিও তেওঁলোক যুধিষ্ঠিৰৰ দৰে ধীৰ, থিৰ।

...দীঘল ঘৰ, নেফা পাৰ্ব্বত্যবাসীসকলৰ আলহী কিছুমানৰ ঘৰ। তেওঁলোক বান'-ক'বাংৰ সেই ঘৰ মেললৈ আহে ভৈয়ামীয়া মানুহৰ মৰম চেনেহ লভিবলৈ।....

.. নেফা, এখন অজ্যান্তী ৰাজ্য। ভাৰতৰ উত্তৰ-পূৰ্ব সীমান্ত অঞ্চল যাক ইংৰাজীত কোৱা হয়—**North East Frontier Agency.** এই **North**

East Frontier Agency-ৰ আদ্যাক্ষৰ লৈ সংক্ষেপে N.E.F.A হৈছে। ই এখন পঞ্চান্নতা উপজাতিৰ বৈচিত্ৰময় সংস্কৃতিৰে পৰিপূৰ্ণ ৰাজ্য।......

...মোগল সেনাপতি মিৰজুমলাই বিৰাট সৈন্যবাহিনী লৈ অসমলৈ আহে ১৬৬২ খৃঃত। তেওঁৰ লগত আহিছিল বিখ্যাত বুৰঞ্জী লিখক চিহাবুদ্দিন আৰু তেওঁৰ সহযোগী হিৰাতৰমোল্লা দৰ্‌বেছ। ৩০০শ বছৰৰ আগতে কবি বুলি প্ৰসিদ্ধি লাভ কৰা হিৰাতৰ মোল্লা দৰ্‌বেছে অসমৰ উত্তৰ-পূৰ্ব্ব সীমান্ত অঞ্চল আৰু সেই ৰাজ্যৰ অধিবাসী সকলৰ সম্বন্ধে লিখকে এইদৰে উল্লেখ কৰে যে "ই হৈছে এখন বেলেগ পৃথিবী ইয়াৰ মানুহবোৰ আন ৰকমৰ, ভিন্ন এওঁলোকৰ আচাৰ-ব্যৱহাৰ, যৱন-লোকলৈ যোৱা আলিৰ নিচিনা ভয়াবহ এই দেশৰ বাটবোৰ; ইয়াৰ পৰ্ব্বত শাৰীক ঢাকি ৰাখিছে যিবোৰ বিশাল অৰণ্য-বনানী সেইবোৰ যেন জ্ঞানহীন মানুহৰ অন্তকৰণৰ নিচিনা হিংস্ৰতাৰে পৰিপূৰ্ণ।" বিখ্যাত ঐতিহাসিক চিহাবুদ্দিনে মিৰ্‌জুমলা অভিযানৰ বিবৰণ উল্লেখ কৰোতে উত্তৰ পুৱ সীমান্ত অঞ্চলৰ জনজাতীয় লোক সকলৰ কিছু কিছু তথ্য লিখি যায়। ডফলা সকলৰ সম্বন্ধে তেওঁ কয়: "এওঁলোক আহোম ৰজাৰ ওচৰত বশ্যতা স্বীকাৰতো নকৰেই বৰং মাজে মাজে অসম ৰাজ্যৰ ওপৰত আহি বহু অত্যাচাৰ কৰে।" তেওঁ আৰু কয়: "মিৰি-মিচিমি গাভৰু বোৰ অসমীয়া গাভৰুতকৈ বৰ বেছি শ্ৰীময়ী। আগ্নেয়াস্ত্ৰক দেখি এওঁলোক অতিকৈ ভয় খায়।' আৰু কয়, "বৰ বেয়া বস্তু এই বন্দুকবোৰ, হঠাৎ চিঞৰি উঠে নিজৰ ঠাইৰ পৰা এচুলিও, আঁতৰি নাযায়। হঠাং ইইতৰ পেটৰ পৰা ওলায় আহে এটা পোৱালি আৰু মানুহৰ জীৱন নষ্ট কৰে।"

"পশ্চিম খণ্ডৰ জন-জাতি সকলৰ বেছিভাগেই মঙ্গোলীয় মহাজাতিৰ ভোট-ব্ৰহ্ম (Tibeto-Burman) ভাষা-ভাষী আৰু নৰগোষ্ঠীৰ মানুহ। গাৰ গঠন চলন ফুৰণ আচাৰ ব্যৱহাৰ সকলো ভৈয়ামৰ বড়ো সকলৰ নিচিনা বহু বছৰৰ আগতে বড়োৰ লগত সম্বন্ধ থকা যেন লাগে। কিন্তু পৰ্ব্বতীয়া ভোট বা ভূটীয়াৰ লগত এওঁলোকৰ সম্বন্ধ আৰু সামঞ্জস্য বেছি।

**বড়োঃ**

অসমত পশ্চিম অঞ্চল, উত্তৰবঙ্গ খণ্ড আৰু নেপালৰ দক্ষিণ পাৰ্ব্বত্যভূমি আৰু তেৰাই অঞ্চলৰ কছাৰী সকলে নিজক বড়ো বুলি চিনাকি দিয়ে।...

...বড়ো শব্দৰ প্ৰকৃত অৰ্থ কি?......বড়োৰ গুঢ়তম তথ্য কি? বড়োৰ

গহীনতম তথ্যয়েই বা কি ? ..ভাবি-চিন্তি, গুনি-গুঁথি ফঁহিয়াই চোৱা উচিত বড়ো কি ?

পূৰ্বতে তিব্বতী সকল 'বোড্' নামে জনজাত আছিল। প্ৰাক্ বৌদ্ধ যুগত তেওঁলোকৰ ধৰ্ম্ম আছিল প্ৰাকৃতিক পূজা, যাক কয় 'বোন' ধৰ্ম্ম।

সপ্তম শতিকাৰ পৌৰাণিক কাহিনী। তিব্বতী সকলৰ তেতিয়াৰ যুগত জাতীয় বীৰ "গ্লিং" ৰজা 'কেছ'ৰ বা 'গেছ'ৰ অপূৰ্ব অলৌকিক পৌৰাণিক কাহিনী শুনা যায় আৰু পোৱা যায়।…সপ্তম শতিকাৰ মধ্য ভাগত এই তিব্বতী 'বোড' সকলৰ ইতিহাসৰ পাতত প্ৰবেশ কৰে তিব্বত ৰাজা 'শ্ৰোং-বৎচন্' চগম্ পোয়ে,' যেতিয়া বৈবাহিক সূত্ৰত নেপাল আৰু চীনৰ লগত সম্বন্ধ স্থাপন কৰে।

নৃতত্ত্ববিদ সকলৰ মতে বড়োসকলৰ প্ৰাচীন আদি ভূমি যেতিয়া তিব্বতেই আছিল, গতিকে তেওঁলোক আদিতে আৰু অতীজতে তিব্বতীয়েই আছিল, সেইহেতু 'বোড্' আছিল। এই বোড্ শব্দৰ পৰা বড়ো হৈছে—বোড্>বোড্> বোডো>ব'ডো। কিছুমান পণ্ডিতৰ মতে বোড্>বোট্>ভোট্ হৈছে। বড়ো আৰু ভোট—'বোড্' শব্দৰেই অপভ্ৰংশ, গতিকে ভৈয়ামৰ কছাৰীসকল হৈছে বড়ো আৰু পৰ্বতীয়া কছাৰীসকল হৈছে ভোট্, একেই তিব্বতী সকলৰেই বংশধৰ। সেই কাৰণে তিব্বতী 'বোড্' পৰ্ব্বতীয়া, ভূটীয়া ভোট আৰু ভৈয়ামৰ কছাৰী বড়োসকল একেই গোষ্ঠীৰেই মানুহ, একেই জন বা গণ বা জেন। পিছত এই বড়োসকল তিব্বতী আৰু ভোট বা ভুটীয়াসকলৰ লগত কুৰ্মা বা আত্মীয়ৰ নিচিনা হৈ জেনতে বা জনত হিচাবে অবশেহত এটা বেলেগ গোষ্ঠী হিচাবে নিজক চিনাকি দিয়ে।

এই প্ৰাচীন জনজাতীয় ( Trible ) গোষ্ঠী প্ৰথা প্ৰকাশ পায়, যেতিয়া বডোসকলে নিজক চিনাকী দিওতে আনক অৰ্থাৎ অবড়োক "হাৰ্চা" বুলি কয়। কোনোবা বডোই আন কোনোবা বডোৰ চিনাকি বিচাৰিলে তেওঁক এইদৰে সুধিব—"নাং ব'ডো না হাৰ্চা ? অথবা বড়োৰ ঠাইত 'মান্চি' বহুৱাই সুধিব, 'নাং মান্চি না হাৰ্চা।' অৰ্থাৎ 'মান্চি' মানে মানুহ। 'বড়োৰ' ঠাইত 'মানুহ' লক্ষ্য কৰিব লগীয়া। বড়োসকলে একেই গোষ্ঠীৰ মানুহক 'মানুহ' বুলি কয়। তাৰ অৰ্থ একেই গোষ্ঠী বা গণ বা জেনৰ মানুহক মানুহ বোলে আৰু বড়োৰ বাহিৰে আন গোষ্ঠী বা জন বা গণ বা জেনৰ মানুহক অমানুহ বুলি বিশ্বাস কৰে। গাৰো সকলে নিজৰ জন বা ট্ৰাইবৰ মানুহক 'আচিক্ মাণ্ডে', 'পাহাৰীয়া মানুহ' বুলি কয়। সেইদৰে মিকিৰসকলে নিজক 'আৰলেং' চিংফৌসকলে চিংফৌ

মিৰি সকলে 'মিচিং' ৰাভাসকলে 'কোঁচা', ত্ৰিপুৰাসকলে 'বৰোক' বুলি কয়। সেইদৰে এটা ট্ৰাইবে নিজৰ ট্ৰাইবক মানুহ বুলি উল্লেখ কৰে, আৰু বাকীবোৰ অমানুহ অৰ্থাৎ নিজৰ মানুহ নহয়।

বড়ো সকল জন বা গণ বা জেন এটা; ই শেহত এটা গোষ্ঠী হিচাবে পৰিগণিত হয়। ফঁহিয়াই চালে বড়োসকল জন্‌ত বা জেন্‌তে ( Gento ) বোড্‌ বা তিব্বতী সম্পৰ্কত, যেতিয়া বোড্‌ বা তিব্বতীসকল এটা জন বা গণ বা জেন হিচাপে পৰিগণিত হৈছিল। কিন্তু এই বোড্‌ বা তিব্বতী সকল কিৰাট বা মঙ্গলীয় জন বা গণ বা জেনৰ জনত বা জেন্‌তেহে। তাৰো গুৰি অন্বেষণ কৰি পোৱা যায় চেপিয়ন গোষ্ঠীৰ জনত বা জেনতে। নিগ্ৰো আৰু আৰ্যসকলেও চেপিয়ন গোষ্ঠীৰ শাখা জনত বা জেন্‌তে। গতিকে নিগ্ৰো আৰু আৰ্যসকল মঙ্গলীয়া বা কিৰাট সকলৰ লগত ভাতৃত্বমূলক হিচাপে সম্পৰ্কিত। এই ভাতৃত্বমূলক সমন্বয়েই হৈছে Phratry সম্পৰ্ক।

ভাতৃত্বৰ পৰিবৰ্তে Phratry সকলৰ ভিতৰত তীব্ৰ শত্ৰুতাহে দেখা যায়— আদিম যুগৰে পৰা। বৈদিক যুগৰ পৰা দেবাসুৰ, সুৰাসুৰ যুদ্ধ আৰু কিমান যে কাহিনী পুৰাণ আদিত পোৱা যায়। আজিও সেই সংগ্ৰামৰ শেষ নাই, অন্ত নাই।

তেন্তে বড়োসকল কিৰাট বংশীয় জাতি। এই কিৰাট সকলৰ বিষয়ে ডঃ সুনীতি কুমাৰ চট্টোপধ্যায়ৰ 'কিৰাট জন কৃতি' নামৰ বহুমূলীয়া পুথিখনত বহলাই লিখিছে। কেপ্তেইন ৰোনাল্ডে লোহাতে লিখা 'ৰত্নাৱলীৰ' তাণ্ডৱণত গোপালচন্দ্ৰ পন্থৰাজে তেওঁৰ উৰণীয়া অভিধানত, জ্ঞানেন্দ্ৰ মোহন দাসে তেওঁৰ বঙালী অভিধানত, মেকডনেলৰ 'কিলাল' আৰু কেইথৰ পৰিশিষ্ট ( Inden )-ত, মহাভাৰতত আৰু ৰামায়ণত শুক্ল যজুৰ্বেদৰ শতৰুদীয় অংশত উল্লেখিত সূত্ৰত ( ৰালক্‌ টি গ্ৰিফিটৰ দ্বাৰা অনূদিত ), মাৰ্কেণ্ডেয় পুৰাণ আৰু বিষ্ণু পুৰাণত খৃষ্টীয় প্ৰথম শতিকাৰ 'পেৰিপ্লাচ্‌ অব্‌ দি ইউৰীথ্ৰীয়ান চী' নামৰ গ্ৰীক পুথিত ষোল শতিকাত যোগিনী তন্ত্ৰত, কালিকা পুৰাণত, অথৰ্ববেদত, পৰিব্ৰাজক টোলেমীৰ ৰহস্যপূৰ্ণ বিবৰণীত এই কিৰাট সকলৰ বিষয়ে ইঙ্গিত, আভাষ, পৰিচয় আৰু বসতিৰ বিষয়ে জনা যায়। ভাৰত আৰু মধ্য এচিয়াৰ আবিষ্কাৰক 'চাংক ইয়েন' নামৰ এজন চীন সেনাপতিয়ে খৃঃ পূঃ দুই শতিকাত কৈছিল যে উত্তৰ-পূৰ ভাৰত আৰু দক্ষিণ-পশ্চিম চীনৰ মাজত দক্ষিণৰ যি আদিম সকলৰ মাজেদি ব্যৱসায়ৰ বাট চলিছিল; সেই আদিমবাসী সকলৰ বিষয়ে উত্তৰ চীনৰ ৰাজধানীৰ শাসক

সকলৰ সম্পূৰ্ণ অজ্ঞাত। মুঠৰ ওপৰত এই ব্যৱসায় আছিল চীনৰ ৰেচম আৰু বাঁহী আদিৰ ব্যৱসায়। এই বাহানিবোৰ প্ৰথমে পূৱ-ভাৰতত জমা হৈছিল, তাৰ পিছত গোটেই ভাৰতত আনকি পশ্চিমে সুদূৰ আফগানিস্থান আৰু মধ্য এচিয়ালৈও নিয়া হৈছিল। চীনৰ সমবংশী ভাৰতীয় মঙ্গোলীয় বা কিৰাটসকল এই ব্যৱসায়ৰ মাধ্যম আছিল। সেই কাৰণে কিছুমান পণ্ডিতে সিৰিয়া টি,— সি মানে ৰেচম, ৰিয়া মানে কাপোৰ, টি মানে বসতি অঞ্চল। ডিমাছা কছাৰী সকলে আজিও কাপোৰৰ 'ৰি' বোলে। 'ৰীহা' শব্দ এই 'ৰী' বা 'ৰীয়া' শব্দৰ পৰাই উৎপত্তি। সি-ৰিয়া-টি>সি-ৰা-টি>খিৰাটি>কিৰাটী>কিৰাট হৈছে বুলি কয়। কিৰাটী অঞ্চলৰ মানুহেই কিৰাট বুলি বিশ্বাস কৰে অৰ্থাৎ যিসকলে ৰেচম বস্ত্ৰৰ ব্যৱসায়ী।

বড়ো মেচেই হওঁক, ৰাভা কোঁচেই হওঁক, লালুং টিৱাই হওঁক, দেউৰী চুতীয়াই হওঁক ডিমাছা কছাৰীয়েই হওঁক, ঠেঙাল সোণোৱালেই হওঁক, গাৰো আচি.ক মান্দেই হওঁক, অসমৰ এওঁলোক সকলোৱেই কিৰাটবংশীয় লোক বুলি পণ্ডিত সকলে অভিহিত কৰে। এওঁলোকৰ বসতি অঞ্চল এসময়ত আছিল হিমালয়ৰ পৰ্ব্বত খণ্ডত, বিশেষকৈ প্ৰাচীন অসম কামৰূপত বিস্তাৰ আছিল সুদূৰ পশ্চিমে উৰীয়াৰাজ্যৰ সীমালৈকে। গতিকে খৃঃ পূঃ বহু-হেজাৰ বছৰ আগৰে পৰা এই কিৰাটসকল অসমত বাস কৰিছিল। কালৰ বোৱতী সুঁতিত উটিভাহি ওপৰত উল্লিখিত জাতিবোৰ বৰ্ত্তমান বেলেগ গোষ্ঠী বা জন বা গণ বা জেনত পৰিণত হৈছে।

এনে বড়ো জাতিৰ সম্বন্ধ দেখা যায় ভূটীয়াসকলৰ লগত। কেৱল সম্বন্ধই নহয় সামঞ্জস্য-সম্পৰ্কও দেখা যায়। সেই ভূটীয়াসকলৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছে নেফাৰ পশ্চিম খণ্ড, কামেং বিভাগৰ মোন্‌পা আৰু চেৰডুক্‌পেন্ সকলৰ লগত।

ভূটীয়াসকলৰ মাজত আজিও দৃঢ় বিশ্বাস বড়োসকল তেওঁলোকৰ আত্মীয় বা কুৰ্মা। ভূটীয়া সকলক বড়ো সকলে 'গোঁগাৰ" বোলে।

ভূটীয়াসকলে ভাৰতৰ লগত সম্বন্ধ থকা মানুহক গোঁ-গাৰ্-পা' বোলে। তেওঁলোকে নিজক "দ্ৰুক্" বোলে। দ্ৰুক বুলিলে সাধাৰণতে ড্ৰাগনক বুজায়। ইয়াৰ গূঢ় অৰ্থ হয় বজ্ৰ। ভূটীয়া দেশক তেওঁলোকে দ্ৰুক ইয়ুল বোলে। ভাৰতলৈ বেপাৰ কৰিবলৈ অহাবোৰক তেওঁলোকে "গোঁ-গাৰ-থাম্-পা" বোলে। এই গোঁগাৰৰপৰা গোঁগাৰ হোৱা যেন লাগে। ভাৰতৰ লগত

অৰ্থাৎ ভৈয়ামৰ লগত বা তেৰাই অঞ্চলৰ মানুহৰ লগত সম্বন্ধ থকা ভূটানৰ মানুহেই "গ্যে-গাৰ-পা" বা "গ্যৌ-গাৰ" বা "গাংগাৰ" দৰাচলতে "গ্যৌ-গাৰ্" মানে ভূটীয়া দেশৰ দক্ষিণৰ সমতল অঞ্চল বা ভাৰতভূমি। ভূটীয়া ৰাজ্যৰ দক্ষিণাংশৰ অধিবাসী সকলে পূৰ্ব্বতে বড়ো আছিল বুলি আজিও কয়। বড়োসকলেও একেই বংশৰ মানুহ বুলি ভূটান পাহাৰত আত্মীয়ৰ দৰে আলহী খাবলৈ যায়। গাংগাৰ্ সকলেও ভৈয়ামলৈ আহিলে বড়োৰ ঘৰত কুৰ্ম্মা খাবলৈ আহে। ভূটান ৰাজ্যত থকা বড়ো সকলক ভৈয়ামৰ বড়ো সকলে "আদা-ৰথা-ডৈথাৰ নাই" বুলি কয়। আজিও বড়োসকলৰ মাজত বিশ্বাস "আদা-ৰমা-ডৈথাৰ নাই" ৰ বেছি ভাগেই ভূটীয়া যুদ্ধত যুদ্ধ বন্দী হিচাপে পাহাৰলৈ ধৰি নিয়া নিয়া বড়োসকল নাইবা নিজক ৰক্ষা ক'ৰিবলৈ বড়ো পলাতক সকল। ভূটীয়াসকলৰ বিশ্বাস তেওঁলোকৰ ৰজা হেনো ভূটীয়া 'দ্রুক' নহয় ভাৰতৰ গ্যৌ-গাৰ-পা-খেনহে"। খেন বংশৰ আদি আছিল নীলধ্বজ ৰজাহে। বুৰঞ্জীৰ মতে আৰু বড়ো মেছসকলৰ প্ৰবাদ অনুসাৰে কান্তনাথ নামে মেছ লৰা এজন বামুণৰ গৰখীয়া আছিল। মৰমৰ মাতেৰে তাক সকলোৱে সোনা বুলি মাতি মৰম কৰিছিল। এই সোনাৰ পৰা খোনা বা খেনা হৈছে। আজিও গোৱালপাৰাৰ এই খেনৰ মানুহে নিজকে খেনাহে বোলে। এই খেনাই শেহত আনৰ মনত 'খেন' হয়। এদিন গৰু চৰাই থাকোতে ভাগৰ লগাত সি সেই চৰণীয়া পথাৰতে জিৰাই থাকোতে শুই পৰে। মুখত ৰ'দ পৰাত চকৰী ফেঁটী সাপ এটাই ফেঁট মেলি ছাঁতিৰ দৰে তাৰ মুখৰ ওপৰত ছাঁ কৰি থাকে। খাবৰ পৰ হয়। বামুণজনে মৰমত হাবু-দাবু কৰি বিচাৰি বিচাৰি পথাৰত তেনে অৱস্থাত সেই কান্তনাথ মেছ সোনা গৰখীয়াক শুই থকা দেখে আৰু আচৰিত হয়, এটা চকৰী ফেঁটী সাপ ফেট মেলি সেই গৰখীয়া জনৰ মুখৰ ওপৰত ছাঁ কৰি আছে। লক্ষণ অতি সু-লক্ষণ ৰাজ চক্ৰবৰ্ত্তী চিহ্ন।......কান্তনাথ ডেকা হ'য়। দেশত অৰাজকতা। প্ৰজাসকলে কান্তনাথক ৰজা বুলি স্বীকাৰ কৰি সন্মান জনাই ৰাজসিংহাসনত অভিসিক্ত কৰে। কান্তনাথৰ ব্ৰাহ্মণজন মন্ত্ৰী হয়। মন্ত্ৰীৰ মন্ত্ৰণামতে কান্তনাথে ব্ৰাত্যক্ষত্ৰিয় হৈ নীলধ্বজ নাম লয়। তেৱেঁই খেন বা খেনা বংশৰ প্ৰতিষ্ঠাতা। সেইমতে আজিও শৰণীয়া বা ব্ৰাত্যক্ষত্ৰিয় কোনো মেছক বড়ো সকলে খেনা বুলি কয়।

আগতেই উল্লেখ কৰা হৈছে, ভূটীয়া-সকলৰ মতে তেওঁলোকৰ ৰজা হেনো "গ্যৌগাৰপা" বা খেনা বা খেন আছিল। কোঁচ বুৰঞ্জীৰ মতেও নৰনাৰায়ণ-

চিলাৰায়ৰ ভায়েক নৰসিংহই পিতৃ বিশ্বসিংহৰ-মৃত্যুৰ পিছত শিক্ষাৰ কাৰণে কাশীত নৰনাৰায়ণ আৰু চিলাৰায় থকাত এই দুয়ো ককায়েকৰ অনুপস্থিতিৰ সুযোগ লৈ নিজকেই কোঁচবিহাৰ ৰাজ্যৰ ৰজা বুলি ঘোষণা কৰে। পিছে নৰনাৰায়ণ আৰু চিলাৰায়ে পিতৃৰ মৃত্যু সংবাদ আৰু ভায়েক নৰসিংহৰ এনে অন্যায় ভাবে সিংহাসন অধিকাৰ কৰাৰ বাতৰি শুনি কাশীৰ পৰা তত্তালিকে বিহাৰলৈ আহি নৰসিংহক খেদি নৰনাৰায়ণ ৰজা আৰু চিলাৰায়ে দেৱান হয়। ভাগ্যৰ বিপৰ্যয়ত পৰি নৰসিংহই বহু ঠাই পৰিভ্ৰমি ভূটান ৰাজ্য পায়, আৰু নিজক সেই ৰাজ্যৰ ৰজা বুলি ঘোষণা কৰে। বড়ো সকলৰ মতে নৰনাৰায়ণ, চিলাৰায়, নৰসিংহ প্ৰমুখ্যে উনৈশজন ভাতৃৰ পিতৃদেৱ বিশু বা বিশ্ব সিংহৰ পিতৃ হাৰীয়া মণ্ডল বা হাৰীয়া মেছ বা হাওৰীয়া মেছ-"বড়ো" আছিল। বড়ো সকলৰ মতে পোন প্ৰথমতে চিকনা-ঝাৰত প্ৰথম কোঁচ ৰাজ্য প্ৰতিষ্ঠাতা হাওৰীয়া মেছৰ পিতায়েক ডাম্বাৰু মেছৰ হাৰী বা গোত্ৰ আছিল মোছাৰী বা মোছাহাৰী বাঘৰ বংশ বা গোত্ৰ। সেই বংশৰে নৰনাৰায়ণ, চিলাৰায়, নৰসিংহ আদিয়ে কাগুনাথ মেছ বা নীলধ্বজ ৰজাৰ দৰে ব্ৰাত্য ক্ষত্ৰিয় হয়।

স্বাভাবিকতে নীলধ্বজক কোৱাৰ দৰে বড়োসকলে নৰনাৰায়ণ, চিলাৰায়, নৰসিংহ আদিক খেনা বা খেন বুলিবই। সেই হিচাবে নৰসিংহয়ো বড়োসকলৰ নিচিনা সেই ৰাজ্যতো আৰু সেই ৰাজ্যৰ বাহিৰেও ওচৰ চুবুৰীয়া অঞ্চলতো "খেন" বুলি প্ৰখ্যাত হ'বই। ওচৰ চুবুৰীয়া আঞ্চলিক ৰাজ্য ভূটানতো এওলোকৰ প্ৰথম দেওৰাজা নৰসিংহ খেনহে। এই দেওৰজাই শেহত ধৰ্মৰজাহৈ শেহত ভূটানৰ দালাইলামাৰ দৰে শ্বৰ-ডুং লিম্‌পো-চে' হয়। তেৱেঁই হয় ভূটীয়া ৰজাসকলৰ ধৰ্ম্মৰ কাব্‌গুপাৰ ধৰ্ম্ম ৰজা। ভূটীয়া সকলৰ মতে তেওঁলোকৰ ৰাজ্যৰ দক্ষিণ পশ্চিম অংশ হৈছে খেনসকলৰ বসতি অঞ্চল আৰু দক্ষিণৰ অৰ্দ্ধাঞ্চল বড়োসকলৰ বসতি-অঞ্চল।

যি কি নহওঁক বড়োসকলে ভূটীয়াসকলক গোঁংগাৰ বুলি কলেও তেওঁলোকক তেওঁলোকে আত্মীয় বা কুৰ্মাৰ দৰে আত্মিও ভাবে। কিছুমানৰ মতে ভূটীয়া-সকল অভং, এঁকৰা কাৰণে বড়ো সকলে তেওঁলোকক "গোঁংগাৰ বুলি কয়; দৰাচলতে গ্যোংগাৰ শব্দৰ পৰা গোঁংগাৰ হৈছে বুলি কিছুমানে অভিমত দিয়ে। ডেন-মাৰ্কৰ নৃতত্ত্ববিদ্ মিঃ হাফ্‌ডেন্ ছীগাৱে বড়ো জাতি আৰু ভূটীয়াৰ মাজত সামঞ্জস্য দেখে। ভূটীয়া সকলে তেওঁলোকৰ ৰজাৰ বংশ খেন বুলি কলেও তেওঁলোকে তেওঁলোকৰ দেওৰজাৰ বংশ "ওৱানচুক্" বুলি কয়। প্ৰধান মন্ত্ৰীৰ

বংশ হৈছে দোৰ্জে। ভূটীয়া সকলৰ লগত সম্বন্ধ থকা আৰু দুটা জাতি ভাৰতৰ উত্তৰ পূব সীমান্তত দেখা যায়, শ্বেৰ্‌ডুক্‌পেন্‌ আৰু মোন্‌পা।

শ্বেৰডুক্‌পেন্‌সকলৰ এটা সৰল বিশ্বাস যে, তেওঁলোকৰ কোনোবা ৰজাই হেনো, কোনোবা বড়ো ৰাজকুঁৱৰীক বিয়া কৰাইছিল। সেই অজুহাতত তেওঁলোকৰ লগত বডোসকলৰ আজিও ঘনিষ্ঠ সম্বন্ধ আছে। আৰু এটা আচৰিত ঘটনা দেখা যায়: 'শ্বেৰডুক্‌পেন্' বুঢ়াসকলে আজিও বড়ো ভাষা জানে আৰু কোনোবা বড়ো তেওঁলোকৰ গাওঁত গলে, তেওঁলোকে সেই বড়োৰ লগত বড়ো ভাষাতহে কথা কয়। ইয়াৰ পৰা বুজা যায়, তেওঁলোক পূৰ্ব্বতে বড়োহে আছিল।

শেহত সেই শ্বেৰ্‌ডুকপেন্‌ থকা অঞ্চল টাং-ৱাং হয় তিব্বতী বৌদ্ধ সকলৰ হয়গ্ৰীৱ দেৱতাৰ আশীৰ্ব্বাদ পায়। (টা মানে হয় বা ঘোৰা বা অশ্ব আৰু বাং মানে আশীৰ্ব্বাদ)

তিব্বতত আছে 'দ্ৰা-পুং' (চাউলৰ গুদাম)। এই দ্ৰা-পুং লাছাও অত্যাচাৰী ক্ষমতাপ্ৰিয় হালধীয়া টুপীৰে সৈতে "গেলুক্‌পা" লামা সকলৰ অধীনত।

টাৱাং হৈছে ৰঙা টুপীৰে শুৱনীয়া 'নিংমাপা' লামাসকলৰ অধিকাৰত। সেয়ে টাৱাংবাসী সকলৰ ওপৰত গেলুকপ্‌ লামা সকলৰ শেন দৃষ্টি। সেয়েহে তেওঁলোক টাৱাংবাসী সকলৰ ওপৰত অত্যাচাৰ চলায়, আৰু কঠিনতম নিয়ম প্ৰয়োগ কৰে।

পূৰ্ব্বতে টাৱাংবাসী সকল বৌদ্ধ হোৱাৰ আগতে আদিম তিব্বতী বা আদিম ভূটানৰ দৰে "বোন্" ধৰ্ম্মালম্বী আছিল। প্ৰকৃতি ধৰ্ম্মকে মানি চলিছিল।

শেহত প্ৰথমে ৰঙা টুপী ( Red hated ) শুৱনীয়া নিংমাপা লামাৰ প্ৰভাৱত পৰি বৌদ্ধ হয়, হয়গ্ৰীৱ দেৱতাৰ আশীৰ্ব্বাদ লভি; যাৰ বাবে সেই অঞ্চলৰ নাম হয় টা-ৱাং। শেষত অত্যাচাৰী হালধীয়া টুপী শুৱনীয়া ( Yellow hated ) গেলুক্‌পা লামা সকলৰ কবলত পৰি টাৱাংবাসী বৌদ্ধ সকল তেওঁলোকৰ বশীভূত হয়। সেয়েহে টা-ৱাং তিব্বতৰ উপনিবেশ হৈ লাছাৰ দ্বাৰা শাসিত হয়। ইয়াৰ ফলত সেই দুৰ্গম অঞ্চলৰ সকলো উৎপাদন লাছালৈ নিয়া হয় অমানুষিক অত্যাচাৰেৰে। লাছাত দ্ৰা-পুং নিৰ্ম্মাণ কৰা হয় টাৱাং অঞ্চলৰ উৎপাদনৰ গুদাম ৰূপে। মোন মানে বাৰ্লি। সেই অঞ্চলৰ প্ৰচুৰ বালি উৎপাদিত হয়। সেই কাৰণে সেই অঞ্চলৰ নাম হয় মোন-ইয়ুল, বাৰ্লিৰ দেশ

ৰা ভূমি। সেই অঞ্চলৰ বাসি খেতিয়ক সকলক বোলা হয় মোন্‌পা। মোন্‌পা সকলে খেতি কৰেহে কৰে কিন্তু তাৰ শস্য ভোগ কৰিব নোৱাৰে। কৰিলেই প্ৰাণদণ্ড। ভোগ কৰিব পাৰে তিব্বতী লামাসকলৰ দয়াৰ ওপৰত তেওঁলোকৰ অনুমতি সাপেক্ষে। মোন্‌পা সকলে তিব্বতৰ 'গেলুক্‌পা' লামাসকলক কৰ হিচাপে দিয়ে সেই টাৱাং অঞ্চলৰ পৰ্ব্বতীয়া বহুমূলীয়া কাঠ, খুঁটা, তক্তা আদি। মোন্‌পা এটা জাতি নহয়, সেই অঞ্চলৰ খেতিয়ক সকলকে তিব্বতী সকলে "মোন্‌পা" বোলে। সেই খেতিয়ক মোনপাসকল পিছত বৌদ্ধ হৈ এটা জাতি হিচাপে গণ্য হয় যেন লগে।

মিঃ হফ্‌ডেন ছীগাৰে কোৱাৰ দৰে কেৱল পৰ্ব্বতীয়া ভূটীয়া নহয়, পৰ্ব্বতীয়া মোন্‌পা, ছেৰডুক্‌পেন্‌, আনকি অঁকা সকলৰ লগত বড়োসকলৰ ঘনিষ্টতম সম্বন্ধ আজিও দেখা যায়। অঁকাসকলেতো বান বজাৰেই বংশ বোলে। আজিও ভৈয়ামৰ পূজা-পাতল অঁকাসকলে কৰিলে পূজাৰী বা দেওৰী হব লগীয়া হয় বড়ো কছাৰীসকলেহে। দেখা যায় এসময়ত বড়োজাতিৰ বিস্তৃতি উত্তৰে পৰ্ব্বতীয়া অঞ্চলত নেপালৰ পূৰ্ব্বাঞ্চলৰ পৰা অঁকা পাহাৰলৈকে আছিল যেন লাগে। নৃতত্ত্বৰ ফালৰ পৰাও গাৰ গঢ় গঠন প্ৰায় একেই, কেৱল কালৰ বোৱতী সুঁতিত পৰি ভৌগোলিক পৰিবেশ আৰু ইতিহাসৰ ক্ৰমবিকাশৰ ধাৰাত বড়োসকলৰ আচাৰ, বিচাৰ, কৃষ্টি, ধৰ্ম্ম স্থান বিশেষে বিভিন্ন ৰূপ লয়, পৰ্ব্বতীয়া চৰিত্ৰৰ পৰা ভৈয়ামীয়া চৰিত্ৰ বিভিন্ন ৰূপে ৰূপায়িত হয়।

...ধ্যানস্থ মোন্‌পাজন আৰু কাষতে বিচনাত বহি থকা ছেৰডুক্‌পেন্‌ কিছুমানক দেখি মোৰ এই দৰে নানানভাবে জাউৰিয়ে জাউৰিয়ে আহি মোৰ মন কোঁহত খেলি-মেলি লগাই দিয়ে। সেই আদহীয়া মোন্‌পা গৰাকীয়ে জপৰ মালা লেখি লেখি ধ্যান কৰি থাকোতে মই ছেৰডুক্‌পেন্‌সকলৰ বিছনালৈ গৈ বহোঁ। "মই তেজপুৰৰ মানুহ,"—বুলি কোৱাত তেওঁলোকে আগ্ৰহেৰে মোক আগুৰি আশে-পাশে বহি নানান আলচ পাতে। তেওঁলোকৰ চা-চিনকি হোৱাত মযো যেন তেওঁলোকৰেই আপোনজন অওহী-বওহীৰ দৰে নিজকে অনুভৱ কৰো। কত ধৰণৰ কথা পাতো; বিধ বিধ নানান তবহৰ আলোচ কৰো, তেওঁলোকেও হিয়া উদঙাই বিবৰি কয়।

**ছেৰডুক্‌পেন্‌:** সাজে পাৰে বেলেগ হলেও গঢ়ে গঠনে ছেৰডুক্‌পেন্‌ সকল যেন বড়োহে। কথাৰ ঠাচ ভাব-ভঙ্গীমা, উচ্চাৰণ পদ্ধতি ভৈয়ামৰ বড়ো

কছাৰীৰ নিচিনা। ছেৰডুক্পেনৰ অৰ্থ হৈছে ছেৰ মানে—পূব অঞ্চল, ডুক মানে—বসতি কৰা, পেন মানে—মানুহ। অৰ্থাৎ পূব অঞ্চলত বসতি কৰা মানুহ। দৰাচলতে তেওঁলোক ছেৰ চোক্ পাহে। ছেৰ মানে পূৰ্ব্বাঞ্চল, চোকপা মানে বসতি কৰা মানুহ। ৰূপা অঞ্চলত ছেৰ গাওঁ আৰু ডুক্পেন্; এই দুখন গাৱৰ ছেৰছোক্পা সকলক ছেৰডুক্পেন্ বুলি কোৱা হয়। এওঁলোক মোন্পা সকলৰ জাত, বৌদ্ধধৰ্ম্মাৱলম্বী মানুহ। এওঁলোক সংখ্যালঘু নৰগোষ্ঠীৰ। লোক-সংখ্যা প্ৰায় বাৰ হেজাৰ মাথোন। আজিকালি ছেৰডুক্পেন সকল বৰ নিৰলস বেপাৰী, কাৰিকৰী কামত পাকৈত আৰু চাক-কলাত পাৰ্গত বুলি জনা জাত। গতিকে এওঁলোক কেৱল পাকৈত কাৰবাৰীয়েই নহয় এওঁলোক জাত-শিল্পীও। ৰূপ-কৰ্মও এওঁলোকৰ দক্ষতা শলাগিব লগীয়া। নৃত্যকলা আৰু মূক অভিনয়তো এওঁলোকে বিশিষ্ট ভাবে নৈপুণ্য দৰ্শায়।

জাৰকালি বৰফ পৰিলে জাৰৰ পৰা ৰইখা পাবলৈ এওঁলোকে বেহা-বেপাৰৰ কাৰণে ভৈয়ামলৈ নামি আহে। চাৰি দুৱাৰৰ কাষৰে-পাঁজৰে থকা গাওঁবোৰৰ লগত এওঁলোকে বিশেষকৈ বড়োসকলৰ লগত সম্পৰ্ক ৰাখে। এওঁলোকৰ বিশ্বাস মতে এই জনজাতিৰ আদিম ভূমি আছিল তিব্বত। গতিকে এওঁলোকৰ পূৰ্ব্বপুৰুষ 'বোড'হে আছিল। এওঁলোকৰ আজিকালি সামাজিক গঠনত বোড'সকলৰ প্ৰভাব দেখা পোৱা যায়। এওঁলোকৰ মাজত প্ৰচলিত প্ৰবাদ মতে তিব্বতৰ লাছাৰ ৰজা 'বে ভ্ৰংট্ছেন্ গোম্পোৱে' এগৰাকী অসম বা অহম কুঁৱৰী বড়ো-ৰজাৰ জীয়ৰীক বিয়া কৰিছিল হেনো। সেই কুঁৱৰীৰ তৃতীয় পুত্ৰৰ পৰা ছেৰ্-ছোক্পা বা ছেৰডুক্পেনৰ ৰজা সকল হয়।

অভিজাত ছেৰডুক্পেন সকলে বিশেষ বিশেষ অনুষ্ঠান উপলক্ষে যি পোচাক পিন্ধে, সেই পোচাক বৰ চমক-জমক, জকমকীয়া। কিন্তু তেওঁলোকৰ জনসাধাৰণৰ পুৰুষ সকলে তেনে ধৰণৰ বেশ ভেশ নলয়। তেনেই সাধাৰণ ধৰণৰ। গাত পিন্ধে এটা দীঘল চোলা আৰু বহুতে গাত উৰে কান্ধৰ পৰা আঁঠুলৈকে দীঘলীয়া ৰেচমী বা সূঁতাৰ এডোখৰ কাপোৰ। এওঁলোকে গছৰ আহ উলিয়াই আৰু ভৈয়ামৰ পৰা সূতা আনি পাহৰীয়া গছৰ পাত, ফল আৰু শিপাৰ ৰস উলিয়াই বিবিধ ৰঙণ—ৰঙা, কলা, হালধীয়া ৰং বোলাই তেওঁলোকৰ কঁকালত বন্ধা কাপোৰ কানি বৈ লয়। কালিংপোঙৰ পাহাৰীয়া 'লেগচা' সকলৰ দৰে-চোৱৰ পছৰ নেজেৰে কৰা এওঁলোকে ধুনীয়া ৰং কৰা টুপী পিন্ধে। কিছুমান টুপীৰ নোমাল অংশেৰে কাণ ঢকা। কৰ্কালত মোন্পাসকলৰ পৰা

পোৱা যেকণ ৰঙৰ এবিধ কাপোৰ মেৰিয়াই বান্ধি লয়। নানা ফুল বছা জালি গুঠা মোনা এওঁলোকৰ সাজপাৰৰ অঙ্গ হিচাবে কান্ধৰ পৰা ওলমাই লয়। তিৰোতাসকলেও গাত ৰেচমী আৰু শুঁতাৰ দীঘল চোলা পিন্ধে। গাত মেৰিয়াই লোৱা কাপোৰ অনবৰতে থাকে। "ডামডিং" মাখি (Simulium Indicum) যি পোক এই পাহাৰবোৰও এই পৰ্ব্বতীয়া অঞ্চলত বেছিকৈ থাকে আৰু আন আন বিশাল ভয়াল পোক-পৰুৱাৰ পৰা ৰক্ষা পাবলৈ পুৰুষ তিৰোতা উভয়ে দীঘল পাইজামাৰ দৰে ঠেঙা পিন্ধে। ছেৰডুকপেন্ তিৰোতা সকল কাজী শিপিনী। বয়ন শিল্পত নিপুনা। ককাঁলত টঙালি বান্ধি-বেৰৰ খুঁটাৰ পৰা ওলমাই লোৱা ককাঁলত টাঙলি লগোৱা তাঁতত তেওঁলোক ৰং-বৰঙৰ ফুলাম-ফুলাম নানা বৰণৰ কাপোৰ বৈ উলিয়ায়। ছেৰ্ছোকপা শিল্পী সকলে বিধবিধ টুকুৰী পাছী নানান ৰং-বিৰঙৰ ছবি তুলি বৈ উলিয়ায়। এওঁলোক পানী আৰু মদ ৰাখিবৰ কাৰণে ৰবৰৰ এবিধ জৰিৰে গুথি ডাঙৰ ডাঙৰ বটলৰ দৰে পাত্ৰ সাজে। অলপ অচৰপ ৰূপৰ কামো এওঁলোকে কৰি থাকে। গছৰ ডাঙৰ ডাঙৰ ঠাল ডোখোৰা ডোখুৰী কৰি কুণ্ডা-কাটি ঢুবাৰ, খিৰিকি বাকচ, ঘোঁৰাৰ কাঠৰ জিন আদি সুন্দৰ আৰু মজবুট বয়বস্তু নিৰ্ম্মাণ কৰিবলৈ জানে: এওঁলোকে বাটি, পিয়লা, থাল, আদি নিপুন হাতেৰে বিচিত্ৰ ছবি তুলি এনেকৈ মাজিব পাৰে যে দেখিলেই চকুত চাত মাৰি যায়।

কামেং বিভাগৰ আন আন "খাম্বা" আৰু "মোন্পা" জনজাতিৰ দৰে ছেৰডুকপেন্ সকলৰ নৃত্যকলা অতি মনোৰম। এওঁলোকৰ নৃত্য বা ছামচুবা' চাবলগীয়া। বাঁহী, পেঁপা, ঢোল আদিৰ উপৰিও এওঁলোকে বৰকাঁহ বা 'চিং' আৰু ভোৰতাল বা 'বিক্লচ্ছো' তালে তালে বা চাবে চাবে বজায়। এওঁলোকে ডিমাচা বডো আৰু তিব্বত বা "বোড্-পা-জিং" বা "বোড্-পা-ড্ৰক্-পাৰ তিব্বতী বা বোড্পাসকলৰ সুৰৰ দৰে লেহেতীয়াই লেনীয়া সুৰত গায় আৰু বজায়। গানক এওঁলোকে 'হু' বুলি আৰু এই গান বা 'হু' বিলাক এওঁলোকৰ অতি প্ৰিয়। এওঁলোকৰ নৃত্য কলা আৰু মুখাও বা 'ব' পিন্ধা মুখাহ অভিনয় ৰীতিমতে মনোমোহা আৰু বিস্ময়কৰ। "মোন্পা" সকলৰ দৰে এই নৃত্য প্ৰধান মুখ অভিনয় "থুতোত্দাম" ছেৰডুকপেন্সকলৰ মাজত অতি প্ৰসিদ্ধ।

এনে অনুষ্ঠানৰ কাৰণে প্ৰয়োজন হয় বিচিত্ৰ গহনা-গাঁথৰিৰে সঁজা পোচাক পৰিচ্ছদ নানান ৰকমৰ অলঙ্কাৰ আৰু বিধ বিধ 'ব' বা মুখা। কোনো বিধ

মুখাহ বা "ব"ৰ গঠন ইমান স্বাভাবিক যে, আচল মানুহৰ নিচিনাই সিবিলাক দেখি। কিছুমান আকৌ নানান ধৰণৰ পখী আৰু নানা ধৰণৰ জীৱজন্তু ভীষণ ভয়াল মুখৰ অনুকৃতি। অপদেৱতা সকলক আতৰাবৰ কাৰণে বিকৃত পুৰুষৰ মুখ নাইবা গালগুটা থকা নাৰীৰ মুখ আদি নানান ৰকমৰ ভয় উদ্ৰেককাৰী মুখাহ বা "ব"ৰ ব্যৱহাৰ হয়।

**ভৰগিয়াপ:** ছেৰচোক-পা বা ছেৰডুক্‌পেন্ সকলৰ ই এটা ডাঙৰ উৎসৱ। এই উৎসৱৰ উদ্দেশ্য অপদেৱতা সকলক খেদি দেশৰ সমৃদ্ধি বঢ়োৱা প্ৰীতিকৰ পৰিবেশ সৃষ্টি কৰা আৰু আধ্যাত্মিক আৰু আধিভৌতিক ক্ষেত্ৰত দেৱতাৰ আশীষ লভা। কিছুমান নৃত্যত জন্মান্তৰ-বাদৰ উল্লেখ নিহিত থাকে যেন মৃতলোকলৈ আত্মাৰ প্ৰয়াণৰ দৃশ্য। এই 'ব" বা মুখাহ বিলাকত মৃত্যুলোকৰ অধিবাসী সকলৰ অলৌকিক মুখৰ ছবি জিলিকি উঠে। এওঁলোকৰ বিশ্বাস, ইহলোকত এই উৎসৱৰ উপলক্ষে পতা 'থুতোতদাম' নৃত্যাভিনয়ত এই 'ব' বা মুখা পিন্ধা অভিনেতা সকলক যি সকলে দেখে মৃত্যুৰ পিছত মৃত্যুলোকৰ বাসিন্দা সকলক চিনা তেওঁলোকৰ পক্ষে সহজ হৈ পৰে। যুঁজাৰু, বহুৱা, দেও-গোসানী পশু-পক্ষী প্ৰভৃতিৰ ভাওত অভিনেতা সকলো সেই সেই "ব" বা মুখাহ পিন্ধি এনে মূক-অভিনয় নৃত্য প্ৰধান 'থুতোতদাম'ত অৱতীৰ্ণ হয়।

**ছিৰগীয়াল নৃত্য:** এই নৃত্যত মৃত্যু-পুৰীৰ এজন ৰজা আৰু এগৰাকী ৰাণীৰ ভাও লৈ দুজন অভিনেতা নামে। প্ৰত্যেক ভাওৰীয়াৰ মুখা পিন্ধা থাকিব তিনিটা চকু থকা বিচিত্ৰ ভয়াবহ আৰু আলৌকিক একোটা একোটা "ব" বা মুখা।

**আৰপোচ-নৃত্য:** এনে নৃত্যত প্ৰায় পঁচিশ জন যুঁজাৰুৰ প্ৰয়োজন হয়। প্ৰত্যেকৰে মুৰত একোটা একোটা শিৰস্ত্ৰাণ। প্ৰত্যেকৰে হাতত ঢাল তৰোৱাল। পূৰ্ব্ব-পুৰুষ সকলে প্ৰতিপক্ষৰ লগত কেনেকৈ যুদ্ধত জয়লাভ কৰিছিল, হুবহু সেই ছবি যেন বিৰিঙি উঠে এনে "আৰপোচ" নৃত্যছন্দত নৃত্যকাৰ সকলৰ নৃত্যছন্দত এই "আৰপোচ" নৃত্যোৎসৱ সমাপন কৰা হয় এটা বেলেগ নৃত্যানুষ্ঠানৰ দ্বাৰা; যি অনুষ্ঠানৰ নাম হৈছে গালংছাম। এই গালংছাম নৃত্যানুষ্ঠানত "ছামছুবা" নৃত্যকাৰ সকলে দহ-বাৰজন নৃত্যকাৰী সমন্বিতে বিশেষ বিশেষ শিৰভূষণ আৰু ৰমনীয় বেশভূষা পিন্ধে।

**"লোচাৰ" উৎসৱ:** ভূটীয়া বিলাকৰ দৰে ছেৰডুক্‌পেন্ সকলৰ আমাৰ নিচিনা বাৰমাহেই এবছৰ ধৰা হয়। মাহবোৰৰ দিন গণনা সদায় সমান নাথাকে;

কোনো মাহ ৩০ দিনীয়া, কোনো মাহ ৩১ দিনীয়া হয়। মাহ বিলাকৰো নাম নাই। প্ৰথম মাহ দ্বিতীয় মাহ, এইদৰে এওঁলোকৰ মাহবিলাকৰ গণনা কৰা হয়। ফাগুন মাহৰ অমাৱস্যা তিথিত প্ৰথম মাহৰ প্ৰথম তাৰিখ মিলে। সেই দিনাই বছৰৰ প্ৰথম তাৰিখ, বছৰৰ প্ৰাৰম্ভন। সেই দিনাই তেওঁলোকৰ ৰঙালী-বিহু। ভুটীয়াৰ "লোছৰ" উৎসৱৰ দৰে ছেৰডুকপেন্ সকলৰ "লোছাৰ" উৎসৱ হয়। গুৰুত্বপূৰ্ণ "লোছাৰ" উৎসৱতো প্ৰচলন আছে সেই "আৰপোছ" নৃত্য আৰু "গাংলছাম" নৃত্যানুষ্ঠান, বেলেগ বেলেগ বেশ-ভূষা, শিৰোভূষণ আৰু বিধ বিধ ভাও ভঙ্গিমা। সেইবিলাকক দেখা যায়, চাওঁতাৰ মনত ৰং চৰাবলৈ নানা তৰহৰ বৈচিত্ৰ্যময় ৰূপায়ণ কৰা হয়, বিশেষকৈ চোঁৱৰ, হৰিণ, সিংহ আৰু ময়ুৰ নৃত্য। সকলো নাচৰ কাৰণে বিধ বিধ এনে জীৱজন্তু, পশু-পক্ষী "ৰ" মুখা তৈয়াৰ কৰা হয়। সকলোতকৈ গুৰুত্বপূৰ্ণ নৃত্যাভিনয় হৈছে ছেৰডুকপেন্ সকলৰ "চোৰৰী" নৃত্য। "চোৰৰী" হৰিণৰ প্ৰকাণ্ড এটা প্ৰতিকৃতি দেহান্ত কলা কাপোৰ আৰু আগফালে ঠিয় হৈ থকা কাঠৰ মূৰ। এই প্ৰতিকৃতি কৰা হয় সেই কলা কাপোৰেৰে গা-ঢকা অগাপিছাকৈ ঠিয় দিয়া দুজন মানুহ। সিহঁতৰ চাৰিখন ভৰিয়েই হয় সেই চোৰৰী হৰিণৰ চাৰিটা ঠেং।

আগৰ মানুহ জনে সেই চোঁৰৰী হৰিণৰ কাঠৰ মূৰটো থিয় কৰি ধৰে বাহিৰত দেখুৱাকৈ আৰু পিছৰ মানুহজনে বাহিৰত দেখুৱাকৈ এটা দেৱীৰ মূৰ্ত্তি উৰ্দ্ধবাহু হৈ থকা যেন চোঁৰৰীৰ পিঠিত বহি আছে এনেভাবে সেই মূৰ্ত্তিটো লয়। এই সকল চোঁৰৰী হৰিণৰ মূৰ্ত্তি লৈ সেই মানুহ দুজনে বৈ বৈ থলিলৈ আগুৱাই যায় আৰু বাঁহী, পেপা ঢোল, শিঙা, ৰৰকাঁহ "বিদ্যুচো" কৰতালৰ ছেৱে ছেৱে তালে তালে নৃত্য কৰি যায়। আৰু আবাৰীৰ "আপাপেক্" আৰু তেওঁৰ দুজন পুত্ৰেকৰ ভাও লৈ তিনিজন ৰবমুখাহ পিন্ধা মানুহে বিবিধ ভঙ্গিমাৰে সেই চোঁৰৰী হৰিণৰ চাৰিওকালে ঘূৰি ঘূৰি নাচে আৰু বিৰবি গাই গাই যায় এই নৃত্যলোকৰ জন্মৰ কথা আৰু কাহিনী।

আজিলামা নৃত্য: ছেৰডুক্পেন্ সকলৰ ই এটি জনপ্ৰিয় নাচ।

এই নৃত্যত দুজন মানুহে দৈত্যৰ ভেশ লৈ দৈত্যৰ ৰবমুখাহ পিন্ধি দুৱদপৰা দীঘল চুলি কান্ধলৈকে ওলোমাই ভয়ঙ্কৰ ভঙ্গিমাত নাচে। ৰাজবেশত এজন ৰজা আৰু ৰাণীৰ পোছাক পিন্ধা এজন ৰবাই এই ভীষণ দৈত্য দুজনৰ লগত যুঁজি যুঁজি ৰণভঙ্গিমাত নাচে।

এইদৰে বহুতো নীতি-শিক্ষামূলক নাচ ছেৰডুকপেন্ সকলৰ আছে; যেনে,

"গো" নৃত্য। এই নৃত্যত গৰুৰ মুখা পিন্ধি এজন মানুহে "আপালেক" আৰু তেওঁৰ দুজন পুত্ৰ পিছে পিছে আগবাঢ়ি নৃত্য কৰে। এই নৃত্যৰ মুখ্য উদ্দেশ্য হৈছে নীতি-শিক্ষামূলক। যদি কোনোবাই গো-হত্যা কৰে তেন্তে সেই গৰুটোৱে পৰলোকত তেওঁক প্ৰতীক্ষা কৰি থাকিব আৰু গো-হত্যাকাৰী যেতিয়া সেই পৰলোকত গৈ উপস্থিত হব, তেতিয়া তেওঁৰ আত্মাক গৰুৰ আত্মাই উত্তোলিত কৰি তুলিব।

ইয়াৰ বাহিৰেও আৰু বহুতো নাচ আছে যি নৃত্যত নৰ্ত্তক সকলে বাঘ, গাহৰি, বান্দৰ, কুকুৰ, মেকুৰী, হাঁপা আদিৰ মুখা পিন্ধি নৃত্যৰ জৰিয়তে এইসকল পশু-পক্ষীৰ প্ৰতি সহানুভূতি-পূৰ্ণ আচৰণ দেখুৱায়।

নৃত্যকাৰসকলে বিহগ নৃত্যত বিচিত্ৰ পখীবোৰৰ মূৰলৈ উজ্জল বস্ত্ৰেৰে সৰ্ব্বাঙ্গ আবৃত কৰি নৃত্য কৰে।

ছেৰ্ডুক্‌পেন্ শিল্পীসকলে এডোখৰ এডোখৰ কাঠৰ টুকুৰা লৈ ভিতৰটো ফোপোলা কৰি মুখা বা "ৰ" নিৰ্মাণ কৰে। চকু আৰু মুখৰ ওচৰত ফুটা বা বিন্ধা থাকে। বেছিবিলাক মুখা নানা ৰঙেৰে বুলোৱা হয়। পুৰণি "ৰ" মুখাবোৰ সাধাৰণতে কলা বা বিবৰ্ণ কৰা হয়। ৰংবোৰ অনা হয় তিব্বতৰ পৰা নাইবা অসমৰ পৰা। তিবোতা মানুহে মুখা নিপিন্ধে বা পিন্ধিবলৈ নাপায়।

পুৰুষসকলৰ ভিতৰত লৰা, ডেকা, বুঢ়া সকলোৱে "ৰ" বা মুখা ব্যৱহাৰ কৰে। কিছুমান মুখা প্ৰয়োজন হলে টাৱাঙৰ পৰা বা "ভিৰা-জং"-ৰ পৰা যোগাৰ কৰি অনা হয়।

এইদৰে লানি নিছিগাকৈ নানান ভাব, কাহিনী মোৰ হিয়া কোঁহৰ ভিতৰ চৰাৰ পটৰ ওপৰত ছায়া ছবিৰ দৰে ছেৰডুক্‌পেন্ সকলৰ জীৱনৰ ৰতৰা ভুমুক মাৰি উঠে। .....

ছেৰডুক্‌পেন্ সকলে সমতল ঠাইত নাঙলেৰে হাল বাই খেতি কৰে। পাহাৰীয়া অঞ্চলৰ মাজত জুম প্ৰথাও চলে। তেওঁলোক বেপাৰী মানুহ আৰু জাত শিল্পী। নানা ধৰণৰ বোৱা কাপোৰ, মোনা, বেত, বাঁহৰ পাচি আৰু পানী বা মদ ৰাখিব পৰা বটল আদি সাজি বেচে বিকে। এইদৰে তেওঁলোকে বেহা বেপাৰ কৰে। ঘৰ দুৱাৰ সজাৰ উপৰিও এওঁলোক কাঠেৰে থাল, বাটি আদি সুন্দৰকৈ সাজি ৰং-বহন সানি উলিয়ায়। তেওঁলোকে দুৱাৰ খিৰিকী আদি ফুলাম ফুলাম ফুলজালি কাটি সাজি উলিয়াবলৈ জানে। ৰূপৰ কামো কৰে।

অতি পৰিপাটিকৈ সজাই উলিয়াব জানে। তেওঁলোকে জাৰকালি আন বস্তুৰ বাহিৰেও "জাব্রাং" নামৰ মছলা, জলকীয়া, কুকুৰা, কুকুৰ, লা, ঔষধ-পাতি ভৈয়ামলৈ আনি বেচেহি। আন আন বৌদ্ধসকলৰ দৰে তেওঁলোকৰ খোৱা বোৱাত বিশেষ বাধা দেখা নাযায়। তেওঁলোকে গৰু, গাহৰি, কুকুৰা আদি পোহাৰ উপৰিও মেথোনো পোহে। তেওঁলোকে পানীৰ সোঁতত চলোৱা চকাৰ ঢেকী ব্যৱহাৰ কৰে। গছৰ আঁহ উলিয়াই আৰু ভৈয়ামৰ সূতা আনি বনৰীয়া গছ পাত শিপাৰ সহায়েৰে ক'লা, ৰঙা, হালধীয়া আদি ৰং দি বোলাই কাপোৰ কানি বৈ লয়।—এইদৰে তেওঁলোকৰ লগত-সেই ছেৰডুক্‌পেন্ কিছুমানৰ সৈতে বহি বহি আলচ পাতোতে নানা তৰহৰ ভাবে জুমুৰি দি মোৰ মন ভৰাই দিয়ে।

সেই চেৰডুক্‌পেন যি সমাজত তেওঁলোকৰ ৰজাই প্ৰধান আৰু সেই ৰজাৰ পদ বংশানুক্ৰমে চলে, তেওঁলোকৰ শ্ৰেণী দুটা—"থং" আৰু "চাও"। থং সকলৰ সেই তিব্বতৰ ৰজা "বে স্ৰংটছেন্ গোম্পোকে" বিয়া কৰোৱা অসম বা অহম-কুঁৱৰী বডো ৰজাৰ জীয়ৰীৰ গৰ্ভত তৃতীয় পুত্ৰ জন্মা 'জাব্‌থাং বুঢ়া'ৰ জনম আৰু 'চাও' সকল হৈছে তেওঁলোকৰে ভাৰী বা বহতীয়া মানুহ। সেই দুটা শ্ৰেণীৰ মাজত বিয়া-বাৰু নচলে। চহকী "থং" অভিজাত শ্ৰেণীৰ প্ৰভাৱ সমাজৰ ওপৰত বৰ বেছি। বেছি প্ৰভাৱ হলেও গাঁৱৰ যিটো ছেৰডুক্‌পেন্-সকলৰ পঞ্চায়ত সভা আছে তাৰ ওপৰত মাত মাতোতা কাৰো শকতি নাই। এই পঞ্চায়ত খনৰ নামেই হৈছে তেওঁলোকৰ ভাষাত "চোছোংবা" আৰু প্ৰতি গাঁৱত এজন গাওঁবুঢ়া থাকে। সেই গাওঁবুঢ়াক তেওঁলোকে থিক্‌খাও বোলে।

আগতে ওচৰ চুবুৰীয়া কোনো জনজাতিৰ লোকে ছেৰডুক্‌পেন্ সকলক ভাৰী আদি কৰি কামত আৰু চৰকাৰী বিষয়া সকলে এইদৰে বেগাৰ খটুৱাইছিল যদিও কিছুমানে কয়, দৰাচলতে সকলো ছেৰডুক্‌পেনে সেই কাম নকৰিছিল, যদিও কৰিছিল 'চাও' শ্ৰেণীৰ লোকসকলেহে কৰিছিল। "থং" অভিজাত শ্ৰেণীৰ মানুহে কেতিয়াও কৰা নাছিল। যদিও আগতে সেই প্ৰথা আছিল সেই প্ৰথা বৰ্ত্তমান বন্ধ।

"ছেৰডুক্‌পা" সকল বৰ মধুৰ, সৰল আৰু সম্ভ্ৰান্ত। টাৱাং বা ডিৰাং জঙৰ লামা সকলক তেওঁলোকে ধৰ্মগুৰু বুলি মানে। তেওঁলোকৰ জনজাতীয় সংস্কৃতিৰ ওপৰত বৌদ্ধ ধৰ্ম্মৰ সংস্কৃতি বহুতোখিনি ছাব মৰা দেখা যায়।

এওঁলোকৰ গাওঁবিলাক সচৰাচৰ সমতল ঠাইতহে দেখা যায়। 'পামৰ'

গাওঁবোৰ পৰ্ব্বতৰ মাজত সুবিধা জনক ঠাইত পতা হয়। চাং-ঘৰবোৰ শিলৰ ওপৰত সজা হয়। বেৰ বোৰৰ আধা কাঠৰ ভক্তা আৰু ওপৰৰ আধা বাঁহেৰে তৈয়াৰ কৰা হয়।

আন আন জনজাতি সকলৰ দৰে এওঁলোকৰ কোনো মৰং ঘৰ নাই। ডেকা, গাভৰুৰ সংগঠন ৰাজহুৱা হিচাবে পতা হয়।

ছেৰডুক্‌পেন্ সকলৰ বংশক ৰূম বোলে। এই ৰূম বা বংশ এঘাৰটা, যেনে থুংডুক, থুঙো, খিৰ্মে, থুংডোচুং, মুছোৰী, থুমচী ৰংখা (সৰুবংশ) ডুংল, মিগ্যো, মনো, মিছি, ছিন্‌চানজী।

—এইদৰে ছেৰডুক্‌পেন্ সকলৰ দৰে জনাই নজনাই মোৰ ভাৱ সাগৰত ঢউ খেলি যায়। তেওঁলোকৰ প্ৰতি মোৰ হিয়া আবেগ আৰু সহানুভূতিৰে ভৰপূৰ হয়। হিয়াই হিয়াই চা-চিনাকি যে কিমান গভীৰ অনুভৱ কৰোঁ। তেওঁলোক যেন মোৰ অঙহী-বঙহী, আপোনজন বুকুৰ এফাল, কলিজাৰ এডুখুৰী তেওঁলোকৰ হিয়াৰ মৰম চেনেহৰ সাগৰত মই উটি যাওঁ, ভাহি যাওঁ যেন লাগে। আলচ পাতি মই আপোন পাহৰি তন্ময় হওঁ।......... .........মাক লিংমা? (মদ খাবি নেকি?)

মোৰ মুখত ছেৰডুক্‌কে অৰ্থাৎ ছেৰডুক্‌পেন্‌ৰ ভাষা শুনি তেওঁলোক চকখাই উঠে। মুৰ জোকাৰি তেওঁলোকে জনায় 'খাম'।

—ৰাক খাম দিয়া।.... .......

পিচফালে উভটি চাও সেই মোন্‌পা আদহীয়া জনৰ মালাজপা শেষ হয়; ধ্যান ভাঙে, মোক ঠাৰে চিয়াৰে মাতে।

ছেৰডুক্‌পেন্ মোন্‌পা সকলৰ পৰা মেলানি মাগি সেই মোন্‌পা আদহীয়া জনৰ ওচৰলৈ গৈ তেওঁ পৰা বিছনাত তেওঁ মোৰ হাত দুখন সাবটি লৈ মিচিকি হাঁহিৰে নমস্কাৰ জনাই বহুৱায়।

তেওঁক দেখি মোন্‌পাৰ বিষয়ে বহু ভাব ধাৰণা মোৰ অন্তৰত উটি ভাহি আহে। মোৰ মন ছুটি যায় দূৰ দূৰণিলৈ সেই বৰফৰে ভৰা 'ডিৰাং জোং' আৰু টাৱাং' যত মোন্‌পা সকল থাকে। সেই মোন্‌পা সকল যি সকলৰ ওপৰত চীনৰ দুৰ্দ্ধৰ্ষ আক্ৰমণ চলিছিল, যি সকলৰ সমাজ আক্ৰমণৰ ফলত ছেদেলি ভেদেলি হৈ পৰিছিল নিজৰ পুৰণিকলীয়া বাসস্থান পৰিত্যাগ কৰি পলাব লগীয়া হৈছিল, সেই মোন্‌পা সকল ধৰ্ম্মৰ বিষয়ে উন্নতিশীল। সেয়েহে এনে যুদ্ধৰ

সময়তে তেওঁলোক যুধিষ্ঠিৰৰ দৰে ধীৰ স্থিৰ। তেওঁলোকৰ বাসস্থান কামেং বিভাগৰ প্ৰসিদ্ধ স্থান টৌৱাং।

সেই টৌৱাং। টৌৱাং নহয় দৰাচলতে টা-বাং হে। মোন্‌পা সকলৰ এটা দেৱতা 'টা' (টা-ম্‌-জিন) অশ্বদেৱতা; তেওঁৰ 'বাং' মানে আশাৰ্বাদ পাইছিল কাৰণে টাবাং। এই ৰাজ্যতে মোন্‌পা সকলে অশ্বদেৱতাৰ আশীৰ্বাদ পাইছিল। এই 'টা' বা টা-ম্‌-জিন্ অশ্বদেৱতাৰ লগত অসমৰ হাজোৰ হয়গ্ৰীৱ মাধৱৰ কিবা সম্বন্ধ আছেনে কি?

এই টৌৱাংত প্ৰচুৰ বাৰ্লি হয়। বাৰ্লিক 'মোন' আৰু বাৰ্লি হোৱা ঠাইক 'মোন-ইয়ুল' বোলে। আৰু সেই মানুহক মোন্‌পা বোলে। মোন্‌পা সকল ভাল খেতিয়ক। 'ইয়াকে'-ৰে মোন-ইয়ুলৰ বৰ নোমাল (পৰ্ব্বতীয়া গৰুৰ দৰে) জন্তুৰে তেওঁলোকে হাল বায়। তেওঁলোক ভাল কাৰিকৰো। শিলেৰে ঘৰৰ ভেটি তোলে, কাঠেৰে দুৱাৰ খিৰিকী সাজে, ভুমহলা সুন্দৰ ঘৰতো বাস কৰে। ফুলনি বাৰীয়ে বাৰীয়ে। তেওঁলোকে ফুল বৰ ভাল পায়। মুঠতে তেওঁলোক কলা-সাধক শিল্পীও।

'মোন'-শব্দৰ অৰ্থ হয় কিছুমানৰ মতে নিম্ন উপত্যকা আৰু 'পা' শব্দৰ অৰ্থ মানুহ। মোন্‌পা এই মোন্' আৰু 'পা' দুটা শব্দেৰে গঠিত। তেওঁলোকৰ মতে মোন্‌পা সকলৰ বাসস্থানৰ উচ্চতা ৭০০০ ফুটৰ পৰা ১৭০০০ ফুটৰ ওপৰলৈকে। সহজতে অনুমান কৰিব পাৰি যে, এই ঠাইতকৈ ওখ ঠাইত থকা মানুহে মোন্‌পা নামটো উচ্চাৰণ কৰিছিল হেনো, কালক্ৰমে এই জনজাতি মোন্‌পা নামে খ্যাত হয়। হয়তো তেনে নিম্ন ভূমিৰ উপত্যকাত প্ৰচুৰ বাৰ্লি হোৱাৰ কাৰণে সেই অঞ্চলৰ নাম মোন-ইয়ুল হৈছে, তাৰেই মানুহ মোন্‌পা, সমতল ভূমিত বাৰ্লি উৎপাদন হোৱা অঞ্চলৰ মানুহ।

আগতে মোন্‌পা সকলৰ আলৈ বিলৈৰ সীমা নোহোৱা হৈছিল, ফুলাই পাছিয়ে দুখ নধৰা হৈছিল। আদিতে তেওঁলোকে ছেৰডুক্‌পেনৰ দৰে তিব্বতী আছিল। তিব্বতী সকলে নিজকে 'বোড' বোলে। ভুটীয়া সকলে 'বোট' বোলে। তেওঁলোকে সেই 'বোড' বা 'বোড্‌পা' সকলৰে বংশধৰ বুলি কয়।...
তেওঁলোকৰ আদি ভূমি আছিল নীল সৰোবৰৰ কাষত, যাক চীনা সকলে কয় 'চিংহাই' ('চিং' মানে নীলা 'হাই' মানে সৰোবৰ) মঙ্গোলীয়া সকলে কয় 'কোকো নোৰ' (কোকো মানে নীলা আৰু নোৰ মানে হ্ৰদ বা সৰোবৰ) আৰু তিব্বতী বোডসকলে কয় 'ছোঃ ঙো-বো' (ছোঃ মানে হ্ৰদ বা সৰোবৰ আৰু

ভো-বো মানে নীলা )। বৌদ্ধ ধৰ্ম্ম লোৱাৰ আগতে তেওঁলোকেও আদিম তিব্বতী সকলৰ দৰে বোন্ ধৰ্মাৱলম্বী আছিল।

মোন্‌পা সকলে "তেলেপা"ৰ শিষ্য "নাৰ্‌পা", "নাৰপা"ৰ শিষ্য 'মাৰপা', 'মাৰপা'ৰ শিষ্য 'মিলাৰে পাৰ' পৰা বৌদ্ধ ধৰ্ম্মত দীক্ষিত হয়। টাৱাঙৰ পৰা চাৰিদিনীয়া বাট ভূটানৰ উত্তৰে 'লোত্ৰা খাচ্ছ" নৈৰ পাৰত তিব্বতৰ একজন শ্ৰেষ্ঠ কবি এই 'মিলাৰে পা'ই আশ্ৰম পাতিছিল।

মোনপাসকল তান্ত্ৰিক বৌদ্ধ। আগতে তেওঁলোক "নিংপা-মা" ৰঙা টুপীয়া আছিল। আজিকালি তেওঁলোক "গেলুক্‌পা" হালধীয়া টুপীয়া হালধীয়া টুপী পিন্ধে। তেওঁলোকৰ ধৰ্মকেন্দ্ৰ দ্ৰাপুং, লাছাৰ পোট্‌লাৰ পৰা পাঁচমাইল আঁতৰত। মোন্‌পাসকলৰ প্ৰধান মঠ 'গুম্পা' ( monastery ) সেয়েই তেওঁলোকৰ আদি গুৰুৰ "জিগ চুম মিলাৰেপা"।

দ্ৰাপুং: দ্ৰাপুঙৰ অৰ্থ শস্যৰ ভঁৰাল ( দ্ৰা-ফচল, পুং-গুদাম বা ভঁৰাল ) এই দ্ৰাপুঙৰে উপনিবেশ টাৱাং বা আজিকালিৰ টৌৱাং। টাৱাঙৰ সকলো শস্য এই ফচলৰ গুদাম দ্ৰাপুঙলৈ যায়। সেয়ে মোনপা-সকলৰ কৰ-কাটল। খাদ্যশস্যৰ উপৰিও কাঠ আদি বহু বস্তু-বাহানিও যায়।

দ্ৰাপুঙৰ দয়াৰ ওপৰতে মোন্‌পা সকলৰ জীৱন শস্য উৎপাদন কৰিলেও তেওঁলোকে ভোগ কৰিব নোৱাৰে, যেনে তেওঁলোকে দ্ৰাপুঙৰ দাসহে।

টাৱাঙতো গুম্পা আছে। এই গুম্পা বা মঠ তেওঁলোকৰ প্ৰাণকেন্দ্ৰ। এই গুম্পাৰ লগতে পুথিভঁৰালো আছে। সাঁচিপতীয়া পুথিয়েই সাতশ, এই পুথি তিনিভাগে বিভক্ত। বিভিন্ন গেতাম্পা গ্ৰন্থবোৰ অতি মূল্যবান; তাৰে তিনিখন পুথিৰ প্ৰতিখিলা পাত হেনো সোণ চেকুৰা।

কামৰূপৰ হাজোলৈ মোন্‌পা সকলে আন বৌদ্ধ ভূটীয়াসকলৰ দৰে তীৰ্থ কৰিবলৈ আহে। তেওঁলোকৰ মতে এইস্থান 'ছাৰ-চাম-চে-ডোং' (ছাৰ মানে পূৰ্বকালৰ, "চাম্" মানে বুদ্ধৰ চে" মানে পূজা কৰা "ডোং" মানে ঠাই)। অৰ্থাৎ পূৰে বুদ্ধই পূজা কৰা থল ইয়াতেই দুজন সিদ্ধপুৰুষ কামৰূপৰ নাৰ্‌পা আৰু বিক্ৰমশীলাৰ মাৰ পাই নিৰ্ব্বাণ লাভ কৰে।

নীলাচলক তেওঁলোকে 'চাঙে য়াপ, য়ুম-ফোটাং' বোলে। চাঙে মানে বুদ্ধ, য়াপ মানে পিতৃ, য়ুম মানে মাতৃ আৰু ফোটাং, মানে মন্দিৰ, অৰ্থাৎ পিতৃ মাতৃ বুদ্ধৰ মন্দিৰ, বুদ্ধ অৰ্দ্ধ নাৰীশ্বৰৰ মন্দিৰ, বা বুদ্ধ অৱলোকিতেশ্বৰৰ মন্দিৰ বুলি কয়।

তেওঁলোকে কামাখ্যাক 'পালডেন্ লামো' বা বজ্ৰতাৰা আৰু বজ্ৰযোগিনীক 'ডোৰ্জ্জেফামো' বোলে। মানবী বুদ্ধই যত নিৰ্ব্বাণ লাভ কৰে তাক তেওঁলোকে 'ছুব্-চাম্-চে ডোং' বোলে।

আদি মিৰি সকলৰ যেনেকৈ ৰৰমেল পঞ্চায়ত বা কবা'ং আছে, সমাজখন চলাবলৈ, মোন্পা সকলৰো তেনেকুৱা 'চজম' আছে। এই চজম'ৰ সদস্য সকলক 'থুমি' বোলে। ·· গাঁৱৰ মূৰব্বী জনক 'চৰ্গন' বোলে।

তেওঁলোকৰ গান বৰ মধুৰ, সুৰ সুৰলা। গানক তেওঁলোকে 'চামা' বোলে।

অসমীয়া ভাওনাৰ দৰে তেওঁলোকৰ অভিনয়ৰ ব্যৱস্থাও আছে। প্ৰত্যেক ভাওৰীয়াই মুখা বা 'ব' পিন্ধে। লগতে বাঁহী, পেঁপা, তাল, নাগৰা, ডবাৰ উপৰিও বৰকাঁহ "ডা" আৰু "বুব্‌ছু" ভোৰতালো বাজে।

মোন্পা সকলৰ বংশ বা "ছান্", চকি (ডাঙৰ), কিছান্, বাংছান্ হ্ৰোমো, গ্যেমো ছান্ আৰু থুমোছান্।

টা-ৱাং ঃ নাৰ্‌গুংছু উপত্যকাৰ নামনি অঞ্চলৰ বাহিৰে গোটেই টাৱাং মোন্-ইয়ুলত মোন্পাসকলে বাস কৰে। এই নাৰগুংছু ভৈয়ামৰ নামনি ডোখৰত কেৱল পূব ভূটানৰ পৰা অহা ভোট সকলে বসতি কৰে। তেওঁলোকৰ লোকসংখ্যা কিমান জনা টান। ছে-লাৰ দক্ষিণে প্ৰায় তিনি-চাৰিহেজাৰ মানুহে বাস কৰে আৰু টাৱাং ভৈয়ামত প্ৰায় আঠ দহ হেজাৰ মানুহে বাস কৰে।

এই মোন্পাসকল বেশ-ভূষাত তিব্বতী সকলৰ দৰে হলেও তেওঁলোকৰ এটা নিজস্ব স্বৰূপ দেখা যায়। তল ভৈয়ামত "খালকটাং" আৰু "মেচিং" গাঁৱত বাস কৰা মোন্পা সকলৰ মুখৰ চেহেৰা চালে দেখা যায় যে তেওঁলোক তিব্বত আৰু পূব-হিমালয়ৰ আদিম পাৰ্বত্য জাতি সমূহৰ এটা সংমিশ্ৰিত জাতি। ছে-লাৰ দক্ষিণ-পূব অঞ্চলত বাস কৰা 'ছেৰ্‌ডং' আৰু 'ডুকপেন' এই দুখন গাঁৱৰ অধিবাসী সকলক ,ছৰ্ চোকপা' বা ছেৰডুক্‌পেন্ বুলি তিব্বতী সকলে কয়। পূৰ্ব্বতে দেখা যায় যে লোপাসকলে ( মিজি আৰু অঁকা ডিবাং ) ভৈয়ামত বসতি কৰিছিল। তাৰ পিছত মোন্পাসকলে শেহত টোৱাঙত আহি এই অঞ্চলত বসতি কৰে বুলি জনা যায়। আগতে তেওঁলেকে শান্তিপূৰ্ণভাৱে বাস কৰিছিল কিন্তু ঘটনাক্ৰমে তেওঁলোকৰ মাজত কাজিয়া হোৱাত বহুত যুঁজ কৰি টাৱাঙৰ লামা সকলৰ নেতৃত্বত সেই ভৈয়ামৰ ওখ খণ্ডৰ পৰা "লোপা" সকলক খেদি দি

এশ বছৰৰ আগত সেই মোন্‌পা সকল বসতি কৰিছিল। মোন্‌পা সকলে তাতে ডিৰাং জং সাজিছিল আৰু দুৰ্গ তৈয়াৰ কৰিছিল। এতিয়াও সেই ডিৰাং জং আছে; তাতেই মোন্‌পাসকলে বাস কৰে আৰু সেই দুৰ্গ আজিও অকামিলা হৈ পৰি আছে। ছে-লাৰ দক্ষিণে তেওঁলোকৰ গাঁওবোৰ সুনিৰ্বাচিত ঠাইত পতা হয়। কিন্তু বিশেষ কাৰণত তেওঁলোকৰ লোকজন কমি অহাত সেই ঠাইবোৰ কিছু কিছু অংশত শান্তিৰ মূল্যাংহিচাপে মিজিসকলে তালৈ আহি মোন্‌পা সকলৰ নিৰ্দ্দেশ অনুযায়ী মাটি অধিগ্ৰহণ কৰা দেখা যায়।

তেওঁলোকৰ ভাষাৰ লগত পূৱ-ভূটানৰ কিছু ভাষাৰ সামঞ্জস্য আছে। তেওঁলোকৰ ঘৰ দলং আদি ভূটানসকলৰ পদ্ধতিত সজা। গতিকে বহুতে ভাবে পূৰ্ব অঞ্চলৰ ভোটৰ লগত মোন্‌পাসকলৰ গুৰিও একে, আৰু ভাষাও প্ৰায়েই একে। এটা অংশই ভূটীয়া ভাষাই কয়, গতিকে অনুমান হয় তিব্বতী বোড সকলে যেতিয়া ভূটান আক্ৰমণ কৰে সেই একদল ভূটীয়া এই কামেং বিভাগৰ-এই অঞ্চলৰ আদিম বাসীৰ লগত মিলিজুলি এক হয় প্ৰায় ৩০০ বছৰ আগতে।

সাজ পোছাক: মোন্‌পাসকলে এটা বিশেষ পোছাক ব্যৱহাৰ কৰে। তেওঁলোকে গেৰুৱা ৰঙেৰে বুলোৱা অলপ ৰঙা মিহলি কৰা বৰণ ৰহনোৱা চটি উলৰ ছোলা 'চুবা' পিন্ধে। এই চুবা' ছোলা কঁকাললৈকেওপৰে। এই চুবাৰ তলত বগা, খহটা কপাহী কাপোৰ ঢিলাকৈ মেৰিয়াই লয়। তুলিৰ আগফাল চকুৰ ভুৰুলৈকে সম্মুখলৈ কটা হয়। পিছফালে ডিঙিলৈকে চুলি সমানে কটা থাকে মুৰত চিকিমৰ 'লেপ্‌চা' সকলৰ টুপীৰ দৰে নোমাল টুপী পিন্ধে। কিছুমানে অসমানভাৱে কটা খহটা ঘুৰণীয়া উলৰ টুপী পিন্ধে। সেই 'চুবা' ৰ ওপৰত এটা দীঘল কোট পিন্ধা হয়, যি কোট ছোলাটোৰে ভৰিলৈকে ঢাকি থাকে। ভৰিত জোতা পিন্ধে, যি জোতা ভৰিৰ তলফাল চামৰা আৰু আঠুৰ তললৈকে ওখ। জোতাৰ ওপৰফাল উলৰ। কোট-ছোলাৰ ওপৰত এটুকুৰা মেকুৰ ৰঙৰ কাপোৰ পেটীৰ নিচিনাকৈ মেৰিয়াই থোৱা হয়। এই পেটীডালত কাঠৰ খাপৰত ভৰোৱা চুটি দা বা তৰোৱাল সদায় আঁৰি থয়। সেই খাপৰ ধুনীয়াকৈ ৰং কৰা। এই খাপৰবোৰৰ লগত তিব্বতৰ খাপৰৰ সামঞ্জস্য আছে। গতিকে মনেহয় এই খাপৰবোৰ তিব্বতৰ পৰা অনা। ভূটীয়াসকলৰ দৰে চুটি পেণ্ট 'কাণ্ডম্' পিন্ধে। কিছুমানে আৰু দীঘল পেণ্ট 'চিণ্ডম্' পিন্ধে। চুটি ছোলাটোক তেওঁলোকে চিন্তম্' বোলে। তাৰ ওপৰৰ দাঘল কোট ছোলাটোক "ব" বোলা হয়। টুপীটোক তেওঁলোকে 'চাম্বু' বোলে। বৰষুণ বা তুষাৰ পাতৰ

পৰা নিজক ৰক্ষা কৰিবৰ কাৰণে এওঁলোকে চামৰাৰ কোটো ব্যৱহাৰ কৰে।

মোন্‌পা তিৰোতাসকলে সাধাৰণতে চেমিজৰ নিচিনা দীঘলীয়া চোলা পিন্ধে যাক তেওঁলোকে 'গুচুম' বোলে। কামিজৰ নিচিনা চোলাও তিৰোতাসকলে পিন্ধে ইয়াক "টেগু" বোলা হয়। বড়ো দখনাৰ নিচিনাকৈ নীলা বা দীঘলীয়াকৈ পথৰা চিথৰা কিম্বা বগা কপাহাৰ কাপোৰ এডোখৰ আঠুলৈকে পৰাকৈ মেৰিয়াই লয়। পুৰুষৰ চুৰাৰ দৰে উলস্থভাবে বোৱা কাপোৰ তেওঁলোকে ব্যৱহাৰ কৰে। কঁকালৰ তলত বড়ো দখনাৰ দৰে যিখন চাদৰ মেৰিয়াই লয় তাক তেওঁলোকে "দনজা" বোলে। মোন্‌পা তিৰোতাসকলৰ চুলি দীঘল। তেওঁলোকে খোপা বান্ধে। চুম্বী উপত্যকাৰ তিৰোতাৰ দৰে তেওঁলোকে এবিধ সৰু ঘূৰণীয়া টুপী মূৰত লয়। ভুটীয়া বা তিব্বতী তিৰোতাৰ দৰে ভৰিত তিব্বতী জোতা পিন্ধে। কিছুমানে খালি ভৰিৰে খোজ কাঢ়ে। তিৰোতাসকলে অলঙ্কাৰ পিন্ধে তিব্বতী বা ভুটীয়াৰ দৰে। তেওঁলোকে ডিঙিত পথাৰৰ মণি পিন্ধে আৰু তাৰ লগত ৰূপৰ সৰু সৰু টেমাৰ নিচিনা 'তান' আঁৰি লয়। এই টেমাবোৰ তিব্বতৰপৰা অনা যেন লাগে।

মোন্‌পাসকলৰ প্ৰধান খাদ্য হ'ল, জুম প্ৰথাৰে খেতি কৰা মাকৈ প্ৰধান। 'ইয়াক' বা নোমাল গৰু"যাকে"ৰে আজি কালি মোন্‌পাসকলে হাল বাই খেতি কৰে। আগতে হেনো হালৰ প্ৰচলন এওঁলোকৰ মাজত নাছিল। কিন্তু বৰ্ত্তমান ক্ৰমে ক্ৰমে হাল খেতিৰ ব্যৱহাৰ ছেৰডুক্‌পেনৰ পৰা আহে। এওলোকৰ পথাৰত প্ৰচুৰ পৰিমাণে বালি উৎপাদন হয়। এওলোকৰ প্ৰধান জীৱিকাৰ উপায় হৈছে নানান তৰহৰ বেপাৰ। পশুপালনো প্ৰচলিত আছে। গৰু, ঘোঁৰা, ছাগলী, ভেৰা, গাহৰি, কুকুৰা, আৰু চোঁৰৰী হৰিণ সাধাৰণতে এওঁলোকে পোহে। বাণিজ্যৰ কাৰণে লাগতিয়াল বুলি এওঁলোকে গৰু, ঘোঁৰা আৰু খচ্চৰ পোহে। 'ইয়াক' বা চোঁৰৰী গাইৰ গাখীৰৰপৰা মাখন, পনীৰ আৰু ঘিউ উলিয়ায়। ভেৰা, ছাগলী, কুকুৰা, গাহৰি খাদ্য হিচাবে পোহা হয়। ভেৰাৰ নোমৰপৰা উলৰ বেছুম বা পদম এওঁলোকে প্ৰস্তুত কৰে। চোঁৰৰী গাই এওঁলোকৰ ওচৰত অতি মূল্যবান। বিয়াৰ সময়ত গা, ধন হিচাবে দিয়াৰ প্ৰথা আছে। চোঁৰৰী গাইৰ দামুৰীক এওঁলোকে কেতিয়াও নামাৰে। কিন্তু চোঁৰৰী গাইৰ সংমিশ্ৰণত দামুৰীক মাৰি পেলায়।...

পশ্চিমে ভূটানৰ পৰ্ব্বতশাৰী, উত্তৰে তিব্বতৰ অধিত্যকা, পূবে সোৱণশিৰি পৰীয়া সোৱণশিৰি বিভাগ, দক্ষিণে ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমতল অঞ্চল, এই চাৰিসীমাৰ মাজৰ যি সুবিস্তীৰ্ণ পাৰ্ব্বত্যভূমি, যাৰ নাম কামেংবিভাগ, সেই কামেংবিভাগৰ দহহেজাৰ ফুট ওখ প্ৰত্যন্ত ভূমিৰ উচ্চ অধিত্যকাত মোৰ মন ছুটি যায়। ইয়াৰ চৌকাষে অভ্ৰভেদী পৰ্ব্বতমালা থিয় হৈ আছে দুৰ্ভেদ্য দুৰ্গৰ দৰে। সেই মঠ, সেই মঠৰ কিৰিটী এনেছেন ৰৰফেৰে ভৰা পাৰ্বত্য প্ৰদেশত শান্ত, ভদ্ৰ শিষ্ট, মোন্‌পাসকল। যি সকলৰ প্ৰতীক হিচাপে ধ্যানী ৰূপে উপবিষ্ট হৈ আছে মোৰ সম্মুখত এই আদহীয়া মোন্‌পা পুৰুষজন। এওঁৰ লগত মোৰ ঘনিষ্ঠ আৰু আন্তৰিকভাৱে পৰিচয় হোৱাত মই প্ৰৱেশ কৰো মোন্‌পা-সকলৰ হিয়া কুঠুৰীত।

সেই টাৱাঙৰ সেই মোন্‌পাসকলৰ গণমানসৰ ওপৰত আজিও গভীৰ ভাৱে প্ৰভাবিত কৰি আছে এই বিশাল ভাৰতৰে অৱতাৰ পুৰুষ প্ৰভু বুদ্ধৰ আদৰ্শ। প্ৰভাৱ বিস্তাৰ কৰি আছে প্ৰাচীন অসমৰে অসমীয়া ডেকা কৈবৰ্ত্ত্য সন্তান, সিদ্ধ পুৰুষ মৎস্যেন্দ্ৰ মীননাথ লোহিত পদ্মৰ মহাবাণী পন্থৰ মহাজ্যোতি, যি জন পুৰুষ তিব্বতৰ দ'লাই-লামাই জন্ম হোৱাৰ আগতে অৱলোকিতেশ্বৰ অৱতাৰ হিচাপে পূজিত হৈছিল, যিজন পুৰুষে কামাখ্যা সংঘাৰামত মহাবাণী পন্থৰ তন্ত্ৰ-মন্ত্ৰ সাধনাৰে চৰ্চ্চা কৰিছিল; যিজন পুৰুষে তন্ত্ৰ-মন্ত্ৰ গুপুত কৰিবৰ কাৰণে নেতুন বৰ্ণমালাৰ সৃষ্টি কৰিছিল; যি বৰ্ণমালাই আজিও অসমীয়া বঙালীয়ে গ্ৰহণ কৰি আছে যিজন পুৰুষৰ নেতৃত্বত তথ্যপূৰ্ণ, তত্ত্বপূৰ্ণ আৰু ৰহস্য বাদেৰে পৰিপূৰ্ণ চৰ্য্যাপদবোৰ লিখিত হৈছিল প্ৰাচীন ৰাগ আৰু শাস্ত্ৰীয় পদত।

... ... ... . ...

...নেফা অঞ্চলত আন আন জনজাতিৰ দৰে মোন্‌পাসকলৰ মাজতো তাঁতৰ শাল আছে। যতা মানুহে নোমৰপৰা উল তৈয়াৰ কৰে। কপাহৰ খেতি নহয় কাৰণে কপাহ সাধাৰণতে ভৈয়ামৰপৰা নিয়ে। উলৰ সৰু সৰু বেগ আৰু কাৰ্পেট তেওঁলোকে ধুনীয়াকৈ তৈয়াৰ কৰিব পাৰে।

গোটেই কামেং বিভাগতে মোনপাসকলৰ জীৱনধাৰণৰ প্ৰথ সকলোতকৈ উন্নত ধৰণৰ যেন লাগে। কাঠৰ কামত মোন্‌পাসকল প্ৰসিদ্ধ। সৰু সৰু কাঁহি, বাটি, কাপ, প্লেট তেওঁলোকে ধুনীয়াকৈ সাজিব জানে। এইবিলাক কাঠৰ বস্তুৰ ওপৰত গছ-গছনিৰ পৰা প্ৰস্তুত হোৱা ৰং বোলোৱা হয়।

মোন্‌পাসকল বেহা-বেপাৰত বৰ পটু। ভূটানৰ মেলাৰ দৰে দৰঙ্গ মেলা, গুভালগুড়িৰ মেলা, চাৰিদুৱাৰৰ আশে পাশে মোন্‌পাসকলে তেওঁলোকৰ অঞ্চলৰ বস্তু-বেহানি লৈ বেহা-বেপাৰ কৰিবলৈ আহে। "কালাক্‌টাং" অঞ্চলত মোন্‌পাসকলক বেচিকৈ দেখা যায়। তেওঁলোকে ভৈয়ামৰপৰা বস্তু কিনি লৈ গৈ নিজৰ অঞ্চলত বা তিব্বতীসকলৰ ওচৰত নি বেপাৰ কৰে। তেওঁলোকে ভৈয়ামলৈ লৈ অনা বস্তুবাহানিৰ ভিতৰত কাস্তৰী, কম্বল, চোৰঁৰী, গাইৰ চোৰঁৰ আখ্‌ৰোট্, জলকীয়া আৰু নানা তৰহৰ পাথৰেই বেছি আৰু ভৈয়ামৰপৰা-নিয়া বস্তুৰ ভিতৰত এলুমনিয়াৰ বাচন, কপাহী, কাপোৰ, নিখম আৰু প্ৰসাধন সামগ্ৰী বেছি। তিব্বতীসকলৰপৰা মোন্‌পাসকলে ছাগলী, ঘোঁৰা, কুকুৰ, চোৰঁৰী গাই, শচম, সৈন্ধৱ লবণ, পছমী কাপোৰ, কাৰ্পেট, চাহ, পনীৰ, আৰু আখ্‌ৰোট্ কিনি আনে। তাৰ পৰিৱৰ্ত্তে তেওঁলোকৰ দিব লগীয়া বস্তু বিধ বিধ কাঠ, দৰৱং প্ৰস্তুত কৰা গছ-গছনি, চতিল-বস্ত্ৰা, মাকৈ, গম, বালি আৰু জলকীয়া। ভূটীয়া-সকলৰপৰা তেওঁলোকে চাউল, ঘিউ আৰু কাপোৰৰ লগত সলনি কৰি তিব্বতৰ-পৰা অনা বস্তু দিয়ে। ভৈয়ামৰপৰা তেওঁলোকে ধাতুৰ বস্তু এৰি আৰু কপাহী সূতা কিনে। আগতে এইবিলাক বিনিময় প্ৰথাৰে চলিছিল। বৰ্ত্তমান টকা পইচাৰ প্ৰচলন হৈছে।

তেওঁলোকৰ খেতিৰ পৰা উৎপাদন হোৱা শস্যবোৰ হৈছে বালি, মাকে (Maize) জলকীয়া অলপপৰিমাণৰ ঘেহু, উৰহী, মটৰ, পিয়াজ বচুন, জোৱাৰ, (যি জোৱাৰৰ পৰা তেওঁলোকে মদ তৈয়াৰ কৰে) যৱ লাও, মূলা। তেওঁলোকে মদক 'চাং' বোলে। খালৰ সাহায্যৰে পানী অহা পথাৰ বা ওখক সমতল স্থানত পৰিণত কৰা পথাৰত খেতি কৰা আৰু জুম-খেতিৰপৰা উৎপাদন হয় প্ৰধানকৈ ধান, চাউল। মেকন্ ৰং উৎপাদনকাৰী এবিধ লতা তেওঁলোকে তিব্বতলৈ পঠিয়ায়। "ছেলা"ৰ দক্ষিণ অঞ্চলৰ মোন্‌পা সকলে যি নাঙলেৰে খেতি কৰে সেই নাঙল ভাৰতৰ নাঙলৰ নিচিনা নহয়। টাৱাং অঞ্চলত নাঙলৰ ব্যৱহাৰ নহয়। তাত তেওঁলোকে তিব্বতী কোৰহে ব্যৱহাৰ কৰে। সিহঁতে ইংৰাজ সকলে আশ্ৰই- দিয়া কজা লগোৱা যন্ত্ৰৰ দৰে "ছাম্‌পা" ব্যৱহাৰ কৰে সিহঁতে শস্য-বানিবলৈ পানীত চলা ঢেকী-কাৰখানা ব্যৱহাৰ কৰে। তেওঁলোকৰ আচাৰ-ব্যৱহাৰ বোড্ বা পূব তিব্বতী ভূটীয়া সকলৰ লগত বেছি মিলে। তেওঁলোকৰ মাজত বহু বিবাহৰ প্ৰচলন নাই। বিবাহ প্ৰথাৰ দ্বাৰা যি বিবাহ বন্ধন হয়, সেই বন্ধন আজীৱন থাকে। ধনী মানুহৰ মৰাশ সিহঁতে পুৰি

পেলায়। তৃথীয়া মানুহৰ মৰাশ এঠাইত জমা কৰে আৰু জাবকালি পোঁতে বা বাৰিষা নৈত পেলাই দিয়ে। মৰাশ এঠাইত জমা হৈ যোৱাৰ পাছত মৰাশ গেলি যায়। সিফালেদি যোৱা দুৰ্গন্ধৰ ফলত দুৰ্গম হৈ পৰে মোন্‌পাসকলে মাটিৰ চপাৰা দম কৰি টাৱাং উপত্যকাত এবিধ সাৰ তৈয়াৰ কৰে। 'ছেলা'ৰ দক্ষিণ অঞ্চলৰ মোন্‌পাসকলে স্বাস্থ্য-সম্পৰ্কীয় পৰিষ্কাৰ-পৰিচ্ছন্নতা নেমানে।

মোন্‌পাসকলৰ ভিতৰত ডিঙিত ঘেক্ বা গলগণ্ড-ৰোগগ্ৰস্ত মানুহ দেখা যায়। মোন্‌পা তিৰোতাসকলৰ মাজত ৰক্তিজ ৰোগ বেছি দেখা যায়। তলভৈয়ামত যি সকল মোন্‌পা বাস কৰে তেওঁলোক বেছিভাগেই মেলেৰীয়া আৰু গ্ৰহণী ৰোগগ্ৰস্ত হোৱা দেখা যায়। আমতল আৰু ওদালগুড়ি মেলাত যি মোন্‌পা ভূটীয়া আৰু তিব্বতী বেপাৰী আহে তেওঁলোকে ভৈয়ামৰ মেলেৰীয়া আৰু গ্ৰহণী ৰোগাগ্ৰস্তমানুহৰ সংস্পৰ্শত আহি সেই দুই বেমাৰত ভোগে আৰু বহুতো মৰে। ভৈয়ামলৈ আহোঁতে মহামাৰী, বসন্ত ৰোগৰ সংস্পৰ্শত অহাত তেওঁলোকেও সেই ৰোগত ভোগে। কুষ্ঠ-ৰোগৰপৰাও তেওঁলোকে অব্যাহতি নাপায়। যদিও টাৱাং অঞ্চলত কুষ্ঠৰোগী কম, যি দুই এজন আছে সেই দুই এজন ভৈয়ামৰ কুষ্ঠৰোগীৰ সংস্পৰ্শত আহি ৰোগত ভোগা দেখা যায়।

মোন্‌পাসকলক দেখিলেই তেওঁলোকৰ আচাৰ-ব্যৱহাৰ দেখি চাওঁতাৰ মনত বিস্ময় জাগে, কৌতুহল জন্মে। পূৰ্ব্বতে এওঁলোক 'বোন' ধৰ্ম্মালম্বী আছিল যেন মনে হয়। কাৰণ তেওঁলোকৰ আচাৰ ব্যৱহাৰত ভিতৰৱাভাৱে প্ৰকৃতি-পূজাও চলে। মোন্‌পাসকলৰ প্ৰধান ধৰ্ম্ম বৰ্ত্তমান তিব্বতী পদ্ধতিত বৌদ্ধ ধৰ্ম্ম। তেওঁলোকে কেনেকৈ বৌদ্ধ ধৰ্ম্মালম্বী হৈছে সেই বিষয়ে পূৰ্ব্বতে আলোচনা কৰা হৈছে। টাৱাৰ পৰা অহা এজন বা একাধিক লামা প্ৰায় প্ৰত্যেক মোন্‌পা গাৱঁতে দেখা যায়। কিন্তু 'বোট্' কোনীয়া আৰু পাহম গাওঁ (মিজি সীমান্তত থকা এই গাওঁ) তিনিখনত য'ত মিজি সকলে আহি সম্পৰ্ক ৰাখে তাত লামা সকলক দেখা নাযায়। বিশেষকৈ 'বোট', আৰু 'কোনীয়া গাওঁত বসতি কৰা লোকসকলে সম্পূৰ্ণৰূপে বৌদ্ধ ধৰ্ম্ম ত্যাগ কৰা যেন লাগে। যি কি নহওক মোন্‌পা সকল যে শুদ্ধ পবিত্ৰ আৰু প্ৰকৃত ধৰ্ম্মালম্বী, সেইয়া বুজা যায় কিছুমান দৃশ্যমান স্বভাৱ দেখি। অতি বাটত বা আলিৰ ভাঁজত বা চুকত 'মানে দেৱাল

নাইবা 'চৰ্টেন' স্তূপৰ লগত দেখা যায়। প্ৰাৰ্থনা পতাকা "টান-ট" গাৱৰ কাষৰ প্ৰত্যেক জুৰি বা নৈত একোটা প্ৰকাণ্ড প্ৰাৰ্থনা চকা চকুত পৰে।

বৌদ্ধ ধৰ্মৰ মূলমন্ত্ৰ "ওম্-মনি-পদ্মে-হুঁ" সেই প্ৰকাণ্ডচকা বোৰত হেজাৰবাৰ লিখা থাকে। গোটেই দিনটো সেই চকা ঘূৰিলে সেই প্ৰত্যেক চকাই তিনি কোটিবাৰ মন্ত্ৰ উচ্চাৰণ কৰা যেন লাগে।

যিকি নহওক মোন্‌পা সকলৰ ধৰ্ম উপকৰা ভাৱেহে থকা যেন লাগে। কাৰণ বহু লামা যাৰ ওপৰত গাৱঁৰ আধ্যাত্মিক মঙ্গলৰ ভাৰ ন্যস্ত কৰা হয় সেই লামা সকলে নিজৰ পবিত্ৰ কৰ্ত্তব্য পৰিত্যাগ কৰি ৰক্ত-মাংসৰ আৰু পাশবিক সংসাৰত প্ৰবেশ কৰি নিজৰ ধাৰ্ম্মিক পবিত্ৰতাৰ সুবিধা লৈ বহু মোন্‌পা তিৰোতাক প্ৰলোভন দেখুৱাই নিজৰ সহধৰ্ম্মিনী হিচাবে গ্ৰহণ কৰে। তথাপিও তেওঁলোকৰ সন্মান অলপো ত্ৰুটি-বিচ্যুতি নহয়। তেওঁলোকৰ উপকৰা সন্মান অটুট থাকি যায়, ইমান অশুদ্ধতা আৰু অপবিত্ৰতাত লিপ্ত থাকিও, যদিও জনসাধাৰণৰ শ্ৰদ্ধা বহুতো কমি যায়। গতিকে দেখা যায় মোন্‌পা সকল বৌদ্ধ ধৰ্মাবলম্বী হলেও প্ৰকৃতিৰ নানা দেৱ-দেৱীকো পূজা পাতল দিয়ে। সেয়েহে Fiesco Mariani এ বৰ্ণনা কৰা Bonpa Religionৰ লগত মোন্‌পা সকলৰ ধৰ্ম বিশ্বাস আৰু পূজা পাতলৰ পদ্ধতিৰ মিল দেখা যায়। বৌদ্ধ ধৰ্ম লোৱাৰ আগতে বোঙপা তিব্বতী সকলৰ বোন্ ধৰ্ম্ম আছিল সেই কাৰণে সেই সময়ত তিব্বতী সকলক বোন্‌পাও বোলা হৈছিল। সেই বোন্‌পা ধৰ্ম্ম প্ৰকৃতিৰ দেৱ-দেৱী সকলক পূজা পাতল দিয়া ধৰ্ম্মকো ফ্ৰেস্কো মেৰীয়াণীয়ে মোন্‌পা সকলৰ ধৰ্ম্মক মোন্‌পা ধৰ্ম্ম বুলিছিল। মোন্‌পা সকলৰ বিশ্বাসমতে তেওঁলোক দ্বিতীয় দালাই লামাৰ দিনতে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰি সেই ধৰ্ম্মত দীক্ষিত হৈছিল। ষষ্ঠ দালাই লামাৰ চৰণৰ ছাব এতিয়াও টাৱাঙৰ মঠ বা গোম্‌পাত আজিও সংৰক্ষিত হৈ আছে। মোন্‌পা সকলে কয় যে ষষ্ঠ দালাইলামাজনে এই কামেং বিভাগৰ টাৱাং অঞ্চলৰ 'ও জেলিং জেলিং' নামে গাৱঁত জন্ম গ্ৰহণ কৰিছিল। ই ভাৰতৰ তথা নেফাৰ কম গৌৰৱৰ কথা নহয়। আৰু টাৱাঙৰ মঠ বা গোম্‌পা বা বৌদ্ধ ধৰ্ম মন্দিৰটো ভাৰতৰ ভিতৰত এটা লেখত লবলগীয়া।

তিব্বতীসকলৰ নিচিনা মোন্‌পা সকলৰ মাজতো বহুবিবাহ প্ৰথা প্ৰচলিত। কোনো কোনো মোন্‌পাৰ বহু পত্নী আৰু বহু মোন্‌পা তিৰোতাৰ বহু পতিও থকা দেখা যায়। অৱশ্যে ভাৰত স্বাধীন হোৱাৰ পাছত নতুন শিক্ষা পদ্ধতি আৰু নতুন শাসন পদ্ধতি হোৱাৰ ফলত এই বহুবিবাহ প্ৰথা কমি আহিছে।

সচৰাচৰ মানুহে ভাবিব পাৰে যে সকলো মোনপাই একে ভাষাত কথা কয়। কিন্তু দৰাচলতে সেইয়া নহয়। 'লিহ্' বা 'লিম্পা' গাওঁৰ মোন্‌পা সকলে যি ভাষা কয় "ম্যামা-ডুং" আৰু "চেৰ্‌গোজুং গাওঁৰ মোন্‌পাসকল তাক নুবুজে। এই সক টাৱাং অঞ্চলত পাঁচবিধ ভাষা কোৱা শুনা যায়। 'কে' মানে মোন্‌পা সকলৰ মতে ভাষা। টাৱাং মন্‌কে কেৱল টাৱাং উপত্যকাতহে কোৱা হয়। আৰু 'দিৰাং' 'মন্‌কে' 'ছেলা'ৰ দক্ষিণে বাণিজ্যিক বাটৰ কাষৰে-পাজৰে 'ডিৰাংজং' উপত্যকাত কোৱা শুনা যায়। এইটো চাবলগীয়া যে 'টাৱাং মন্‌কে' আৰু 'ডিৰাং মন্‌কে-ৰ ভাষাতত্ত্বৰ পৰা তিব্বতীৰ মূল্যহে দেখা যায়। কিন্তু ছেৰডুক্‌পেন্ ভাষাৰ মূল বিচাৰিলে তিব্বতীৰ মূল বিশেষ পোৱা নাযায় অৱশ্যে পূব ভূটানৰ লগত ইয়াৰ সামঞ্জস্য বেছি দেখা যায়।

আগতে কোৱা হৈছে মোন্‌পা সকলৰ মৃতকৰ সংস্কাৰ পদ্ধতি বেলেগ। আর্থিক অৱস্থা ভেদে এই পদ্ধতি বিভিন্ন ধৰণৰো দেখা যায়। ধনী মানুহৰ মৃত্যু হলে যি ঠাইত তিব্বত সীমান্তত অবস্থিত থাৰ্‌পোৱাং নামৰ ঠাইত সুগন্ধি দ্রব্য-সহকাৰে শিলৰ ওপৰত পুৰি পেলোৱা হয়। জলোৱাৰ পাছত মৃতকৰ মূৰটো কাটি আনি দলিয়াই পেলোৱা হয়। সাধাৰণ মানুহৰ মৰাশ সুপুৰি আগতে কোৱাৰ দৰে নৈৰ মাজলৈ নৈ গৈ এশ আঠ ডোখোৰকৈ কাটি নৈত উটুৱাই দিয়া হয়। খুচৰা ৰোগত মৰাশ ধনীয়েই হওক বা দুখীয়াই হওক পুৰি পেলোৱা হয়।

মোন্‌পাসকলৰ কচি অন্য ধৰণৰ। নৃত্য-গীতত 'চামা' "ছামো"ত মোন্‌পা সকলৰ অনুৰাগ বিশেষভাৱে দেখা যায়। নৃত্য-কুশলতাও প্রশংসনীয়।

টাৱাং অঞ্চল প্রকৃতিৰ সুৰম্যলীলা নিকেতন, নত উন্নত পর্বত শাৰীৰ মালা, অগনিত নদীৰ মালাধাৰিণী ভীষণ-কান্তি প্রাকৃতিক সৌন্দর্য্যৰ সমতুলনা নাই। এই নানা প্রাকৃতিক দৃশ্যৰ মাজত বৈশিষ্ট্যৰ সৃষ্টি কৰিছে মানুহৰ ছাপ কটা কৃষিৰ পথাৰবোৰ, সৌ টাৱাঙৰ মঠ গোমপা, মোন্‌পাৰ জীৱন আৰু সাংস্কৃতিক জীৱনৰ প্রাণকোষে দুর্গম পথৰ অভিযাত্রী সকলৰ চকুত পৰে পোন্ধৰ মাইল জীতৰৰ পৰা দুৰ্দ্ধৰ্ষ দুর্গৰ দৰে। আগবাঢ়ি গলে দেখা যায় বাটৰ দুয়োকাষে সুগন্ধিযুক্ত ঠালে-ঠেকৰে জুই. আৰু তাৰপৰা সুৰভিত ধোঁৱাৰে সপোনৰচা ধুঁৱলী-কুঁৱলী আৰু পবিত্রীকৃত পৰিবেশ। তোৰণ সমূহৰ টিঙত প্রভুবুদ্ধৰ জীৱনৰ বিভিন্ন ঘটনাৰ অৱলম্বনত মোন্‌পা সকলে আঁকা ছবিবোৰ মোহনীয়, মনোমোহা আৰু মনোমুগ্ধকৰ। বাটৰ কাষৰে পাজৰে প্রত্যেক গাঁৱৰ সকল-

প্ৰাণ মোন্‌পাসকলে সদলবলে আগুৱাই আহে স্বাগত আৰু অভিনন্দন জনাবলৈ, আশ্ৰয় দিয়ে বিধ বিধ পত্ৰ আৰু নানা তৰহৰ ফুলেৰে সুশোভিত এটা সৰু টাম্বুত, বহিবলৈ দিয়ে সুন্দৰ সুশোভন ফুলাম দলিচাৰ ওপৰত; আৰু পৰিবেশন কৰে ৰূপৰ নাইবা-চীনামাটিৰ সুচিত্ৰিত পিয়লাত নিমখ আৰু মাখন মিহলোৱা ৰঙা চাহ, এইদৰে আদৰ অভ্যৰ্থনাৰ পাচত৻ বিশাল মোন্‌পাৰ ভিতৰলৈ গলে তাৰ স্তব্ধ গাম্ভীৰ্যই অভিযাত্ৰী সকলক বিস্মিত কৰি তোলে, মঠ-সংশ্লিষ্ট গ্ৰন্থাগাৰ দেখুৱাই মুগ্ধ কৰে। এই পুথিভঁৰালৰ পুথিৰ সংখ্যা প্ৰায় সাতশ আৰু এই পুথি সংগ্ৰহৰ অমূল্য সম্পদ হৈছে বিভিন্ন খণ্ডত বিভক্ত 'গেবোম্পা'ৰ গ্ৰন্থ। তাৰ ভিতৰত তিনিটা খণ্ডই সোণৰ আখৰেৰে লিখা বুলি আগতেই উল্লেখ কৰা হৈছে।

এই গোম্পাতেই নাট্য অভিনয়ৰ সাজ-সৰঞ্জাম থাকে। প্ৰকাণ্ড প্ৰকাণ্ড কাঠৰ পেৰাত সযত্নে ৰখা হয় অভিনেতাসকলৰ পোছাক-পৰিচ্ছদ। মুখা বা 'ৰ' ইত্যাদি। কত ৰকমৰ যে মুখা ভিন ভিন ভাওৰ কাৰণে সজা, বহুৱা, যুঁজাৰু, পশু-পক্ষী, ৰজা-ৰাণীৰ আৰু কিমানৰ।

'থুতোত্‌দাম্' অভিনয়, যি অভিনয় দেখিলে শ্ৰোতা আৰু দৰ্শকসকল সকলোতকৈ বেছি অভিভূত হয়। ভাৱৰীয়া সকলে কঙ্কাল মূৰ্ত্তিৰ সাজত সাজি কাচি মৃত্যুৰ পাছত আত্মাৰ বিচিত্ৰ ৰূপৰ বিকাশ আৰু অভিজ্ঞতা নৃত্য আৰু সংলাপৰ মাধ্যমত প্ৰকাশ কৰে। এই গেতম্পাৰ ভিতৰতে আছে এক বিৰাট বুদ্ধমূৰ্ত্তি আৰু সৰু সৰু বহুতো মূৰ্ত্তি।

বৌদ্ধ-পূণিমাৰ দিনা নিশা এই মঠ মন্দিৰত সহস্ৰ দীপ জ্বলি উঠে। অবৰ্ণনীয় জ্যোতিষ্মান দীপাৱলী স্বৰ্গীয় জ্যোতিৰে জিলিকি উজ্বলে।

এওঁলোকৰো বছৰ গণনা দিন, মাহ, বছৰ এইদৰে ভূটীয়া আৰু ছেৰডুকপেন সকলৰ দৰে হৰহু। এওঁলোকৰ সমাজ আন জনজাতিসকলৰ বৰ মেল বা পঞ্চায়তৰ দৰে 'ছোজোম'-ৰ দ্বাৰা পৰিচালিত হয়। এই 'ছোজোমৰ' সভ্যসকলক 'থুমি' বোলা হয়। গাওঁবুঢাক 'ছোৰ্‌গণ' বোলে।

নৃত্য, গীত আৰু অভিনয়ত ঢোল, পেঁপা, শিঙা, আদি বজোৱাৰ উপৰিও 'ডা' বা বৰকাঁহ আৰু 'বুব্‌ছে' বা ভোৰতালৰ ব্যৱহাৰ হয়।

এইদৰে মোন্‌পাসকলৰ অজান্তীদেশৰ কথা সুঁৱৰি সুঁৱৰি মোৰ মন প্ৰফুল্লিত হৈ জিলিকি উঠে বগা বগা শুকুলা বৰফেৰে ঢকা টাৱাং অঞ্চল, বিধ বিধ ৰহনেৰে বোলোৱা নানা তৰহৰ সাজপাৰ পিন্ধা মোন্‌পা-সকলৈ মোৰ হিয়াই ঢাপলি

মেলে সেই ৰাজ্যলৈ। বিৰাট বিৰাট শিলেৰে গঁথা বিচিত্ৰভাৱে কুণ্ডোৱা ফুলাম ফুলাম খিৰিকি দৰ্জাৰে ভৰা কাবেং হেন ঘৰবোৰ, সোনোৱালি হালধীয়া, সেউজীয়া, চাপকটা পথাৰবোৰ, স্তব্ধ গাম্ভীৰ্যৰে পৰিপূৰ্ণ বৌদ্ধ মঠ; গোম্পা আদি সাঙুৰি আছে বহু কল্পনা বহু সপোনৰ নিচিনাকৈ ভাবি চিন্তি গুনি-গুঁথি বং উলাহত মোৰ মন বাঁই-জাঁই হৈ উঠে। শেহত সেই সম্মুখৰ গম্ভীৰ মোন্‌পা সামাজনক দেখি বিস্ময় মানি বহুপৰ চাই আথে-বেথেকৈ মেলানি মাগি বিচনাৰ পৰা উঠো। হাঁহি মুখেৰে কওঁ বিনয় স্বৰেৰে—"সন্ধিয়া 'চামা' মদ আনিম, একেলগে বহিম, খাম, পিম।" তেওঁৰ মুখত হাঁহি বিৰিঙি উঠে।.........

আগুৰাই যাওঁ এখোজ দুখোজকৈ আগবাঢ়ি গৈছোঁ, এনেতে এজনে মাত দিয়ে—

: আপুনি ক'ৰ? ক'ৰ মানুহ?

: তেজপুৰৰ

: তেজপুৰৰ! আমাৰ তেজপুৰৰ!! আহক, আহক। আচৰিত হওঁ তেওঁৰ আগ্ৰহ দেখি।

সোধো : আপুনি ক'ৰ?

: তেজপুৰৰ।

মই আৰু আচৰিত হওঁ।

"উ' উ' তেজপুৰৰ মই অঁকা মানুহ।"

"হুৰুছো"।

"অ'। হুৰুচো"। তেওঁ হাঁহে।

তেওঁৰ বিচনাত বহোঁ। তেওঁৰ মুখলৈ চাই অঁকাসকলৰ বিষয়ে বহু কথা, বহু কাহিনী মনলৈ আহে। বহু বছৰৰ আগতে নতুনকৈ ৰূপ লোৱা পৃথিৱীলৈ সৰগৰ পৰা ধৰণীলৈ মানুহে জখলাৰে নামি আহিছিল হেনো। বহু ৰকমৰ জখলা; বিশেষ বিশেষ জাতিয়ে বিশেষ বিশেষ জখলাৰে আহিছিল। অসমীয়া আৰু ৰাজৰক্ত শৰীৰত থকা অঁকাসকলে সোনৰ জখলাৰে; বাকী অঁকা সকলে ৰূপৰ জখলাৰে, মোন্‌পা আৰু তিব্বতী সকলে লোহাৰ জখলাৰে; ডফলা আৰু আবৰ সকলে বাঁহৰ জখলাৰে, আৰু কছাৰী আৰু খোৱাংসকলে কলগছৰ জখলাৰে নামি আহিছিল হেনো। লোহিতৰ ভৈয়ামত লকাপুৰ নামৰ পৰ্বতৰ ওপৰত সৰগৰপৰা জখলাৰে নামি মানুহবোৰে মাটি বিচাৰিবলৈ ধৰিছিল। প্ৰথমে অসমীয়াসকলে যাত্ৰা আৰম্ভ কৰিছিল আৰু অসমৰ ভৈয়াম অঞ্চল

তেওঁলোকৰ বসতি অঞ্চল হিচাবে বাছি লৈছিল। অকাসকলে লঙ্কাপুৰত, মদ-পানী আদি খাই, বৈ, পি, ৰং ৰহইচ কৰি থাকোতে পলম হৈছিল আৰু আন আন মানুহক নিৰুপায় হৈ শোষণ কৰি আছিল।

শেহত তেওঁলোক ভালুকপুঙৰ ওচৰত বসবাস কৰিছিল। এই ভালুক-পুঙতে ভৰলী নৈৰ সোঁপাৰে 'নাটাপুৰ' আৰু 'বায়ু' নামৰ দুজন নেতাই তেওঁলোকৰ নিজৰ নিজৰ ৰাজধানী পাতিছিল। 'নাটাপুৰৰ ৰাজধানী-'বায়ুৰ ৰাজধানীৰ উহৰে উজনিৰ ফালে আছিল।

এই দুজন নেতাৰ ভিতৰত বায়ু আছিল অতি শক্তিশালী। নাটাপুৰৰ দুজনী ঘৈণীয়েক আছিল। সৰুজনী অতিকৈ ধুনীয়া আছিল। তাইৰ সৌন্দৰ্যৰ বাতৰি শুনি তাইক নিজৰ বুলি পাবলৈ বৰ হেপাহ কৰিছিল বায়ুয়ে। এইদৰে সি নাটাপুৰলৈ কটকী পঠাই জনাইছিল যে, হয় সি বায়ুলৈ তেওঁৰ সৰু ঘৈণীয়েক জনীক পঠিয়াই দিব লাগিব নহলে নিস্তাৰ নাই। সকলো অস্ত্ৰ-শস্ত্ৰেৰে তাইক গিৰিয়েকে ৰক্ষা কৰিবলৈ সকলো ৰকমে প্ৰস্তুত হব লাগিব। তেনে বাতৰি পাই নাটাপুৰে স্বাভাৱিকতে বৰ বিমৰ্ষ হৈ পৰিছিল আৰু তেওঁৰ ওজা সকলক দিহা পৰামৰ্শৰ কাৰণে অনুৰোধ জনাইছিল। ওজা-সকলে সেইদিনা সন্ধিয়া সৰিয়হ সিঁচিছিল আৰু কৈছিল যে যদি ৰাতিৰ ভিতৰতে পুৱাৰ আগতে সৰিয়হ গজে তেনেহলে নাটাপুৰৰ পক্ষে বায়ুলৈ তেওঁৰ সৰু ঘৈণীজনীক দিয়াই ভাল হব। তথাপি 'বায়ুৰ ভীষণ কোপ, আৰু ক্ৰোধৰ পৰা ৰইখা পোৱা টান হব, সহজ নহব। ৰাতিপুৱা সন্ধিয়া সৰিয়হ সিচ ঠাইত সৰিয়হ গছৰ ফুল দেখি 'নাটাপুৰে' আতঙ্কিত হৈ উঠিছিল আৰু বায়ুলৈ সৰু ঘৈণীয়েক জনীক লবালৰিকৈ পঠিওৱাৰ ব্যৱস্থা কৰিছিল। তেওঁ ঘৈণীয়েকজনীক অকলে ভুৰ এটাত তুলি ভৰলী নৈত উটুৱাই দিছিল। 'বায়ুৰ' ৰাজধানী পোৱাৰ আগতে বেচেৰী তিৰোতাজনীৰ এটা কেঁচুৱা প্ৰসব হৈছিল। প্ৰসব হোৱাৰ লগে লগে হতভাগিনী মাকজনী অচেতন হৈ পৰিছিল আৰু সেই ভুৰটো কোনেও নেদেখাকৈ নৈৰ পাৰত লাগি চুৰমাৰ হৈ গৈছিল। যেতিয়া মাকজনী অচেতন হৈ আছিল তেতিয়া এটা আৰি মাছে আহি দাঁতেৰে কামুৰি কেঁচুৱাৰ নাড়ী ছিঙি পেলাইছিল। চেতনা পাই মাকজনীয়ে দেখে কেঁচুৱাটোৰ নাড়ী আৰিমাছৰ দ্বাৰা কটা দেহাই দেহাই তেওঁ কৈ উঠিছিল 'আৰি মাছে নাড়ী কাটিলে' আৰু কেঁচুৱাটোৰ নাম দিছিল 'আৰিমাহ'। কেইদিনমানৰ পিছত 'বায়ু'-ৰ মানুহে সেই ভগা ভুৰটো দেখা পাইছিল আৰু মাক কেঁচুৱাক পাৰৰ হাবিৰ মাজত দেখা পাই উলিয়াইছিল। সেই কেঁচুৱাৰ

মাকক সিইঁতে লৈ অনাত 'বায়ু'-য়ে আদৰেৰে গ্ৰহন কৰিছিল। সৰা 'আবিমাহ' শেহত এজন ডাঙৰ যুঁজাৰু হৈছিল। আৰু নিজ শক্তি আৰু বাহুবলেৰে ওচৰ চুবুৰীয়া জাতি আৰু আন আন জাতিক বশীভূত কৰিছিল। এদিন তেওঁ সফলতাৰে তেওঁৰ সৈন্যবাহিনীক লৈ গৈ নাটাপুৰৰ ৰাজধানী অৱৰোধ কৰিছিল তেওঁ নিজেই নিজৰ পিতৃ নাটাপুৰৰ ডিঙিত খাঁঠিৰে খুচি যুদ্ধত বধ কৰিছিল উভতি আহি দেখিছিল পিতৃ হত্যা মহাপাপৰ কাৰণে ঘিহকে তেওঁ স্পৰ্শ কৰিছিল সেয়ে তেওঁৰ হাতত লাগি ধৰিছিল। মাকৰ মুখত সকলো শুনি মাকৰ নিৰ্দ্দেশমতে তেওঁ নিজক এই মহাপাপৰ পৰা প্ৰায়শ্চিত্ত কৰিবলৈ ওলাইছিল। প্ৰায়শ্চিত্তৰ কাৰণে সেই মহাপাপীৰ দান-দক্ষিণা নলৈ নদীয়েও সোঁতসলাই আঁতৰি গৈছিল। উপাই নাপাই তেওঁ নিজক অজান্তীদেশত বিস্মৃতিৰ অন্ধকাৰত ডুবাই দিবলৈ তেনে এক ৰাজ্যলৈ গৈছিল। সেই ৰাজ্যই হৈছে বৰ্ত্তমান আঁকা সকলে বসতি কৰা ৰাজ্য। তেওঁ বুঢ়াবয়সলৈকে বাচি আছিল। তেওঁৰ বহু পুত্ৰ হৈছিল। সেই পুত্ৰসকলৰ বংশধৰ বৰ্ত্তমান আঁকাসকল।

সেই 'আবিমা'ৰ বংশধৰ আঁকা ক্ৰচো কেইজনক দেখি তেওঁলোকৰ শকতিৰ কাহিনী সুঁৱৰি মই স্তম্ভিত হওঁ।... ]

মনত পৰে উনবিংশ শতিকাৰ ওঠৰ-তিৰাশী খ্ৰীষ্টাব্দৰ ঘটনা। বৃটিছ সিংহৰ শাসন কালত কলিকতা মহানগৰীত এটি প্ৰদৰ্শনীৰ আয়োজন হয়। এজন চৰকাৰী কৰ্ম্মচাৰীৰ ওপৰত ভাৰ দিয়া হয়। বালিপৰা ফ্ৰন্টিয়াৰ ট্ৰেক্টৰ আঁকা সকলৰ ৰাজ্যত কৃষি আৰু আন আন যন্ত্ৰ কিছুমানৰ নমুনা যোগাৰ কৰি আনিবলৈ আৰু ভাৰ দিয়া হৈছিল। সেই প্ৰদৰ্শনীৰ মডেল হিচাপে প্ৰদৰ্শন কৰিবৰ কাৰণে আঁকা মানুহ এজনক সংগ্ৰহ কৰিবলৈ কৰ্ম্মচাৰী জনে উলাহত তেওঁৰ ওপৰত দায়ীত্ব দিয়াৰ কথা ব্যক্ত কৰে আৰু কয় যে চৰকাৰে তেওঁক আঁকা ৰাজ্যলৈ পঠাইছে। গহনা গাথৰী সাজ-পোছাক আদিৰে সৈতে এজন আঁকা ৰজা আৰু এজনী আঁকা ৰাণীক কলিকতালৈ নিবলৈ। কথা শুনি আঁকা সকল খঙত জ্বলি পৰি উঠে। যি ৰজা-ৰাণীৰ প্ৰতি তেওঁলোকৰ অগাধ ভকতি আৰু গভীৰ শ্ৰদ্ধা, সেই ৰজা ৰাণীক দহজনৰ সন্মুখত সামান্য চাবলগীয়া বস্তুৰ দৰে দেখুৱাব? খঙত ৰাগত তেওঁলোকে সেই চৰকাৰী কৰ্ম্মচাৰীজনক বন্দী কৰে আৰু এজুম সাহসী আঁকা দলক সুপৰিকল্পিত উপায়েৰে বালিপাৰা দখল কৰিবলৈ পঠিয়ায়। এই ঘটনা দমন কৰিবৰ কাৰণে ইংৰাজ চৰকাৰে এদল সশস্ত্ৰ সৈন্যবাহিনী আঁকা পাহাৰলৈ পঠাই কালক্ৰমে আঁকা সকলে বৃটিছৰ

সশস্ত্ৰ সৈন্যবাহিনীৰ ওচৰত হাৰ মানে। লাহে লাহে উপদ্ৰৱ কমে। শেহত বৃটিছ চৰকাৰৰ লগত অঁকা সকলৰ সন্ধি হয় ১৮৮৮ খৃঃত।

কামেং বিভাগৰ দক্ষিণ অঞ্চলত ২০০০ হেজাৰ বৰ্গমাইল বিয়পি অঁকা সকলৰ বসতি অঞ্চল। এওঁলোকৰ জনসংখ্যা মাথোন ২০০০। অঁকা নামটো অসমীয়া সকলে দিয়া। এওঁলোকে নিজক 'হ্‌চো' বোলে। হ্‌চো সকলৰ মুখত নীলা, কলা ৰঙৰ বুটা (Ja'‹ o) দিয়া হয়, বুটাৰে অঁকাৰ নিয়ম আছে কাৰণে।

তিৰোতা মানুহৰ কপালৰ তলৰ পৰা নাকেৰে নমাই ঠুঁতৰীলৈকে সৰল ৰেখা অঁকা হয়। ঠুঁতুৰীৰ অলপ ওখৰ পৰা সেই সৰল ৰেখা দুটা ভাগত বিভক্ত হৈ নামি পৰে। মুখৰ ওপৰত এনেকুৱা অঁকাৰ কাৰণে অসমীয়া সকলে তেওঁলোকক অঁকা বোলে। 'হ্‌চো' সকলৰ গোষ্ঠী দুটা, 'কুত্‌চুণ' আৰু 'কোভাত্‌চুণ', 'কুত্‌চুণ'ক অসমীয়াসকলে হাজাৰীখোৱা আৰু 'কোভাত্‌চুণ'ক কপাহচোৰ বোলে। হাজৰী খোৱালোকে হাজাৰ পৰিবাৰৰে খায়. 'পচাৰ' ওপৰত হাজাৰী খোৱা সকলৰ দাবী আছিল। সীমন্তৰ পাহাৰীয়া মানুহ সকলক বুজাই বৰাই ৰাখিবৰ কাৰণে আহোম ৰাজৰ পৰা কৰ হিচাপে তেওঁলোক যি অৰ্থ লোৱাৰ ব্যৱস্থা আছিল তাৰেই নাম 'পচা'। এই দৰে সংগৃহীত অৰ্থৰ এটা ডাঙৰ ভাগ হাজাৰীখোৱা সকলে কপাহ চোৰক দিছিল। এই 'কুত্‌চুণ' আৰু 'কোভাত্‌চুণ' গোষ্টীৰ অঁকা সকলে একো একোজন ৰজাৰ অধীনত সংঘবদ্ধভাৱে বাস কৰে। উত্তৰাধিকাৰ সূত্ৰত সকলো ক্ষেত্ৰত তেনে ৰাজপদ লাভ কৰিব নোৱাৰে।

ৰজাক নিৰ্ব্বাচিত কৰে সেই গোষ্টীৰ জনসাধাৰণে আৰু ৰজাৰ ব্যক্তিত্বৰ ওপৰত নিৰ্ভৰ কৰে ক্ষমতাৰ পৰিমাণ। ইংৰাজ সকলে অসমৰ শাসনভাৰ গ্ৰহন কৰাৰ পিছত অঁকা সকলৰ লগত মিত্ৰতাৰ সম্পৰ্ক ৰক্ষা কৰাৰ উদ্দেশ্য আহোম স্বৰ্গদেৱ সকলে প্ৰৱৰ্তিত কৰা 'পচা' অৱলম্বন কৰে।

'টাগী' ৰজা কোভাত্‌চুণ কপাহচোৰ অঁকা সকলৰ 'অমিততেজা' আৰু 'অসম সাহসী' মহান নেতা। "টাগী" ৰজাই কুত্‌চুণ হাজাৰী খোৱা অঁকা সকলৰে নেতা কেৱল কুত্‌চুণ কোভাত্‌চুণ স্বজাতীয় অঁকা সকলৰ ওপৰতেই নহয় ওচৰ চুবুৰীয়া দুৰ্দান্ত ডফলা সকলৰ ওপৰতো তেওঁ প্ৰভাৱ বিস্তাৰ কৰে।

সীমান্তত অশান্তিৰ জুই জ্বলি উঠে। এনে "টাগী" ৰজাৰ নেতৃত্বত কপাহচোৰ অঁকা সকলে ১৮৩৫ চনত বালিপাৰাত এটা বৃটিছ দুৰ্গ ধ্বংস কৰি পেলায়।......

কেইই বছৰ মান পূৰ্ব্বতে বিদ্ৰোহৰ কাৰণে বৃটিছ চৰকাৰে হাজাৰী খোৱা সকলক 'পচা' দিয়াৰ ব্যৱস্থা উঠাই দিয়ে ফলত কেইবছৰমান পিছত বৃটিছ শাসিত অঞ্চলত অঁকা সকলৰ অতৰ্কিত আক্ৰমণ কৰা হয়। ১৮৪৬ খৃঃত অঁকা সকলৰ সন্ধিৰ ফলত শান্তি বিৰাজ কৰে। সেই বছৰতে কপাহ চোৰ অঁকা সকলেও 'পচা' হিচাবে বছৰি ৫২০ টকা বৃটিছ চৰকাৰৰ পৰা দাবী কৰে। শেহত ১৮৭৫ খৃঃত বৃটিছ চৰকাৰে অঁকা সকলৰ অঞ্চলৰ সীমান্ত চূড়ান্তভাবে নিৰ্দ্ধাৰণ কৰে। তাৰ পিছত বহুবছৰ শান্তিৰে থকাৰ পিচত ১৮৪৩ চনত কলিকতা প্ৰদৰ্শনীৰ উপলক্ষে হোৱা বিদ্ৰোহৰ কথা উল্লেখ কৰা হৈছে। আৰু ১৮৮৮ চনত বৃটিছ চৰকাৰৰ লগত সন্ধিৰ কথাও কোৱা হৈছে। সন্ধি হোৱা স্বত্বেও মাজে মাজে প্ৰায়েই সেই সন্ধিসূত্ৰ ভাঙিছিঙি অঁকা সকলে সমতল ভূমিলৈ আহি উৎপাত কৰে। এইদৰে কুৰি-আঠৈ কুৰি বছৰৰ পাছত ১৯১৪ খৃঃত কেপ্তেইন নেভিলৰ নেতৃত্বত এক অভিযাত্ৰী সৈন্য বাহিনী অঁকা সকলৰ ৰাজ্যলৈ যায় তেওঁলোকক দমন কৰিবলৈ। কেপ্তেইন নেভিলৰ কৃতিত্ব অনুযায়ী পাহাৰীয়া সকলৰ মনৰ পৰা শত্ৰুতাৰ ভাব দূৰ হয় আৰু তেওঁলোকৰ মনত মৈত্ৰীৰ ভাব উদয় হয়।....

সঁচাকৈয়ে অঁকা সকল দুৰ্দ্ধৰ্ষ সমৰ নিপুন জাতি। তেওঁলোকৰ দুৰ্দ্দান্ত প্ৰতাপ দেখি ভূটীয়া সকলে পূৰফালে আগবাঢ়িবলৈ সাহ কৰা নাছিল। তেওঁলোকৰ দুৰ্দ্দৰ্ষ দুদ্ধান্ত প্ৰতিপত্তি আৰু শক্তিশালী প্ৰভাৱৰ ফলত মোন্‌পা মিজিখোৱা, বাগান, বেংনী, ছেৰডুকপেন্ সকলে সন্ত্ৰস্ত হৈ বশ্যতা স্বীকাৰ কৰি কৰ কাটল দিবলগীয়া হৈছিল। সেই "বান"ৰ, সেই "অৰিমা ৰ বংশধৰ দুহাজাৰীয়া অঁকা সকলৰ অলৌকিক শক্তি দেখি বিস্ময় মানিবলগীয়া।

অঁকা সকলক অসমীয়া সকলে যেনেকৈ অঁকা বোলে মুখৰ চিন থকাৰ কাৰণে ঠিক এই চিহ্ন অঙ্কিত থকাৰ কাৰণে তিব্বতী সকলেও তেওঁলোকক "কানোগ্" ( Kanog ) বুলি কয়। 'কানোগ'ৰ অৰ্থ হৈছে অঁকাসকলে সৰল গছৰ তেল আৰু কাঠ কয়লা মিহলাই কলা বৰণৰ বোলেৰে মুখত ৰং লগায়। 'হ্ুচো' শব্দ তেওঁলোকৰ মতে একে গোষ্ঠীৰ মানুহক বুজায়। ভৰলী নৈক এই কামেং বিভাগৰ মানুহসকলে কামেং বোলে। তাৰ পৰাই কামেং বিভাগ হ'ল। দক্ষিণ অঞ্চলত 'বুঢ়াগাওঁ', জামিৰী অঞ্চলত অঁকা সকলে বাস কৰে। ২০০০ ফুটৰ পৰা ৬০০০ ফুটলৈকে ওখ পাৰ্ব্বত্য ভূমিয়েই হৈছে এই অঞ্চল। এওঁলোক দুৰ্দ্ধৰ্ষ হলেও শান্তিকামী বৌদ্ধ আৰু হিন্দু ধৰ্ম্মৰ দ্বাৰা প্ৰভাৱিত হৈছে।

এই আঁকা সকলৰ আৰু এটা বিশ্বাস যে, অতি পূৰ্ব্বতে এওঁলোক আছিল সমতল অধিবাসী। বিশ্বনাহাৰ উত্তৰে ঘিলাধাৰী নৈৰ পাৰৰ প্ৰতাপ-গড়ৰ পৰা এওঁলোকৰ পূৰ্ব্ব-পুৰুষক হেনো কৃষ্ণ বলোৰামে খেদি দিয়ে।

গণতন্ত্ৰৰ ভেটিত আঁকাসকলৰ সমাজ পৰিচালিত হয় কিন্তু এওঁলোকৰ সমাজত অপৰিসীম মৰ্য্যাদাৰে পৰিপূৰ্ণ ৰাণীও আছিল।

আঁকা সকলৰ ৰাজ্যত দুখন ডাঙৰ গাওঁ আছিল "জামেৰী আৰু হুচী"। প্ৰতিখন গাৱত এগৰাকী ৰাণী থাকে। এই ৰাণী দুইগৰাকী আঁকা ৰাজপৰিবাৰৰ বংশধৰ। গোটেই আঁকা সমাজতে এই দুগৰাকী ৰাণীৰ বিপুল গৌৰব আৰু ক্ষমতা প্ৰতিষ্ঠা।

ৰাণীক এওঁলোকে 'মুগুম্' বোলে। আশ্ৰয়হীনক আশ্ৰয় দিয়ে তেওঁলোকে। সকলোৰে লগতে এওঁলোকৰ সহযোগীতা আৰু আত্মীয়তা কৰে। দুগৰাকী ৰাণীয়ে অন্তৰ্নীহিত সত্‌গুণেৰে গুণৱতী। মুঠতে বিলাস, বিশ্ৰাম আৰু ঐশ্বৰ্য্য উপভোগৰ উপৰিও এই আঁকা ৰাণী দুগৰাকী সদ্‌অনুষ্ঠানৰে পৃষ্ঠপোষিকা। সামাজিক আৰু ৰাজনৈতিক জীৱনত এক বিশিষ্ট আসনৰ তেওঁলোক আধিকাৰিণী।

গ্ৰাম্যপঞ্চায়ত 'মেলি'ৰ পৰামৰ্শ সকলো গুৰুত্বপূৰ্ণ কাৰ্য্যত অতি মূল্যবান। সভাৰ শেষত 'মেলি' পঞ্চায়তৰ সভ্যসকলক এটা বিৰাট ভোজ তেওঁলোকে দিয়ে। গাওঁবুঢ়াক 'বৰা' বোলা হয়।

আঁকা সকলৰ ভিতৰত মতা আৰু মাইকীৰ সাজপাৰত বেছি পাৰ্থক্য দেখা নাযায়। মাইকী আৰু মতা মানুহে দীঘল ঠেঙা পিন্ধে—'ডাম্‌ডিং বা আন আন পোক পৰুৱাৰ পৰা ৰক্ষা পাবলৈ। এই ঠেঙাবোৰ সাধাৰণতে এৰি কাপোৰৰ। এৰি শিল্প এওঁলোকৰ মাজত নাই। এওঁলোকে ভৈয়াম অঞ্চলৰ পৰা এৰি কাপোৰ কিনি লয়। গাত মতাসকলে দুয়ো ধৰণৰ কাপোৰ পিন্ধে। বোমন সকলৰ 'টোগা'ৰ নিচিনা কাপোৰ এখন গাত মেৰিয়ায় আৰু এখন ডাঙৰ এৰি কাপোৰ চাৰি ভাজ কৰি দুই কান্ধৰ ওপৰত দুটা গাঁথি মাৰি লয়। কেতিয়াবা ইংৰাজ সকলৰ জেকেটৰ দৰে এটা সৰু ছোলাও পিন্ধে,—যি ছোলাৰ হাত কেতিয়াবা থাকে কেতিয়াবা নাথাকে; সন্মুখৰ ফালটো খোলা। তিৰোতা সকলে পিন্ধা ছোলা দীঘল প্ৰায় ভৰিৰ ওচৰ পোৱা—'চেমিজ'ৰ দৰে। কিন্তু সন্মুখৰ ফালটো খোলা নাথাকে। মতাসকলৰ ছোলা প্ৰায় কঁকালৰ তললৈ আহে। ডিঙিত আঁকা মতা মাইকী হালেই নানাবিধ মণিৰ মালা পিন্ধে। আগতে তিব্বতৰ পৰা অনা অকল শিলৰ মণিহে পিন্ধিছিল। কিন্তু আজি দুষ্প্ৰাপ্য বুলি কাঁচৰ

মণিহে পিন্ধে। মতা-সকলে খাৰু নিপিন্ধে। কিন্তু মাইকীসকলে অসমৰ গাম খাৰুক বৰ আদৰ কৰে। মতা মাইকী দুয়োৰে কাণ ফুটোৱা হয়। সৰুকালৰ পৰা কাণত কেৰু জাতীয় ৰূপৰ গহনা পিন্ধে। এই কাণৰ বিন্ধাটো সৰুৰে পৰা লাহে লাহে ডাঙৰ কৰি আনে। কেতিয়াবা কেতিয়াবা কাণত একাধিক বিন্ধা থাকে। আৰু এই বিলাকত আঙঠি ব্যৱহাৰ কৰে। কাণৰ ডাঙৰ বিন্ধা হলে মতা মানুহ বাঁহৰ চুঙা পিন্ধে। মতা-মানুহে কঁকালত পেটীৰ পৰা ওলোমা এখন দীঘল দা বা তৰোৱাল লোৱা দেখা যায়। পিঠিত প্ৰায়ই ওলমি থাকে কাড়ৰ তুণ আৰু হাতত নাইবা পিঠিত ধনু। অনবৰত এটা মোনা থাকে—যি মোনাত তামোল, পান, পাইপ আৰু ধপাত ৰখা হয়। তীখা লোৰ টুকুৰা আৰু শিল ভৰাই লোৱা হয়। আঁকাসকলে বিশেষকৈ তেওঁলোকৰ 'ৰৰা'—গাওবুঢাই গন' নামৰ তিব্বতী ৰূপৰ টেমা নাইবা যি কোনো বগা টেমা ডিঙিত ওলমাই লয়। তিৰোতা সকলে পিছফালে খোপা বান্ধে। অৱস্থাপন্ন আঁকা তিৰোতাৰ মূৰত ৰূপৰ চেইন পিন্ধা দেখা যায়। প্ৰত্যেক তিৰোতাৰ ডিঙিতো এটা 'গন' ( gon ) টেমা ওলোমা থাকে। অসমৰ গাম খাৰুৰ বাহিৰেও তেওঁলোকৰ হাতত তিব্বতী ধৰণৰ খাৰু দেখা যায়। তেওঁ-লোকৰ গহনা গাথৰী অসমৰ ভৈয়ামৰ পৰা নাইবা তাৰ চুবুৰীয়া টাৱাঙৰ পৰা অনা হয়।

আঁকা সকল উন্নতিশীল জাতি। এফালে অসমীয়া আৰু আনফালে তিব্বতৰ সংস্পৰ্শত থকাৰ ফলত তেওঁলোকৰ উন্নয়ন নিৰ্ভৰ কৰে।

নেতা সকলৰ দ্বাৰা পৰিচালিত গাঁৱত তেওঁলোকে বাস কৰে। কুংচুন্ আৰু কোভাংচুন্-নেতা তাগী আৰু কালোৰৰ ক্ষমতা এসময়ত বহু প্ৰসাৰী আছিল। কিন্তু আজিকালি প্ৰতি গাওঁ প্ৰকৃততে এক স্বাধীন সত্বা লাভ কৰিছে।

তেওঁলোকৰ ঘৰ বিলাক কট্‌কটীয়াকৈ বন্ধা। শকত কাঠৰ ওপৰত চাং-ঘৰ আৰু খেৰেৰে চোৱা ছাল। দুখীয়া আঁকা সকলৰ চাংঘৰবোৰ মজিয়া তল আৰু বেৰ প্ৰায় বাঁহৰ চটালিৰে গুঁথা। কিন্তু অৱস্থা পূৰ্ণ সকলৰ ঘৰ বেৰ আৰু মজীয়া কাঠৰ তক্তাৰে তৈয়াৰী। একোটা একোটা চাংঘৰ দীঘলে যাঠী গজৰ পৰা আশী গজলৈ দুফালে দুটা বাৰাণ্ডা আৰু ভিতৰত তিনি চাৰিটা পৰিয়াল থাকে। একোটা ঘৰত তিনি চাৰিটা পৰিয়াল

থাকে, প্ৰত্যেক পৰিয়ালে একোটা কোঠালীত বাস কৰে। প্ৰত্যেক কোঠালীত একোটা জুই আখল থাকে। জাবৰ জোথৰ আদি বাহিৰত পেলাবলৈ সৰু সৰু খিৰিকী থাকে। সেই জা-জাবৰবোৰ পোহনীয়া কুকুৰা আৰু গাহৰিয়ে খাই পৰিষ্কাৰ কৰে। 'চিমনী' নোহোৱাৰ কাৰণে গোটেইঘৰ খনেই ধোৱা বৰণীয়া হয়। প্ৰত্যেক চাং ঘৰৰ বাৰাণ্ডাৰ ওচৰৰ কোঠালীটো আলহী ঘৰ, যত মেখোন আৰু আন আন বনৰীয়া জন্তুৰ মূৰ ওলমা থাকে। গাওঁত কিছুমান ভঁৰাল ঘৰো দেখা যায়। দৈনন্দিন ব্যৱহাৰত নথকা বস্তুৰ কাৰণে বিশেষকৈ শস্যৰ ভঁৰাল পথাৰত দেখা পোৱা যায়। 'জামেৰী' আৰু 'গোহাই-থান' গাঁৱত শিলৰে তৈয়াৰী ঘৰ নেতা সকলৰ চাংঘৰৰ সন্মুখত দেখা যায়। ঘৰখনৰ প্ৰথম ভাগতে খট্‌খটীৰে উঠিয়েই এখন বহল বাৰাণ্ডা পোৱা যায়। তাতেই অঁকা আৰু মিজিৰ বা'হৰে আলহী অ'তিথিক সমাদৰ জনোৱা হয়। অঁকা আৰু মিজি আলহী আহিলে ভিতৰৰ কোঠাত বহিবলৈ দিয়া হয়। এজন মানুহৰ এজনীতকৈ বেছি ঘৈণীয়েক থাকিলে প্ৰতি ঘৈণীৰ কাৰণেও একোটা কেঠালী থাকে। সাধাৰণতে পাহাৰৰ গাত খুঁটা পুঁতি তাত বাঁহৰ চাং সাজি তাৰেই ওপৰত ঘৰ সজা হয়।

অঁকা সকলে মেখোন, গাহৰি আৰু কুকুৰা, খচ্চৰ গৰু, গাই, ছাগলী (মোন্‌পাৰ পৰা পোৱা) পোহা দেখা যায়, তাগী আৰু কালৰৰ অৱস্থান জামিৰি আৰু গোহাই থানত। তেওঁলোকৰ ঘৰুৱা বাচন-বৰ্ত্তন অতি সহজ ধৰণৰ আৰু সীমাবদ্ধ—বিশেষকৈ দেখা যায় লাও আৰু বাঁহৰ চামুচ। ধাই মানুহৰ ঘৰত অসমীয়া বাচন-বৰ্ত্তন আৰু তিব্বতী পিয়লাও দেখা যায় দুখীয়া মানুহে খেৰৰ সলনি এবিধ গছৰ পাতো ব্যৱহাৰ কৰে। এই গছৰ পাত এটাৰ পাছত এটাকৈ জাপি ছালচোৱা হয়। আজি কা'লি গাওঁত মানুহৰ বসতি আগতকৈ বাঢ়িছে। খেতিৰ পথাৰত তেওঁলোকে অস্থায়ী ঘৰ সাজে। ভাৰত-চৰকাৰৰ শাসন ব্যৱস্থা থকাতো বাট পদুলি প্ৰায় সচৰাচৰ দেখা নাযায়। এওঁলোকে জুম প্ৰথাৰেও খেতি কৰে। 'জামিৰী' গাওঁত খেতিৰ পথাৰো দেখা যায়। পথাৰৰ চাৰিওকালে বেৰ দিয়া থাকে। তেওঁলোকে নাঙলো ব্যৱহাৰ কৰে। তেওঁলোকে হাবি জুৰা আৰু পুৰাৰ পিছত সৰু লোহাৰ কোৰেৰে চহ কৰে। তেওঁলোকৰ প্ৰধান শস্যৰ ভিতৰত ধান, মাকৈ, উৰহীজাতীয় এবিধ গছ, মাটিকালাই, নানা জাতীয় আলু, ধপাত সৰিয়হ আৰু কিছু পৰিমাণে জলকীয়া। খেতিৰ কাৰণে তেওঁলোকে বৰ এলেহুৱা। খেতিৰ কাৰণে তেওঁলোকে ধোঁৱা-

জাতিৰ মানুহক খটুয়ায় আৰু নিজেই মদ খাই থাকে। তেওঁলোকে জলকীয়া নাখায়। জাৰকালি ভৈয়ামত বেচেহে। ভাত ৰান্ধি খায় আৰু মাকৈ তিব্বতী সকলৰ নিচিনা গুৰিকৰি সিজাই খায়। মাজে মাজে টকো জাতীয় গছৰ (চাগু) শাহ উলিয়াই গুৰি কৰি খায়। শাক্ পাচলীৰ বেচি প্ৰচলন নাই। নানা তৰহৰ আলু হাবিৰ পৰা গোটাই আনে আৰু দুই এবিধ খেতিও কৰে। খেতিৰ সময়ত তেওঁলোকে চিকাৰ নকৰে। বাকী সময়ত তেওঁলোকে সু-সংগঠিত ভাৱে কুকুৰলৈ ধনু-কাড়েৰে চিকাৰ কৰে। আনকি তেওঁলোক ইমান সাহিয়াল বাঘ আৰু ভালুকো কাঁড়েৰে বধ কৰে। চিকাৰৰ ভিতৰত বনৰীয়া গাহৰি, পহু বনৰৌ (কেম্‌টাই পহু) আৰু নানাবিধ চৰাই। বাঁহৰ টুকুৰীৰে বা জালেৰে শিইঁতে মাছ ধৰে। কপাহৰ কাৰণে কপাহৰ খেতি নাই। ভৈয়ামৰ পৰা কপাহৰ কাপোৰ কানি কিনি লয়। তেওঁলোকে ওদাল গছৰ বাকলিৰে বচা তৈয়াৰ কৰে।

তেওঁলোকে ধপাত হুপে, তিৰোতা সকলেও। বাঁহৰ নাইবা বাঁহৰ গুৰিৰে পাইপ সজা হয়। এই পাইপবিলাক কেতিয়াবা সুন্দৰকৈ ভাঁজ কৰা হয়। মাকৈৰ পৰা তেওঁলোকে মদ তৈয়াৰ কৰে। ডাঙৰ ডাঙৰ ভোজত মেথোন আৰু গাহৰি মৰা হয়। গৰুৰ গাখীৰ তেওঁলোকে নেখায় আৰু আগতে গাখীৰো খীৰোৱা নাছিল। আজি কালি গাখীৰ খীৰাই মানুহক বেচে। নিজে কিন্তু নেখায়, ছাগলী, গাহ'ৰ আদি জন্তুৰ ব্যৱহাৰ দেব-দেৱীৰ কাৰণে, আৰু পূজাত বলি দিয়া হয়। বিয়াত গা-ধন হিচাপেও এই দুবিধৰ ব্যৱহাৰ হয়। আলহী আহিলে এই বিলাক জন্তুমাৰি ভোজ দিয়ে। কুকুৰা, পাৰ মাৰি আৰু কড়িৰেও মঙ্গল ঠিকনা চায়। ধনী অঁকাৰ ঘৰত মেথোন দেখা যায়। মেথোন বিলাক সাধাৰণতে গাওঁৰ ওচৰৰ হাবিত মেলি দিয়া হয়। আৰু গৰাকীয়ে মাজে মাজে গৈ লোণ চেলেকাই আহে। বিয়াৰ সময়ত ছোৱালীৰ পৰিয়ালক লৰাই গা-ধন হিচাবে মেথোন আৰু নানা বিধ মণি দিয়ে। ডাঙৰ ডাঙৰ দেৱ দেৱীৰ আগত ৰাইজৰ মঙ্গলৰ কাৰণে পূঁজা-পাতলত মেথোন বলি দিয়া হয়। দোষৰ শাস্তি হিচাবে মেথোন জৰিমনা কৰা হয়। মেথোন চুৰ কৰা অপৰাধত এই অঞ্চলত নানা ৰকমৰ কাজিয়াৰ সৃষ্টি হৈছিল। অঁকা সকলৰ ওচৰত হাতী আৰু কুকুৰৰ মঙহ অপবিত্ৰ। তেওঁলোকে মাজে মাজে জঙ্গলী ভাং ব্যৱহাৰ কৰে। বৰ্ত্তমান অঁকা সকল বহু শান্তি কামী। আগতে তেওঁলোক বৰ দুৰ্দ্ধৰ্ষ আছিল। ২০০শ বছৰৰ পূৰ্ব্বতে এওঁলোকে ভৈয়ামলৈ আহি উৎপাত কৰিছিল। আৰু কৰ কাটিল

বলেৰে তুলিছিল। আজি কালি তেনে অস্ত্ৰশস্ত্ৰ এওঁলোকে বেছি ব্যৱহাৰ নকৰে। প্ৰত্যেক মতা-মানুহে লগত এটা দীঘল দা ৰাখে। বেতৰ খাপত, দা বা তৰোৱাল ভৰাই কান্ধত ওলমাই ৰখা হয়। ভৈয়ামৰ পৰা লো আনি কোবাই কোবাই তেওঁলোকে দা আৰু তৰোৱাল সাজে। যুঁজ বাগৰ হলে গাওঁৰ চাৰিওফালে জোঙা বাইৰখুটি পোতে আৰু গছৰ পাতেৰে ঢাকি থয়।

অঁকা সকলে নিজৰ ভিতৰত বিয়া বাৰু চলায়। মিজি সকলৰ লগতো এওঁলোকৰ বিয়া বাৰু চলে। বিয়া-বাৰু নিৰ্ভৰ কৰে ডেকা-গাভৰুৰ প্ৰণয়ৰ ওপৰত। অৱশ্যে ছোৱালীৰ মাক-বাপেকৰ ইচ্ছানুসাৰী। ছোৱালী টনা প্ৰথাও মাজে মাজে দেখা যায়। এই দুটা বিষয়ত লৰাই শহুৰেকক ৩০ বিধ উপহাৰ দিয়াৰ নিয়ম আছে। আচল বিয়াত ডাঙৰ ভোজ দিয়া হয় আৰু তাত ছোৱালীবোৰে নাচে। ব্যয় কৰিবৰ শক্তি থাকিলে ডেকা সকলে বিয়া কৰে। ছোৱালীৰ পুষ্পিতা হোৱাৰ আগতেও বিয়া হয়। সচৰাচৰ অঁকা সকলে জীৱনটোৰ কাৰণে বিয়া কৰায়। বিয়া কৰিলে আন আন গাভৰুৰ লগতো তেওঁলোকে প্ৰণয়াসক্ত হয়। কাৰোবাৰ দুই তিনিজনী ঘৈণীয়েক থকাও দেখা যায়। পুৰুষ তিৰোতাই কাম-বনত সমান দায়িত্ব লয়। নাৰীসকলে সমাজত সন্মানৰ স্থান অধিকাৰ কৰে। কেঁচুৱা জন্মাৰ কিছুদিনৰ পিছতেই বাপেকে কেচুৱাৰ ডিঙিত নীলামণিৰ মালা পিন্ধাই দিয়ে আৰু নামাকৰণ কৰে যিজন মানুহে চিকাৰত অসম সাহস দেখুৱাই মৃত্যু বৰণ কৰে,—তাৰ নামেৰে নাইবা এজন সুন্দৰ মৃত পুৰুষৰ নামেৰে।

......মোৰ সন্মুখত বহা এসময়ৰ দুৰ্দ্ধৰ্ষ দুৰ্দ্দান্ত অঁকা হ্ৰুচোসকলক দেখি মই তবধ মানি চাওঁ।..... ইমান ক্ষীন, ইমান নিস্তেজ। দেখি দুখ লাগে। এটি দীঘল হুমুনিয়াহ বুকুভাঙি নিগৰি ওলায়।.........

কালৰ পৰিহাস।......

অঁকাসকলে মৰাশ মুপুৰে পোতে। আঠুদুটা বেঁকাকৈ বুকুৰ ওচৰলৈ নি মৰাশটো বান্ধে। দুজন মানুহে সেই অৱস্থাত সেই মৰাশটো ঘৰৰপৰা বেছি আঁতৰ নহয় এনে ঠাইলৈ নি থয়। এটা ডাঙৰকৈ গাঁত খন্দা হয়। সেই গাঁতত দক্ষিণফালে, উত্তৰফাললৈ চাই থকা অৱস্থাত মৰাশটোক বহুৱাই থয়। তাৰ ওপৰত কেইটামান কাঠ পাৰি দিয়া হয় যাতে মৰাশৰ গাত জাপি দিয়া মাটি নপৰে। সেই কাঠ চটাৰ ওপৰত তত্তাতৈয়াকৈ মাটি জাপি দিয়া হয়।

সেই ঠাইত চিন হিচাপে এটা শিল পাৰি দিয়া হয়। সেই মৰাশৰ নামত গৃহস্থই মৰাশ অনা দুজনক বাওঁ হাতেৰে উপহাৰ দিয়ে। মৃতকৰ পৰিয়ালে দহ দিন মান শোক প্ৰকাশ কৰি শান্তিপূৰ্ণভাৱে বেজাৰ মনেৰে থাকে। মৃতকৰ আত্মা সোনকালে মুক্তিৰ কাৰণে দশম্ বা একাদশ দিন বন্ধু-বান্ধৱক মাতি আনি মেথোন বা গাহৰি মাৰি এটা ভোজ দিয়া হয়। এয়ে তেওঁলোকৰ শ্ৰাদ্ধ।

কোনো মানুহ মৰিলে তেওঁৰ জ্যেষ্ঠ পুত্ৰই সম্পত্তিৰ অধিকাৰী হয়। কিন্তু বিধৱা গৰাকীৰ প্ৰশাসন আজীৱন থাকে; মৃতকৰ সন্তান নাথাকিলে বিধৱা গৰাকীক আন কোনোবা পৰিয়ালৰ মানুহে বিয়া কৰিলে যদি ছোৱালী থাকে, ছোৱালী গৰাকীকো লৈ যাব পাৰে। এইদৰে গুচি গলে মৃতকৰ পৰিয়ালেহে সম্পত্তিৰ গৰাকী হব পাৰে।

তেওঁলোকৰ মাজত দোষ বৰ কম দেখা যায়।

যদি দোষ কৰাৰ ফলত কাৰোবাৰ ক্ষতি হয় তেনেহলে দোষীজনে ক্ষতিপূৰণ দিব লাগে। কাৰোবাৰ ঘৰ পুৰিলে সম্পত্তিখিনি যদি নষ্ট হয়, তেনেহলে দোষীজনে সম্পত্তিৰ মূল্য দিবই লাগিব। নিজৰ ঘৈণীয়েকৰ ওপৰত ব্যভিচাৰী-জনক হত্যা কৰিলে সেই হত্যাকাৰী গিৰিয়েক নিৰ্দোষী বুলি সাব্যস্ত হয়।

দিন, জোন আৰু বাৰিষা বতৰ লৈ তেওঁলোকে সময় নিৰ্দ্ধাৰণ কৰে।

তেওঁলোকৰ মাজত দাস প্ৰথা দেখা নাযায় যদিও এবিধ নিয়ম আজিও চলে।

তিৰোতাসকলৰ কিছুমান উৎসৱত নচা, গোৱাৰ নিয়ম আছে। আন আন পৰ্বতো নাচে আৰু গায়। সিইতৰ নাচ ঘকৰা ধৰণৰ আৰু পদক্ষেপ কম। তঁকা সকলৰ মাজত ধানৰ ব্যৱহাৰ খুব কম। মাকৈ আৰু জোৱাৰৰ ব্যৱহাৰ বেছি। গাহৰি আৰু কুকুৰাৰ মঙহ তেওঁলোকে বেছিকৈ খায়।

খোৱা-বোৱাত তঁকা ছোৱালীৰ বহুতো বাধা-নিষেধ আছে। গৰু, গাহৰি আৰু মেথোনৰ মঙহ খোৱাত একো আপত্তি নাই কিন্তু কুকুৰাৰ মঙহ খোৱাত বিশেষ আপত্তি আছে। তেওঁলোকৰ বিশ্বাস যদি কোনোবা ছোৱালীয়ে এই বিলাক বাধানিষেধ অমান্য কৰে তেনেহলে কোনোবা অলৌকিক শক্তিৰ অধিকাৰী দেৱতাই তেওঁলোকক কঠোৰভাৱে শাস্তি বিধান কৰিব। তাৰ ফলত তেওঁলোক হব পাৰে কুৎচিত, কদাকাৰ; আনকি তেওঁৰ গোটেই মুখত ঘাঁ

হোৱাৰ সম্ভাৱনাও থাকে। এই ভয় তেওঁলোকৰ অন্তৰত ইমান প্ৰবল যে কেৱল নিষিদ্ধ খাদ্যই পৰিহাৰ নকৰে, যি পাত্ৰত তেনে নিষিদ্ধ খাদ্য কোনোবা দিনে খোৱা হয়, সেই পাত্ৰত কেনেবাকৈ ৰন্ধাবস্তু থলে সেই খাদ্য মুখতেই নিদিয়ে।

সকলো সময়তে আঁকাসকলৰ মদৰ আৱশ্যক। এই মাইক বা জোঁৱাৰৰপৰা কৰা মদ পুৰুষ-তিৰোতা আনকি সৰু সৰু ল'ৰা-ছোৱালীয়েও পুৱাৰে পৰাই যায়।

মদৰ বিষয়ে তেওঁলোকৰ মাজত এটা কাহিনী শুনা যায়। "বাছলো-আও" হৈছে আঁকা, মিৰি ডফলা মিচিমি আদি ভিন ভিন গোষ্ঠীৰ পূৰ্ব্ব পুৰুষ। তেওঁলোকে 'ফা' নামৰ এবিধ ঔষধ আছিল। 'খুলপ জাবুম' নামৰ এন্দুৰৰ দৰে এবিধ প্ৰাণী আছে। সেই 'খুলপ জাবুম'ক 'বাছলো আও'-য়ে 'ফা' ঔষধটো দিয়ে। সেই এন্দুৰটোৰে আধা খাইছে মাথোন "চিৰজো আচে" নামৰ এজন মানুহে আধা ডোখৰ কাটি লয়। এই ঔষধৰ গুণাগুণ পৰীক্ষা কৰিবৰ কাৰণে তেওঁ এটা কুকুৰক সেই ডোখৰ খাবলৈ দিয়ে। কুকুৰটোৱে অলপ খোৱাৰ লগে লগে তাৰ স্বাস্থ্যৰ যথেষ্ট উন্নতি হয় কেইদিন মানৰ পাছত। এইদৰে এটা কুকুৰাৰ ওপৰতো পৰীক্ষা কৰা হয়। কেইদিনমানৰ পাছত কুকুৰাটোৰো স্বাস্থ্যৰ যথেষ্ট উন্নতি হয়। প্ৰাণীদেহত এনে বিস্ময়কৰ প্ৰতিক্ৰিয়া দেখি "চিৰজো আচেয়ে" সেই ডোখৰ ঔষধ বৰ যতনেৰে ৰাখে। তেওঁৰ পৰাই এই অমূল্য বস্তু 'ফা'ৰ এডোখৰ তেওঁৰ বংশধৰ সকলে লাভ কৰে। এই ঔষধৰপৰাই আজিও মদ তৈয়াৰ হয়। আৰু তেওঁলোকৰ বিশ্বাস, এই মদ খালে তেওঁলোকৰ শৰীৰ সুস্থ সতেজ আৰু সক্ৰিয় হৈ উঠে।

যদিও তেওঁলোকৰ মাজত বিশেষ দাস প্ৰথা নাই তথাপি তেওঁলোকৰ মাজত 'খুলু' নামৰ এবিধ দাস দেখা যায়। এই খুলুবোৰক 'চুলুং' জাতিৰপৰা দুটা মেথোন আৰু এডোখৰ কাপোৰ দি কিনি অনা হয়। এই 'খুলু' আনিবলৈ হলে কেতিয়াবা কেতিয়াবা কোনোবা ক্ষেত্ৰত এটি গাহৰিও বলি দিয়া হয়। এই খুলুবোৰ গোটেই জীৱন দাস হৈ থাকে। খুলুৱে খুলুৰ ছোৱালীকহে বিয়া কৰিবৰ অধিকাৰ থাকে। খুলু বাপেক মাকৰপৰা ল'ৰা-ছোৱালীয়েও চিৰ দাসত্বৰ উত্তৰাধিকাৰী। পুৰুষ পৰম্পৰাক্ৰমে এই দুৰ্গতি সিহঁতৰ সদায় থাকি যায়। পৰিয়ালৰ কোনোবা ছোৱালীৰ লগত দাসৰ বিবাহো বিধি বহিৰ্ভূত। যদি মালিকৰ ছোৱালীৰ লগত দাস ডেকাৰ যৌন মিলন হয় তেনেহলে হঁহিয়াতৰ

পাত্র হোৱাৰ ভয়ত সেই যৌন-মিলনৰ কথা পৰাপক্ষত গোপন ৰাখিবলৈ চেষ্টা কৰা হয়। যদি কেনেবাকৈ প্ৰকাশ্যভাৱে ধৰা পৰে তেনেহ'লে সামাজিক বিধি লংঘনৰ কাৰণে দুয়োকে সাৱধান কৰাহে হয় কোনো শাস্তি দিয়া নহয়। আঁকা সকলৰ সমাজত আঁকা মালিক সকলৰ আচৰণ সচৰাচৰ দাস বিলাকৰ ওপৰত মানৱিকতা আৰু সহানুভূতিপূৰ্ণ দেখা যায়। কিন্তু অতি দুৰ্ভাগ্যৰ কথা ইহ-জনমত দাস সকলে চিৰকাল মুক্তিলাভৰ অধিকাৰৰপৰা বঞ্চিত হৈ থাকে। অৱশ্যে এই দাস-প্ৰথা ক্ৰমান্বয়ে লোপ পাই আহিছে। সেই কাৰণে ওপৰত উল্লেখ কৰা হৈছে যে দাস-প্ৰথাৰ উল্লেখ বিশেষ নাই বুলি। কাৰণ "খুলু" দাস সকলক আজিকালি ইমান দেখা নাযায়।

আঁকা পৰিয়াল বুলিলে গিৰিয়েক ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী। পুষ্পিতা হোৱাৰ আগৰে পৰা তেওঁলোকে অৰ্থাৎ চেঙেলীয়া ডেকা আৰু পাত্ৰ গাভৰু সকলে প্ৰণয়ত পৰস্পৰে আসক্ত হয়। দৈহিক সম্বন্ধত কোনো বাধা নিষেধ নাথাকে। সাবালক হৈ বিয়া নকৰালৈকে ডেকাসকলে মাক-বাপেকৰ লগতে থাকে। পৰিণীত হোৱাৰ লগে লগে মাক-বাপেকৰ পৰা বেলেগ হৈ নিজৰ ব্যক্তিগত পৰিয়াল পাতে। কিছুমানে আকৌ বিয়া কৰাৰ পাছতো মাক-বাপেকৰ লগতে থাকে, কিন্তু প্ৰথম সন্তান জন্মাৰ পাছত পাৰিবাৰিক বিচ্ছিন্নতা অপৰিহাৰ্য্যভাৱে ঘটে।

প্ৰথমে পুষ্পিতা হ'লে, ৰজস্বলা হোৱাৰ লগে লগে ছোৱালীজনী ঘৰৰ বাজ হয়, ঘৰৰ বাহিৰে বেলেগে ক্ষন্তেকীয়াভাৱে সজা সৰু জুপুৰী ঘৰত বাস কৰে। তেওঁ মদ-মাংস সেই কেইদিন ব্যৱহাৰ নকৰে। ৰজস্বলা বন্ধ হ'লে অৰ্থাৎ চাৰি পাঁচ দিনৰ পিছত, তেওঁ কাষৰ জুৰিত ভালকৈ ধুই পখালি, পৰিষ্কাৰ কাপোৰ কানি পিন্ধি লয়। এইদৰে শুদ্ধ আৰু পবিত্ৰ হোৱাৰ পিছত নিজৰ ঘৰলৈ উভটি আহে।

মাহে মাহে কোনো তিৰোতা বা ছোৱালীৰ ৰজস্বলা হ'লে, তেওঁ সেই কেইদিন মদ-মঙহ নেখায়, মাত্ৰ সেই সময়ত ভালকৈ গা-পা ধুই পখালি লয়।

আঁকা সকলৰ সমাজত নাৰীৰ মূল্য আৰু মৰ্য্যাদা বহুতো বেছি। আঁকা তিৰোতা কেৱল স্বামীৰ সন্তানৰ গৰ্ভধাৰিণীয়েই নহয়, গোটেই জীৱন তেওঁ স্বামীৰ সহকৰ্ম্মিণীও। গিৰিয়েকৰ লগত তেওঁ সদায় সমান তালত ফুৰে; গিৰিয়েক ঘৈণীয়েকে একেলগে পথাৰলৈ যায়, দুয়ো একেলগে খেতিৰ কাৰণে

হাবি-বননিয়ে ঘুৰি-ফুৰি খাদ্য আহৰণ কৰে। বহুতো সামাজিক আৰু ধৰ্ম-সম্বন্ধীয় অনুষ্ঠানত গিৰিয়েকৰ লগত ঘৈণীয়েকেও অংশ গ্ৰহণ কৰে। বহু বিবাহ হলেও প্ৰথম গৰাকী ঘৈণীয়েকৰ মৰ্য্যাদা কোনো গুণে হীন নহয়। কোনো পুৰুষে যদি দ্বিতীয়বাৰ বিয়া কৰে, তেন্তে দ্বিতীয়া গৰাকীয়ে প্ৰথমা গৰাকীৰ আদেশ, নিৰ্দ্দেশ আৰু পৰামৰ্শমতে চলিব লাগিব। ডাঙৰজনীৰ মতামতেই চূড়ান্ত বুলি তেওঁ মানি লবলৈ বাধ্য।...... দৰা ঘৰীয়া আৰু কইনা ঘৰীয়াৰ আলাপ-আলোচনাৰ মাজেদি ল'ৰা-ছোৱালীৰ বিয়া ঠিক কৰা হয়।··· আসুৰী বিয়াও মাজে মাজে দেখা যায়।

দৰাঘৰৰ পৰাই প্ৰথমে বিয়াৰ প্ৰস্তাৱ কৰা হয়। কোনোবা লৰাই যদি কোনোবা ছোৱালীক মন খায়, তেন্তে সি মাক-বাপেকক তাইক বিয়া কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে, তাৰ বাপেক-মাকে শুভাশুভ নিৰ্ণয় কৰিবৰ কাৰণে, গাৱঁলীয়া ওঁকা "মুগো"-ক মাতি পঠায়। সেই মুগোৱে মুৰগী পোৱালী এটা মাৰি তাৰ কলিজা পৰীক্ষা কৰি নাইবা কণী এটা মাজতে দুফাল কৰি ভাঙি তাৰ হালধীয়া কুহুমটো চাই যদি শুভ লক্ষণৰ সম্বন্ধে নিশ্চিত হয়, তেতিয়াহে লৰাৰ মাক-বাপেকে বিয়াৰ বিষয়ে আলোচনা কৰিবলৈ আগবাঢ়ে আৰু বিয়াৰ বিষয়ে ঠিক কৰিবলৈ ঘটক "মুখৌ" ক কইনা ঘৰলৈ পঠিয়ায়। কইনাৰ ঘৰলৈ গৈ সেই "মুখৌ"-য়ে দৰাৰ বাপেকে কইনাৰ গা ধন হিচাবে কিমান দিবলৈ ৰাজী, সেই বিষয়ে জনাই বিয়াৰ আলচ পাতে। এইদৰে "মুখৌ"-য়ে গা-ধনৰ পৰিমাণ নিৰ্দ্ধাৰণ কৰি বিয়াৰ শুভদিন এটা থিৰ কৰি আহে।

বিয়াৰ দিনা দৰা, তাৰ মাক বাপেক আৰু বৰযাত্ৰীয়ে দলেবলে কইনা-ঘৰৰ ফালে সমাৰোহেৰে ওলায়। চিঞৰ-বাখৰ কৰি আগবাঢ়ে। প্ৰতিটি পাহাৰৰ টিঙত বৈ জুম বান্ধি একেলগে "হো"—"হো"—বুলি চিঞৰি উঠে। কইনা ঘৰৰ গাওঁ পালে সকলোৱে, একেলগে সেইদৰে চিঞৰি তেওঁলোকে তেওঁলোকৰ আগমন বাৰ্ত্তা জনায়। সংকেত বতৰা শুনিয়েই কইনা পক্ষৰ মানুহবোৰে আগবঢ়াই নিবলৈ সেই ঠাইত উপস্থিত হয়। কইনাৰ দলৰ ফালৰপৰা তাতেই এটা সৰু-সুৰা খোৱা-বোৱাৰো ব্যৱস্থা হয়, মদৰো আয়োজন হয়। দৰাঘৰীয়া দলক এইদৰে সন্তুষ্ট কৰি কইনা-পক্ষৰ দলে আদৰি সাদৰি কইনাৰ ঘৰৰ ফালে আদৰি সাদৰি আটোম-টোকাৰীকৈ আগুৱাই নিয়ে। কইনাৰ ঘৰ পোৱাৰ লগে লগে দৰা ঘৰীয়াই একেলগে "হো-হো"-কৈ ৰজনজনাই চিঞৰি গাওঁখনকে চমক লগাই দিয়ে যেন ৰণ-হুঙ্কাৰহে। এনে হুঙ্কাৰ শুনি কইনা-পক্ষীয় দলে যেন

আক্ৰমণ প্ৰতিহত কৰিবৰ কাৰণে সকলোৱে হাতত দা কিংবা তৰোৱাল হাতত থিয়কৈ তুলি থিয় দিয়ে। দৰা পক্ষৰ দলেও এইদৰে হাতত অস্ত্ৰ তুলি লয়। কেই মিনিটমান দুয়োদলৰ মাজত মিছা যুঁজ লাগে। হৰাৰভাও জুৰি কইন পক্ষৰ দলে দৰাৰ দলক বিজেতা হিচাবে ঘৰৰ ভিতৰত সোমাবলৈ দিয়ে। ইয়াৰ পৰা বুজা যায় অতীজত তেওঁলোকৰ মাজত আসুৰ বিবাহৰ প্ৰচলন আছিল, যাৰ প্ৰতীক হিচাবে এই দ্বন্দ-যুদ্ধ।

সেইদিনা সন্ধিয়াৰপৰা দৰা-পক্ষৰ সন্মানৰ কাৰণে কইনা পক্ষীয় দলে এটা বিৰাট ভোজৰ আয়োজন কৰে। তাৰ পিচত বিচিত্ৰ-অনুষ্ঠান,—যি অনুষ্ঠানত নাচ-গান চলে পূৰ্ববৰ্তী-নিশালৈকে।

দ্বিতীয় দিনা দিনত গাওঁৰ বয়সিয়াল তিৰোতাসকলে মতাৰ ভেশত সাজি কাচি দৰাঘৰৰ দলত ভিৰাই সোমাই যায়। তাৰ পিচত কত ৰকমৰ যে কথা-বতৰা, ঠাট্টা মস্কৰা হয়, যেন ৰং ধেমালি ৰং-ৰহইচৰ মেলহে।

তৃতীয় দিনা যি ৰংধেমালি হয় তাত বুঢ়ীবিলাকে যোগ নিদিয়ে, ছোৱালী বিলাকেহে যোগ দিয়ে। 'মাফোৰি' নামৰ তেওঁলোকৰ এবিধ জংঘালী 'পাম' জাতীয় গছ আছে। তাৰপৰা তেওঁলোকে এটা বিশেষ ধৰণৰ ক'লা ৰং বাহিৰ কৰে। বিয়া সৰাহত ছোৱালীহঁতে দৰাঘৰায়াৰ লৰা বোৰৰ মুখত সেই ৰং সানি দিয়ে।

লৰাইতেও ৰং উলাহত ছোৱালীহঁতৰ মুখত তেনে ৰং সানি দিয়ে। ক'লামুখীয়া ছোৱালীহঁতেও গোটেই দিন সেইদৰে ৰং-ধেমালি কৰি থাকে। ৰাইজৰ উদ্যোগত নাচ গানৰ ব্যৱস্থাও কৰা হয়। এইদৰে তিনি দিন ৰং-ধেমালি ৰং ৰহইচ্ কৰাৰ পিচত দৰা ঘৰীয়াই নিজৰ ঘৰলৈ উভটি আহে। কিন্তু কইনাক সেই দিনা নানে। কাৰণ বিয়াৰ পিছত এবছৰ কইনাই বাপেকৰ ঘৰত থাকিব লাগিব। এই এবছৰৰ মাজে মাজে কইনাৰ ঘৰলৈ গৈ লৰাজনে ন-বৈৰ্ণয়েকৰ লগত মিলে। এবছৰৰ পাছত কইনাই যেতিয়া আত্মীয়-স্বজনৰ সৈতে গিৰিয়েকৰ ঘৰলৈ আহে, তেতিয়া দৰাৰ ঘৰত বিৰাট ভাতে মদে ভোজ অনুষ্ঠিত হয়। লগে লগে নাচ-গানৰো অনুষ্ঠান পতা হয়। আসুৰ বিবাহত "মুগৌ" পুৰোহিতে কইনাৰ সোঁহাতত "ফক্কি" বান্ধি দিয়ে। এই "ফক্কি" হৈছে ভেৰাৰ নোমেৰে তৈয়াৰী ৰাখীৰ দৰে এবিধ সূতা। এই সূত্ৰ বন্ধন হৈছে বিধি-বহিভূত বিবাহত সামাজিক স্বীকৃতিৰ নিদৰ্শন।

তেওঁলোকৰ ভিতৰত বিধৱা বৌয়েকক নাইবা কোনোবা আত্মীয়াক বিয়া কৰিব পাৰিলেও কিছুমান ক্ষেত্ৰত যৌন-সম্পৰ্ক ৰাখিব নোৱাৰে। বিশেষ বিশেষ সম্পৰ্কিতাক বিয়া কৰোৱা বা তাইৰ লগত যৌন-মিলন হোৱা মহাপাপ বুলি তেওঁলোকে বিশ্বাস কৰে। ইয়াৰ বাবে ভয়াবহ শাস্তি বিহা হয়। এনে মহাপাপীক হত্যা কৰাও হয়। যাৰ লগত যৌন-মিলন হব নোৱাৰে তাৰ লগত যৌনবিষয়ক উত্তেজনাপূৰ্ণ আলাপ-আলোচনা কৰিলেও ডাঙৰ অপৰাধ বুলি গণ্য হয়। আৰু সমাজত সিইত দুয়ো হাঁহিয়াতৰ পাত্ৰ হৈ উঠে। ককাই ভনীয়েকৰ ভিতৰত দৈহিক মিলন তেওঁলোকৰ মতে চূড়ান্ত অপৰাধ। এনে নৈতিক উচ্চমান আঁকা সকলৰ মাজত যথেষ্ট দেখা যায়।

বেমাৰ আজাৰ হলে আঁকা—"হ্ৰুচো। সকলে 'মুগৌ' পুৰোহিতক মাতি আনি কুকুৰা বা কণিৰে ঠিকনা চায়। সেই ঠিকনা অনুযায়ী ভূত-প্ৰেত দেৱ-দেৱীক পূজা দিয়া হয় তেওঁলোকৰ নিয়ম মতে। প্ৰতি গাওঁতে একো একোজন "মুগৌ" বা পুৰোহিত থাকে। এই "মুগৌ" সকলে পিঠিত 'ইয়াক'ৰ নোমাল নেজ ওলমাই পিন্ধে আৰু তেওঁলোকে টুপী বাঘৰ বা নাহৰ ফুটুকী বাঘৰ ছালেৰে গুৱাই লয়। যি ডেকাৰ গাত অলৌকিক শক্তি থকা গম পায় তাকেই বাইজে 'মুগৌ' পাতে। 'মুগৌ' সকলৰ কৰ্ত্তব্য হৈছে—

(১) ৰোগী আদিৰ কাৰণে প্ৰাৰ্থনা কৰা,
(২) জৰী বটা বা তাবিচ বন্ধা,
(৩) ডাঙৰ ডাঙৰ ভোজত প্ৰাণী বধ কৰা,
(৪) ভূত-প্ৰেত, দেৱ-দেৱীক সন্তুষ্ট কৰা।

তেওঁলোকৰ ধৰ্ম্ম আদিম ধৰ্ম্মৰ লগত তিব্বতীয় বৌদ্ধ ধৰ্ম্ম সংমিশ্ৰণ দেখা যায়। যেনেকৈ তিব্বতী—সকলৰ বৌদ্ধ ধৰ্ম্ম আদিম 'কোন' ধৰ্ম্মৰ ফালে ঢাল খোৱা ঠিক তেনেকৈ আঁকা সকলৰ আদিম ধৰ্ম্ম তিব্বতীয় বৌদ্ধ-ধৰ্ম্মৰ ফালে ঢাল খোৱা।

প্ৰত্যেক গাওঁৰ কাষে কাষে দেখা যায় 'চোৰ্টেন' শিলস্তূপ। প্ৰত্যেক গাওঁতে উৰে প্ৰাৰ্থনাৰ পতাকা 'টান্-টা' 'মুগৌ' সকলৰ মন্ত্ৰ গোৱা হয় লামা-সকলৰ মন্ত্ৰৰ অনুকৰণত। বহুতৰ বুকুত ওলমে 'গণ',—প্ৰাৰ্থনাৰ সৰুটেমা। বহুতৰ হাতত ঘূৰে প্ৰাৰ্থনাৰ চকৰী। বেছি ভাগৰে আঙুলিত ওলমি থাকে জপমালা। 'কোভাত্চুণ' নেতা কালোবৰ ঘৰত দেখা যায় এটি সৰু বৌদ্ধ

মন্দিৰ, যাক বোলে 'চকং'। সেই মন্দিৰৰ ভিতৰত প্ৰতিষ্ঠিত হয় এটা বুদ্ধৰ দৰে মূৰ্ত্তি। এই বিলাক দেখি বিশ্বাস হয়,—আগতে তিব্বতী বৌদ্ধ সকলে অঁকা পাহাৰ প্ৰবেশ কৰিছিল। এতেকে তেওঁলোকৰ প্ৰভাৱ দেখা যায়। আজি-কালি এই বিলাক তিব্বতীয় বৌদ্ধ প্ৰভাৱ বহু কমি গৈছে। কাৰণ 'হ্ৰুচো' সকলে বৌদ্ধ ধৰ্ম্মৰ লগত সম্বন্ধ দৃঢ়তাৰে স্বীকাৰ নকৰে।

আলিৰ চুকত নাইবা গাওঁৰ দুয়োফালে নাইবা দলঙৰ শেষত নাইবা সুন্দৰ ঠাইত যত দেও-দানৱ, ভূত-প্ৰেত থকা বুলি তেওঁলোকে বিশ্বাস কৰে সেই বিলাক ঠাইত তেওঁলোকৰ পূজাৰ অৱশেষ নাইবা ভূত-প্ৰেত দেৱ-দানৱৰ 'ফান্' নাইবা বাঁহৰ পতাকা দেখা যায়। গাওঁৰ ভিতৰত দেখা যায় ডাঙৰ ডাঙৰ বাঁহৰ চাং, নাইবা কিম্ভূত কিমাকাৰ মূৰ্ত্তি, নাইবা সুন্দৰকৈ সজা বাঁহৰ পতাকা নাইবা বাঁহৰ আওঠিৰে গঁথা শিকলি।

লিঙ্গ পূজা তেওঁলোকৰ মাজত দেখা নেযায়। তেওঁলোকৰ মাজত বহুতো ধৰণৰ উৎসৱ দেখা যায়। সেই উৎসৱ বিলাকৰ ভিতৰত 'চাথু' উৎসৱেই ডাঙৰ। প্ৰত্যেক অঁকাই নিজৰ দেহাত এডোখৰ সৰু কাঠৰ টুকুৰা লয়। সেই কাঠৰ টুকুৰা চাথুগছৰ এটা সৰু ঠালৰ টুকুৰাহে। এই কাঠৰ টুকুৰা গাত থাকিলে কোনো দেৱ-দেৱতা ভূত-প্ৰেত দানৱে সেই মানুহজনক ধৰিব নোৱাৰে।

এই 'চাথু' ডোখৰ বংশ পৰম্পৰাক্ৰমে চলি থাকে। বাপেকৰ পাছত পুতেকে পায়, আৰু পুতেকৰ পাছত নাতিয়েকে পায় এইদৰে। সেই 'চাথু' ডোখৰ ঘূণে ধৰিলে বা নষ্ট হৈ গলে এই 'চাথু' উৎসৱ ডাঙৰকৈ পতা হয়। ৰাইজক বিশেষকৈ বন্ধু-বান্ধৱক আমন্ত্ৰণ জনোৱা হয়। বন্ধু-বান্ধৱৰ সৈতে আমন্ত্ৰিত ৰাইজে সেই উৎসৱত যোগ দিয়ে। 'মুগৌ' পুৰোহিতে এটা মেথোন নাইবা গাহৰি মাৰি মন্ত্ৰ মাতি তাৰ তেজ সেই 'চাথু' ডোখৰত সানি দিয়ে। তাৰ পিছত বিৰাট ভোজ মদে ভাতে আৰম্ভ হয়।

জন্ম, শ্ৰাদ্ধ, বিবাহ, কৃষি-আৰম্ভ, কৃষি-আহৰণ, দলং বন্ধা আদি কাৰণতো তেওঁলোকে উৎসৱ কৰে।

অঁকাসকলৰ অন্তৰখন জীৱন আনন্দত ভৰপূৰ। তেওঁলোকৰ আদিম ধমণীত অফুৰন্ত শক্তি। সামাজিক আৰু ধৰ্ম্মীয় অনুষ্ঠান বোৰত নৃত্য গীত অতি প্ৰয়োজন। বিচিত্ৰ এওঁলোকৰ নৃত্য, সুশ্ৰাব্য এওঁলোকৰ গীত। ছোৱালীবোৰৰ নৃত্যত যোগ দিয়ে লৰা বোৰে। এটা অপূৰ্ব্ব যৌথ-নৃত্য

অনুস্থিত হয়। এই যৌথ নৃত্যৰ বাহিৰেও লৰাইঁতৰ আৰু ছোৱালীইঁতৰ বেলেগ বেলেগ নাচ আছে।

'ছাদি মুকৎছো' এটা অদ্ভুত নাচ। আৰু 'ছাকৌদো' অৰ্থাৎ আৰু দিয়া আৰু দিয়া—এই নৃত্য অপূৰ্ব্ব। বিৰাট ভোজৰ পাছত এইবোৰ অনুষ্ঠিত হয়। প্ৰত্যেক নৃত্যকাৰ আৰু নৃত্যকাৰিণীৰ অঙ্গ-প্ৰত্যঙ্গৰ ভঙ্গিমাৰ মাজেদি প্ৰকাশ পায় ভোজ্য আৰু পানীয়ৰ দাবী।

প্ৰণয় সঙ্গীত এওঁলোকৰ অতি প্ৰিয়। প্ৰণয়ী যুগলৰ বাধা স্বৰূপ হৈ উঠে যেতিয়া মাক-বাপেক, তেতিয়া পৰস্পৰৰ ভিতৰত মিলনৰ আকাঙ্ক্ষা জাগি উঠে তীব্ৰভাৱে। এই তীব্ৰ জাগৰণ আৰু ব্যাকুলতা অভিব্যক্ত কৰে, আৰু তেওঁলোকৰ মৰ্ম্মবেদনা, হা-হুতাশ প্ৰকাশ কৰে এই গীতৰ মাধ্যমত।

ডেকা-গাভৰুৱে দ্বৈত সঙ্গীতত অৱতীৰ্ণ হয় গীতৰ মাধ্যমত। তেতিয়া প্ৰণয় সঙ্গীতৰ নিজৰি বয়। এই গীত অতি মধুৰ, অতি কৰুণ। এই প্ৰণয়-সঙ্গীত অভিভাৱক সকলৰ অশ্ৰাব্য বুলি ডেকা-গাভৰুৱে যায় দূৰ-দূৰণিলৈ গাওঁৰ পৰা বহু নিলগলৈ গভীৰ হাবিলৈ নিভৃত গহন বন-অন্তৰাললৈ।

বহুত দেৱ-দেৱতা আকা সকলৰ সমাজত প্ৰচলিত। তেওঁলোকৰ পৰম দেৱতা হৈছে "চাক"। এই "চাক" বেই হৈছে মনুষ্য আৰু পশু-জগতৰ কৰুণাময় অদৃশ্য দেৱতা। সেই "চাক'—দেৱতাৰ প্ৰীতি আৰু সন্তুষ্টিৰ কাৰণে এটা ডাঙৰ উৎসৱ আয়োজন কৰা হয়। 'মুগৌ'ৰ সাহাযাত বলিদান কৰা হয় অজস্ৰ। দুইৰ পৰা দহ দিনলৈকে এই অনুষ্ঠান চলে। এই কেইদিন 'মুগৌ' পুৰোহিতৰ উদাত্ত কণ্ঠত উচ্চাৰিত হয় সুগম্ভীৰ প্ৰাৰ্থনা-মন্ত্ৰ।··· ······এই স্বাধীন চিতীয়া নিৰ্ভীক হুচো সকলৰ এওঁলোক মোৰ সন্মুখত যি সকলক দেখি এওঁলোকৰ বহু কথা আৰু কাহিনী মোৰ অন্তৰত ভুমুকি মাৰে।

"প্ৰধানমন্ত্ৰী আহিব নহয়! তই লিখিবি আকৌ দৰ্খাস্ত, আমাৰ সেই সীমালৈ বহুত দিগ্‌দাৰ হৈছে।'

"বাৰু লিখিম আহিম বাৰু।"

মেলানি মাগোঁ, সন্ধিয়া আহিম বুলিকৈ।"

আঁতৰৰ পৰা চাই আছে ডফলা কেইজনমান মোৰ মুখলৈ। আকা ভাই সকলক এৰি গুচি যাওঁ ডফলা সকলৰ বিছনালৈ। সুঠাম শৰীৰ, বুকু-বহল, গম্ভীৰ সাজ-পোছাক দেখি তেওঁলোকৰ বীৰত্বপূৰ্ণ দেহাবয়বলৈ শ্ৰদ্ধা জনাই তেওঁলোকৰ কাষচাপোঁ। আদৰি সাদৰি লৈ গৈ তেওঁলোকে তেওঁলোকৰ বিচনাত বহুৱায়।

গঢ় গঠন। গাভৰুসকলৰ ৰূপলাৱণ্য, দেহ-সৌষ্ঠৱ, যৌৱনশ্ৰী আৰু সহজ সৰল চাৱনি দেখিলে চাওঁতাৰ মন মুগ্ধ হয়। আখৈৰ দৰে ফট্‌ফটীয়া বগা তুপাৰি দাঁতৰ ফাকেদি নিগৰি ওলোৱা মিঠা মিঠা হাঁহি সদায় নিতৌ ওঠত বিৰিঙি থাকে। কেঁচুৱা-হঁতৰ তেজ ফুটো-ফুটো নিমজ গোলাপী গাল দুখন দেখিলে মৰম চেনেহেৰে চুমা খাবলৈ মন যায়।

এই ডফলাসকলৰ বিষয়ে দিল্লীৰ বাদছাহ ঔৰংজেবৰ প্ৰসিদ্ধ ঐতিহাসিক কাজিনে [ কাজিম (KAZIM) By A.P.B. ] এঠাইত কৈছে, এই ডফলাসকল অসম ৰাজ্যৰ শাসনৰ পৰা সম্পূৰ্ণৰূপে মুক্ত। আৰু প্ৰায়েই এওঁলোকে পাহাৰৰ তলৰ সমভূমিলৈ আহি লুটপাত কৰি থাকে।'—আহোম বুৰঞ্জী বিলাকতো পাওঁ ডফলাসকলৰ অতৰ্কিতে আক্ৰমণৰ উল্লেখ। এয়াহ'ল সমভূমি সংক্ৰান্ত ডফলা-সকলৰ পৰিচয়। কিন্তু পাহাৰত উচ্চভূমিৰ প্ৰত্যন্ত প্ৰদেশত ডফলাসকলৰ লগত যোগাযোগ স্থাপিত হয় ১৯১১-১২ চনত, যেতিয়া চৰকাৰীভাৱে 'মিৰিমিছন' নামে এটা চাৰ্ভে পাটি পঠিওৱা হয় সোৱণশিৰি অঞ্চলৰ পাহাৰীয়া অঞ্চলত। এই দলৰ অনুমোদন ক্ৰমে প্ৰাথমিক প্ৰচেষ্টা হিচাপে উত্তৰ-পূৰ্ব্ব সীমান্ত বিভাগ গঠিত হয় ১৯১৩ চনত। অসমৰ তেতিয়া চীফ্ কমিচনাৰ চাৰ বিটচন্ বেলৰ নিৰ্দ্দেশ ক্ৰমে ১৯১৯ চনত এই পশ্চিম বিভাগৰ নাম হয় বালিপাৰা সীমান্ত অঞ্চল ( **Balipara Frontier Tract** ). ১৯৪৬ খৃষ্টাব্দত এই বালিপাৰা সীমান্ত অঞ্চল ভাগকৰি পূৱৰ ভাগ সোৱণশিৰি বিভাগ আৰু পশ্চিম ভাগ কামেং বিভাগ নাম দিয়া হয়। ১৯৫২ চনত সোৱণশিৰি বিভাগৰ হেড কোৱাৰ্টাৰ স্থানান্তৰিত হয় আপাতানী অধিত্যকাৰ কেন্দ্ৰস্থল 'জিৰো'ত।

আৰু এটা কাহিনী শুনা যায় উত্তৰ-পূব অসমৰ হাবুং ৰাজ্যৰ সিংহাসনত ৰজা ৰামচন্দ্ৰই ১৩৭৫ চনত আৰোহণ কৰে। শাসনৰ ভাৰ গ্ৰহণ কৰাৰ লগে লগে এই ৰজাজনে এটা ডাঙৰ দুৰ্য্যোগৰ সন্মুখীন হয়। তেওঁ দুই ফালৰ পৰা আক্ৰান্ত হয়। উত্তৰ-পশ্চিম ফালৰ পৰা আক্ৰমণ কৰে বীৰফা বিক্ৰম-ধ্বজে। আৰু পশ্চিমফালৰ পৰা আক্ৰমণ কৰে ৰবাহীৰ ৰজা বিৎপুৰীয়াই। যুদ্ধত হাৰি এই ৰামচন্দ্ৰ ৰজাই পলাই যায় এক অজ্ঞাত স্থানলৈ। অৱশ্যে ৰাজ্য এৰি যোৱাৰ আগতে এওঁ আশ্বাস দি গৈছিল যে, নৱ ৰূপত বলীয়ান্ হৈ কোনো এক মুহূৰ্ত্তত তেওঁ প্ৰজা সকলৰ মাজত আকৌ ফিৰি আহিব। প্ৰজাসকলে মিছাকৈ তেওঁৰ প্ৰত্যাৱৰ্ত্তনৰ কাৰণে প্ৰতীক্ষা কৰিয়েই থাকে। কিন্তু সেই মুহূৰ্ত্ত ফিৰি নাহে।

## ॥ ডফলা ॥

......এই ডফলা জাতিৰ বিষয়ে আমি পুৰণি অসম-বুৰঞ্জীত পাওঁ আৰু ইংৰাজ সকলে অসমলৈ অহাৰ সময়ত ১৮ শতিকাত ইংৰাজৰ লগত অহা এজন বৃটিছ বেঁপাৰী মিঃ ৰচ ( Mr. Ross ) চাহাবেও এই ডফলা-সকলৰ বিষয়ে উল্লেখ কৰে।

হিমালয়ৰ দক্ষিণফালে। ৪০০০ হেজাৰৰ পৰা ১৪০০০ ফুট ওখ শৈলমালা। ...সপোনৰ বিধ বিধ ৰহনেৰে সনা অলৌকিক দেৱ-দেৱীৰ বসতি অঞ্চল সেই "খু" সোৱণশিৰিৰ পৰা পশ্চিমে কামেং ভৰলী নৈ লৈকে বিস্তৃত, শৈল দেহা সেউজ বুলীয়া চিৰ-হালধীয়া বোলেৰে ভৰপুৰ। জক্‌মকীয়া লতাৰ সেউজবুলীয়া পাতেৰেঁ আগুৰা ওখ গছবোৰ ইমান ভৰপূৰ যে সূৰুযৰ বেঙনিও ভেদ কৰিব নোৱাৰি মাটিৰ পৰশৰ পৰা বঞ্চিত হয়। মাটিৰ মজিয়াত পৰি থাকে সৰাপাতৰ মনোৰম দলিছা ইমান যে, বহুমূলীয়া গছ গছনি অক, পাইন, বনৰীয়া কল, আৰু "তাছে" নামৰ এবিধ বনৰীয়া "পাম" গছ। ঘূৰি ফুৰে বিধবিধ নানা তৰহৰ পশু-পক্ষী বাঘ, নাহৰ কুটুকী, ভালুক আদি। "দইমুক" আৰু "ছাগলী"ৰ চাৰিও পাশে বননিত চৰিফুৰে বনৰীয়া হাতীৰ মথা।

বুকুৰ ওপৰত ভেজা দি আগুৰাই যায় অজগৰ আদি ৰকম ৰকম সাপ, জনা নজনা ক'ত ধৰণৰ বিহগ-বিহগী আৰু সিহঁতৰ সুৱদী কাকলি-বিতান,—ক'ত ধৰণৰ পাৰ, বিধ বিধ নানান ৰকমৰ,—সেউজীয়া পাৰ, বনৰীয়া পাৰ আৰু নানাবিধ। পাহাৰীয়া জুৰিয়ে জুৰিয়ে নিজৰি নিজৰি। চাৰিওফালে ঘূৰিফুৰে বিধ বিধ বৰণৰ পখিলাৰ জাক, পাখিৰ ৰ'দৰ চিক্‌মিকনি সানি চিক্‌মিকিয়া এনে ৰমণীয় দুৰ্গম বন বননিৰে ভৰা বিধ বিধ নানা তৰহৰ সপোনেৰে ৰচা পাহাৰৰ মাজত মাজে মাজে দেখা যায় পৰিষ্কাৰ ভূমিখণ্ড। পাহাৰত বাস কৰি মানুহে ৰচে তেওঁলোকৰ বসতি আৰু কৰে তেওঁলোকৰ খেতিবাতিৰ ব্যৱস্থা— 'খু'-নৈৰ উত্তৰে পাহাৰীয়া অঞ্চলত। তাৰপিচত আগুৰাই আছে পশ্চিমফালে পালিন, পানীয়ু আৰু পানিয়োৰৰ পাৰ্ব্বত্য অঞ্চলত। যাযাবৰৰ দৰে এটা গোষ্ঠীৰ পৰ্ব্বতীয়া জাতিয়ে সেই বিলাকত বাস কৰে। এই গোষ্ঠীৰ লোকেই এই ডফলা।

এই ডফলা-সকল সুদেহী আৰু সুদৰ্শন। বলিষ্ঠ স্বাস্থ্যৰে ভৰা এওঁলোকৰ

সিফালে ৰামচন্দ্ৰ ৰজাই শেহত আশ্ৰয় লয় ডফলাসকলক। তাতেই তেওঁ এটি সৰু ৰাজ্য প্ৰতিষ্ঠা কৰে। বৰ্তমান 'হাৰামতী' চাহ বাগিছাৰপৰা প্ৰায় দহ মাইল পশ্চিম ফালে এটা পাহাৰৰ ওপৰত 'মায়াপুৰ" নামৰ ইটাৰে গঢ়া কাৰে ওৰে সৈতে এখন ৰাজধানী প্ৰতিষ্ঠা কৰে। ইফালে ৰজাই পাহৰি হাবুং ৰাজ্যৰ প্ৰজাসকলক। হাবুং ৰাজ্য উদ্ধাৰ কৰিবলৈ দিয়া আশ্বাস শূন্যত মিলি যায়। ৰামচন্দ্ৰৰ এগৰাকী ৰাণী আছিল অতি সুন্দৰী আৰু ৰূপৱতী যাৰ ৰূপৰ কথা ৰূপৰ সাধুৰ দৰে আজিও ডফলা সকলৰ মুখে মুখে শুনা যায়। স্বামী ৰজাৰ এনে আচৰণত তেওঁ মৰ্ম্মাহত হয়। সেই ৰাণী গৰাকীয়েই শেহত নিজৰ দুটা শিশু পুত্ৰ "মায়ামত্ত" আৰু "নাগমত্ত"ক লৈ নামি আহে ভৈয়ামলৈ। ৰজা স্বামী হৃত ৰাজ্য পুনৰ উদ্ধাৰৰ কাৰণে ৰাণী গৰাকীৰ সকলো প্ৰচেষ্টা আৰু প্ৰয়াস বিফল হৈ যায় অৱশেহত।

সিফালে অকলশৰীয়া ভাবে ডফলা সকলৰ লগত নিৰ্ব্বিকাৰ ভাৱে বাস কৰে ৰজা ৰামচন্দ্ৰই। সোৱণশিৰিৰ 'দহমুখ'ৰ পৰা অলপ আঁতৰত থকা ইটা পাহাৰত আজিও দেখা যায় আজিও সেই পলাতক ৰজা ৰাজচন্দ্ৰ ৰাজ্যৰ ভগ্নাৱশেষ। এই ডফলা সকলৰ বিষয়ে গ্ৰাহাম বাওৱাৰৰ **The hidden land** ( দি হিডেন্ লেণ্ড্ ), অষ্ট্ৰিয়াৰ নৃ-তত্ত্ব বিদ ছি, ভন্‌ফুকাৰ হাইমেন্‌ডৰ্ফ্‌ৰ **The Himalayan Barbary** ( দি হিমালযান্ বাৰ্ব্বাৰী ) আৰু ইজ্জাৰড-ডৰ 'ইন্ ছাৰ্চ অফ্ ডি বুক' ইত্যাদি পুথিত পোৱা যায়।

এই ডফলা সকলক ভৈয়ামৰ মানুহে "নিছি" বা "নিছাং বোলে।

আৰু এটা কাহিনী পোৱা যায় ডফলা সকলৰ জন্ম 'আবোটানী নামৰ এটা জাতিৰ পৰা তেওঁলোক "নিচাংচ" অৰ্থাৎ মানুহ নামেৰে জনাজাত হয়। পাহাৰৰ "চপাং" নামে ঠাইতএই 'আবোটানী' জন আছিল। এই আবোটানীৰ পৰা ক্ৰমে সংখ্যা বৃদ্ধি হৈ নৰোৱা, বলো, ৰালিং, বৈগী ইত্যাদি ঠাইলৈ তেওঁৰ বংশধৰ ডফলাসকল বিস্তৃত হৈ পৰে। তাৰ পিছত খ্ৰু বা চিং বা সোৱণশিৰি নৈ খন পাৰ হৈ কামলাং, পেলীন আৰু পেনী নৈৰ পাৰে পাৰে থকা কাষবোৰত বাস কৰিবলৈ লয়। "তলুচ" ( এবিধ কঁাহী ) মজিছ (এবিধ বহুমূলীয়া তিব্বতীয় ঘণ্টা ) মেথোন, গাহৰি ইত্যাদি সম্পত্তি আহোঁতে তেওঁলোক লগতে লৈ আহিছিল, আৰু এবিধ বহুমূলীয়া মূৰত পিন্ধা গহনাও ( পত্নম ) এওঁলোকে লগতে আনিছিল। এই কাৰণে এওঁলোকে যাযাবৰ জাতি বুলি বিশ্বাস হয়। এই যাযাবৰ-বৃত্তি পূৰ্ব্বতে শ শ বছৰ ধৰি চলিছিল।

এই লিচি বা নিচাং ডফলাসকলৰ দেশ নিবিড় বন-জঙ্গল আৰু পাহাৰ-পৰ্ব্বতেৰে পৰিপূৰ্ণ। শৈল্যমালাৰ উচ্চতা ৪০০০ ফুটৰ পৰা ১৪০০০ ফুট লৈকে উত্তৰকালে তুষাৰাবৃত উত্তুঙ্গ পৰ্ব্বতমালা। সোৱণশিৰি আৰু পানীয়োৰ পানীয়ো, কিচি, ডিখ্ৰুং প্ৰভৃতি উপনৈবিলাকে দেশ খনক জালৰ দৰে আগুৰি ৰাখিছে। শ শ বছৰ ধৰি এই বিলাক নৈৰ ভূমিত ডফলা সকলে বহিৰ্জ্জগতৰ প্ৰভাৱৰ পৰা মুক্ত হৈ বাস কৰি আহিছে। সেয়েহে তেওঁলোকৰ কৃষ্টি আৰু সংস্কৃতি আজিও অক্ষুণ্ণ।

ডফলা-সকলৰ সাজ-পোছাকৰ ভিতৰত পুৰুষৰ এটা লেংটি, গাত উৰা থাকে এটা কম্বল। ডিঙিত বগা, ৰঙা, নীলা, সেউজীয়া ধোৰা—বৰণীয়া আৰু নানা বৰণৰ কাঁচৰ মণিৰ মালা পিন্ধে। এই মালাবোৰ তেওঁলোকে অমূল্য বস্তু বুলি গণ্য কৰে। এই মালা ধাৰাতে গুঁথা থাকে পিতলৰ চেইন, গাহৰিৰ দাঁত, হৰিণৰ শিং ইত্যাদি। সোহাতত এপাত চুৰি পিন্ধে।

# বান' ক'বাং

## দ্বিতীয় খণ্ড

আৰু কঁকালত বাঁহৰ আঁঙঠি (টোমা নামেৰে এবিধ আহঁৰে বোৱা) কঁকালত মাৰি লয়। বান্দৰৰ ছালেৰে তৈয়াৰী খাপৰত দা-ছুৰি সোমাই গাত ওলোমাই থয়। তেওঁলোকৰ আটাইতকৈ ধুনীয়া বস্তুটো হৈছে নানা বৰণীয়া বং বোলোৱা বেতেৰে গুঁথা টুপিটো। হৰ্ণবিল্ বা ধনেচ্ চৰাইৰ দীঘল ঠোটেৰে এই টুপিটোৰ ওপৰচোৱা সজোৱা। ৰঙা বান্দৰৰ ছালেৰে তৈয়াৰী চিকাৰী মোনাও কান্ধৰ পৰা ওলমি থাকে। মেথোন, গৰু আৰু পহুৰ ছালেৰেও মোনা তৈয়াৰ কৰা হয়। মেথোনৰ দাতেৰে গুঁথা "চুখ" নামেৰে এবিধ মোনাও দেখা যায়। টুপীটোৰ আগটোত এই 'ধনেচ' চৰাইৰ কলা বগা আঁহ থকা দীঘল পাখিটো পথালিকৈ তেওঁলোকে গুঁজি লয়। ডফলা তিৰোতা সকলে সচো, পাচো নামৰ এবিধ ফিটা কঁকালত বান্ধে। পোছাক পৰিচ্ছদত মাইকী-মানুহক ইমান ধুনীয়া নেদেখি। আপাতানি সকলৰ নিচিনা বোৱা কটাত ডফলা সকল ইমান পাৰ্গত নহয়। যুদ্ধৰ আহিলাবোৰো অতি সাধাৰণ। যাঠী, ডাঙৰ দা আৰু বিহ থকা কাড়েৰে ভৰা এটা হোৰা। যুদ্ধৰ সময়ত তাচেহং আঁহেৰে তৈয়াৰী বৰ ডাঠ পোছাক পিন্ধে। আৰু পিঠিত মেথোনৰ ছালেৰে তৈয়াৰী ঢাল লগায়। ঘৰুৱা পিন্ধা কাপোৰ কানিবোৰ ঘৰতে বুই লয়। বনৰীয়া গছৰ সূতাৰেও এওঁলোকে এবিধ কাপোৰ বয়। "পদু" নামেৰে এবিধ উলেৰে কাপোৰ বোৱাও দেখা যায়। পেনিৰ আৰু পেলিন, ভৈয়ামত তেওঁলোকে কপাহৰ খেতি কৰে। তাৰ পৰা কাপোৰ তৈয়াৰ কৰি লয়। গছৰ আঁহৰ পৰা এবিধ শকত সূতাৰে থৈলাৰ নিচিনা এবিধ কোটৰ কাপোৰ বৈ জাৰত পিন্ধে। কেতিয়াবা আপাতানি সকলৰ লগত উল আৰু সূতা সালসলনি কৰাৰ নিয়ম এওঁলোকৰ আছে। পিন্ধা কাপোৰবোৰত ক'লা আৰু ৰঙা সূতাৰে আঁকবাঁক থকা দেখা যায়। সাধাৰণ পোছাক পিন্ধা ডফলা সুন্দৰী সকলক দেখিলে মনোমোহা যেন লাগে। তিৰোতা সকলৰ মূৰত চুলিৰ মাজেদি সেওঁতা ফলা আৰু কান্ধৰ ফুকাষেদি পিঠিত মেলা চুলি। তেওঁলোকেও পুৰুষৰ দৰে ডিঙিত নানা বৰণৰ কাঁচৰ মণিৰ মালা কেইধাৰ পিন্ধে। বুকুত ওলমাই লয় সৰু সৰু

ধাতুৰ ঘণ্টি, পিতলৰ চেইন, চা-চামুচ। কাণত পিন্ধে ডাঙৰ সীহৰ আঙঠি। তিৰোতা সকলে ৰঙা ক'লা আঁকবাক থকা সেউজীয়া পাৰি দিয়া কাপোৰ পিন্ধে। তাৰ ওপৰত উৰে পুৰুষৰ দৰে এটা চাদৰ ; এফালে বাঁহৰ বা লোহাৰে পিন মৰা। কঁকালত বেতেৰে গুঁথা দুশাৰী 'হফি' অৰ্থাৎ ঘূৰণীয়া সৰু ধাতুৰ চকা লগোৱা পেটী বান্ধে। আঠুৰ তলত কলডিলৰ ওপৰত মতা তিৰোতা উভয়ে বেতৰ পেটী দুটা পিন্ধে। তাৰ ফলত কিছুমান তিৰোতাৰ চৰণ যুগলৰ শোভাবৃদ্ধি কমি যায় ঘা হোৱাৰ ফলত।

ডফলা সকলৰ কোনো নায়ক বা সেনাপতি নাই। তেওঁলোকে সকলো কাম সমূহীয়াকৈ বা ৰাজহুৱাকৈ কৰে। যুদ্ধ কৰিলেও সমূহীয়াকৈ যুদ্ধ কৰে। প্ৰতিশোধৰ বাবে গাওঁত জুই লগাই দিয়ে। কেতিয়াবা কেতিয়াবা শত্ৰুৰ এজনক ধৰি নি পাহাৰৰ গাৰ্ত বান্ধি থয়। আৰু টকা বা কিবা বহুমূলীয়া বস্তু দিলেহে মুকলি কৰি ঘূৰাই দিয়ে। কেতিয়াবা কেতিয়াবা প্ৰতিশোধ লবৰ কাৰণে যুদ্ধৰ বন্দীক কাটে। আৰু শ-টোৰ ডিঙিটো কাটি লয়, কঁকালৰ তলভাগ তিনিডোখৰ কৰে, শত্ৰুৰ বাওঁহাতৰ তলুৱা আৰু চুলিৰ 'পহুম'টো কাটি লয়। সেই বাওঁহাতৰ কটা তলুৱাখনত মদ ঢালি এজোপা পূজা কৰা গছত ওলোমাই প্ৰত্যেক ডফলাই সেই তলুৱা খনলৈ কাড মাৰে। দা-যাঠী ধনুকাঁড লৈ গান গাই গাই নাচি নাচি ফুৰ্ত্তি কৰে। সকলোৱে যুদ্ধৰ পোছাক পিন্ধে, মূৰত 'তালম্ আৰু ক্ৰা' নামৰ এবিধ পাহাড়ী গছৰ পাত লগায়। সেই পাতেৰে যুঁদ্ধৰ টুপীটো ঢাকি থয়। যি গছত বাওঁহাতৰ তলুৱাখন কাঁড মৰা হয় সেই গছ জোপাত "নীলা চেগ্নে" গছ বুলি কোৱা হয়। কম দোষ থকা বন্দীৰ ভৰিত কাঠ বান্ধি শাস্তি দি থোৱা হয়। যেতিয়ালৈকে জৰিমনা নিদিয়ে তেতিয়ালৈকে তাক এৰি দিয়া নহয়।

ডফলা-সকলৰ গাৱঁত তেনে কোনো বিশেষত্ব নাই। দীঘলীয়া ডাঙৰ ঘৰ, ধানৰ ভঁৰাল, কাষত সদায় নৈ, জুৰি, জান। এই বিলাকৰ পাৰে পাৰে শস্যৰ পথাৰ। এওঁলোকৰ সমূহীয়াকৈ কোনো পঞ্চায়ত নেথাকিলেও মাছ ধৰা চিকাৰ কৰা বিষয়ত সমূহীয়াকৈ গঠিত দল আছে। ডফলা সকলৰ এখনি ধুনীয়া গাওঁ হৈছে মেন্‌গো আৰু পেঙ্গী। দীঘলীয়া দীঘলীয়া ঘৰ সজা বিষয়ত বুঢ়া সকলৰ তৎপৰতা বেছি দেখা যায়! তেওঁলোকেই ডেকাসকলতকৈ এই বিষয়ত বেছি উদ্যম দেখুৱায়। কাৰণ এই বিষয়ত তেওঁলোকৰ জ্ঞান বেছি। ঘৰৰ সা সৰঞ্জাম গোটাওঁতে চাৰি পাচ-মাহ লাগে। এইবোৰ

ঘৰ তিনি চাৰি বছৰ মেৰামতি নকৰাকৈ থাকে। ঘৰ সজা কাম শেষ হলে এওঁলোকে কণী ভাঙি এটা ডাঙৰ উৎসৱ পাতে। তাক গেগ্নো বোলে। গেগ্নো নপতালৈ সেই ন ঘৰত বাস কৰিব নোৱাৰে। নৈ বা পথাৰলৈ যাবলৈ পিছফালে দুৱাৰ এখন থাকে। তাৰ পাছত নৈ বা পথাৰ নাইবা আন এখন ঘৰলৈ যাবলৈ বাট এটা থাকে। ঘৰবোৰৰ আগত, এটা দীঘলীয়া পৰ্টিকো থাকে। তাক তেওঁলোকে "টান্‌কো" বোলে। এই টান্‌কোত তেওঁলোকৰ প্ৰধান দেৱতা দুটা 'ইৰোওয়ো' আৰু 'অকম্' থাকে। এই দেৱতা দুজনক এওঁলোকে ভালভাৱে পূজা কৰে! 'ইৰোওয়ো' হৈছে এজন পৰাক্ৰমী দেৱতা; যাক পূজা নকৰিলে বা যাৰ পৰা দোষ লাগিলে, ঘৰৰ সকলোকে জ্বৰ নাইবা ঘৰত নানান বিপদ চপাই এই দেৱতাই নানান্ বেমেজালিত পেলায় আৰু আহুকাল কৰে। গতিকে এই দেৱতালৈ তেওঁলোকে বৰ ভয় কৰে। 'অকম' দেৱতাও কম নহয়। এই 'অকম্' হৈছে মানুহ মৰি যোৱাৰ পাছত আত্মা বা ভূত। এই আত্মা বা ভূত যাতে ঘৰত থাকিব নোৱাৰে সেইবাবে ডফলা-সকলে পূজা দি সন্তুষ্ট কৰি ৰাখে। মানুহ মৰিলে শটোৰ লগত জীৱ-জন্তু বলি দিয়া হয় যাতে সেই মৃতকৰ আত্মাই সন্তুষ্ট হৈ সিপুৰীলৈ যায়। মজিছ, তালুচং, কজিছ, ইত্যাদি বহুমূলীয়া পুৰণি সম্পত্তিবোৰ ডফলা সকলে আচুতীয়া ঠাইত গোপনে পুঁতি থয়। ডাঙৰ ডাঙৰ পূজা আৰু উৎসৱত এইবোৰ বহুমূলীয়া সম্পত্তি-গাঁতৰ পৰা উলিয়াই আনি গাহৰি মেথোন আৰু বনৰীয়া জন্তুৰ ছাল, দাঁত, শিং আদিৰ লগত 'টানকো'ৰ এখন বেৰত নাইবা ভিতৰত একেলগে ওলোমাই ৰাখে। এইবেৰখনক তেওঁলোকে নেডাং বুলি কয়। ঘৰত বৰজনা বা বৰজনীয়েই পৰিয়ালৰ মুখিয়াল, আৰু তেওঁলোকৰ আদেশ নিৰ্দ্দেশ আৰু পৰামৰ্শ অনুযায়ী ঘৰৰ সকলোৱে চলে 'জকম্' তালু, আৰু পকৰা আদি গাওঁবোৰত। তেওঁলোকৰ পৰিয়ালৰ জনসংখ্যা বৰ কম।

তেওঁলোকৰ খেতি নিৰ্ভৰ কৰে বতৰৰ ওপৰত। কিছুমান বিশেষ চৰাই আৰু পোক ওলোৱাৰ লগে লগে তেওঁলোকে খেতিৰ কাম আৰম্ভ কৰে। 'ইগো' নামৰ এবিধ পোক ওলালে তেওঁলোকে জুম খেতি কৰে। 'পাকো' চৰায়ে গীত গালে তেওঁলোকে গোমধানৰ খেতি কৰে। পিপি, চেয়ো আদি ওলালে ধান খেতি কৰে। বাৰ মাহেই তেওঁলোকৰ ডফলা ভূমি খেতিৰ উপযোগী। বিশেষকৈ তেওঁলোকৰ খেতিৰ সময় দুটা। জাৰ কালি আৰু জহকালি। জাৰকালিৰ খেতিক তেওঁলোকে 'গ্ৰা-পলো' বোলে। জহকালিৰ খেতিক তেওঁলোকে

'ডুৰিপলো' বুলি কয়। এই ডুভাগত বছৰটো ভাগ কৰি বেলেগ বেলেগ খেতিৰে পাহাৰত শস্য ভৰি থাকে। 'পাৰ্টে ৰিণ্টো' ওৰি হৈছে ডফলা সকলৰ লক্ষ্মীৰ নিচিনা দেৱতা। যুগ যুগ ধৰি এই জনা দেৱতাক তেওঁলোকে পূজা দি আহিছে। খেতি বেয়া হলে এই জনা দেৱতাক কুকুৰা উচৰ্গা দি খেতিৰ ভাল ফল পাবলৈ ডফলা সকলে পূজা কৰে। খেতি ভাল হলে তেওঁলোকৰ ধনী সকলে গাহৰি মাৰি ভোজ খায়। বনৰীয়া গছৰ লতা, শিপা পাতৰ বিষয়ে এওঁলোকৰ বহুতো জ্ঞান আছে। এনে কিছুমানৰ পৰা তেওঁলোকে বিধ বিধ ৰং উলিয়াব জানে। এওঁলোকৰ "পটু" মদ সুন্দৰ আৰু সুস্বাদু ; "পবুম" মদ মধ্যমীয়া আৰু "পকু" মদ একবাৰে পাতল।

মেথোনক তেওঁলোকে শ্ৰেষ্ঠ বুলি ভাবে। "ইৰোওযে" পূজাত, বিয়াৰ যৌতুকত মেথোন দিয়া হয়। এই মেথোনৰ লগত "মজিছ্" নামৰ সেই বহুমূলীয়া তিব্বতীয় ঘণ্টাৰে সাল-সলনি কৰাৰ নিয়মো আছে। মেথোনৰ পাছতে গাহৰিক দ্বিতীয় স্থানত থয়। নানান ৰকমৰ পূজাত এই গাহৰি ব্যৱহাৰ কৰা হয়। যৌতুকতো গাহৰি দিয়া হয়। খেতিৰ সময়ত গাহৰিবোৰ গঁৰালত বান্ধি থোৱা হয়। তেওঁলোকৰ গাহৰি বহুতো থাকে। সেই কাৰণে গাহৰিৰ প্ৰচলন অত্যাধিক। গৰু আৰু ছাগলী বেছি দেখা নাযায়। তেওঁলোকে গৰু, ছাগলীৰ মঙহ খালেও পূজাত ব্যৱহাৰ নকৰে। সেয়েহে তেওঁলোকৰ ভিতৰত গৰু-ছাগলীৰ ইমান যত্ন লোৱা দেখা নাযায়। ডফলা সকলে কুকুৰা বেছি নাখায়। পূজাৰ বাবেহে কুকুৰা ব্যৱহাৰ কৰে। পূজাত কণীও লাগে। তেনেকৈয়ে কুকুৰাৰ কণীৰ প্ৰয়োজন হয়। পূজাত কুকুৰা মাৰিলেহে সিহঁতে খায়। পোহনীয়া কুকুৰ এওঁলোকৰ বৰ প্ৰিয়। এই কুকুৰবোৰে খেতি বাতি চায়। চিকাৰ কৰিবৰ সময়ত কুকুৰ অতি প্ৰয়োজন হয়। নিগনি এন্দুৰো কুকুৰে ধৰি মাৰে। গতিকে গৃহস্থালিৰ কাৰণে কুকুৰ অতি প্ৰয়োজন। বিশেষকৈ সৰু সৰু ল'ৰাছোৱালীৰ লগত কুকুৰে উমলাৰ কাৰণে কুকুৰবোৰ ডফলাবোৰৰ অতি প্ৰিয় জন্তু। আপাতানি সকলৰ নিচিনাকৈ ডফলা সকলে কুকুৰক বলি নিদিয়ে আৰু নাখায়।

নেফাৰ ভিতৰত পাহাৰীয়া জাতিৰ মাজত ডফলা সকল শ্ৰেষ্ঠ চিকাৰী। চিকাৰত সকলোৰে নিপুণ। চিকাৰ কৰাৰ কৌশল আৰু বনৰীয়া প্ৰাণীৰ চিনচাব আৰু চৰিত্ৰৰ বিষয়ে তেওঁলোকৰ জ্ঞান বহুত। চিকাৰ বিহ কাঁড়েৰে মাৰিলে সেই বিহ কাঁড় খুলিওৱালৈকে সেই জন্তুটো হাতেৰে নুচুৰে।

ৰাজহুৱা ভাবে বিশেষ অনুষ্ঠানৰ কাৰণে চিকাৰ কৰিলে চিকাৰীৰ হাতত মৰা জন্তুটোৰ ছাল আৰু মূৰটো চিকাৰীৰ ভাগত পৰে। কাঁডভাল চিকাৰীৰ বিজয় চিন স্বৰূপে তেওঁৰ ঘৰত ওলোমাই সজাই থোৱা হয়। বনৰীয়া জন্তুৰ মূৰবোৰ দুৱাৰৰ আগত ওলোমাই থোৱা হয়। এই বিলাকেই চিকাৰীৰ গৌৰৱৰ চিন। ডফলা সকলৰ চিকাৰ তিনিবিধ, · "কুমা," তচুৰ, আৰু চিৰগো।

ডফলা সকলে মাছ মৰাতো বৰ পাকৈত। তেওঁলোকে বিধ বিধ প্ৰণালীৰে মাছ মাৰিবলৈ জানে, কাৰণ তেওঁলোকৰ গাঁওবোৰ প্ৰায়েই নৈ, জান, জুৰিৰ পাৰতহে থাকে। সেই কাৰণে তেওঁলোকৰ দৈনন্দিন জীৱনত মাছ মৰা হয় আৰু খোৱা হয়। সপোনৰ বিষয়ে তেওঁলোকে বৰ ভাবে। কাৰণ তেওঁলোকৰ বিশ্বাস, তেওঁলোকৰ জীৱনৰ লগত সপোনবোৰৰ ঘনিষ্ঠ সম্বন্ধ। কেতিয়াবা সপোন লৈ তেওঁলোকৰ মাজত হুলস্থুল লাগি যায়। সপোনত ধপাত কিনা বা পাইপ কিনা দেখিলে তিৰোতাৰ লৰা জন্ম হয় বুলি বিশ্বাস। মাইকী মানুহৰ ডিঙিত গহনা পিন্ধা দেখিলে ছোৱালীৰ জন্ম হয় বোলে। লৰা—ছোৱালী জন্মিলে তেওঁলোকে "ইয়োওৱো"-ৰ দান বুলি ভাবে। লৰা-ছোৱালী জন্ম হলে বুঢ়া বিলাকে পোৱতী তিৰোতাৰ ঘৰলৈ আহি সহায় কৰে। কেচুৱা জন্ম হোৱাৰ দুদিন পাছতে পুৰোহিতে আহি কুকুৰ মাৰি তাৰ কলিজা লৈ পূজা কৰি কেচুৱাৰ নামাকৰণ কৰে। সন্মুখৰ দাঁত সৰা সপোন দেখিলে নিজৰ ভায়েকৰ মৃত্যু হবই। তলৰ পাৰিৰ দাঁত সৰা দেখিলে ঘৈণীয়েকৰ মৃত্যু অনিবাৰ্য্য। আঙুলি কটা দেখিলে যি কেনো মানুহৰ মৃত্যুৰ সম্ভাবনা। বেলি মাৰ যোৱা, বা মূৰ আচোৰা, ডিঙিত মালা দিয়া, দা আগত পৰা, ধেনু ভঙা ইত্যাদি সপোন দেখিলে মানুহ মৰে বা নিজৰ মাক বাপেক মৰে বোলে। চৰাই মৰা দেখিলে ভাল। ভাল সপোনত ডফলা সকলে "য়মো মপট" আৰু বেয়া সপোনক "য়মো মৰ" বুলি কয়। "য়মো মপট" বা ভাল সপোন দেখিলে সপোন দেখা মানুহে ৰং পায় আৰু ধনী হয়। আৰু 'য়মো মৰ'ত সপোন দেখিলে নিজৰ বিপদ হয় বুলি ভবাৰ কাৰণে পুৰোহিতক মাতি সেই পৰাক্ৰমী দেৱতা "ইয়োওৱো"ক পূজা দিয়া হয়। মানুহ মৰিলে তেওঁলোকে ভাবে যে "ইয়োওৱো" আৰু অৰুম্ দেৱতাই শাস্তি দিছে। বেমাৰত পৰি ৰোগীয়ে কেঁকালে এই দেৱতা দুজনে কোবায় বুলি ভাবে। চনিওয়ো আৰু দজিং, নামে ৰণদেৱতাক তেওঁলোকে পূজা কৰে।

মানুহ মৰিলে ডফলা সকলে কান্দি কাটি বৰ বেজাৰ কৰে। মাইকী মানুহ

মৰিলে তেওঁলোকৰ পৰিয়ালে শোকত ৰৰকৈ অভিভূত হয়। মানুহ মৰিলে এৰি বা পাটৰ কাপোৰেৰে মেৰিয়াই থোৱা হয়। তাৰ মূৰত মাটিৰ ঘট, মদ, আৰু বনৰীয়া গছৰ পাত বান্ধি থয়। এজন পুৰোহিতে মন্ত্ৰ গায় যাতে মৃতকৰ আত্মা "নেলিনিকো"—সিপুৰীলৈ যায়। এটা গাঁত খান্দি তাত পাটি পাৰি মৰা-শটো ৰখা হয়। তাৰ ওপৰত কাঠ দি মাটি জাপি পুঁতি পেলোৱা হয়। মানুহ মৰিলে এই কাৰ্য্য সোনকালে সমাধা কৰা হয়। পোঁতা ঠাইত বাঁহ বা কাঠেৰে চাং সাজি গছৰ পাত বা বাকলি, জন্তুৰ শিং আৰু বটাজৰী-ৰচীবোৰ ওলমাই থোৱা হয়। সৰু ল'ৰা-ছোৱালী মৰিলে চিৰ চেনেহী মাকে মৰমত আকোৱালি লোৱাৰ দৰে দুচটা কাঠত মৰা—শ ভৰাই দুটা কাঠ-খুটি ওলমাই থোৱা হয়। ধনা মানুহ মৰিলে তেওঁলোকৰ মৰা শ দুই তিনি দিনলৈ ৰখা নিয়মো আছে যদিও তাক সোনকালে পোতাৰ ব্যৱস্থা আছে। "অকম্" আত্মাই যাতে দুনাই ফিৰি নাঁহে তাৰ বাবে "মেঙ্গা এবাদো" উৎসৱ পতা হয়। সকলোৱে গোট খাই যুদ্ধৰ সৰঞ্জাম লৈ ঘৰৰ চুকে কোণে যাঠী আৰু কাঁড় মাৰি চিঞঁৰ—বাখৰ কৰি পাছফালৰ দুৱাৰেদি খেদে। ঘৰৰ ওপৰত ছাল খনলৈও কাঁড আৰু যাঠী মৰা হয়। "মেঙ্গা এবাদো" উৎসৱ এইদৰে পতা হয়, পখিলাবোৰ ডফলা সকলে আত্মা বুলি ভাবে।

তেওঁলোকৰ আৰু দুটা উৎসৱ দেখা যায়। এই দুটাক মিলাই "হুলো" উৎসৱ বোলা হয়। এভাগত "ইবোওয়ে"ৰ বিভিন্ন নামলৈ আৰু দ্বিতীয় ভাগ খেতি বা চিকাৰ কৰাৰ পাছত পতা হয়।

ডফলা গাওঁবোৰ বাহিৰৰ পৰা দেখিবলৈ বৰ ধুনীয়া। ভিতৰৰ ফালে বৰ লেতেৰা। ঘৰৰ কাষতে জাবৰবোৰ জমি থাকিলে গাহৰি আৰু কুকুৰৰ পালে খুচৰি লেতেৰা কৰে।

ডফলা সকলৰ ঘৰবোৰ খুটিৰ ওপৰত তৈয়াৰ কৰা হয়। এই ঘৰবোৰ দীঘলে ২০ গজৰ পৰা ৫০ গজলৈকে দীঘল। বহলে ১৮ ৰ পৰা ২০ ফুটলৈকে দেখা যায়। একোটা ঘৰত ৫ ৰ পৰা ১০ টা পৰিয়ালে বাস কৰে। ঘৰৰ বেৰ বেঁকাকৈ বাঁহেৰে বোৱা হয়। মজিয়াত বাঁহৰ চঁচালি পাতি দিয়া হয়। শুকান কলপাত, কৌপাত, খৰ আৰু ধানৰ খেৰ আৰু এবিধ বনৰীয়া ঘাঁহেৰে ছাল চোৱা হয়। ঘৰৰ একেবাৰে পিছফালে তক্তাৰে তৈয়াৰী এটা আহল বহল চাং সজা হয়। এই চাঙক তেওঁলোকে "ভুমকো" বোলে।

গিৰিয়েকৰ লগত কাজিয়া লাগিলে ঘৈণীয়েকে ভুমকোৰ ফালে লৰ মাৰি

ছুৰাওৰাৰে কান্দি গিৰিয়েকক গালি শপনি পাৰে। তেওঁৰ চিঞৰ বাকৰ শুনিলে ওচৰ চুবুৰীয়া মানুহে কি ভাৱে বুলি ভাবি গিৰিয়েকে বৰ লাজ পায়। কাজিয়া বেছি হলে ঘৈণীয়েকে গুচি যায় আন ঘৰলৈ আৰু তাতে আশ্ৰয় লয়।

ডফলা—সকলৰ সমাজত ল'ৰা—ছোৱালীৰ বিয়া ঠিক কৰে মাক বাপেকে। গাধন লৈ দুয়োপক্ষৰ দলত দাম-দৰ কৰা হয়। ডেকা-গাভৰুৰ অবাধ মিলনৰ কাৰণে প্ৰেম জনিত বিয়া হোৱাও দেখা যায়। মাক বাপেকৰ সন্মতি নেপালে প্ৰণয়ী যুগলে বিৰুদ্ধাচৰণ কৰিবলৈ বাধ্য হয়। প্ৰেমিক প্ৰেমিকাৰ হৃদয় আৱেগত উথলি উঠে। হিয়াৰ মাজৰ পৰা নিগৰি ওলাই আহে "আৰিয়ু"— প্ৰণয় সঙ্গীত। এই "আৰিযু" ভাৱেৰে ভৰপুৰ। ইমান অনুৰাগ আবেগ জাগি উঠে এই প্ৰণয় সঙ্গীতত। এই গীত বিশেষকৈ ইয়োৰা অঞ্চলত শুনা যায়।

'দুয়োজনে ভৰি দিছো যৌবনৰ প্ৰথম সপোনত
আহা দুয়ো বান্ধ খাওঁ এটি হিয়াৰ ডোলত।
আহা দুয়ো আকোৱালি লওঁ দুজনকে
কুমলীয়া এজোৰ সেউজ বুলীয়া কলপাতৰ দৰে
একেলগে ফুৰোঁ দুয়ো পাহাৰে পাহাৰে
তুমি আৰু মই দুয়ো একেলগে গৈ
পাৰ হওঁ পাহাৰীয়া—নৈ।

কি সুন্দৰ, কিমান ধুনীয়া এই "আৰিয়ু" গীতবোৰ। আৰু শুনা যায়,—

"একেলগে চহ কৰিম তুমি আৰু মই
তাৰ পিছত এদিন দুয়ো বুঢ়া বুঢ়ী হলে
বগা হব আমাৰ মূৰৰ চুলি,
দাঁত সৰি দুয়ো হম বুঢ়া খোলা-খুলী
তথাপিও থাকিম বাঁচি তুমি আৰু মই
বুঢ়া হোৱালৈ।"—

গীতবোৰে প্ৰকাশ কৰে ডেকা মনৰ গুণা গঁথা ভৱা-চিন্তা স্নেহৰ আকৰ্ষণতকৈ ও প্ৰণয়-গভীৰতা। সকলো ক্ষেত্ৰতে দেখা যায় পৰস্পৰৰ প্ৰতি প্ৰণয়াসক্ত ডেকা-গাভৰুৰ চৰম আশা—বিবাহৰ বন্ধনত আবদ্ধ হৈ দাম্পত্য ঘৰ বন্ধা। বয়স হলে ডফলা—ডেকা এজনে বহু ডফলা গাভৰুক বিয়া কৰাবলৈ ইচ্ছা কৰে। সেইদৰে ডফলা সকলৰ মাজত দেখা যায় একো একোজনে তিনি চাৰিটা ডফলা তিৰোতাক বিয়া কৰায়। "নিলোম" গাওঁত নিলোম চেৰাই তিনি গৰাকী

ডফলা তিৰোতাক বিয়া কৰিছে। "তেজা" গাওঁত "লিথা"ই আৰু এগৰাকী তিৰোতাক বিয়া কৰাইছে। এইদৰে বহু বিবাহ কৰা ডফলাই গৰ্ব কৰে বহু বিবাহ কৰাৰ মাজেদি।

ডফলা সমাজত এই বহু বিবাহ প্ৰথা প্ৰচলিত হোৱাৰ প্ৰধান কাৰণ হৈছে খেতি বাতিৰ সময়ত তিৰোতাৰ অপৰিহাৰ্য্য সাহায্য যিমান ঘৈণী অনা হয় ঘৰুৱা কামত সিমানেই সাহায্য পোৱা যায়। (আৰু এটা কাৰণ হৈছে যৌন বৈচিত্ৰৰে আনন্দ উপভোগ) বয়সৰ পাৰ্থক্য ডফলা সমাজত বিয়াৰ পক্ষে কোনো বাধা নহয়। টকা যাৰ ছোৱালী তাৰ।

কোনো কোনো ক্ষেত্ৰত দেখা যায় অবিয়ৈ ডেকাই নিজেই যাচি ছোৱালী বাছে। ডফলা সকলৰ ভিতৰত বৈণা হবলৈ অতি উৎকৃষ্ট হৈছে মোমায়েকৰ ছোৱালী। যদি কোনোবা ভাগীনে কাছৰমণি আদি লৈ মোমায়েকৰ ঘৰলৈ যায় তেতিয়াই বুজিব লাগিব ভাগিন জন মোমায়েকৰ ছোৱালীৰ প্ৰণয় প্ৰাৰ্থী। ভাগিনীয়েকৰ মনোভাব বুজিব পাৰি ছোৱালীৰ মাক বাপেকে দৰাৰ মাক বাপেকৰ লগত কথা বতৰা পাতে, গাধন ঠিক হলে বিয়াৰ দিনো থিৰ কৰা হয়। বিয়াৰ দিনা দৰা আৰু দৰাপক্ষৰ দলেলৈ দৰাৰ বাপেক কন্যাৰ ঘৰলৈ যায়। তেতিয়া কন্যাৰ বাপেকৰ ঘৰত গাহৰি মৰা হয়, ভাল ভাল পতু মদ ভৰা চুঙা দিয়া হয় এটা ভোজৰ আয়োজন হয়। এইদৰে কন্যাৰ ঘৰত তিনিদিন ডাঙৰ উৎসৱ পতা হয়। দৰা ঘৰৰ আৰু কন্যা ঘৰৰ পুৰোহিত সকলে প্ৰতি নিশাই হ'দ মন্ত্ৰ গায়। দুয়োপক্ষৰ যুঁজ হয় হ'দ গানৰ মাধ্যমত পৰস্পৰ দলক জব্দ কৰাৰ মতলবলৈ। গাধন দিয়াৰ পিছত দৰা ঘৰীয়াই কন্যাক লৈ গুচি যায় নিজ ঘৰলৈ। দৰাৰ ঘৰ পোৱাৰ লগে লগে তুমুকোত। অভ্যৰ্থনা কৰা হয় এটা ডাঙৰ কুকুৰাক বলি দি। এই অনুষ্ঠানৰ পাছতেই নকন্যাই ঘৰৰ ভিতৰত প্ৰবেশ কৰে বোৱাৰী হিচাবে।

ডফলা সমাজত আসুৰ বিবাহৰ প্ৰচলনো আছে। কুমাৰী ছোৱালীয়ে পলাই যায় প্ৰনয়ীৰ ঘৰলৈ। ছোৱালীৰ বাপেকে সেই কুলত্যাগিনী ছোৱালীক বিচাৰি কাৰোবাৰ ঘৰলৈ গৈ থকাৰ গম পালে তালৈকে গৈ আনিবলৈ চেষ্টা কৰে ঘৰলৈ৷ আবশ্যক অনুসৰি বলপ্ৰয়োগ কৰে। তেতিয়া প্ৰণয়িনীৰ বাপেকক গাধন দি থালাচ কৰে। ডফলা সমাজত মৃত ব্যক্তিৰ বিধবা উত্তৰাধিকাৰীৰ ভাগত পৰে। পুতেক মৰিলে বিধবা বোৱাৰীৰ শহুৰেকেই গিৰিয়েক। ভাই-বোৱাৰীকো বিয়া কৰাৰ নিয়ম দেখা যায়।

ডফলা সকলৰ সমাজত একমাত্র নিজৰ পেহীয়েক আৰু ছোৱালীৰ লগত যৌন মিলন হব নোৱাৰে। ইয়াৰ বাহিৰে মাহীমাক, খুৰীয়েক, জেঠীয়েক, মামীয়েক, খুৰা, জেঠা, মামা, মাহীৰ ছোৱালীক আৰু যি কোনো আত্মীয়ক তেওঁলোকে বিয়া কৰাব পাৰে। বিধৱা বোৱাৰীক শহুৰেকে শর্য্যাশায়িনী ৰূপে লয়েই, তাৰোওপৰিও লৰা বাচি থকা অৱস্থাতো লগত লৈ শুৱে। বিবাহ ক্ষেত্রত ডফলা—সকলৰ মাজত এনে বৈচিত্র্য।

তেওঁলোকৰ এনে বিবাহ অনুষ্ঠানত প্ৰধান হৈছে নৃত্য। ধাতু পাত্র বজাই তেওঁলোকে বিবিধ ভঙ্গিমাৰে নাচে। "ইয়ুলো" উৎসৱত প্ৰধান অঙ্গ হ'ল নাচ। ইযাত নৃত্যকাৰী সকলে ডুশাৰীত পোন হৈ থিয় হৈ নৃত্যকাৰী সকলে নৃত্য ছন্দত নাচে। সেই নৃত্যৰ ছেৱে ছেৱে তালে তালে গীত গোৱা হয় ভিন ভিন "উইয়ু" অপদেৱতাৰ নাম লৈ ফচল চপোৱা আৰু সফল চিকাৰৰ পাছতো নৃত্যৰ অনুষ্ঠান পতা হয়। এই নাচ বোৰত ছোৱালী আৰু বয়সীয়াল তিৰোতাই যোগ দিয়া কম দেখা যায়।

ডফলা সকলে বিশ্বাস কৰে যে তেওঁলোকৰ অঞ্চল অসংখ্য "উইয়ু" অপদেৱতাৰে পৰিপূৰ্ণ। ধুমুহা, শিলাবৃষ্টি, ভূমিকম্প, সকলো এই অপদেৱতা 'উইয়ু' সকলৰ অপকৰ্ম্ম। ডফলা সকলে কয়। 'আনে ডুইনি' সূৰ্য্য দেৱতাই হৈছে 'জগন্মাতা'। এই 'আনে ডুইনি'ৰ কৃপাতেই আকাশৰ পৰা পোহৰ বাগৰি আহে আৰু জীৱন আনন্দময় হৈ উঠে। 'উইয়ু' অপদেৱতা সকলৰ আন আন অপকাৰী উপ-অপদেৱতা হৈছে "কিৰৰি—লিৰলি" "নিয়াৰ লিয়াৰ", "চুছি খেছিনিমী" "গামী" ইত্যাদি।

পানীয়োৰ অঞ্চলত এটা প্ৰথা দেখা যায় মৃত্যুমুখী কোনোবা কোনোবা মানুহৰ আত্মীয় স্বজন আৰু বন্ধু বান্ধৱ সকলে তেওঁৰ শোৱা পাতিৰ চাৰিওফালে আগুৰি শাৰীপাতি বহে আৰু বাৰে বাৰে নাড়ী পৰীক্ষা কৰে। নাড়ীৰ স্পন্দন থামিলে সকলোৱে হুৰাওৰাৱে কান্দে। ডফলা-সকলে-ঘৰৰ কাষেতে মৰাশ পোতে। কবৰ দিয়াৰ পাছত এজনী তিৰোতাই তাত পানী ছটিয়ায়। সেই ঠাইত বাঁহ আৰু কাঠেৰে এটা জপনা সাজি চাৰিওফালে জেউৰা দি বন্ধা হয়। সেই সমাধিৰ কাষত সন্ধিয়া জুই জলোৱা হয়। আৰু এটা পাছিত কিছুমান খাদ্য আৰু 'পট্' মদ ভৰা চুঙা থোৱা হয়। মৃতকৰ আত্মীয়স্বজন সকলে অস্ত্র শস্ত্রেৰে তাত জমা হয়। কাঁড়মাৰি; আৰু জুইত আওঁঠা ছটিয়াই 'উইয়ু' অপদেৱতা সকলক খেদা হয়, তাৰ পিছত সকলোৱে ঘৰা-ঘৰি যায়।……

অসংখ্য উত্তুঙ্গ পৰ্ব্বত খৰতোয়া নদী আৰু দুৰ্গম অটব্য অৰণ্যৰে ভৰপূৰ গৰ্ব্বিত। সাহসী আৰু পৌৰুষ সম্পন্ন ডফলা সকলৰ এই বিচিত্ৰ দেশ! আৰু কিমান! তাৰ শেষ নাই,—সীমা নাই। এই ডফলা সকলক দেখি মোৰ মূৰ আপোনা আপুনি দোঁ খায়। আৰু অন্তৰত ভকতি জাগে।......

**খোঁৱা :** অঁকা আৰু ডফলা সকলক দেখি মনত জাগি উঠে সেই মিজি, থাকা খোঁৱা সকলৰ মুখ। যি সকলে অঁকা সকলৰ আশে পাশে আৰু ডফলা সকলে বসতি কৰা অঞ্চলৰ পশ্চিম ফালে থাকে। অঁকা—পাহাৰৰ অঞ্চলতে এই খোঁৱা সকল বাস কৰে, কিন্তু বেলেগ বেলেগ গাওঁত। এওঁলোকৰ লগত গঢ় গঠনত অঁকা সকলৰ সামঞ্জস্য থাকিলেও অঁকা সকলৰ দৰে ইমান বগা নহয়... খোঁৱা সকল। অলপ তাম—বৰণীয়া। বোধ কৰোঁ ৰ'দত কাম কৰাৰ কাৰণে তেওঁলোকৰ ছালৰ বৰণ এইদৰে হৈছে। এওঁলোকৰ জনসংখ্যা খুব কম। প্ৰায় ৬০০ শ হে।

অঁকা সকলে খোঁৱা সকলক বন্ধুৰাৰ দৰে ব্যৱহাৰ কৰে। এওঁলোকে অঁকা সকলৰ সকলো খেতি বাতি কৰিও নিজৰ মাটিতো খেতি কৰে। এওঁলোকৰ এজন গাওঁৰ বৰমুৰীয়া থাকে। সেই বৰমুৰীয়া গাওঁ বুঢ়াৰ দৰে। তেওঁলোকৰ নিজা মাটি বাৰীও আছে। তেওঁলোকে বিশ্বাস কৰে যে, তেওঁলোক যিহেতু কল গছৰ জখলাৰে নামি আহিছিল, সেই কাৰণে তেওঁলোক অঁকাতকৈ সৰু জাতি। কাৰণ অঁকা সকল নামি আহিছিল সোণৰ জখলাইদি। সেই কাৰণে এওঁলোকে অঁকাৰ ঘৰত চাকৰৰ দৰে খাটিবই লাগিব আৰু খাটেও।

সেই খাটনিৰ কাৰণে এওঁলোকে অঁকা সকলৰ পৰা কিছু মূল্য পায়।

নৃতত্বৰ ফালৰপৰা চাবলৈ গলে অঁকা আৰু খোঁৱা সকলৰ মাজত একো পাৰ্থক্য নাই ; যদিও খোঁৱা সকলৰ লগত অঁকা সকলৰ বিয়া বাৰু হব নোৱাৰে তথাপিও কেতিয়াবা কেতিয়াবা দেখা যায় অঁকা ডেকাই অঁকা তিৰোতাৰ পৰা বিশেষ পাৰ্থক্য নথকা খোঁৱা ছোৱালীক বিয়া কৰায়। কাৰণ গঢ় গঠনত অঁকা আৰু খোঁৱা ছোৱালী একেই।

আচাৰ-ব্যৱহাৰ আৰু সাজ-পোছাকত অঁকা আৰু খোঁৱা সকলৰ কোনো পাৰ্থক্য দেখা নাযায়। অৱশ্যে ইমান সামঞ্জস্য থাকিলেও এই খোঁৱা সকল যে এটা বেলেগ জাতি এওঁলোকৰ বেলেগ ভাষাৰ পৰাই বুজিব পাৰি ; যি ভাষাৰ লগত অঁকা সকলৰ ভাষাৰ মিল নাই। এনে ধাৰণা হয় যে সেই অঞ্চলত অঁকা সকল অহাৰ আগতেই খোঁৱা সকল আছিল ; যি সকলে প্ৰবল প্ৰতাপী অঁকা

সকলৰ প্ৰভাৱত পৰি তেওঁলোকৰ আচাৰ-ব্যৱহাৰ সাজ পোছাক গ্ৰহণ কৰিবলৈ বাধ্য হৈছে, যদিও থোঁৱা সকলৰ ভাষা অঁকা সকলে নুবুজে।...

**মিজি :** আৰু মনত পৰে সেই মিজি সকললৈ যি সকলৰ অঁকা আৰু ডফলাৰ সৈতে লেনদেন বেছি, বিশেষকৈ অঁকা সকলৰ সৈতে। অঁকা পাহাৰৰ উত্তৰে "বিচম" নৈৰ ভৈয়ামত এই মিজি সকলৰ বসতি। এওঁলোকৰ জনসংখ্যা মাথোন এহেজাৰহে। অঁকা—সকলৰ লগত এওঁলোকৰ সামঞ্জস্য বৰ বেছি। আনকি এওঁলোকৰ মাজত বিয়া বাৰুও চলে। নৃ-তত্ত্বৰ ফালৰ পৰা অঁকা সকলৰ লগত মিজি সকলৰ গঢ় গঠন একে। তৰে মিজি সকলৰ নাক অলপ দীঘল। অঁকা সকলতকৈ মিজি সকলৰ চকুৰ ভাঁজ বেছি।

মিজি তিৰোতাক দেখিলে সাজে পোছাকে গঢ় গঠনে আচাৰ-ব্যবহাৰে অঁকা তিৰোতা যেনেহে লাগে।

সেয়েহে মিজি গাভৰুক মিজি ডেকাই বিয়া কৰায়। আৰু মিজি কইনাই অঁকা-দৰাৰ গাওঁৰ ঘৰত গৈ বাস কৰে বিয়াৰ পাছত।

আগতেই কোৱা হৈছে সাজে পোছাকে গঢ়ে গঠনে, আচাৰে-ব্যৱহাৰে মিজি আৰু অঁকা সকল একেই। পাৰ্থক্য কেৱল এয়েই যে, বগা কড়িৰে গুঁথা ভালুকৰ ছালৰ পেটী বুকুত কান্ধৰ মাজেৰে ওলোমাই লয়। তেওঁলোকৰ অঞ্চলত "দামভিং" পোক নাই যেন লাগে, এই কাৰণে যে, তেওঁলোক অঁকাৰ দৰে ঠেঙা নিপিন্ধে।

তেওঁলোক আদিম ধৰ্ম্মাবলম্বী। তেওঁলোকৰ ধৰ্ম্মোৎসৱত বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱ-পৰা দেখা নাযায়।

মিজি সকলৰো নিজা ভাষা আছে যি ভাষাৰ লগত অঁকা সকলৰ ভাষা অলপ মিলে।

মুঠতে মিজি আৰু অঁকা একেই জাতি যেন লাগে। কেৱল মিজি সকল বেলেগ গাওঁ পাতি থাকে, নিজেই কাম বন খেতি বাতি কৰে। অৱশ্যে তেওঁলোকৰ কামত ওচৰ চুবুৰীয়া মোন্‌পা সকলে মাজে মাজে সহায় সহানুভূতি দেখুৱায়।

মনে হয় অঁকা আৰু মিজি সকল একেই গুৰিৰেই ঠাল-ঠেঙুলি। কেৱল "বিষম" উপত্যকাৰ আদিম বাসীৰ লগত বিলীন হৈ যোৱাত মিজি সকল এটা বেলেগ জাতি হৈ উঠে। যি কি নহওঁক তেওঁলোকৰ আতিগুৰি যিয়েই নহওঁক এইদৰে পৰম্পৰৰ মাজত বিয়া বাৰু চলাত ভবিষ্যতে মিজি আৰু অঁকা

সকল পুনৰ এটা জাতিত পৰিণত হবগৈ। এইয়ে হ'ল মিজি সকলৰ চমু কাহিনী।.........'

ঔকা বিছনাৰ পৰা সেই ডেকা হ্‌চোৱে আকৌ চিঞৰে, "ককাই দৰ্থান্তটো" ডফলাৰ বিছনাত বহি মই উত্তৰ দিওঁ—"ককাই দিম বাৰু! সন্ধিয়া। লিখি দিম।......ডফলা চাঙৰ পৰা নামি প্ৰণাম জনাই মেলানি মাগি যাব খোজোঁতেই ডফলা ডেকা এজনে মোক সাৱট মাৰি কয়,—"ককাই বৰ ভাল লাগিল। আমি একেই তেজপুৰৰ মানুহ!"—আগত ঠিয় হৈ তেওঁ উলাহত হাঁহে। আৰু হাঁহে তেওঁৰ টুপীৰ ওপৰত থকা ধনেচ চৰাইৰ দীঘল সোণ বৰণীয়া ঠোঁটটোৱে।···

কামেঙৰ পূব অঞ্চলত থকা খোঁৱা সকলে নিজক "বাগান" বোলে আৰু উত্তৰফালে থকা মিজি সকলে নিজক "ধামাই" বোলে। এই ডফলা সকল কেৱল কামেং বিভাগতেই নাই। কামেং বিভাগ পাৰ হৈ সোৱণশিৰি বিভাগৰ সুদূৰ অঞ্চললৈকে বিয়পি আছে।

পেং, বেংণী, আৰু ডফলা সকলে বাস কৰা অঞ্চলত মাজে মাজে ছুলুং—গোষ্ঠীৰ সৰু সৰু গাওঁ দেখা যায়।

এই ছুলুং সকল হৈছে নেফা অঞ্চলৰ বিশেষকৈ কামেং বিভাগৰ এটা সৰু জাতি। তেওঁলোকৰ উপজীৱিকা হৈছে চিকাৰ আৰু অৰণ্যৰ পৰা খাদ্য-সংগ্ৰহ। লো আৰু পিতলৰ কামো তেওঁলোকে জানে। আজিকালি অৱশ্যে তেওঁলোকে খেতিবাতিও কৰিব পাৰে। এই ছুলুং সকল বেছি ভাগেই ডফলা সকলৰ দাস। এই ছুলুং সকলেই খুলু····· ·················অলপ দূৰলৈ গৈ দেখা পাওঁ এখন বিছনাত বাগৰি আছে এজনে। কাষ চাপোতে সি ধৰফৰ্‌কৈ উঠি বহি মোক মাতে। ওচৰলৈ গৈ চাঙত উঠি বিছনাত বহোঁ তেওঁ চিনাকি দি কয়,—"মই আৱাতানি।"····· ········ ··········· ··এই আৱাতানিয়েই আপাতানি।

অসমৰ উত্তৰে হিমালয়ৰ কোলাত ৫০০০ ফুট ওখৰ অধিত্যকাত এই আপাতানিৰ পৰ্ব্বত অঞ্চল। চাৰিওফালে বন-বননিৰে ভৰা পৰ্ব্বত-মালা। বিশেষকৈ উত্তৰৰ পৰ্ব্বত-মালাৰ উচ্চতা ৮,০০০ৰ পৰা ৯,০০০ ফুটলৈকে।

এই অজান্তী দেশৰ কথা বহুদিন অগোচৰ আছিল। ১৮৯০ চনত শেষৰ ভালে এইচ্‌. এম্‌ ক্ৰো নামে এজন অসম সাহসী বৃটিছ চাহ-বাগিছাৰ মালিকে স্থিৰ কৰিলে যে বৰদিনৰ ছুটীত তেওঁ আপতানিৰ অধিত্যকাত ছুটি কটাব। তেওঁৰ মাল-পত্ৰ আৰু এই পৰ্ব্বতীয়া মানুহৰ কাৰণে বেচম, নিমখ, ৰেশমী

কাপোৰ ইত্যাদিত বিধ বিধ উপঢৌকনৰ বাহক হিচাবে লগত নিয়ে তেওঁ কিছুমান ডফলা। বহুত কষ্ট কৰি গন্তব্য থলি পোৱাৰ পিছত তেওঁ যি দেখিলে সচাঁকৈয়ে তেওঁ চমক্ খাই যায়। সদৌ সুজলা উপত্যকা ভূমিৰ এনে এদল সংঘবদ্ধ মানুহৰ সংস্পৰ্শত আহে মিঃ ক্ৰোৰে; যি সকলে খেতিত জলসিঞ্চনৰ সাহায্যত ব্যাপক আৰু উন্নত ধৰণৰ এক কৃষি-ব্যৱস্থা গঢ়ি তুলিছে। নাঙলৰ ব্যৱহাৰ এওঁলোকে নেজানে। কিন্তু এওঁলোকে কেৱল কোৰৰ সহায়েৰে মাটিৰ বুকু ফালি বছৰত শস্য উৎপাদন কৰে দুবাৰকৈ। সমৃদ্ধ এওঁলোকৰ দেশ। সুখী মানুহ আপাতানিসকল।........ তেওঁ আপাতানি দেশত বৰদিনৰ ছুটীত ঘূৰি ফিৰি আহে নিজ-বাগিছালৈ। কিন্তু তেওঁৰ অভিজ্ঞতাৰ বিষয়ে তেওঁ একো লিখি থৈ নগল। সেই কাৰণে এই পাহাৰীয়া মানুহ সকলৰ বিষয়ে মানুহে বিশেষ ভাবে জানিব নোৱাৰিলে। কিন্তু এওঁলোকৰ বিষয়ে জানিবলৈ চৰকাৰী মহলত কৌতুহল বেছিকৈ উদ্রেগ হয়। সেই কাৰণে বৃটিছ চৰকাৰে ১৯১৯ খৃঃত আপাতানি দেশলৈ এটা "মিছন" পঠিয়ায়। এই আপাতানি— উপত্যকাভূমিৰ মানুহ সকলৰ কৃষি-কাৰ্য্যত নৈপুণ্য দেখি তেওঁলোকে বিস্ময় মানে। তেওঁলোকে স্বীকাৰ কৰিবলৈ বাধ্য হয় যে সভ্যতা আৰু সংস্কৃতিৰ ফালৰ পৰা মিৰি ডফলাতকৈ এওঁলোক বেছি কৃষিজীবি। সেই "মিছন" অহাৰ লগে লগে সেই পাৰ্ব্বত্য ভূমিত আকৌ "বিস্মৃতি-এন্ধাৰ" নামি আহে।

আকৌ সেই এন্ধাৰ আতৰাবলৈ আগ বাঢ়ি যায় প্ৰখ্যাত জাতি তত্ত্ববিদ বেৰন, চি, এফ, হাইমেন্‌ডৰফে্। সেই অজান্তী দেশৰ দুৰ্গম অঞ্চলত তেওঁ বিস্তৃত ভাবে ভ্ৰমণ কৰে। তেওঁৰ লিখিত বিৱৰণৰ পৰা জনা যায় যে, নিম্ন অধিবাসী সকলৰ মাজ ত আজিও ছাব খাই আছে নব প্ৰস্তৰ যুগ। সেই বিজ্ঞান সন্মত বিবৰণীৰ পৰা বুজা যায় সোৱণশিৰি অঞ্চলৰ আপাতানি আৰু মিৰি সকলৰ নিৰ্ভৰযোগ্য তথ্য। এই প্ৰসিদ্ধ হাইমেন্‌ডৰফে্ এই অঞ্চলৰ বিষয়ে "দি নেকেড নাগাজ" গ্ৰন্থ নৃতত্ব অনুৰাগী সকলৰ কাৰণে লিখি থৈ যায়।

আৰু বাটাণ্ড্ গেব্ৰিয়েল্ নামৰ এজন ফৰাছী নৃতত্ব সন্ধানীয়ে ১৯৫৩ চনত তেওঁৰ নাজ (Naag) নামৰ অনুচৰৰ সৈতে অসমৰ পাৰ্ব্বত্য অঞ্চলত ভ্ৰমণ কৰিবলৈ কলিকতালৈ আহে আৰু সেই সময়ত ভাৰত চৰকাৰৰ উপজাতি সম্বন্ধ উপদেষ্টা বিৰজা শঙ্কৰ গুহৰ সৈতে যোগাযোগ কৰে। তেওঁৰ পৰা এওঁ অসমৰ উত্তৰ পূৰ্ব্ব সীমান্ত অঞ্চলৰ মানুহৰ বিষয়ে নানান নৃতাত্বিক তথ্য সংগ্ৰহ কৰে।

অসমলৈ আহি পোন প্ৰথমে তেওঁ গৌৰীপুৰৰ ৰাজা শ্ৰীপ্ৰকৃতীশ চন্দ্ৰ বৰুৱাৰ ( লালজী ) কাৰেঙত অতিথি হিচাবে থাকি মাতৃ প্ৰধান খাছীয়া আৰু গাৰো ৰাজ্যত ব্যাপক ভাবে ঘূৰি শেষত ডিব্ৰুগড়লৈ যায়। শেষত ব্ৰহ্মপুত্ৰ পাৰ হৈ উত্তৰ পূৰ্ব্ব সীমান্ত অঞ্চলৰ নিভৃততম্ সোৱণশিৰি বিভাগত আপতানি সকলৰ সম্বন্ধে প্ৰত্যক্ষ অভিজ্ঞতা অৰ্জন কৰে। তেওঁৰ ভ্ৰমণ নানান বাধা বিঘিনি স্বত্বেও সাফল্যমণ্ডিত হয়। এই অভিজ্ঞতা সম্বন্ধে তেওঁ এখন বহুমূলীয়া গ্ৰন্থ লিখে। যাৰ নাম "প্ৰচ্ছন্ন দেশ, যত নাৰী সকলৰ আধিপত্য" ( Secret land where women reign ) যি পুথিৰ ইংৰাজী অনুবাদ প্ৰকাশিত হয় ১৯৫৮ চনত। এই পুথি কেৱল নৃতত্ত্ব ফালৰ পৰাই যে মূল্যবান এনে নহয়, তাত এই ফৰাছী গ্ৰন্থকাৰৰ ৰাজনৈতিক বিষয়ত তীক্ষ্ম বিচাৰ শক্তি আৰু দূৰদৰ্শিতাৰ পৰিচয়ো পোৱা যায়। সেই পুথিৰ পূৰ্ব্বভাষত তেখেতে কৈছিল। "Geographically India must be presurved from a chinese over flow, even in the elementry form of infiltration through the Himalayas from one end of her Northern frontier to the other"—"ভাৰতৰ ভৌগোলিক অখণ্ডতা চীনা নৰগোষ্ঠীৰ প্লাবনৰ পৰা ৰক্ষা কৰিবই লাগিব, আনকি যদি হিমালয়ৰ ভিতৰেদিয়েই হওক নাইবা ভাৰতৰ উত্তৰ সীমান্তৰ এক প্ৰান্তৰৰ পৰা আন প্ৰান্তলৈকে প্ৰাথমিক অনুপ্ৰবেশ আকাৰতেই হওক তথাপিও।" আৰু এঠাইত তেওঁ কৈছিল,—"Indian's foreign policy begins at her frontier"—তেওঁৰ এই বহুমূল্য পুথিৰ পৰা আপাতানি সকলৰ বিষয়ে বহুতো কথা জানিব পাৰি। ..

১৯৫৩ চনত এই গেব্ৰিয়েল্ চাহাবে তেওঁৰ সঙ্গী নাজৰ সৈতে ডিব্ৰুগড়ৰ পৰা ব্ৰহ্মপুত্ৰ পাৰ হৈ জীপেৰে আগুৱাই যায় ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি অৰণ্য পথৰ মাজেৰে।

এন্ধাৰ নিশা আহে সেই অৰণ্য ভূমিত কলা জাল পেলায়। সন্মুখত সুদূৰ প্ৰসাৰিত উন্মুক্ত প্ৰান্তৰ, কিন্তু চৌপাশে লোকালয়বিহীন দিক্-বিদিক্ শূন্য। .

..... ..... ....... .... . ..... কম্পাচৰ ফালে দৃষ্টি ৰাখি উত্তৰ ফালে দৃষ্টি নিক্ষেপ কৰে ;—আকাশত নাই জোন, ঘোপ মৰা এন্ধাৰ। এঠাইত থমকি ৰয় জীপখন। লাইট নুমায়। আকৌ এন্ধাৰ। সেই অন্ধকাৰ ভেদি নামি আহে এশাৰি গছ গছনি। বিনিকি বিনিকি শুনা যায় মানুহৰ কথা বতৰা। তেওঁলোকৰ অন্তৰত সাহ জন্মে। জীপৰ মাজত ঢলি পৰে দুয়োজনৰ ক্লান্ত

দেহা, দুয়ো টোপনি যায়।—নিশিৰ শিৰ, নিজম নিমাত।·· পুৱা সাৰ পায় দুয়ো। জীপৰ মাজেৰে দেখে অপূৰ্ব্ব সুন্দৰ দৃশ্য, সূৰ্য্যৰ নৱোদয়ে সোণালী ৰেঙনিৰে ধুৱাই যায় পৰ্ব্বতৰ মালা। সাগৰৰ পিঠিৰ পৰা সোঁৱণশিৰি বিভাগৰ তুষাৰ সোণালী বিভাগেৰে ভৰা শৈল শ্ৰেণী। সপোন সপোন যেন পাহাৰেৰে আগুৰা অধিত্যকা।

নিশা আন্ধাৰত যি ঠাইত গেব্ৰিয়েল আৰু অনুচৰ নাজে জীপত ওই ৰাতি কটাইছিল। ৰাতিপুৱা সাৰপাই দেখে কাষতেই এটা ভগা ডাক বঙলা। ইয়াতেই তেওঁলোকে পুৱা দেখে পাহাৰীয়া গোটেই অঞ্চলত বাস কৰা ডফলা মিৰি সকল। দুয়োৰে মূল একে যেন লাগে।

এখন নাও লৈ গেব্ৰিয়েল আৰু তেওঁৰ অনুচৰ নাজ লৈ এখন পাৰ হয়। এওঁলোক আহি পায় এখন চাহ বাগিচালৈ, নাম তাৰ "আনন্দ" চাহ বাগিচা। সেই চাহ বাগানৰ মেনেজাৰ শ্ৰীবেনাৰ্জ্জী এজন ৰসিক পুৰুষ। তেওঁ উলাহেৰে এনে দুৰ্জ্জন অভিযাত্ৰীৰ সঙ্গী হবলৈ ইচ্ছা কৰে। গেব্ৰিয়েল মান্তি হয়। সেই অভিযাত্ৰী দলে তেওঁলোকৰ লক্ষ্য থিৰ কৰে ৩০০০ হাজাৰ ফুট ওখ ঠাইত থকা "দোলন" উপত্যকা। লক্ষীমপুৰৰ পৰা অনা হয় তিনিজন ডফলাক, এই ভ্ৰমণৰ সঙ্গী হিচাবে। এজন ডফলাৰ নাম বাতহোলি। সি দোভাষীৰ কাম কৰিবও পাৰে।

গেব্ৰিয়েল আৰু তেওঁৰ দলে জীপত উঠে এদিন শুভক্ষণত। জীপ চলে ছদিন। ছ দিনৰ মূৰত তেওঁলোকে এখন আপাতানি গাওঁ পায়, ছবিৰ দৰে গাওঁখনি শান্ত। নিভৃত আৰু ৫০০০ হাজাৰ ফুট ওখ। চাৰিওফালে বন বননিৰে পৰিপূৰ্ণ। উত্তৰে পৰ্ব্বতৰ মালা। ৮০০০ ৰ পৰা ৯০০০ ফুটলৈকে ওখ।

## আপাতানি ॥

আপাতানি সকলৰ সংখ্যা বেছি। তেওঁলোকৰ জনসংখ্যা ৩০,০০ হেজাৰো ওপৰ। "বেলা" আৰু "মিছি বামেণৰ" মাজৰ গাওঁবিলাকত ৫০০০ হেজাৰ আপাতানি বাস কৰে। আচৰিত যে এই অঞ্চলত লোক সংখ্যা ঘনতৰ। প্ৰতিবৰ্গ মাইলত এহেজাৰ।

আপাতানি অঞ্চলৰ মাটি বৰ সাৰুৱা। এওঁলোক বৰ পৰিশ্ৰমী আৰু ভাল খেতিয়ক। অপৰ্য্যাপ্ত পৰিমাণে এওঁলোকে শস্য উৎপাদন কৰে। মাটিৰ লগত এওঁলোকৰ সমন্ধ বেছি কাৰণে এওঁলোকৰ জীৱিকা নিৰ্বাহৰ উপায় হৈছে

কৃষিজীৱি। খেতিৰ উপৰিও এওঁলোকে হাবিৰ পৰা খাদ্য দ্ৰব্য আহৰণ কৰে। পাহাৰৰ গাত কোৰ আৰু জোঙৰ সহায়েৰে এওঁলোকে খেতি কৰে। এওঁলোকৰ উৎপন্ন দ্ৰব্য হৈছে ধান। তাৰ পিছত যৱ, ঘেহু আৰু মাকৈ। এই ধানেৰে তেওঁলোকে ডফলা আৰু পাহৰীয়া মিৰি সকলৰ পৰা মেথোন আৰু গাহৰি লৈ আনে।

প্ৰত্যেক পৰিয়ালৰ নিজা ঘৰ থাকে। এটা প্ৰধান বাট ; তাৰ দুয়ো কাষে শাৰী শাৰী বাটৰ খুটিৰ ওপৰত বাহৰ চাং পাতি সজা দীঘল দীঘল চাং ঘৰ। এওঁলোক বুদ্ধিমান কাৰণে সুকৌশলেৰে সৰু সৰু বান্ধ বান্ধি ধানৰ পথাৰত জলসিঞ্চনৰ ব্যৱস্থা কৰে। কৃষি হৈছে এওঁলোকৰ অৰ্থনীতিৰ মূল বুনিয়াদ। এওঁলোকে জন্তুৰে নাঙল ব্যৱহাৰ কৰিব নাজানিছিল। আজি কালি মাজে মাজে কৰবাঁত কৰবাত নাঙলৰ ব্যৱহাৰ কৰা দেখা যায়। চাকৰ বাকৰ বোৰে কাষতে এটা সৰুঘৰ সাজি থাকে। শত্ৰুৰ হাতৰ পৰা ৰক্ষা পাবলৈ গঢ়ি উঠে এওঁলোক কৃষিজীৱি সকলৰ গ্ৰাম্য জীৱনৰ সঙ্গতি।

এওঁলোকৰ সমাজ দুটা ভাগত ভাগ কৰিব পাৰি। 'মাইট' বা 'মিটে' উচ্চ-বংশীয় অভিজাত শ্ৰেণী আৰু মূৰা—নিম্ন বংশীয় দাস শ্ৰেণী। এই দাস সকল মুক্তিৰ পাছত নিজাকৈ ঘৰবাৰী সাজিলেও মূৰা বুলি পৰিগণিত হয়। আপাতানিৰ মাজত অসবৰ্ণ বিবাহ প্ৰথা প্ৰচলন থাকিলেও এই দুই ভাগৰ মাজত বিয়া সবাহ হোৱা সামাজিক প্ৰথা—অনুসাৰে নিষিদ্ধ। মূৰা সকলে ডফলা বা মিৰি সকলৰ লগত বিয়া পাতিব পাৰে। কিন্তু 'মাইট' বা "মিটে" সকলৰ লগত বিয়া পাতিলে সমাজে বাধা কৰে। জীৱনত মূৰা সকলৰ মুক্তি নাই। "মাইট" সকলে সদায় মূৰা সকলক অৱজ্ঞাৰ চকুৰে চায়। মূৰা সকল অৱহেলাৰ পাত্ৰ হলেও 'মাইট' বা মূৰা সকলৰ মাজত ৰৰ সদভাব ব্যৱহাৰ কৰা দেখা যায়। এই অভিজাত শ্ৰেণীয়েই হয় মাটিৰ মালিক আৰু মূৰা সকল দাস বা বনুৱা। বহু বিবাহ আপাতানি সকলৰ সমাজত থাকিলেও বহু-পতি-বিবাহ নিষিদ্ধ। 'মাইট' বা "মিটে" সকলৰ জোৱায়েকে শহুৰেকৰ ভয়ত বহু বিবাহ নকৰে। ডেকা—গাভৰুৱে নিজেই দৰা কন্যা বাছি লয় আৰু অভিভাৱকক জনায়। তাৰ পিছত সামাজিক প্ৰথা অনুসাৰে অভিভাৱকে বিয়াৰ ব্যৱস্থা কৰে। বিয়াৰ সময়ত দৰাই ছোৱালীৰ দেউতাকক বা অভিভাৱকক ছোৱালীৰ পৰিয়ালৰ বংশ মৰ্য্যদা অনুসৰি গা-ধন দিয়ে। গা-ধন হিচাবে মেথোন, গাহৰি, তিব্বতীয় ঘণ্টা, তিব্বতীয় তৰোৱাল আৰু এৰি চাদৰো দিয়া হয়। বিয়াৰ পাছত দৰাৰ ঘৰলৈ যাওঁতে

ন-কইনাই ঘৰৰ পৰা উপযুক্ত পৰিমাণৰ ঘেহু-চাউল, মঙহ আৰু কানি কাপোৰ লৈ যায়।

কৌম্ ঘৰ (Communal house) পতঙৰ ভিতৰত একেলগে থাকিলে এই পতঙৰ সহায়ত তেওঁলোকে কাম বন কৰে। এই কৌমক কেন্দ্ৰ কৰি তেওঁলোকৰ জাতীয় সংহতি গঢ়ি উঠে। আপাতানি সকলৰ জাতীয় সংহতি বৰ বেছি। এই কৌমে তেওঁলোকৰ অন্তৰত শান্তিপূৰ্ণ সহ অবস্থানত প্ৰয়োজনীয়তা জগাই তোলে। এই কৌম ডেকা—চাং "মৰঙৰ" দৰে। সম্পত্তি হিচাবে খেতিৰ সজুলি নাঙল থনেই ডাঙৰ। তদুপৰি ঘৰত তিব্বতীয় ঘণ্টা, চিকাৰৰ দা সজুলি আদি সম্পত্তিও আছে। মানুহৰ জীৱিত অবস্থাত ইচ্ছামতে এজনে সম্পত্তি দান কৰিব নোৱাৰে। মৃতকৰ সম্পত্তি সদায় মুমলীয়া লৰাই পায়,—অধিকাৰী সতিনী তিৰোতাই হব নোৱাৰে।

আপাতানি সকল দীঘলীয়া মুখেৰে ওখ, নাক জোঙা কিন্তু মাজে সময়ে বেঁকা। চকুৰ ৰং বেছি কলা নহয়। সাধাৰণতে চকুবোৰ বহল। দেহা মিঠা বৰণীয়া, চুলিবোৰ কেঁকোৰা। ডফলাৰ লগত আপাতানি সকলৰ দৈহিক গঠনত সাদৃশ্য দেখা যায়, যদিও ডফলা সকলৰ মাজত মঙ্গোলীয় জাতিৰ প্ৰাধান্য বেছি।

সাজ পাৰৰ বিষয়ে আপাতানি আৰু ডফলা সকলৰ মাজত পাৰ্থক্য নাই। ঠুটৰিৰ সোঁ মাজত ওপৰৰ পৰা তললৈ এডাল কলা দাগ বেজিৰে বা কাঁইটেৰে অকা দেখিলে আপাতানি বুলি বুজা যায়। মতা মানুহৰ কঁকালত প্ৰায় বেতৰ পেটী পিন্ধা দেখা যায়। এই বেতৰ এটি অংশ দুই ভৰিৰ মাজেৰে পিছ পিনে নেজৰ দৰে ওলমা থাকে। বেতত ৰঙা ৰং দি লয়। "মাইট" বা "মিটে"—সকলৰ নেজডাল অলপ বহল আৰু দীঘল। আঠুৰ তলত ডফলাৰ দৰে এওঁলোকে বেতৰ খাৰুও পিন্ধে। পিঠিত বেতৰ বেগ এটা ওলোমাই থোৱা হয়। চুলি নেকাটে, মূৰৰ সন্মুখলৈ টানি আনি কপালৰ ওপৰত খোপাৰ দৰে বান্ধি লয়। খোপাত লোহাৰ মালা সোমাই থয়। মূৰত বাটিৰ নিচিনা আগ আৰু পিছফালে জোঙা বেতৰ টুপী পিন্ধে। মাইকী সকলে এডোখৰ চাৰিহাত মান দীঘল কাপোৰ কঁকালত মেৰিয়াই লয়, আঠুলৈকে ঢাকি থোৱাকৈ। সন্মুখৰ ফালে খোলা জেকেটৰ নিচিনা চোলা পিন্ধে। মতা আৰু মাইকী সকলে কাণত অলঙ্কাৰ পিন্ধে। ভিন ভিন নানা তৰহৰ নানা বৰণৰ মণিৰ মালা মাইকী সকলে ভিভিত পিন্ধে। আপাতনি তিৰোতা সকলে তাঁতৰ কামত বৰ পাকৈত। গছ-

গছনিৰ পৰা ৰং উলিয়াই সূতাত ৰং দিয়ে। বাঁহ বেতৰ ধুনীয়া কামবোৰ মতা তিৰোতাই একেলগে কৰে।

ডফলাৰ তুলনাত আপাতানি সকল বৰ শান্তিপ্ৰিয় আৰু যুঁজ বাগৰত বৰ ব্যস্ত থকা দেখা নেযায়। আগতে সামান্য দোষতে মৃত্যু দণ্ডৰ ব্যৱস্থা আছিল। আজি কালি নাই।

"লিছুডু"—উৎসৱ আপাতানি সকলৰ প্ৰধান উৎসৱ। এই উৎসৱ যি জন মানুহে পাতে, সেইজন মানুহে নিজৰ সম্পত্তি দান কৰে বা নষ্ট কৰে। "সাধাৰণতে এনে উৎসৱ দুজন "মাইট" বা "মিটে" ব্যক্তিৰ মাজত প্ৰতিদ্বন্দ্বিতা চলে। এই দুয়োজনে নিজৰ সম্পত্তি সমাজৰ আগত নষ্ট কৰে। মেথোন মাৰি পেলাই, তিব্বতীয় তৰোৱাল ঘণ্টা ভাঙি পেলাই আৰু তিব্বতীয় তৰোৱাল ডোখৰা—ডোখৰ কৰে। যি-জন মানুহে বেছি সম্পত্তি নষ্ট কৰে সেইজন মানুহে সমাজত উচ্চ স্থান অধিকাৰ কৰে, ঠিক ৰেড্ ইণ্ডিয়ান সকলৰ মাজত প্ৰচলিত "পটলাছ" উৎসৱৰ দৰে।

এনে আপাতানি সকলৰ গাওঁ পোৱাৰ লগে লগে গেব্ৰিয়েল চাহাবৰ—অভিযাত্ৰী দলৰ লগৰীয়া ডফলা সকলে তেওঁলোকৰ দেৱতাৰ উদ্দেশ্যে এটা কুকুৰা বলি দিয়ে। গাওঁৰ মুখিয়ালৰ আদেশ পাই ওচৰৰ ঘৰৰ—কাষতে তেওঁলোকে এটা 'তম্বু' পাতে। সেই তম্বুৰ ওপৰত এজোপা সেউজ বুলীয়া বাঁহ। গোটেই পৰিবেশ সুন্দৰ আৰু প্ৰীতিকৰ। গেব্ৰিয়েলৰ চকুত পৰে এটা পঁজা ঘৰৰ পৰা এটা নিমাতী জীৱে আচৰিত—হৈ চাই আছে। সেইয়া হৈছে আপাতানি সকলৰ অমূল্য সম্পদ বগা মেথোন।

আপাতানি সকলৰ শান্তিপূৰ্ণ জীৱনত বিপৰ্যয় দেখা দিয়ে তেতিয়াই যেতিয়া ডফলা সকলে তেওঁলোকৰ গাওঁৰ পৰা যেইকোনো এটা মেথোন চুৰি কৰি লৈ যায়। তেতিয়া গোটেই গাওঁবাসীয়ে একেলগে এই প্ৰাণীটোক উদ্ধাৰ কৰিবলৈ আগুৱাই যায়। কাৰণ তেওঁলোকৰ বিশ্বাস ডফলা সকলৰ হাতত মেথোন এৰি দিলে দেৱতা অসন্তুষ্ট হয়। কাৰণ তেওঁলোকৰ সমাজত যাৰ যিমান মেথোন তেওঁ সিমান ধনী। এই কাৰণে সেই বন্দী মেথোনক মোকোলাই আনিবলৈ কেতিয়াবা তাৰ মূল্য দিও আনিব লগা হয়। কাহানিবা তাৰ মূল্য বেচি হৈ যায়।

ডফলা সকলে কেৱল মেথোনেই চুৰি নকৰে; আপাতানি মানুহকো চুৰি কৰি

লৈ যায় ; এটা মানুহৰ মূল্য দুটা মেখোনৰ সমান। সেই মূল্য দি ততালিকে সেই বন্দী মানুহক মোকোলাই অনা হয়। নহলে, সিয়েই হব ডফলা সকলৰ দাস চাকৰ। কাৰণ সেই জনেই হব আপাতানি সকলৰ সমাজৰ এজন বিশিষ্ট ব্যক্তি যি বিপজ্জনক আৰু মহাপাপী। এই সুবিধা লৈয়েই ডফলা সকলে বাৰে বাৰে এনে কৰে। আপাতানি সকলৰ এটা প্ৰবাদ আছে,—থৰা পাহাৰৰ মুৰ আৰু চুৰি ডকাইতি হৈছে ডফলা সকলৰ কাৰণে আৰু আপাতানি সকলৰ কাৰণে আছে হাঁহি ভৰা ভৈয়াম আৰু সৎ উপায়েৰে পৰিশ্ৰম।

আপাতানি সকলৰ মাজত এটা কাহিনী শুনা যায়, তেওঁলোকৰ মানুহ জন্ম হয় জোৱাৰৰ পথাৰত। তেওঁলোকৰ মাজত খেতি কৰিবৰ মানুহ নাছিল। "কাগো"—গোষ্ঠীৰএজন সমৃদ্ধশালীলোকে এদিন পথাৰৰ জোৱাৰৰ গুটি বিলাকক হুকুম দিলে পুৰুষ আৰু নাৰী হৈ যাবলৈ। তাৰ পাছত এই জাতিৰ জন্ম।

ভদ্ৰ, শান্ত, শিষ্ট আপতানি সমাজ জীৱনটো কিছুমান কুপ্ৰথা দেখা যায়। প্ৰিয় হলেও তেওঁলোকৰ কিছুমান শান্তি প্ৰিয় প্ৰথা বৰ ভয়াবহ। নিষ্ঠুৰ আৰু অমাৰ্জিত। ওচৰ চুবুৰীয়া কাবোবাৰ মাল পত্ৰ যি হাতে চুৰি কৰে সেই হাত খন কাটি পেলোৱা হয়। ব্যাভিচাৰিণী, অবৈধ প্ৰণয় লীলাৰ কথা গিৰিয়েকে জানিব পাৰিলে গিৰিয়েকে তাইৰ প্ৰণয়ীক হত্যা কৰে। আৰু তাৰ মৰা-শ-কাটি টুকুৰা টুকুৰ কৰে। শেষত তাৰ মাংস ৰান্ধি অপৰাধিণী ঘৈণীয়েকক খুৱায়। কিন্তু তথাপি ঘৈণীয়েকক ঘৰৰ পৰা খেদি নপঠিয়ায়। আজীৱন স্বামীৰ দুৰ্ব্যৱহাৰত তাই অতিষ্ঠ হৈ যাতে উঠে, তাৰ ব্যৱস্থা কৰা হয়।

আপাতানি সকলৰ ডেকা—গাভৰুৰ মাজত দেখা যায় যৌন—মিলন বিয়াৰ আগতো হয়। এই বিষয়ে তেওঁলোক নিৰ্ব্বিকাৰ। ইয়াত কোনো কলঙ্ক—দেখা নাযায়। আৰু অভিভাৱক সকলৰ পৰা বাধা-নিষেধ পোৱা নাযায়, ডেকা গাভৰু হোৱাৰ লগে লগে একেলগে খায়, ৰং ধেমালি কৰে আৰু একে শোৱা পাটিত শোৱে। "মাইট" বা "মিটে" অভিজাত শ্ৰেণীৰ গাভৰু সকলে মুৰা দাস শ্ৰেণী প্ৰিয় দৰ্শন ক্ৰীড়া কৌশলী সকলক বেছি ভাল পায় ; আৰু সিইতৰ লগত মিলিজুলি থাকিবলৈ ভাল পায়। যাৰ ফলত এই সাময়িক আসঙ্গৰ কাৰণে কুমাৰী গাভৰুৰ গৰ্ভ সঞ্চাৰ হব পাৰে। আৰু এনে পৌনপুনিক যৌনমিলনৰ ফলত সন্তান জন্ম সম্ভৱপৰ হয়। কিন্তু আচৰিত কথা ডেকা-গাভৰুৰ মাজত এনেভাৱে থাকি যৌন মিলন হলেও তেওঁলোকৰ মাজত জাৰজ সন্তান দেখা নাযায়। থাকিলে

নিচেই কম। তেওঁলোকৰ আনুষ্ঠানিক বিবাহৰ পাছত আপাতানি দম্পতিৰ পাৰস্পৰিক যৌন নিষ্ঠা শ্ৰদ্ধাৰ পাত্ৰ। সেই কাৰণে স্থায়ী হৈ থাকে বিবাহ-বন্ধন। বিবাহ-বিচ্ছেদ অতি বিৰল।

তেওঁলোকৰ ওচৰত বিবাহ হৈছে, অতিপুণ্য আৰু পবিত্ৰ। দম্পতিৰ কাৰোবাৰ মৃত্যু হ'লে তেওঁলোকৰ পাৰাস্পৰিক সম্বন্ধ মৃত্যুৰ পিছতো থাকি যায়। তেওঁলোকৰ বিশ্বাস, উভয়ে মৃত্যুৰ পাছত হেলি বা মৃত্যু পুৰীলৈ গৈ একেলগে বাস কৰিব।

তেওঁলোকে সমূহীয়াকৈ সকলো কাম বন কৰে। গাৰো ৰাভা, বড়ো সকলৰ সাওৰীৰ দৰে আপাতানি সকলৰো পৰঙ/পতং প্ৰথা আছে। এই পতঙত ডেকা গাভৰু, মতা-তিৰোতা, সকলোৱে মিলিজুলি ৰংমনেৰে কাম বন কৰে। কোনোবা ধনী মানুহে শস্য কটাৰ কাৰণে পতঙ ভাৰা কৰি আনে। আৰু তেওঁ এঠোক টকা পতঙক দিয়ে। পতঙৰ মানুহ-সকলে নিজৰ মাজত সেই টকা ভগাই লয়।

আপাতানি তিৰোতা সকলে নাকৰ বিন্ধাত ঠাহি কাঠ-কয়লা সোমাই দিয়ে। কাণৰ বিন্ধাত বাঁহৰ টুকুৰা সোমায়। এইদৰে ডাঙৰ কৰি কৰি কাণৰ লেতু ডাঙৰ হৈ-হৈ কান্ধ ছুঁও ছুঁও হয়। চুলিৰ খোপা অদ্ভুত ধৰণেৰে বান্ধে। কপাল আৰু গালত-নীলা, কলা ৰেখাৰে অঁকা হয়।.......... দুপৰ নিশা। হঠাতে গেব্ৰিয়েলে সাৰ পাই দেখে যে, ভাৰ বাহী তিনিজনে বৰ উৎসাহেৰে কিবা কথা পাতি আছে। ঘটনাটো কি চাবলৈ তেওঁ বিছনাৰ পৰা উঠি আহে। তেওঁ গম-পায় যে কিবা এটা উপলক্ষ লৈ তেওঁৰ সঙ্গী, এজন ডফলা আৰু আপাতানি সকলৰ মাজত ভীষণ কাজিয়া হৈছে। সেই দো-ভাষী বাতহোলীয়ে তেওঁক দেখিয়েই লৰি আহি কয়,—"চাহেব মোৰ সঙ্গী সেই ডফলাজনৰ পৰিবাৰৰ মানুহবোৰে কেইদিন মানৰ আগতে আপাতানি সকলৰ এটা ডাঙৰ ঘৰৰ যুবক এজনক ধৰি লৈ আটক কৰি ৰাখিছিল আৰু শেষত প্ৰচুৰ মূল্য পোৱাত এৰি দিয়ে। এতিয়া মোৰ সঙ্গীটোক তেওঁলোকে চিনি পাইছে আৰু সেই কাৰণে এই কাজিয়া। ইও কম নহয় নিজক বচাবৰ কাৰণে-এটা মৰন পন যুঁজ দিছে।

চাহেবে কয়,—"এইটো বহু দিনৰ আগৰ কথা। পাহৰি যোৱাই উচিত আছিল।

"নহয় চাহাব! নহয়।" এই ধৰণৰ কাজিয়া কেতিয়াও শেষ নহয়! এই

কাজিয়া "নেলী" মৃত্যুৰ দেশলৈকে চলি থাকিব। সেই দুয়ো পৰিয়ালৰ দেখা-দেখি হলেই আপোনা-আপুনি তৰোৱাল খাপৰৰ পৰা ওলাই পৰিব।

শুনি বিস্মিত হয় চাহেবে।

গোলমালত বেনাৰ্জ্জীৰ টোপনিও ভাগে। তেওঁ চাহাবক লৈ গৈ জলি থকা জুইৰ ধুনিৰ কাষত বহুৱায়। চাৰিওফালে কুঁৱলীৰ জাল। এই কুঁৱলী-জালৰ মাজেদি দেখা যায় চাংঘৰবোৰ আৰু পোহৰৰ মল্লিকা। হঠাৎ তেওঁ দেখে কেইফুটমান আঁতৰত এটা ভীষণ মৰা-মাৰি। কাৰোবাৰ মূৰ কাটি গৈছে তেজ ছিটিকি ওলাইছে ; ৰাওলী হৈছে ছোলা কাপোৰ। তথাপিও ভ্ৰুক্ষেপ নাই ; এই যুঁজ কোনে থমায়। কাৰ সাধ্য ?…

"বাৰু, ধৰা, যদি কোনোবা মৰে তেনেহলে সিহঁতে কি কৰিব ?" চাহেবে সোধে বাতহোলিক।

যি মৰিব, সি জনে,—যদি ডফলা হয় তেনেহয়ল তাৰ মৰা দেহা লৈ যোৱা হব তাৰ সীমান্ত লৈ তাৰ জাতি ভাইৰ দ্বাৰা আপোন গাওঁলৈ। তাতেই শেষ।

"কিন্তু যি মৰিব সি যদি হয় আপাতানি তাক যদি ডফলাই হত্যা কৰে তেনেহলে এই গাওঁৰ মানুহবোৰে তাক মাৰি শেষ কৰিব।" তাৰ দেহা টুকুৰা টুকুৰী কৰিব।"—

শুনি চাহাবৰ গোটেই দেহা ৰোমাঞ্চিত হয়।

সিফালে তম্বুৰ চাৰিওফালে জুই জলাই দিয়ে বাতহোলীয়ে আৰু ফুচ্ ফুচাই কয় ,—"চাহাব অলপ সাৱধানে থাকিবা। বিপদৰ সম্ভাৱনা আছে।"

ঘৰৰ ভিতৰত জুই জ্বলে। মাজে মাজে বাঁহ ফাটি বন্দুকৰ দৰে শব্দ হয়। চাহেবে ভাৱে, শুনে, শুধে।

তলৰ গাওঁৰ মানুহবোৰে একেলগে কিৰিলি মাৰি উঠে কুঁৱলীৰ জাল ফালি যায়। চাওঁতে চাওঁতে তম্বুৰ পিছফালে গোট খাই সকলোৱে মাটিৰ ওপৰত বহি পৰে। কাৰো মুখত মাত এষাৰ নাই। সকলোৰে চকু চাহেব আৰু বেনাৰ্জ্জীৰ ওপৰত।

তেওঁলোক সতৰ্ক-ভাৱে উজাগাৰে থাকে প্ৰভাতৰ প্ৰতীক্ষাত নহলে যে, নিশাৰ অন্ধকাৰত চিৰ বিশ্ৰামৰ কোলাত মিলিব লাগিব। চিন্তাত চাহেবৰ বুকু থৰ্ থৰাই উঠে।

বেনাৰ্জ্জী কিন্তু নিৰ্বিকাৰ। কেইদিনমানৰ আগতে ঘটা এটা লোমহৰ্ষক ঘটনা তেওঁৰ মনত পৰে। আপাতানি সকলৰ সেই ঘটনা তেওঁ বিৱৰি কয় ;—

"এখন গাওঁত এজন মানুহক ধৰি লৈ যায় বেলেগ গাওঁৰ শত্রু বোৰে। তিনিমাহ বন্দী থকাৰ পাছত সেই শত্রুজনে কৌশলেৰে পলাই আহে। কেইদিন মানৰ পাছত এদিন সি হাজিৰ হয় সেই শত্রুৰ গাওঁত, যত সি বন্দী হৈ আছিল। সুবিধামতে এঠাইত সি গা ঢাকি বহি থাকে। কিছুপৰৰ পিছত সেই ঘৰৰ ছোৱালী এজনী ভৰাললৈ যাওঁতে সেই আপাতানিজনে লুকাই থকা ঠাইৰপৰা অতৰ্কিতে ওলাই আহি আক্ৰমণ কৰি ছোৱালীজনীক হত্যা কৰে। আৰু এখন হাত কাটি লৈ বিজুলী বেগেৰে পলাই যায়। সেই নাৰী হন্তা আপাতানি জনে এনে পূণ্য কৰ্ম্ম কৰাৰ পিছত নিজৰ গাওঁলৈ উভতি আহে। আৰু সেই কটা হাত ডোখৰ "মাগো"—পূজা থলিত থয়। এইদৰে শত্রুৰ ছিন্ন অঙ্গ পূজা থলিত তিনি দিন ৰাখিব লাগে। সেই তিনিদিন বিবিধ ধৰ্ম্মীয় অনুষ্ঠান পতা হয়। গাওঁৰ "কৌম"ৰ এজন চাকৰৰ সহযোগীতাত এই নাৰী হন্তাৰ কুল পুৰোহিতে পূজা থলিত পশু বলি দিয়ে। সদায় নিশা সেই কেইদিন উলহ-মালহৰ নাচ গান চলে। সেই মৃতাৰ পৰিবাৰৰ জাৱিত আৰু মৃত ব্যক্তিৰ আত্মা সমূহক আহ্বান কৰা হয় "মাগো"—পূজা থলিলৈ তেওঁলোকৰ কাৰণে সযত্নে ৰখা খাদ্য পানীয় গ্ৰহণ কৰিবলৈ। এই সকলো ধৰ্ম্মীয় কাম শেষ হলে তৃতীয় দিনা পুৱাই চক্ৰি মানি সেই কটা হাত ডোখৰ জ্বলি থকা জুইত নিক্ষেপ কৰা হয়। এইদৰে জ্বলি সেই হাত ডোখৰ নিশ্চিহ্ন হয়।

এই পবিত্ৰ অনুষ্ঠানৰ নাম "ৰোপী"। এই "ৰোপী" উৎসৱত কেৱল হাতেই কাটি অনা নহয়; প্ৰয়োজন হয় শত্রুৰ চকু আৰু জিভাও। সেই চকু আৰু জিভা ফোঁপোলা বাঁহৰ চুঙাত সোমাই মাটিত পুতি থব লাগে। তেতিয়া অনুষ্ঠান হয় সৰ্ব্বাঙ্গ সম্পূৰ্ণ।

বেনাজ্জীৰ বিৱৰণ শেষ হয়, লগে লগে থামি যায় সেই চিৎকাৰ আৰু মৰা মাৰিৰ বিকট শব্দ। ইতিমধ্যে সেই গোট খাই থকা জুমটো লাহে লাহে কাষ চাপি আহে। এজনেতো বাতহোলিৰ একেবাৰে কাষত বহি পৰে।

চাহাবৰ সন্মুখত থিয় হয় এটা ভীষণ মুৰ্তি, কাষ্ঠৰ পৰা ওলোমা নাহৰ ফুটুকীয়া বাঘৰ ছাল আৰু মাটিত বাগৰি পৰা লেওসেও প্ৰকাণ্ড বাঘৰ নেজ। চাহেবে চকপাই উঠে। এওঁ হৈছে আপাতানি সকলৰ কুল পুৰোহিত। সেই পুৰোহিত জনে চাহাবৰ কাষত আসন গ্ৰহণ কৰে। আৰু বাতহোলিৰ কাণত ফুচফুচাই কিবা কয়। বাতহোলিয়ে তেওঁৰ বক্তব্য চাহাবক বুজাই কয়—

"চাহেব! মই এওঁলোকৰ বন্ধু আৰু তুমিও এওঁলোকৰ মিতা। কিন্তু

"ৰোপী" অনুষ্ঠানৰ সময়ত এওঁলোকৰ দেশত থকা আমালোকৰ বাৰণ। নিজৰে জাতি ভাই এই ডফলাটোৰ মৰাশ লৈ আমালোকৰ দুজনে যিমান দূৰ পাৰে লৈ যাব লাগিব। তোমালোকে ইয়াত থাকা। কিছুদিনৰ পিছত "ৰোপী" উৎসৱ শেষ হলে তোমাক বাট দেখুৱাই নিবৰ কাৰণে এওঁলোকেই মানুহ যোগাৰ কৰি দিব। কিন্তু সাৱধান, এই তম্বু এৰি কলৈকো যাব নোৱাৰা।" কথাটো কৈয়েই বাতহোলিৰ মুখখন কলা পৰি যায়। চাহাবক সি কয়—"মই আৰু মোৰ লগৰীয়া ছেথাৰ গুছি গলে কোনে তোমালোকক সাৱধান কৰি দিব, আৰু এওঁলোকে কিবা খবৰ সুধিলে—"কোনেনো তোমালোকক বুজাই কব।"—চাহাবৰ অন্তৰ শুকাই যায়।

চাহেবে বাতহোলি আৰু তাৰ লগৰীয়াক বকৃচিচ দি বিদায় দিয়ে। যোৱাৰ আগতে পৰামৰ্শ দিয়ে তিনিদিনৰ ৰাস্তা আগুৱাই যেন সি বৈ থাকে আৰু এটা তম্বু সজাই থয়।

কুঁৱলীৰ আৱৰণত নামি আহে বিষণ্ণ উষাৰ জিলিকনি আৰু লগে লগে পৰে কিন্ কিনীয়া বৰষুণ। এটা কৰুণ পৰিবেশৰ সৃষ্টি হয়।

সেই বৰষুণতেই ডফলাৰ মৰাশটো বৈ লৈ যায় চাহাবৰ বিশ্বস্ত ডফলা অনুচৰ দুজনে।

ডফলা দুজনৰ প্ৰস্থানৰ লগে লগে প্ৰভাত সূৰ্য্যৰ ৰশ্মি মালাত প্ৰদীপ্ত হৈ উঠে পৰ্ব্বতমালাৰ উন্নত শিৰবোৰ। লগে লগে আৰম্ভ হয় "ৰোপী" উৎসৱ—আৰু বেদীৰ সন্মুখত আপাতনি সকলৰ অপূৰ্ব যৌথ নৃত্য। ইতিমধ্যে দুজন আপাতানি আহি একেবাৰে তেওঁলোকৰ আগত ৰহে। তেওঁলোকৰ চকু আধা-মেলা। তীক্ষ্ণ দৃষ্টি তেওঁলোকৰ ওপৰত, গেব্ৰিয়েল আৰু বেনাৰ্জ্জীৰ ওপৰত।

এই দৃশ্য দেখি গেব্ৰিয়েলে সন্ত্ৰস্ত হৈ উঠে। কিন্তু বেনাৰ্জ্জী নিৰ্ব্বিকাৰ। তেওঁ আৰু এটা কাহিনী বিৱৰি কয়।—

"এজন আপাতানি ৰোগীক মই ঔষধ দিছিলো। পাছদিনা খনেই দেখোঁ কিছুমান মানুহে সেই মানুহটোক ভাৰ বান্ধি লৈ আনি মোৰ ঘৰৰ ওচৰত মাটিত থৈছে। বেপাৰ কি? সিহঁতে কলে—"মানুহজন মৰি গৈছে আৰু মৰিছে তোমাৰ দাৱাই খায়!" বুজিলো। সেই বাবে সিহঁতে ভীষণ খঙাল হৈ উঠিছে। মই দেখিলো বেগতিক। অগত্যা মৰাশটো পৰীক্ষা কৰিবলৈ আৰম্ভ কৰি দেখোঁ মানুহজন মৰা নাই। তাৰ হৃদপিণ্ডৰ ক্ৰিয়া যাতে চলি থাকে তাৰ কাৰণে কিছু অইল্ অফ্ ক্যেমফা'ৰ ইন্‌জেকচন্ দিলোঁ, পাছ দিনা পুৱা এটা

দীঘল টোপনিৰ পৰা সাৰ পাই উঠাৰ দৰে সি সাৰ পালে ৰীতিমতে সুস্থভাৱে। এই ঘটনাৰ পাছত এই অঞ্চলত মোক সকলোৱে জানে মই এজন গুণী মানুহ বুলি। মৰাশটো প্ৰাণ সঞ্চাৰৰ ক্ষমতা যাৰ আছে।

"স্বীকাৰ কৰোঁ এই আপদ কালত আপোনাৰ এই মহৎ জ্ঞান বিশেষ কামত লাগিব পাৰে।" চাহেবে কয়,—"ধৰক! কালি যদি ডফলা নহয় এজন আপাতানি মৰাহেঁতেন আৰু আপোনাক যদি কোৰাহেঁতেন ইয়াক বঁচাই দিয়ক বুলি তেতিয়া…"

চাহাবৰ কথাৰ কোনো উত্তৰ নিদি বেনাজ্জীয়ে কেৱল হাঁহে।

…গাওঁত 'ৰূপী' উৎসৱত আনন্দত উন্মত্ত পুৰুষ সকলৰ তাণ্ডৱ নৃত্য। বিৰাম-বিহীন। দূৰৈৰ পৰা দেখা যায় এই নৃত্য ভীষণ ভয়ঙ্কৰ। পিঠিত ওলমিছে দীঘল চুলি। কিছুমানে জোৰেৰে বজাইছে কিছুমান ঘণ্টি। সকলো মিলি এটা ভীষণ হট্টগোল। আকৌ সন্ধিয়া নামি আহে। নামি আহে এন্ধাৰ সেই সৰু তম্বুৰ চাৰিওকাষে শৈলমালায়েদি। আকৌ আন্ধাৰত ঢাক খায় গছ-গছনি ঘৰ-বাৰী সকলো। আপাতানি সকলে ৰন্ধা মঙহ আৰু ডাঠ কয়লাৰ গুৰি মিহলোৱা জোৰাৰ খাবলৈ দিয়ে। ইমান যতন পোৱা স্বত্বেও চাহেবৰ মনৰ ভয়। ইফালে পাহাৰৰ ওপৰত জ্বলন্ত অগ্নি। আন আন গাওঁৰ মানুহবোৰে দলে দলে আগুৱাই আহে এই গাওঁৰ ফালে। তথাপি চাহাবৰ মনৰ ভয় দূৰ নহয়। এটা অপ্ৰত্যাশিত ঘটনাৰ কাৰণে তেওঁৰ মন শঙ্কিত।

দুপৰ নিশা। সাৰ পাই গেব্ৰিয়েলৰ চকুত আৰু ঘুমতি নাহে। পুৱতি নিশা কিৰিলি শুনা যায়, লগতে ঘণ্টাৰ ধ্বনিও। গিৰিপৰ্ব্বতত খুন্দা খাই উঠে প্ৰতিধ্বনি। আতঙ্কিত হৈ বিচনা এৰি ওলাই আহে গেব্ৰিয়েলে।

ৰৈ থাকে অকলশৰীয়াকৈ গ্ৰেব্ৰিয়েলে। এঘণ্টাৰ পাছত মৃত ব্যক্তিৰ পুনৰুজ্জিবিত কৰা বেনাজ্জীৰ আগমণ,—লগত আহে এদল মানুহ।

সকলো—ৰোগী।

এজনে কৰ—বাবু, তোমাৰ ওচৰত যে, মই কিমান ঋণী তাক মই কেনেকৈ জনাওঁ। মোৰ আত্মাক মই হেৰুৱাইছিলোঁ। বহু ওজাই চেষ্টা কৰিছিল মোৰ আত্মাক ফিৰাই আনিবলৈ; কিন্তু তুমিয়েই মোৰ আত্মাক ফিৰাই আনিলা। তেতিয়াৰ পৰাই মোৰ আত্মাই মোক এৰা নাই।"……

বেছি ভাগেই ভুগিছিল মেলেৰিয়াত। সেইকাৰণে যাতে তেওঁলোকৰ

আম্নাই দেহাৰ সঁজা এৰি নাযায় তাৰ কাৰণে বহু কুইনাইন টেবলেট দিয়া হৈছে। সেই ঔষধ বিতৰণৰ ফলতেই গেব্রিয়েল আৰু বেনাৰ্জীয়ে জীৱন ৰক্ষা পায়।

আটোম টোকাৰিকৈ পতা সেই "ৰোপী" উৎসৱ শেষ হয়।

পাঁচদিনৰ পাছত লক্ষীমপুৰৰ উত্তৰ পূৱফালৰ এখন গাওঁত কিছুমান আপাতানি মানুহ লৈ ঘূৰি আহে বাতহোলিয়ে। তেওঁলোকক লৈ সেই অঞ্চলৰ ওচৰৰ গাওঁবোৰত গেব্রিয়েল তেওঁৰ সঙ্গী সকলৰ লগত ঘূৰি ফুৰি উভতি আহে ভৈয়ামৰ ভুলাং গাওঁলৈ তিনি সপ্তাহ আপাটানি দেশত কটায়।

ভাৰত স্বাধীন হোৱাৰ পাছত কুপ্ৰথাৰে পৰিপূৰ্ণ নিভৃতিতম পাৰ্ব্বত্য অঞ্চল আপাতানি দেশ সোৱণশিৰি বিভাগ আজি বহুত উন্নত। এই সোৱণশিৰি বিভাগৰ প্ৰধান কেন্দ্ৰস্থান জিৰো।......

·· সন্মুখত বহি থকা আপাতানি ডেকা কেইজনৰ সাজ পোছাক পৰিষ্কাৰ পৰিচ্ছন্ন; যাৰ জীৱনচৰ্য্যাৰ ধাৰা মাৰ্জ্জিত ৰুচি সম্পনা; দেখি মই তবধ মানোঁ। তেওঁলোকক চাই চাইয়েই মোৰ মনত উথলি উঠি বিৰিঙি উঠে বাৰ্ত্তাও গেব্রিয়েলৰ Secret land where women reign ) ( প্ৰচ্ছন্ন দেশ, যত নাৰীসকলৰ আধিপত্য ) নামৰ পুথিৰ ইংৰাজী অনুবাদৰ ৰোমাঞ্চকৰ কাহিনী।......

এই সোৱণশিৰি বিভাগত কেৱল ডফলা, আপাতানি থাকে এনে নহয়, পাহাৰীয়া মিৰি নামৰ এটা জাতিও বাস কৰে। যি সকলৰ বিষয়ে আঢ়ৈ কুৰি বছৰৰ আগতো মানুহ অজ্ঞাত আছিল। ১৯১১ চনত বৃটিছ চৰকাৰে যেতিয়া এটা "মিৰি মিছন" এই দেশলৈ পঠায়, তেতিয়া সেই মিছন এই পাহাৰীয়া মিৰি অঞ্চলৰ ভিতৰলৈকে আগুৱাই গৈছিল। যাৰ ফলত দুয়ো দলৰ মাজত সংঘৰ্ষ হয় আৰু উভয় পক্ষৰ বহুতো হতাহত হয়। তাৰ পিছৰ পৰাই তেওঁলোকৰ বিষয়ে জানিবলৈ সকলোৰে অন্তৰৰ উদাসীনতা আছে। এই ঘটনাৰ ৩৩ বছৰৰ পাছত এই দেশলৈ যায় অষ্ট্ৰীয়াৰ বিখ্যাত জাতিতত্ত্ববিদ্ ভোনফুৰাৰ হাইমেন্ ডৰফে। তেওঁৰ অভিযানৰ কাহিনী তেওঁৰ "Himalayan Barbary" নামৰ পুথিত অতি মনোৰম ভাৱে লিপিবদ্ধ হৈ প্ৰকাশিত হয় ১৯১৫ খৃঃত।... সেইপুথি খনৰ কথা মোৰ অন্তৰত ভুমুকি মাৰে আজি ইয়াত বিৰাট মিৰি সন্মিলন বান' ক'বাওত। যি মিচিং মিৰি সকলৰ পূৰ্ব্ব পুৰুষ হৈছে এই পাহাৰীয়া মিৰি সকল কিছুমানৰ মতে। সেয়েহে লোভ সামৰিব নোৱাৰি এই সন্দেহজনক

তথ্য পাহাৰীয়া মিৰি সকলৰ বিষয়ে লিখিবলৈ বাধ্য হৈছো।………… …… ::
……তিব্বতী সকলে এই পাহাৰীয়া মিৰি সকলক "লোবা" বুলি কয়। তেওঁলোক বছৰে প্ৰতি জাৰ কালি মাথোন কেই সপ্তাহমানৰ কাৰণে অসমলৈ নামি আহে। ডফলা সকলৰ লগত এই মিৰি সকলৰ সাদৃশ্য ইমান বেছি যে, এই দুটা উপজাতি এটা গুৰিৰেই দুটি শাখা যেন। এওঁলোকৰ বাস ভূমি হৈছে আপাতানি সকলৰ দেশ আৰু উজনি সোৱণশিৰি অঞ্চলৰ মাজ।

"পানীয়োৰ, ক্ৰ আৰু কামলা নৈৰ মাজৰ অঞ্চলৰ ডফলা আৰু মিৰিসকল এটা মূল কুলৰ পৰা উদ্ভুত।

সেই বিষয়ে মিৰি পুৰাণত কিম্বদন্তী হিচাবে আজিও চলি আছে। "তেনি" হৈছে আদি পুৰুষ। তেওঁৰ পাচোটা লৰা। এই পাচোটা লৰাই একোটা একোটা উপজাতীয় গোষ্ঠীৰ আদি পুৰুষ। জেষ্ঠজন হৈছে আপাতানি। আপাতানি নহয় আচলতে আৱাতানি। আৱা মানে জ্যেষ্ঠ। কিছুমানৰ মতে "আবো"— সেয়েহে আবোতানি।

কিছুমানৰ মতে সোৱণশিৰি বিভাগত সুবিস্তীৰ্ণ অঞ্চলত আপাতানি আৰু "চুলুঙ"ৰ বাহিৰে বাকী সকল মূলত একে জাতিৰে মানুহ। "চুলুং" সকল হৈছে আদি অৰণ্যচাৰী জাতিৰ নৰগোষ্ঠী। কিছুমানৰ মতে আপাতানি নহয় কেৱল চুলুংহে।

মিৰি নাম অসমীয়াই দিয়ে। কিন্তু এনে বংশধৰ সকলো উপজাতীয় মানুহে আত্ম পৰিচয় দিয়ে "নিচু" বুলি। এই নিচুয়েই পাহাৰীয়া মিৰি।

মিৰি সকলৰ অঞ্চলৰ উত্তৰফালৰ পৰ্ব্বত মালাই "চিপি' উপত্যকাক তলৰ কামলাৰ উপত্যকাৰ পৰা বেলেগ কৰি ৰাখিছে। গোটেই নেফা অঞ্চলৰ ভিতৰত সেই অঞ্চলেই দুৰ্গম। এঠাইত 'ভেৰিয়াৰ এলুইনে' কৈছে—যোৱা পঁচিশ বছৰৰ ভিতৰত এই উপজাতি অধ্যুষিত যি বিলাক অঞ্চলত মই ভ্ৰমণ কৰিছোঁ তাৰ ভিতৰত হৈছে এইটোৱেই সকলোতকৈ দুৰ্গম আৰু বিৰল অঞ্চল। ইয়াৰ আৱাহাৱা বৰ বেয়া।

যি কি নহওক আপাতানি অধিত্যকাৰ গ্ৰাম অঞ্চলত আৰু মিৰি সকলৰ দেশৰ কামলাৰ উপত্যকাত বৈণীয়েকৰ সৈতে কিছুদিন বাস কৰি যিবিলাক ভৌগলিক আৰু নৃতাত্বিক সংগ্ৰহ কৰিছিল হাইমেন ডৰ্‌ফে তেওঁৰ সেই বিখ্যাত পুথি Himalayan Barbaryত সুন্দৰকৈ মনোৰমভাৱে তেওঁ লিখি থৈ গৈছে।

আপাতানি আৰু মিৰি সকলৰ সম্বন্ধে এই পুথিখন সকলোতকৈ নিৰ্ভৰযোগ্য আকৰ-গ্ৰন্থ। ফৰাচী পৰ্য্যটক গেব্ৰিয়েলও তাক মুক্ত কণ্ঠে স্বীকাৰ কৰিছিল। ···· ···দক্ষিণ ভাৰতৰ অটৰ্য্য অৰণ্যৰ মাজত এটি গাওঁ 'গোন্দ'। ঘৈণীয়েকৰ সৈতে অষ্ট্ৰীয়াৰ বিখ্যাত নৃতত্ত্ববিদ খ্ৰীষ্টফ্ ভন্‌ফুৰাৰ হাইমেনডৰ্‌ফে স্থানীয় অধিবাসীৰ সম্বন্ধে তথ্য সংগ্ৰহ কৰি আছিল। হঠাৎ অসমৰ ৰাজ্যপালৰ উপজাতি অধ্যুষিত ৰাজ্য আৰু ৰাজ্যসমূহৰ সম্পৰ্কিত উপদেষ্টা ( Adviser to the Governor of Assam for Tribal areas and states ). জে, পি, মিলচৰ এখন পত্ৰত এই অক্লান্ত সন্ধানীৰ ওচৰলৈ আহে। হাইমেন ডৰ্‌ফে সেই চিঠিৰ পৰা জানিব পাৰিলে যে, ভাৰত চৰকাৰে তেওঁক বালিপৰা সীমান্ত অঞ্চলৰ ভাৰপ্ৰাপ্ত কৰ্মচাৰীৰূপে নিযুক্ত কৰিছে আৰু এক মুহূৰ্ত্তও পলম নকৰি তালৈ তেওঁ যাব লাগে। তেওঁৰ কাম হব উপজাতি সকলৰ আচাৰ-ব্যৱহাৰ ৰীতি নীতি সম্বন্ধে তথ্য সংগ্ৰহ আৰু সোৱণশিৰি নৈৰ উত্তৰে থকা অজান্তী দেশ আবিষ্কাৰ।

চিঠি পোৱা মাত্ৰকে আনন্দত উৎফুল্ল হৈ উঠে এই দুঃসাহসিক সন্ধানীজনে।

১৯৪৬ চনৰ ফেব্ৰুৱাৰী মাহৰ আৰম্ভণীতে যাত্ৰা কৰে অসমলৈ—সেই অষ্ট্ৰীয়ান নৃতত্ত্ববিদ দম্পতিয়ে। প্ৰথমে শ্বিলং তাৰ পিচত গোহাটী তাৰ পিছত দুয়ো উপস্থিত হয় চাৰিদুৱাৰত। বালিপাৰা সীমান্ত অঞ্চলৰ প্ৰধান কেন্দ্ৰত। তাৰ পৰাই আৰম্ভ হয় তেওঁলোকৰ দুৰ্দ্দান্ত অভিযান। সহযাত্ৰী হয় অসমীয়া ৰজনী গগৈ আৰু বঙালী অজিত কুমাৰ ভট্টাচাৰ্য্যই। তাৰ পাছত মটৰেৰে গৈ এই অভিযাত্ৰী দলে উপস্থিত হয় লক্ষীমপুৰত। পথ প্ৰদৰ্শক আৰু মাল বাহক হিচাবে ওলায় পঁচিশজন 'গালং' আবৰ আৰু ভৈয়ামীয়া কেইজন মান ডফলা। গন্তব্য-স্থান আপাতানি দেশ। মাৰ্চ্চৰ ৬ তাৰিখে প্ৰভাতৰ সমুজ্জ্বল কিৰণত এই অভিযাত্ৰী দলে ৰাওনা হয়। আপাতানি সীমান্ত পোৱাৰ লগে লগে হাইমেন ডৰ্‌ফে কিছুমান আপাতানিকো দলত সোমাই লয়। বহুদূৰ বাট আগুৱাই যোৱাৰ পিছত এজন আপাতানিয়ে দূৰৰ পৰা আঙুলিয়াই কয়—'সৌখন' চোৱা আমাৰ দেশ। অলপ পাছতে দেখি পকা "হাঙ"-ৰ ধানৰ পথাৰ-বোৰ। সচাঁকৈয়ে অলপ পাছতে পাহাৰৰ গাত তেওঁলোকে দেখে ধানৰ পথাৰৰ শোভা। তাৰ পিছতে এখন গাওঁ "হাজা"। তাতেই তেওঁলোকে তম্বু পাতে। কেইদিনমানৰ পাছত তম্বু তুলি তেওঁলোকে "হাৰি" আৰু "বেলা"ৰ ওচৰৰ এখন গাওঁত উপস্থিত হয়। কিছুদিন তাত থাকি সেই অষ্ট্ৰীয়ান পণ্ডিত জনে সেই অঞ্চলৰ আপাতানি

সকলৰ বিষয়ে বহু তথ্য সংগ্ৰহ কৰে। এইবাৰ মিৰি দেশলৈ যাত্ৰাৰ পাল। সকলোৰে প্ৰস্তুতিত ব্যস্ত। গন্তব্যস্থল থিৰ হয় "হাৰি"ৰ উত্তৰ পুব ফালে বহু নিলগৰ "চেমিৰ" হাইমেনডৰ্ফৰ অন্তৰত এটা সংকল্প জাগি উঠে। চেমিৰৰ পৰা উত্তৰে গৈ তেওঁ একেবাৰে কামলা নদীৰ উপত্যকা অঞ্চলত উপস্থিত হবলৈ। "হাৰি"ত সকলোকে থৈ হাইমেন্ ডৰ্ফে, তেওঁৰ ভাৰ্য্যা আৰু বাতহোলী নামৰ এজন দোভাষীক লৈ এটা সৰু দল গঠন কৰি আগবাঢ়ে উত্তৰৰ ফালে। লগতে আৰু এজন দো-ভাষী—কোপতেমী।

গাড়ী নাই ঘোঁৰা নাই তিনিও পাহাৰীসকলৰ আলিয়েদি পাইন আৰু বাঁহ বনৰ মাজেদি বহু কষ্টেৰে পৰিশ্ৰমেৰে তেওঁলোক খোজ কাঢ়ি আগুৱায়। ভট্টাচাৰ্য্য, অন্যান্য লোক সকলৰ সৈতে থাকি যায়। "মিদো"—ত।

মাজে মাজে আলিৰ কাষত দেখা পায় "ম্লোকো" উৎসৱৰ কাৰণে জলোৱা, কাঠখৰিৰ দম। স্বচ্ছ সলিলা খৰস্ৰোতা গিৰি নদীৰ জলসিক্ত উপত্যকা ভূমিৰ ওপৰেদি এই নিৰ্ভীক অভিযাত্ৰী দলে আগবাঢ়ে। প্ৰথম নিশা ছাউনি পতা হয় এটি পাহাৰৰ শৃঙ্গত। য'ত শেলুৰৈ ভৰা ভূমি ৰক্তৰ দৰে ৰঙা, অজস্ৰ "ৰডোডেনড্ৰন্" পুষ্প-গুচ্ছেৰে সমছন্ন। পাচ নিশা কটায় তেওঁলোকে "শ্লেমলা" নদীৰ কাষত, "ছোলো" গাওঁৰ জনশূন্য প্ৰান্তৰত। তৃতীয়দিনা তেওঁলোক এনে এটা উন্মুক্ত উচ্চ ভূমিত আৰোহণ কৰে, যৰ পৰা তেওঁলোকে দেখা পায় কামলা উপত্যকাৰ সুবিস্তীৰ্ণ অঞ্চল। এই তিনিও অভিযাত্ৰীৰে মন উৎফুল্ল। বয়সীয়াল পৰিচিত এজন গাওঁবুঢ়া গুচ তামেৰে এদল মিৰিৰ সৈতে আগুৱাই তেওঁলোকৰ লগত আগবাঢ়ে। চুঙাই চুঙাই মদ লৈ আহে তেওঁলোকে এই অভ্যাগত সকলক অভ্যৰ্থনা জনাবলৈ।

গুচ তামেৰে কয়, ওচৰৰ "বোৱাৰ" গাওঁত ছাউনি পাতিবলৈ।

"বোৱা" এটা সৰু গাওঁ। চাং-ঘৰ বোৰ ওচৰা-ওচৰি ঘন। "লিনিয়া" আৰু আন আন কাষৰে পাঁজৰে থকা গাওঁৰ অধিবাসী সকলে দুৰ্দ্ধৰ্ষ ডফলা সকলৰ আক্ৰমণৰ ভয়ত সদায় সন্ত্ৰস্ত। সেয়েহে তেওঁলোকৰ বাস-গৃহটোৰ অত্যন্ত ঘন সন্নিবিষ্ট।

হাইমেন্ ডৰ্ফে দেখে এটা ডাঙৰ চাংঘৰৰ কাষত কিছুমান মানুহে সাজি আছে এটা বাঁহৰ চাং। এই বাঁহৰ চাঙে প্ৰয়োজন হব বোগ খেদিবৰ উদ্দেশ্যে পাতিবলগীয়া উৎসৱত। সেই "বোৱা' গাওঁৰ এজন অবস্থাপন্ন মানুহৰ ঘৰ সেই বিৰাট চাংঘৰখন। তেওঁৰেই অসুখ আৰু এই অসুখৰ কাৰণেই এই

অনুষ্ঠান। এই ব্যাধিৰ কাৰণে দায়ী অপদেৱতা সকলৰ উদ্দেশ্যে যি বলি দিয়া হব সেই বলি এটা মেথোন আৰু এটা গাহৰি কাষতে বন্ধা আছে। বাঁহৰ চঁচালি আৰু সৰু সৰু কাঠৰ টুকুৰাৰে সজোৱা এই চাংঘৰবোৰ মিৰি সকলৰ উৎসৱৰ পক্ষে অপৰিহাৰ্য্য। উৎসৱ শেষ হলে সেই বিলাক পেলাই দিয়া হয় আৰু ভোজ খোৱা হয় সেই গাহৰি আৰু মেথোনৰ মঙহেৰে।

"বোৰা"ৰ পৰা চেমিৰ বেছি দূৰ নহয়; মাথোন তিনি মাইলহে। এই তিনি মাইল খোজ কাঢ়ি যাব লাগিব তাৰ মাটিৰ ওপৰেদি যোৱা একা বেঁকা আলিৰে; তাৰ পিছত নামি গৈছে এটা উপত্যকাৰ বুকুয়েদি। সেইটো পাৰ হলে আন এটি উপত্যকা। সিফালে মূৰৰ ওপৰত চোকা ৰ'দ। গৰমত লগৰীয়া সকলে খুলি পেলায় গাৰ কাপোৰ কানি। একেবাৰে দিগম্বৰ।

চেমিৰৰ সেই নগ্ন উপত্যকাৰ উচ্চ ভূমি যাওঁতে লাগে পাঁচ ঘণ্টা। ওখৰ পৰা তললৈ বৈ যোৱা ধুনীয়া কামলা নদী। এই কামলা নদীৰ দুটা সুদৃশ্য পাৰৰ আৰু সোৱণশিৰিৰ পূবফালে প্ৰসাৰিত পৰ্ব্বত শ্ৰেণীৰ মনোৰম দৃশ্য দেখি এই অভিযানকাৰীৰ দলে বিস্ময় মানে। পৰ্ব্বতমালাৰ উচ্চতা বেছি নহয় মাত্ৰ ৭/৮ হেজাৰ ফুট ওখ। এই বিৰাটতাৰ দৃশ্য দেখি অন্তৰত জাগে ভীতিপূৰ্ণ অনুভূতি। চেমিৰত চাউনি পতাৰ কেইদিনৰ ভিতৰতে তাৰ পাহাৰীয়া মিৰি সকলৰ লগত নিবিড় বন্ধুত্ব পাতে হাইমেন্‌ডৰ্ফে। তেওঁলোকৰ জীৱন চৰ্য্যাৰ আচাৰ ব্যৱহাৰৰ লগত তেওঁৰ ঘনিষ্ট ভাৱে পৰিচিত হয় সেই গুচ-তামেৰ হৈছে চেমিৰ গাওঁৰ মুখিয়াল। তেওঁ ঘৰলৈ নেযায়েই। অনবৰত চাহাবৰ শিবিৰতে থাকে। তেওঁৰ বয়স তিনিকুৰি। মাজে মাজে গজা এটা দুটা পকা গোফ আৰু দাড়ি। তেওঁৰ জীৱনৰ কাহিনী অদ্ভুত আৰু অনন্য সাধাৰণ। তেওঁৰ পাঁচজনী ঘৈনীয়েক। কেইবছৰ মানৰ আগতে তেওঁৰ দ্বিতীয় গৰাকী ঘৈণীয়েকে "প" উপত্যকাৰ কোনো এখন গাওঁৰ পৰা উঠি অহা এটা গৃহস্থৰ ঘৰত খেতি বাতিৰ কামত সাহায্য কৰিবলৈ লাগি যায়। অৱশ্যে তেওঁৰ গিৰিয়েকৰ অনুৰোধ আৰু অনুমতি লৈ তেওঁ সেই মানুহটোক সহযোগ কৰিবলৈ যায়। কিন্তু সেই বিদেশী মানুহজন সুপুৰুষ আৰু প্ৰিয়দৰ্শন। কাম কৰিবলৈ যাওঁতে তেওঁ সেই বিদেশীৰ মোহত বিভ্ৰান্ত হয়। এই ঘটনা সোনকালে প্ৰকাশ পায় আৰু গুচ তামেৰেও গম পায়। প্ৰতিশোধ লোৱাৰ সলনি তামেৰে তেওঁৰ ঘৈণীয়েকৰ বিদেশী প্ৰণয়ীকহে নিজৰ ঘৰত থাকিবলৈ সাদৰেৰে আমন্ত্ৰণ জনায় আৰু সেই প্ৰেমিক প্ৰেমিকাৰ কাৰণে এটা বেলেগে পাকঘৰ কৰাই দিয়ে।

তাতেই তেওঁলোকে বাস কৰে তেওঁৰ ওপৰত নিৰ্ভৰ কৰি। এই ঘটনাৰ পৰা বুজা যায় গুচ তামেৰৰ বুদ্ধি কৌশল। তেওঁ কেৱল বৈবাহিক অধিকাৰেই ত্যাগ কৰা নাই সেই তিৰোতাজনাক কেৱল শ্ৰম উপজীৱিনী হিচাবে পাইছে এনে নহয়, এজন নতুন বন্ধুৰা, হজুৰা, হালোৱা হিচাবে ঘৈণায়েকৰ এই নতুন প্ৰনয়ীক লাভ কৰিছে।

'নিদা" হৈছে পাহাৰীয়া মিৰি সকলৰ প্ৰধান বৈবাহিক অনুষ্ঠান। এই বিবাহৰ জৰিয়তে স্বামী স্ত্ৰীৰ জীৱনৰ মাজত বন্ধন স্থাপিত হয়। এই "নিদা" বিবাহ অতি জাকজমকৰে পতা হয়। দৰা—ঘৰীয়াই দিব লাগে এটা ডাঙৰ ধৰণৰ গাধন। আৰু কইনাৰ বাপেকে দিব লাগে গহনা গাথুৰি। বহুমূলীয়া তিব্বতী ঘণ্টা। আৰু এটা চাবৰ। আমাৰ বুঢা গুচ তামেৰৰ প্ৰথম ঘৈনীয়েকৰ লগত "নিদা" বিবাহ হওতে গাধনেই দিছিল একুৰি মেথোন। এই "নিদা"—প্ৰথাৰে বিয়া কৰা তিৰোতাই যদি পৰ পুৰুষৰ লগত গৃহ ত্যাগিনী হয় তেনেহলে সেই বঞ্চিত স্বামীয়ে সেই স্ত্ৰীৰ প্ৰণয়ীজনৰ পৰা স্ত্ৰীৰ দেহাৰ মূল্য নলবও পাৰে আৰু আলাপ আলোচনাৰ মাজেদি ঘৈণীয়েকক ফিৰাই পাবলৈ নোৱাৰে। আবশ্যক হলে তেওঁক (প্ৰতিদ্বন্দ্বীক) হত্যা কৰিলেও দোষণায় নহয়। মিৰি সকলৰ এটা বিশ্বাস যে, যি স্বামীয়ে ক্ষতি পূৰণৰ টকা লয় "নিদা" প্ৰথামতে বিয়া কৰোৱা তিৰোতাক বেচাহে হয়। তেওঁ দেৱতা সকলৰ বিৰাগ ভাজন হয় আৰু দুৰ্ভাগ্যক মাতি আনে। তেওঁলোকৰ সমাজত বাপেক মাকৰ আদেশ নিৰ্দ্দেশ আৰু পৰামৰ্শ বিয়াত প্ৰয়োজন নহয়। পাহাৰীয়া মিৰি সকলৰ মন স্বাধীন বুঢা গুচ তামেৰে কয়, তেওঁৰ নিজৰ ছোৱালী ইয়ুবে তেওঁৰ এজন মোমায়েকৰ আত্মীয়ৰ লগত ঘৰ এৰি পলাই গৈছিল। অথচ তেওঁৰ অভিলাষৰ কথা মাক বাপেকে একো নেজানিছিল।.. .. এইদৰে বং উলাহত দিন কাটে হাইমেন ডৰফ দম্পতিৰ পাহাৰীয়া মিৰি সকলৰ মাজত সেই কেইদিন। নতুন ঠাইলৈ যাবলৈ আকৌ তেওঁলোকে মন মেলে এইবাৰ যোগ দিয়ে আকৌ নতুন সঙ্গী। নাম তাৰ "গোচাম্ তাপৰ্ক। মিৰি মিছনৰ লগত বাপেক যাওতে তেওঁ তেতিয়া লৰা আছিল। তেৰোঁ লগতে গৈছিল।

... কিছুমান ভুৰ সজা হয় বাঁহেৰে। সেইবোৰ ভুৰেদি কিছুমান সঙ্গী লয় এই দম্পতিয়ে, উঠে ভুৰত। তীব্ৰ গতিশীলা কামলাৰ কলা পানীত তীব্ৰবেগে ভাঁহি যায় ভুৰবোৰ। সিপাৰে লাগে। কামলাৰ সিপাৰে এখন আহল বহল বালিচৰত ছাউনি পতা হয়। পাহাৰীয়া মিৰি মতা—তিৰোতাই

সেই নৈৰ বালিচৰলৈ চাবলৈ আহে তেওঁলোকক, জুম বান্ধি আহে কেতিয়াও নেদেখা মেম্ চাহাবক চাবলৈ। লগে লগে আহে সৰু সৰু লৰা ছোৱালীবোৰো। প্ৰতিজনৰ হাতত একোটা একোটা মদৰ চুঙা।...সন্ধিয়া নামে। বালিৰ ওপৰত লৰা ছোৱালীবোৰে উমলে। নিশা হয়। ৰন্ধা বঢ়াত সকলো ব্যস্ত। তিৰোতা সকলৰ হাঁহি ধেমালিৰে ভৰা কথাবতৰা আৰু খেলি থকা ল'ৰা ছোৱালী জাকৰ হাই উৰুমি ৰজন্ জনাই তোলে। নৈৰ পাৰত জুইৰ ধুনি জ্বলি উঠে। নিশাৰ এন্ধাৰ আতৰি যায়। চাৰিওফালে পোহৰ হয়। হাইমেন্ ডৰফ্ দম্পতি আৰু তেওঁৰ লগৰীয়া কেইজন জুইৰ চাৰিওফালে বহে। অগ্নিৰ শিখা লকলকাই, দপদপাই জ্বলি উঠে। কলা মেঘৰ বিজুলীৰ চমকনিৰ দৰে কামলা নৈৰ কলা পানীত সেই অগ্নি শিখাৰ ছা-পৰি চিক্‌মিকাই উঠে।.. ..... .. ........ .

.. পুৱতি নিশাই এই অভিযাত্ৰী দলটোৱে সদল বলে যায় "দবম" গাঁওলৈ। গাওঁৰ কাষৰ ডাঙৰ শিল এচটাৰ ওপৰত বহি পৰে হাইমেন্ ডৰফ্ দম্পতিয়ে। কাষত ঠিয় হৈ দুজন আপাতানি সঙ্গীয়ে এদল "দবম্"—গাভৰুৰ ফালে চাই ফুচফুচাই মিচিকিয়াই হাঁহে। চাহাবে হইঁাৰ কাৰণ কি জানিবলৈ সেই "দবম্"—গাভৰু সকলৰ ফালে দৃষ্টি নিক্ষেপ কৰে। তেওঁলোৰ পোছাক দেখি তেওঁ ৰ' লাগি চাই থাকে। তেওঁলোকৰ গাঁত আন কোনো বস্ত্ৰ আৱৰণ নাই, কেৱল শুকান বাঁহৰে বোৱা এটি লজ্জা নিবাৰণী? সঙ্গী দুজনৰ হাঁহিৰ কাৰণ তেওঁ পাছত গম পায়।

সেই "দবম্"—গাওঁৰ এটা কাৰণে হাইমেন্ ডৰফ্ক চক্ খুৱায়। "দবম্" আৰু নামনি কামলা ভৈয়ামৰ কোনো গাওঁতে কোনেও কাপোৰ ববলৈ নাজানে। সেয়েহে এই অদ্ভুত পোছাক। অথচ নেফাৰ সকলো অঞ্চলতে সকলো উপজাতিয়ে এই বয়ন—শিল্পত পাকৈত। দবমৰ অৱস্থা পূৰ্ণ মানুহে অসমৰ বজাৰৰ পৰা কিনা কাপোৰ পিন্ধে।

হাইমেন্ ডৰফৰ্ অন্তৰত অনুসন্ধিৎসা তীব্ৰভাৱে জাগি উঠে কামলা উজনি ভৈয়ামৰ গাওঁবোৰ পৰিদৰ্শন কৰিবলৈ। কিন্তু তেওঁৰ অনুচৰ সকলে কয় যে,— দবমৰ উত্তৰ পশ্চিম অঞ্চলৰ "বিদাকে" গাওঁলৈকে যাব পাৰে তেওঁলোক; তাৰ উজনিলৈ যোৱা অসম্ভৱ। কাৰণ কামলাৰ উজনি অঞ্চলৰ মানুহবোৰ কেৱল বনুৱাই নহয়, বিশ্বাস-ঘাতকো।

এদিন পুৱা সদলবলে পাহাৰীয়া ভৈয়ামৰ সৰু বাটেদি যাত্ৰা কৰে এই অসম সাহসী অভিযাত্ৰীৰ দল। দু-ঘণ্টা পৰিশ্ৰম কৰি এওঁলোকে চাৰিহেজাৰ ওখ

এখন পৰ্বতত উঠেগৈ। এটি ঘন বননি পাৰ হৈ দেখে সন্মুখত কামলাৰ উজনি ভৈয়ামৰ সুন্দৰ ৰমণীয় মোহনীয় দৃশ্য। দূৰ দূৰণিত কামলা নৈৰ ভূমুকৰ কাষত এটা সংকীৰ্ণ জুৰি আৰু তাৰ কাষতে থিয় হৈ আছে এটা থিয় পাহাৰ। ৫০০০ হাজাৰ ফুট ওখ থাকে থাকে দীঘলীয়া সেউজ বুলীয়া ঘাঁহনি। তেওঁলোকে দেখে গাওঁৰ কিছুমান ঘৰবাৰী আৰু খেতি পথাৰ। মিৰি অঞ্চলৰ সেইটোৱেই "বিদাক" গাওঁ। "কাবাৰ" জনজাতিৰ জন্ম ভূমি "মিডো" "ৰুহাতে" ইত্যাদি। কাষত ঠিয় হৈ আছে প্ৰায় দহ-হাজাৰ ফুট ওখ এটা ত্ৰিভূজাকৃতি শৈলশৃঙ্গ আৰু কিছুমান, সকলোতকৈ ওখটিং হৈছে "পিজ চোলো"। মিৰি সকলে চিঞৰি উঠে,—"পিজ চোলো।"—আপাতানি সকলে চক্ খায়। কাৰণ তেওঁলোকৰ মাজত এটা জনশ্ৰুতি আছে, অতি পুৰণি কালত তিনিটা বিভিন্ন দলত বিভক্ত হৈ তেওঁলোকে আহে। তেওঁলোকৰ বৰ্ত্তমান বাস—ভূমি আপাতানি দেশলৈ। তাৰ ভিতৰত দক্ষিণৰ দলটোৱে পাৰ হব লগীয়া হৈছিল, এই "পিজ চোলো"—শৃঙ্গ।

উত্তৰে "পিজ চোলো" আৰু নৈৰ দক্ষিণ ফালৰ বিৰাট পৰ্ব্বত "ৰমতা"ৰ মাজৰ ৰমণীয় দৃশ্যৰে পৰিপূৰ্ণ তিনিকোণীয়া "চেলু" উপত্যকা দেখি অভিযাত্ৰী দলে বিস্ময় মানে। সূৰ্য্য কিৰণত উজ্জল, শুভ্ৰ তুষাৰাবৃত পৰ্ব্বত মালাৰ গাওঁ শুকুলা মেঘৰ চাদৰ মেৰোৱা দেখি তবধ মানে তেওঁলোকে। তলত নিম্ন ভূমিত থকা "বিদাক" গাওঁৰ ফালে নামি যায় এই দুঃসাহসিক অভিযাত্ৰী দল। জুম খেতিৰ মাজে মাজে আলিয়েদি গৈ গৈ তেওঁলোকে পায় এই গাওঁখনি। এবেলা লাগে। গাওঁৰ কাষত এটা মাটিৰ ঢিপত ছাউনি পতা হয়। দলে দলে গাওঁৰ গাঁৱলীয়া সকলে ছাউনিৰ চাৰিওফালে জমা হয়। যেন অভিযাত্ৰী সকলৰ আত্মীয় স্বজনহে।

"বিকুইয়ামা" এগৰাকী দুঃসাহসিকা বৰ্ষিয়সী মিৰি নাৰীয়ে চাহাবৰ কাষত ঠিয় দিয়ে। কামলাৰ দক্ষিণৰ ফালৰ পৰা গোটোৱা অনুচৰ সকলে "দিপাক" গাওঁৰ উত্তৰে অজ্ঞাত্মী দেশলৈ যাবলৈ নোখোজে। তেওঁলোকৰ সাহ নাই, আপত্তি কৰে, "বিকুয়ামাই" তেওঁলোকক লাজ দিয়ে পুৰুষ হৈও সাহ নাই বুলি। "তোমালোকে যোৱা বা নোযোৱা যত মেম চাহেবে যাবলৈ সাহ কৰিছে মযো তালৈকে যাম।" শেষত নাৰীৰ সাহ দেখি ভীৰু পুৰুষ সকলেও যাবলৈ বাধ্য হয়। পিছদিনা অনিচ্ছা স্বত্ত্বেও সেই অনুচৰ সকলে অভিযাত্ৰী সকলৰ লগত গৈ "মিডো" পায়। তাৰ পিছত আৰু সাধ্য নাই। "মিডো"ৰ পৰা তেওঁলোকে

এখোজো যাব নোখোজে, ইয়াৰ পাছৰ গাওঁবোৰৰ 'গুচি" আৰু "ছোজাম" গোষ্ঠীৰ মানুহবোৰ ভীষণ ভয়াল আৰু ভয়ঙ্কৰ। ঠিয় পাহাৰৰ বুকুত আঁকীয়া পঁকীয়াকৈ বৈ যোৱা আলি। মাজে মাজে গিৰি সঙ্কট, ৰঙা বগা ফুলৰ থোপা, আশে পাশে ধুনীয়া বেগুনীয়া ফুলৰ শাৰী, সুন্দৰ, তাৰ পিছত সেই "মিঙো" গাওঁ আৰু গাওঁৰ ঘৰবোৰ অত তত সিচৰতি হৈ পৰা।

ইয়াৰ পুৰুষ তিৰোতাৰ পোছাক 'দৰম'তকৈও সংক্ষিপ্ত, প্ৰায় দিগম্বৰ এজন ডেকাক দেখা যায় তেওঁৰ নগ্নতা ঢাকি ৰাখিছে কল পাতেৰে।

কোনোবা এজনে আকৌ কঁকালত বাঁহৰ জৰী মাৰি আগফালে এটা বাঁহৰ গুৰি চাঁচি ঢাকিবলৈ বেতৰ জৰীৰ পৰা ওলোমাই থৈছে। এই অঞ্চলত এনে ধৰণৰ আৱৰণী দেখি চাহেব আচৰিত হয়।

এই ধৰণৰ মিৰি সকলে আগুচি ধৰে সেই নৃতত্ব পণ্ডিতৰ চাৰিওফালে। হাইমেন ডৰফে তেওঁলোকক এটা টোপোলা খুলি চিগাৰেট আৰু দিয়াচলাই উলিয়াই বিলাই দিয়ে আৰু কেনেকৈ দিয়াচলাই জ্বলাই চিগাৰেট জ্বলাব লাগে। ৰং-উলাহত সকলোৱে এই অভিনৱ বস্তুটো জ্বলাই ৰং-মনেৰে হুঁপে।

কেইদিন মানৰ পাছত সেই "বিদাক" গাওঁৰ এজন মানুহ আহি উপস্থিত। তেওঁ চুটি চাপৰ শকত আৱত; মুখত কলা পাতল দাঢ়ি; নাম তাৰ "চুগদু তাগলা" হাইমেন্ ডৰৰ্কৰ প্ৰৱল ইচ্ছা কামলালৈকে যাবলৈ। মনৰ ইচ্ছা তেওঁ প্ৰকাশ কৰে। তাগলাই কয় "অসম্ভৱ, সেই ফালৰ মানুহবোৰ বৰ নিষ্ঠুৰ তালৈ গলে তেওঁলোকে যদি ভাল নাপায়; তেনেহলে জীৱনৰ সংশয়।" অলপ পৰৰ পিছতে তেওঁ টপৰাই আকৌ কয় "সৌ ওখ পাহৰৰ পিছফালে আছে "চিলি" নদীৰ উপত্যকা। সোৱণশিৰিৰ পূৱ ফালৰ আবৰ সকল আৰু "চিলি" উপত্যকাৰ মিৰি সকল এই কামলা উপত্যকাৰ মিৰি সকলৰ নিচিনা নহয়।" বাৰে বাৰে সাৱধান কৰি সেই বিপদ সঙ্কুল অঞ্চললৈ যাবলৈ অভিযাত্ৰী সকলক বাৰণ কৰি গুচি যায় চুগদু তাগলাই। এইদৰে কিংকৰ্তব্য বিমূঢ় হৈ দিন কাটে তেওঁলোকৰ "মিঙোত"। উপায় বিহীন হৈ হাইমেন্ ডৰফে 'মিঙো' গাওঁৰ মিৰি সকলৰ ঘৰে ঘৰে গৈ মিতিৰালি পাতি নানা ধৰণৰ তথ্য সংগ্ৰহ কৰে।

"মিঙোৰ" মানুহ সকলৰ চাব লগীয়া চেহেৰা বিশেষ নাই সেই অঞ্চলৰ বেচিভাগতেই গলগণ্ড ৰোগৰ প্ৰকোপ দেখা যায়। মতা তিৰোতা প্ৰায় সকলোৱে এই ৰোগত ভুগি কদাকাৰ হয়। "চাংমো তাচাক'ৰ ঘৈণীয়েকৰ ৰূপ আৰু অঙ্গ সৌষ্ঠৱ অতি সুন্দৰ। এই ৰোগ তেওঁৰ নাই। গাত তপিনা ঢকা

এটা আহল বহল নীবিবন্ধ, বুকুৰ পিয়াহ দুটা মিহি বেতেৰে গুঠা বক্ষ্যবৰণীৰে বন্ধা। ডিঙিত কাঁচৰ তিনিটা নৰমুণ্ডৰ মালা, দেহা হালধীয়া, গৌড় বৰ্ণ ; সোণ বৰণীয়া ফিটা দি বন্ধা চুলি পিঠিত ওলমা, ভৰা মুখত বগা ফটফটীয়া দাঁত দুপাতি বিজুলীৰ দৰে চিকমিকীয়া।

হাইমেন্ ডৰফে গম পায়—মাথোন দহ দিনৰ আগতে কামনা-নৈৰ দক্ষিণত থকা তাচাকৰ ঘৈণীয়েকৰ জন্মভূমি "গোডাক"—গাওঁ আক্রমণ কৰিছিল "তুমুৰ" ৰ মানুহ—সকলে, পাঁচ জনক হত্যা কৰিছিল, দহ জনক বন্দী কৰি নিছিল আৰু বিহু কাঁড় মাৰি তিনিজনক আহত কৰিছিল।

এনে বিপদ সঙ্কুল অঞ্চললৈ যাবলৈ দৃঢ প্রতিজ্ঞ সেই দুৰ্গম পথৰ অভিযাত্রী 'হাইমেন্ ডৰফে'।

ভাৱি চিন্তি গুনি-গাঁথি থাকোতে দিন বাগৰি যায়। চাওঁতে চাওঁতে সলনি হয় বতৰ, ভৰ্ম্ম পানীৰ কলহলৈ গধুৰ গধুৰ বগা, কলা ডাৱৰ বোৰে ওলমি থাকে ওখ পাহৰৰ গাত। মেঘৰ গিৰ্ গিৰণি বিজুলীৰ চকমকনিয়ে পৃথিৱী কঁপাই তোলে। এনে ডাৱৰীয়া বতৰৰ আবেলি বেলিকা গাওঁত এখন ঘৰৰ পৰা উভতি হাইমেন্ ডৰফে আৰু তেওঁৰ স্ত্রী আৰু লগত সেই "তাপাক" মিৰি। হাবিৰ ভিতৰেদি সুৰসুৰীয়া বাটেৰে আহি আধাবাট পাওতেই হঠাতে বিৰাট ডাঙৰ গছ এজোপা প্রচণ্ড শব্দেৰে সন্মুখত বাগৰি পৰে। তেওঁলোক থমকি খিয় হয়। দেখে, বতাহ নাই ধুমুহা নাই গোটেই শিপাৰে সৈতে সেই গছ জোপা ভীষণ শব্দেৰে উভালি বাগৰি পৰিছে আৰু লগে লগে হাবিৰ মাজৰ পৰা এটা গুন্-গুননি উঠে কৰুণ মন্ত্রৰ উচ্চাৰণ। আচৰিত হৈ হাইমেন্ডৰফে জানিবলৈ "তাপাকক" সোধে। তাপাক নিৰুত্তৰ। খৰ্ ফৰকৈ নিমাত ভাৱে লৰালৰিকৈ তেওঁলোকক লৈ আনে ছাউনিলৈ। সকলোৱে সেই ছাউনিত সোমোৱাৰ পিছত তাপাকে উশাহ সলাই কয়—দেখিছা চাহাব! কি কাণ্ড, এইয়া হৈছে যাদুকৰী খেল। গছজোপা পেলাই সি অপদেৱতা সকলক নিৰ্দেশ দিছে শত্রুৰ ফালে। এই গতিবিধি অপদেৱতা সকলৰ ব্যাঘাত জন্মাই মানে বিপদ চপা। এই বৰ্ণনাৰ ওপৰত হাইমেন ডৰফে আৰু তেওঁৰ ঘৈণীয়েকে বিশেষ গুৰুত্ব নিদিলেও তাপাকৰ এই কথাষাৰে আন আন অনুচৰ সকলৰ ওপৰত গভীৰ ভাৱে প্রভাৱ বিস্তাৰ কৰে। সেই নিশা সকলোৱে অন্তৰত এটা অস্বস্তিকৰ আৰু অনুভূতি। দেৱালৰ চাৰিওফালে বহি সকলোৱে প্রতীক্ষা কৰি আছে এটা অঘটন দুৰ্ঘটনা।

পিছদিনা পুৱা সুনীল আকাশ ফটফটীয়া সূৰুযৰ পোহৰ চিকমিকিয়া ৰুতে হাতে উঠি অহা গাৱৰ মানুহবোৰ ফিৰি আহিছে। তেওঁলোকৰ লগত আহিছে চাৰিটা অদ্ভুত ধৰণৰ মূৰ্ত্তি, চাহাবে আচৰিত হয় সেই চাৰি জনৰ মূৰত চৌৰৰি গৰুৰ নোমেৰে তৈয়াৰী টুপী সৰু কলা পাৰি দিয়া সুন্দৰ কপোৰ ছাই বৰণীয়া বান্দৰৰ ছালেৰে তৈয়াৰ কৰা থাপৰত সোমোৱা তিব্বতী তৰোৱাল কলী আৰু ফুটুকী বাঘৰ ছাল ওলোমা।

এই চাৰিজন ৰুডে হাতে গাৱৰ সম্বন্ধৰ মানুহ। লগত তেওঁলোকৰ ঘৈণীয়েক সকলও আহিছে। গাত নানা ৰঙৰ অলঙ্কাৰ শকত আবৰ দেহা আৰু আহিছে কিছুমান মানুহ সৰু সৰু হোৱা ভৰাই মুৰগী কুকুৰা লৈ। এই দৰে সৌজন্য বিনিময়ৰ পাছত কাষৰ শিল কেইচটাত তেওঁলোক বহি পৰে। এই অঞ্চললৈ অহাৰ উদ্দেশ্যৰ কথা হাইমেন্ ডৰফে খুলি কয় আৰু ৰুতে হাতে গাৱলৈ যাব পাৰি নে নোৱাৰি তেওঁলোকৰ সাহায্য পামনে নেপাম সেই কথাষাৰ কয় চাহাবৰ সেই কথাষাৰ দোভাষা তোচক তাপাকে তেওঁলোকৰ ভাষাদি বুজাই কয়,—তেওঁলোকেও জনাই তেওঁলোকৰ গাৱলৈ যাবলৈ আৰু তেওঁলোকে আনন্দ মনেৰে স্বাগত জনায়।

হাইমেন ডৰফে দৃঢ় প্ৰতিজ্ঞ উত্তৰকালে যাবই তেওঁ দুঃসাহসখিনি আৰু উত্তৰ কামলাৰ মিৰি সকলক নিজ নিজ গাৱলৈ উভতি যাবলৈ অনুৰোধ কৰে, লগতে জনায় সেই বয়সীয়াল তিৰোতা গৰাকীৰ প্ৰতি প্ৰচুৰ সাহায্য পোৱাৰ কাৰণে কৃতজ্ঞতা। এই কথা শুনি বিকুইয়ামাৰ চকুজুৰি চলচলীয়া হয় তেওঁৰ টোপোলা বন্ধাৰ লগে তেওঁ লগে লগে হুকহুকাই কান্দি পেলায়।

মেলানি বেলিকা। হাইমেন ডৰ্ফৰ ঘৈণীয়েকে আকোৱালী লৈ কয়, উভতিবৰ সময়ত বাটত মোৰ গাৱলৈ যাবা। সোনকালে ফিৰি আহিবা। কোনে জানে আৰু কিমান দিন বাচিম। কই কই তেওঁৰ দুগাল চকুলোৰে তিতি যায়। এনে আন্তৰিকতাত বৰকৈ অভিভূত হৈ উঠে এই দম্পতি। এনে এগৰাকী পৰম হিতৈষীণীক এৰি তেওঁলোকে যাবলৈ ওলাই এখন অজান্তী দেশলৈ।

নিৰ্দিষ্ট দিন। সেই চাৰিজন সম্ভ্ৰান্ত ব্যক্তি এদল মতাতিৰোতা লৰাছোৱালী লৈ আহে। হাইমেন ডৰফে আৰু তেওঁৰ দলটো তেওঁলোকৰ গাওঁটো ৰুতে হাতে লৈ যাবলৈ। যথা সময়ত সকলোৰে মিলি ৰাওনা হয়। আধাদিন অবিশ্ৰান্তভাৱে গৈ গৈ তেওঁলোকে ৰুতেহাতে পায়। গাওঁখন মিডো গাওঁতকৈ ডাঙৰ। সেই খোলা পৰ্ব্বতৰ খোলাত ঘন ঘন চাংঘৰ বোৰ দেখি তেওঁলোক

অৱস্থাপন্ন বুলি মনে হয়। ঘৰৰ কাষে কাষে জেউৰা দিয়া মাকৈ খেতিৰ পথাৰ।

গাওঁৰ সকলোৱে অভিযাত্ৰী সকলক সাহায্য দিবলৈ নতুন উছাহেৰে দেহে-কেহে লাগি যায়। সৰু এটা টিলা সমান কৰি ছাউনি পেলাবৰ ঠিক কৰা হয়।

সেই ক্ৰতেহাতে গাওঁৰ সকলোৰে সৈতে হাইমেন ডৰফে মিতিৰালি পাতে। ঘৰে ঘৰে ঘূৰি নানা তথ্য সংগ্ৰহ কৰে। গাওঁৰ মুখীয়াল ডামেতামেৰ ঘৰলৈ এদিন ফুৰিবলৈ গৈ দেখে বেৰত ওলোমা আছে মেথোনৰ কান্ধৰ বহু ভাগ। ডামেতামে কয় "তেওঁ পুৰোহিত, প্ৰত্যেক উৎসৱত যিবিলাক মেথোন বলি দিয়া হয়, এই বিলাকৰ বাওঁ কান্ধটো তেওঁৰ প্ৰাপ্য। তামেৰ কথা শুনি মিৰি দেৱতা সকলৰ প্ৰসঙ্গ তুলি হাইমেন ডৰফে তামেৰ পৰাই তেওঁ গমপায় কিৰ্, মকৰ, কাইট, মোউ এই চাৰিটা দেৱতাই মিৰি সকলৰ প্ৰধান দেৱতা। এইলোক পুৰুষ দেৱতা চাৰিভাই। সকলোৱে পাহাৰৰ দৰে ওখ।

এই পৰম দেৱতা সকল কেতিয়াও মানুহৰ গাৱলৈ নাহে। ওজা পুৰোহিত আৰু ভৱিষ্যত দ্ৰষ্টা সকলে সপোনত তেওঁলোকৰ থকা থলিলৈ যায়। ওখ মাটিৰ ওচৰত তেওঁলোকৰ থকা ঘৰ। মিৰি দেশৰ পূৱফালে সেই ঠাই—। তালৈ যাবলৈ হলে বাৰ দিন লাগে। তেওঁলোকৰ পূজা কৰিবলৈ হলে পুৰঠ মেথোন বলি দিব লাগে। তেহে সেই পূজা গ্ৰহণ কৰে। এই ঠাইলৈ সপোনত যাবলৈ হলে ওজা পুৰোহিত আৰু দ্ৰষ্টা সকলে দুটা পৰ্ব্বত পাৰ হব লাগে আৰু দুখন বিৰাট নদী ভুৰেৰে পাৰ হব লাগে। এই দেৱতা সকল মানুহৰ প্ৰতি দয়াশীল সমৃদ্ধি আৰু স্বাস্থ্যৰ কাৰণে মানুহে প্ৰাৰ্থনা মন্ত্ৰ উচ্চাৰিত কৰিলে তেওঁলোকে সন্তুষ্ট কৰে। কিন্তু যিজনে বিৰাগ ভাজন হয়, তেওঁৰ দুৰ্গতিৰ সীমা নোহোৱা হয়। তাৰ লগে লগে তেওঁৰ সংসাৰৰ দুৰ্দশা হয়, আৰু তাৰ লগে লগে তেওঁৰ সংসাৰৰ বিৰাগ ভাজন হয়।

এই চাৰিজন দেৱতাৰ দূত হৈছে বেৰী, দোনী, আৰু দেৱী বসুমতী-চু। এই দোনী আৰু চুৱে তেওঁলোকৰ আদেশ মানি চলে। দোনী আৰু চুৰ উদ্দেশ্যে যিবিলাক প্ৰাণী বলি দিয়া হয় সিবিলাক আংশিক বগা হব লাগে। তেওঁলোকৰ বিশ্বাস যি সকলে বগা বৰণৰ প্ৰাণী বলি দিয়ে তেওঁলোকৰ লৰা ছোৱালী বগা হয় আৰু গাৰ ছাল পাতল হয়। কোনো কোনো পুৰোহিতে এই অপদেৱতা সকলক বন্দী কৰি ৰাখিবৰ ক্ষমতা থাকে। আৱশ্যক হলে শত্ৰুক মাৰিবৰ কাৰণে তেওঁলোকে এই অপদেৱতা সকলক বন্দী কৰে। এই দৰে চাং

ঘৰে ঘৰে ঘুৰি ফুৰোতে হাইমেন ডৰফে্ কিছুমান দাস বা যুদ্ধ বন্দী দেখা পায়। তেওঁলোকৰ আদিম ঠাই হৈছে আদিম গাওঁবোৰ। তেওঁ এগৰাকী অন্ধ দাসীক দেখে। তিব্বতৰ তুষাৰেৰে ভৰা ঠাই এডোখৰ হেনো তেওঁৰ জন্মভূমি। তেওঁলোকৰ পুৰুষ দেৱতাই তিব্বতী গৰম কাপোৰ পিন্ধে কিন্তু ঘৰবোৰ হলে ৰুতে হাতে গাওঁবোৰৰ নিচিনা। সেই তিবোতাজনী যুদ্ধত বন্দী হয় তাৰ পাছত এজনক বেচা হয়। তাৰ পাছত তেওঁৰে পৰা আৰু এজনী কিনি আনে। এইদৰে অস্থাৱৰ সম্পত্তিৰ দৰে সালসলনি হয়। শেষত ৰুতেহাতে গাৱঁলৈ অহাৰ পাছত তেওঁ থকাৰ কাৰণে স্থায়ী ব্যৱস্থা কৰা হয়। তেওঁ এই ৰুতেহাতে গাৱৰ এজনক বিয়া কৰায়। আৰু বৰ্তমান তেওঁৰ গিৰিয়েক আৰু লৰা ছোৱালীয়েৰে সৈতে সুখেৰে আছে। এই কামলা উপত্যকাৰ মিৰি সকলে কিছুমান তিব্বতী ঘণ্টা বহুমূলীয়া বুলি ভাবে। ঠিক পানীয়ৰ আৰু ফিইৰ উপত্যকাৰ নিচিনা। ( মেথোন আৰু আন আন মূল্যবান বিনিময়ৰ তুলনাত যি মিতিৰালি হয় সেই মিতিৰালি বিবাহ বন্ধনতকৈও দৃঢ )।

কেইদিনমানৰ আগতে মিভৰ ডেকা এজন চুন্দ তামি এই ৰুতে হাতে গাওঁলৈ স্থায়ীভাবে থাকিবলৈ আহে। তেওঁৰ বন্ধুৰ কাৰণে তেওঁ অপেক্ষা কৰি আছিল। বন্ধুজনে আহিলে তেওঁৰ ওচৰত বেচিব তেওঁৰ সেই বহুমূলীয়া তিব্বতী ঘণ্টা। প্ৰত্যেক ঘণ্টাৰ এটা নাম থাকে। এই ঘণ্টাৰ নাম হ'ল ৰুচী। মূল্য হিচাবে তামিৰ বন্ধুৱে দিছে দুটা মেথোন কেইটামান গাহৰি আৰু কিছুমান কানি কাপোৰ আৰু নিমগ। এতিয়া তামিয়ে দিব লাগিব দুটা মেথোন আৰু ঘণ্টাটো। এই ঘণ্টা হস্তান্তৰ হ'লে মহা সমাৰোহেৰে এটা উৎসৱ পতা হয়। সেইদৰে তামিয়ে এটা উৎসব পাতে।

আবেলি বেলিকা। পাৰহৈ যায়। বেলি মাৰ যায় 'দোম্পু' পাহাৰৰ পিঠিৰ ফালে। এনে সময়তে দেখা যায় প্ৰায় ত্ৰিশজনমান পুৰুষ তিৰোতাই এটা সমদল যাত্ৰাৰে নামি যায় এঢলীয়া গিৰি পিটিয়েদি। আগে আগে যায় দুজন মানুহ এটা মেথোনলৈ। মেথোনৰ শিং দুটা বন্ধা এটা বাঁহৰ পতাকাৰ দৰে। তাৰ পাচতে এজন পুৰুষ। গাত উৎসৱৰ বেশ। তেওঁৰ পিছতে এশাৰী তিৰোতা। প্ৰত্যেকৰ হাতত এপাছি খাদ্যবস্তু। তেওঁলোকৰ পাছে পাছে গৈ আছে ঘণ্টা কিনাজন বকিতানি। তেওঁৰ মূৰত চোঁৰবী গৰুৰ নোমেৰে তৈয়াৰী জকমকীয়া শিৰভূষণ। তেওঁৰ পিছে পিছে এদল মানুহ। তেওঁৰ আৰু তেওঁৰ অনুসঙ্গী সকলৰ গাত প্ৰত্যেকৰে এটা তিব্বতী তৰোৱাল

আৰু হাতত একোটা ষাঠী। প্ৰাৰ্থনা মন্ত্ৰ উচ্চাৰণ কৰি কৰি এজন পুৰোহিতে গৈ আছে সমদলৰ পিছফালৰ মানুহ সকলক পৰিচালনা কৰি চুন্দতানিৰ ঘৰৰ বাহিৰত ৰয়। ৰয় সেই মেথোনজোৰ। অভ্যাগত সকলে পোনপটিয়াকৈ ঘৰৰ ভিতৰত সোমাই জুহালৰ কাষত বহে। পুৰোহিত দুজনে বাঁহৰে তৈয়াৰী একৰকমৰ বাটনী নচুৱাই নচুৱাই মন্ত্ৰ উচ্চাৰণ কৰি কৰি সেই দীঘলীয়া চাংঘৰ এফলীয়াকৈ ঘূৰে। তাৰ পাছত মদ ছটিয়াই সেই খাদ্যবস্তুবোৰ শুদ্ধ কৰে। "শেষত পুৰোহিত দুজনে দুদলৰ পৰা একেলগে প্ৰাৰ্থনা কৰে। এই খাদ্য এই পানীয় সকলেৰে পুষ্টি সাধন। এই ভোজত যি সকলে যোগদান কৰিছে—তেওঁলোকৰ পেট আৰু পাকস্থলী—সকলোৱে ভোজন কৰি আনন্দমনেৰে বিদায় লৈ যায়।" ইয়াৰ পিছত পুৰোহিতে জোৱাৰৰ পৰা তৈয়াৰী মদৰ পাত্ৰ সেই বাটনীৰে স্পৰ্শ কৰে। লাও—টোকোৰাৰে মদলৈ কেইটোপাল মান মেথোনৰ গাত আৰু ঘৰৰ মজিয়াত পেলায়। তাৰ পিছত মেথোন গাহৰিৰ বলি হয়। পূজা আৰম্ভ হয়।

তিব্বতী লামা সকলৰ ধৰ্মীয় অনুষ্ঠানৰ আন এটা উপকৰণ এই সৰু সৰু কাঁহৰ ঘণ্টা মিৰি দেশত ধনী সকলৰ শ্ৰেষ্ঠতম প্ৰতীক হয় ই ভাবিব লগীয়া হয়। এই ঘণ্টাকে 'মাজে' বোলে। মিৰি সকলৰ বিশ্বাস এই ঘণ্টাদেৱতা সকলৰ তৈয়াৰী। সেয়েহে হয় হস্তান্তৰিত। প্ৰত্যেকৰে বেলেগ বেলেগ নাচ। এওঁবিলাকৰ ভিতৰত পুৰুষো আছে তিৰোতাও আছে।

বিৰাট হিমালয় পৰ্ব্বত মালাৰ দক্ষিণৰ অনাবিষ্কৃত দেশৰ কেন্দ্ৰত এই ৰূপ দেহাটি গাওঁ। এই গাওঁ অতিক্ৰম কৰিবলৈ মিৰি মিছনৰো সম্ভৱ হোৱা নাছিল। সেই মিৰি মিছনৰ লগত মাহাং ৰূদগী আৰু তালি গাওঁৰ অধিবাসী সকলৰ সংঘৰ্ষ হৈছে ভীষণ ভাবে। সেই যুঁজত নিহত নিজৰ আপোন-জনৰ কথা আজিও মিৰি সকলে পাহৰা নাই।

তেত্ৰিশ বছৰ ধৰি সেই প্ৰতিহিংসাৰ অগনি জ্বলিয়েই আছে। বিশ্বস্ত সূত্ৰে হাইমেন ডৰ্ফ আৰু তেওঁৰ সংগীসকলে গম পায় যে উত্তৰৰ ফালে আগুৱাই গ'লে মৃত্যু নিশ্চিত। শ্বেতাঙ্গ সকলক ক্ষমা নকৰে উত্তৰৰ মিৰি সকলে। নিৰ্ম্মমভাবে হত্যা কৰি চৰিতাৰ্থ কৰিব তেওঁলোকৰ প্ৰতিশোধ স্পৃহা।

নিশ্চিত মৃত্যু জানিও প্ৰতি নিভৃত নহয় হাইমেন ডৰ্ফ। দৃঢ় সংকল্প অচল অটল এই শ্বেতাঙ্গ দম্পতি।

এপ্ৰিলৰ এদিন পুৱা। দৃঢ়-প্ৰতিজ্ঞ হাইমেন ডৰ্ফে যাত্ৰা কৰে চিপি উপত্যকাৰ উদ্দেশ্যে। পৃথিবীক দেখুৱাই যায় এই অচল অটল দৃঢ়-প্ৰতিজ্ঞ

হাইমেন ডৰফ্ দম্পতিয়ে সেই সাংঘাতিক ঠাই কোবালৈ গৈ। আৰু নহয়। সহযাত্ৰী সকলৰ অনিচ্ছাৰে আগবাঢি যোৱা বিপদজনক। একান্ত অনিচ্ছা স্বত্বেও নৃতাত্বিক দল উভতি আহিব লগীয়া হয়।

হাইমেন ডৰফ্‌ৰ উদ্দেশ্য অসম্পূৰ্ণ হ'লেও অসাধ্য সাধন সিদ্ধি লাভ হ'লে কামলা উপত্যকাৰ সিফালৰ পৰ্ব্বতীয়া মিৰি সবলৰ কথা আজিও অজ্ঞাত আছিল। তেওঁৰ এই বহুত সত্য আৰু তথ্যেৰে পৰিপূৰ্ণ মহামূল্যবান পুথি 'Himalayan Barbary' পৃথিবীৰ সমাজতে এটা বহুমূলীয়া অৱদান।

এই পৰ্ব্বতীয়া মিৰি সোৱণশিৰি সীমান্ত বিভাগৰ উত্তৰ অঞ্চলত বসবাস কৰে। কোনো কোনোৱে তেওঁলোকক একেলগে নিচু আৰু বেলেগে বেলেগে ছাৰা পৰ্ব্বতীয়াক পানী বটীয়া আদি নামে অভিহিত কৰে। ই-টি-ডেল্টনে চন্দ্ৰক মিৰি আৰু বৰদলনিৰ মিৰি একে অৰ্থত ব্যবহাৰ কৰিছে। ১৮২৫ চনৰ পৰা ১৮২৮ চনলৈ সোৱণশিৰি অঞ্চলত ভ্ৰমণকৰা আৰু উইল কটচে আবৰ মিৰি আৰু অঁকা মিৰি আদিৰ নাম ব্যৱহাৰ কৰিছে। উইলকট্‌চ্ চাহাবৰ মতে সোৱণশিৰি মিৰি সকল দিহিং আৰু দিবং উপত্যকাৰ পৰা অহা। চেহেৰা পানী ভাষা সংস্কৃতিৰ ফালৰ পৰা ডফলা আৰু আপাতানি সকলৰ মাজত মিল দেখা যায়। ডেল্টনৰ মতে ডফলা, আবৰ আৰু মিৰি সকল এক গোষ্ঠীৰ মানুহ। ১৮৯৭ চনৰ বৰ্ণনামতে মিৰি সকলৰ বাসস্থান দক্ষিণ-পূৱে দীৰ্জেম নৈৰ উত্তৰ পূৱে দিহিং উপত্যকা দক্ষিণ পৰ্ব্বত শাৰা, দক্ষিণে উত্তৰ লক্ষীমপুৰ মহকুমাৰ দক্ষিণ পশ্চিমে ৰঙানৈৰ পৰ্ব্বতশাৰী, উত্তৰে তিব্বত—এই সীমাৰ মাজত। সোৱণশিৰি নৈৰ্থন মিৰি সকলে থকাৰ সোঁমাজেদি বৈ গৈছে। সোৱণশিৰি আৰু ছিদাং কামলা আদি সোৱণশিৰি উপনৈৰ মাজত থকা এই পৰ্ব্বতীয়া মিৰি সকলে বাস কৰে। সেই ঘাচী মিৰিসকল দিৰ্জেমনৈৰ পশ্চিমে আৰু উত্তৰ লক্ষীমপুৰৰ উত্তৰে থকা চিচি অঞ্চলৰ উত্তৰে থাকে। ঘাচী মিৰি চললৈ আৰু সোৱণশিৰিৰ মাজ অঞ্চলত থাকে। ছাৰাম মিৰি সকলে সোৱণশিৰি আৰু ৰঙানৈৰ মাজৰ পৰ্ব্বতত বাস কৰে। পাথী বৰ্ত্তীয়া আৰু ডৰবতীয়া সোৱণশিৰিৰ পশ্চিমৰ পৰ্ব্বতত থাকে। তৰবতীয়া সকলে কামলানৈৰ দক্ষিণত থকাৰ কাৰণে ভৈয়ামলৈ আহোঁতে গুৱে গুৱে বামেদি আহিব পাৰে কাৰণে তেওঁলোকৰ এই ডৰবতীয়া নাম। ৰঙানৈৰ গুৰিৰ ওপৰত মালভূমিত থকা তেনাই মিৰি অঁকা সকলৰ ভৈয়ামৰ লগত কোনো সম্পৰ্ক নাই। তেওঁলোকৰ আচাৰ নীতি একেবাৰে স্বকীয়া।

এই ১৮৯১ চনৰ বিবৰণতেই পোৱা যায় নৈস্বৰংঘাচী সকল চুটি চাপৰ গাঠলু আৰু মঙহাল মানুহ। তেওঁলোকৰ চকুবোৰ দেহলৈ সোমোৱা। ঠুটৰী বহল, নাক চেপেটা আৰু মুখ বহল।

ছাৰাক সকল সেই ঘাচাৰ দৰেই, কিন্তু মঙহাল নহয়। পানীবতীয়া আৰু তৰবতীয়া সকল ছাৰাক আৰু ঘাচীতকৈ ওখ আৰু ভাল। তেওঁলোকৰ চকুবোৰ বেছি ঠিয় আৰু বেচ ভদ্ৰ। অৱশ্যে অঁকা সকলৰ শৰীৰৰ গঠন এওঁলোকতকৈ ভাল। ডেল্টনে অঁকা বা টেৰাইন মিৰি সকলক ভাল খেতিয়ক আৰু যুজাৰু বুলি কৈছে। তেওঁৰ মতে মায়ামৰীয়া বিদ্ৰোহত এওঁলোকৰ মাজত আশ্ৰয় লয়—শেষত নিৰ্ব্বিবাদে নিজ ঘৰলৈ ঘূৰি আহে। দুই এঘৰহে বোলে নিজ ইচ্ছা মতে তাতে থাকি যায়। ১৮৯১ চনৰ বিবৰণতে পোৱা যায় যে ঘাচী মিৰিয়ে লেংটি আৰু হাত নোহোৱা গৰম চোলা পিন্ধে। ছেওনৰ ঘাচী সকলে ককাললৈকে একো নলয়। ওপৰ ছোৱা[illegible] [illegible]ল আবৰণ মাত্ৰ লয়। এই দুটা জাতিয়ে মূৰৰ চুলি কাটি পেলায়

পানীবতীয়া আৰু তৰাবতীয়াৰ সাজ পাৰ প্ৰায় ডফলা সকলৰ নিচিনা। এওঁলোকৰ চুলিবোৰ কপালৰ ওপৰত এটা খোপা বন্ধা। তাৰ সেই খোপাত এটা শলা গুজা—আৰু এডাল ৰচীত তামৰ গুটি কিছুমান লগাই মূৰৰ চাৰিওফালে মেৰাই আতি লোৱা। ককালত মেৰাই লোৱা এটা বেতৰ পেটীত তেওঁলোকে লেংটিটো আঁৰি লয়। তেওঁলোকে বাহুৰ পৰা এটা বেতৰ চাৰিচুকীয়া মোনা ওলোমাই লৈ তাক জৰী গছৰ শিপাৰে গুথা এটা ঢাকনিৰে ঢাকি থয়। তেওঁলোকৰ টুপীটো ডফলা সকলৰ দৰে। কিন্তু ওপৰত বাঘ আৰু গাহৰিৰ ছাল এখন লগাই লয়। অকা মিৰিৰ সাজ পোচাক পানী বতীয়াৰ দৰেই, কিন্তু তেওঁলোকে লেংটিৰ সলনি এৰা গছৰ আঁহেৰে বোৱা কাপোৰ ককালত মেৰিয়াই লয়।

অস্ত্ৰ-শস্ত্ৰৰ ভিতৰত দীঘলদা এখন আৰু ধনুকাঁড়। কিন্তু কামলাৰ উত্তৰ ফালৰ জনজাতিয়ে যাঠীহে লয়। ই-টি ডেল্টনৰ মতে মিৰি গাম সকলে মদৰ গিলাচৰ দৰে ৰূপৰ অলঙ্কাৰহে পিন্ধে। পুৰুষ সকলে নীলা ৰঙৰ মণি পিন্ধে। মিৰি তিৰোতা সকলে পিত্তলৰ চকোৰা লগোৱা ককালৰ পেটিৰ পৰা আঠুলৈকে পৰা এবিধ পেটিকোটৰ নিচিনা মেৰিয়াই লয়। ককালত গছৰ আঁহেৰে গুথা বাঁহৰ শলিৰে কৰা বেঢ়িৰ এখোছামান ওলোমাই লয়। ঠিক এনেধৰণেৰে শলিৰে গঢ়া ঢাকনি এচটা কাষলতিৰ তলেদি মেৰিয়াই আগফালে এডোখৰ

কাপোৰ লোৱা দেখা যায়। কামলৈ বা বাহিৰলৈ ওলাই যাওঁতে তিৰোতা সকলে এই সাজ পিন্ধে। ঘৰত থকা সময়ত তেওঁলোকে এখন কাপোৰ ভাঁজ কৰি বাহুৰ ওপৰেদি পিঠিত পেলাই আগফালে এফাল শলা মাৰি লয়। ডিঙিত নীলা আদি ৰঙৰ কেইডালমান মণি তেওঁলোকে পিন্ধে। তেওঁলোকে হাতত ৰূপ আৰু তামৰ খাৰু আৰু ভৰিৰ খাৰু-গঠিত বাঁহৰ শলি বা ছটি গুথি এজোৰ অলংকাৰ পিন্ধে। মূৰৰ মাজত সমানে সেওঁতা ফালে—পিঠিফালে পেলাই দিয়া দুডাল বেণী দেখা যায়। কাণত ৰূপৰ নানা তৰহৰ অলংকাৰ দেখা যায়। ডেল্টনৰ মতে ৰঙা গাল আৰু ওঠেৰে মিৰি তিৰোতা অসমীয়া তিৰোতাতকৈ শুৱনী। তেওঁৰ মতে অঁকা আৰু তনাই মিৰি সকলে মুখত আঁকা দেখা যায়। এওঁলোকৰ মতা সকলৰ কাপোৰৰ ব্যৱহাৰ দেখা নাযায়। ৰঙাকৈ বুলোৱা আৰু পিচফালে নেজ থকা ককালত মৰা দেখা যায়। ক'লা বা নীলা পেটিকোট আৰু কপাহী জেকেট চোলা তিৰোতা সকলে পিন্ধে।

উত্তৰৰ মিৰি সকলৰ খেতিবাতিৰ সিমান জ্ঞান নাই। দক্ষিণ মিৰি সকলে গম ধান, কচু, ৰঙা আলু, ধানৰ খেতি কৰিলেও এটা বছৰৰ কাৰণে সেয়া যথেষ্ট নহয়। গতিকে আহাৰৰ কাৰণে ভৈয়ামলৈ নামি আহিবলৈ বাধ্য। শুবান মঙহ ব্যৱহাৰ কৰাৰ বাহিৰেও তেওঁলোকৰ কোনো উপায় নাই। মেথোন, ছাগলী খুব কম পোহে। পথাৰত তিৰোতা সকলেহে কাম কৰে। পুৰুষ সকলে ফান আৰু—ধেনুলৈ চিকাৰ কৰাতে ব্যস্ত হৈ থাকে। হাবিৰ পৰা পুৰুষ আৰু তিৰোতাই 'মজাথি' গোটায়। সেই কঁপাহী কাপোৰ আৰু মজাথিলৈ ভৈয়ামৰ লগত সলনি কৰে—ধান আৰু চাউল। দক্ষিণ অঞ্চলত ধপাতৰ খেতি হয়। ঘৰচীয়া জন্তুৰ ভিতৰত মেথোন কুকুৰা আৰু গাহৰিয়েই ঘাই। ডেল্টনৰ মতে গৰুৰ ব্যৱহাৰ নিচেই কম—তেওঁলোকৰ।

ছিয়া নাহল নামৰ গছৰ গুটিৰ পৰা বিষ উলিয়াই তেওঁলোকে মাছ মৰাত ব্যৱহাৰ কৰে। পহু মৰা আৰু কেৰ্কেটুৱা ধৰা এবিধ ফান তেওঁলোকৰ আছে। মিৰি সকলে পৰ্ব্বতৰ গাত নাইবা পৰ্ব্বতৰ সমান মাজত খেতি কৰে।

ঘৰত মদ এওঁলোকৰ প্ৰিয় খাদ্য। ডেল্টনৰ মতে ছিপালোমুখত টেমা মিৰি সকলে ৰবচা বন, আহু, শালি, গম, ধান আৰু কচু খেতি কৰে। ইমান নৈ অথচ নাও নাই। দৰ্কাৰ হ'লে কাক বাঁহৰ ভুৰ সাজি কামত লগায়। ডেল্টনৰ মতে মিৰি সকলে আবৰ দেশৰ পৰা মজাথি মণি, দা, দেও ঘণ্টা, মেথোন, দাস আৰু বিয়াৰ কন্যা আনে। তাৰ সলনি ভৈয়ামৰ পৰা নিয়া অসমীয়া কাপোৰ,

লোণ আদি আবৰ সকলক দিয়ে। অঁকা মিৰি সকলৰ বিশেষকৈ পোন্ধৰ খন গাওঁত শালি খেতি কৰা হয়। তেওঁলোকে ধান দি আবৰৰ পৰা সলাই আনে।

তেওঁলোকৰ একোখন গাওঁতে আশীৰ পৰা ওঠৰ কুৰি ঘৰ থাকে। একোটা ঘৰতে ডুকুৰিলৈকে মানুহ থাকিব পাৰে। ঘৰবোৰ চাং-ঘৰ। দীঘলে ৬০ৰ পৰা ৭০ ফুটলৈকে। এনে চাং-ঘৰ, দক্ষিণ অঞ্চলতহে, উত্তৰ অঞ্চলত এনে ঘৰ দেখা নাযায়। তেওঁলোকৰ মূল্যবান সম্পত্তি হৈছে মেথোন, অলংকাৰ পাতি, অস্ত্ৰ-শস্ত্ৰ,—ধাতুৰে গঢ়, ৰন্ধাৰ সজুলি আৰু 'অওম মণি পমে হওম'—নিশাৰ ঘণ্টা।

তেওঁলোকৰ আন জনজাতীয় শাসন দেখা নাযায়। তেনেকুৱা সংগঠনত কোনো বিধি নিয়ম নাই, অৱশ্যে গাওঁত সকলোৰে যথেষ্ট প্ৰভাব দেখা যায়। বয়ন শিল্প, নৃত্যগীত আদিৰ প্ৰচলন বিশেষভাবে কম। এওঁলোকে এজন পৰম দেৱতা আৰু আন অপদেৱতাক বিশ্বাস কৰে। পৰম দেৱতাক মেথোন বলি দি পূজা কৰে। ইয়াকুম বনদেৱতা, ওৰম মৰা দেৱতা এওঁলোকে মানে। লা-চিমিৰ ছিপু গাওঁত ওৰবতীয়া আৰু গুচম অঞ্চলৰ বিথু, মিনিং ৰতম টাইও গাৱঁও সকলৰ মাজত উত্তৰ লক্ষীমপুৰৰ ঘাবমৰা সত্ৰৰ বহুতো শিষ্য এসময়ত আছিল।

এওঁলোকৰ মাজত বহু স্ত্ৰী-বিবাহ বৰকৈ দেখা যায়। কেতিয়াবা কেতিয়াবা বহু পুৰুষ বিবাহো দেখা যায়। ছোৱালী আনিবলৈ হ'লে লৰাই মেথোন, গাহৰি কুকুৰা, মদ, কাপোৰ আদি দি আনে।

কোনোবা মৰিলে সেই মৰাশটো মিৰি সকলে ধুনীয়া কাপোৰ কানি পিন্ধায় থাপ্প, বন্ধা সজুলি, অস্ত্ৰ-শস্ত্ৰ আদি দি মাটিত পুতে। কুকুৰা পোৱালী মাৰি তাবে নাড়ি-ভুড়ি চাই মিৰি সকলৰ ওজা সকলে মঙ্গল ঠিকনা চায়।···

বান' কৰাওঁলৈ অহা নেফা জনজাতি সকলৰ মাজত পৰ্ব্বতীয়া মিৰি দেখা নাপাওঁ। আহিছে যদি কবোবাত চাং-ঘৰত আলহী হৈ আছে নেকি গম নাপাওঁ।

আপাতানি সকলৰ বিষয়ে জানিবৰ কাৰণে মোৰ অন্তৰত বিৰিঙি উঠে পৰ্বতীয়া মিৰি সকললৈ। সেই আপাতানি সকলোৰে ওচৰ চুবুৰীয়া জনজাতি। ·· তাগিন! ছিৰিংকৈ মনত পৰে এই পৰ্ব্বতীয়া মিৰি সকলোৰে পূবৰ ফালে থকা দুৰ্দ্ধৰ্ষ, দুঃসাহসিক তাগিৰ সকললৈ। ১৯৫৩ চনত এই তাগিনসকলে অসম ৰাইফলচ্‌ৰ এটা দল কাটি চিৰিডি মোহাৰি মষিমূৰ কৰি পেলাইছিল। কাৰণ

বাহিৰৰ পৰা অহা লোকক তেওঁলোকে ভাল নাপায়। সেয়েহে এই বিপৰ্যয়। ছিয়াং জিলাৰ পশ্চিম অঞ্চল আৰু সোৱণশিৰি বিভাগৰ উত্তৰ অঞ্চলত এই তাগিন সকলৰ বসতি। তাগিন বসতি অঞ্চলত প্ৰকৃতি। নেলিতাৰিং, ডোলং, ইয়াকিং আদি তাগিন সকলৰ ডাঙৰ গাওঁ। এওঁলোক এটা যাযাবৰ জাতি। কেইবছৰ মান এটা গাৰ্ত বসতি। তাৰ পাছত দেখা যায় তেওঁলোক তাত নাই, গাওঁ উঠি গৈছে। এইদৰে গাওঁ উঠি যোৱাৰ নিয়ম তেওঁলোকৰ আছে।

তেওঁলোকৰ সাজ-পাৰ বিশেষ নাই। সামান্য সাজ-পাৰ খুব কম যদিও তিব্বতীয় পছমৰ সাজপাৰ মাজে মাজে দেখা যায়। মতা তিৰোতাই ৰঙা দীঘল চোলা পিন্ধাহে দেখা যায়। তিব্বতী ঘণ্টা এওঁলোকৰ ওচৰত অতি পবিত্ৰ আৰু মূল্যবান। বয়ন শিল্প নাই বুলিলেও হয়। নৃত্যগীত শূন্য প্ৰায়। এসময়ত দাস প্ৰথা প্ৰবল আছিল। আজিও কিছু কিছু আছে। এজনী ছোৱালীক বিয়া কৰিবলৈ হ'লে গাধন দিব লাগিব এটা মেথোন, দুটা পিতলৰ কলহ।

তাপিক, পাঙ্গু আদি ফৈদ তেওঁলোকৰ মাজত দেখা যায়। তেওঁলোকৰ বিশ্বাস সূৰ্য্য, চন্দ্ৰ দৈনিক 'পলো' পৰম দেৱতা। আন আন অপদেৱতাকো তেওঁলোকে বিশ্বাস কৰে।

তেওঁলোক কেৱল অসম সাহসী আৰু দুঃসাহসীয়েই নহয়—দুষ্ট, নিষ্ঠুৰ আৰু যুজাৰু।

···এপৰ এবেলা গ'ল। এনেকৈ প্ৰত্যেক জনজাতিৰ লগত মোৰ চা-চিনাকি হয়। এইদৰে লিখি গ'লে এখন বৰপুথিহে হবগৈ।

# বান' ক'বাং

## তৃতীয় খণ্ড

অসমীয়াই চিনাকি পাব নিজৰ অঙহী বঙহী কিমান! কিন্তু হায়! লিখনিৰ লগত এই হতচিৰীয়াৰ ৰাহি নিমিলে।... খাই বৈ যাওঁ এখন জীপত এজন ইঞ্জিনিয়াৰৰ সৈতে লিখা-কালিৰ মিলিটাৰী কেম্পলৈ। তাত গেৰিচন ইঞ্জিনিয়াৰ আৰু লেফটেনেণ্ট, কেপ্তেইন অফিচাৰ সকলৰ লগত জা জলপান খাওঁ। তাতে বহুত আলচ বিলচ হয়। চাৰি মাইল উত্তৰে ওপৰত আকাশী গঙ্গা, তাৰ উত্তৰে মেগী, চিজি গাওঁ। ধুনীয়া বাট হেনো। 'চিচি' নৈ খনৰ নাম, ভৈয়ামতহে চি-চি পৰ্ব্বতীয়া ঠাইত চিজি। চিজি নামটো চুটিয়া চুটিয়া গোন্ধায় যেন লাগে। চুটিয়া ভাষাৰ মতে 'চুইজী', চুইজা মানে ভাল, পবিত্ৰ 'জী' মানে পানী বা নৈ। কুণ্ডিল নৈকো চুটিয়া সকলে চুইজা বোলে— কাৰণ এই নৈৰ পাৰতে চুটিয়া সকলৰ চাৰিটা দেৱতাৰ শাল বা থান আছে "গীৰা-গীৰাচী" (বুঢ়া-বুঢ়ীৰ) শাল। পিচোৰ্চা (কেঁচা খাইতী) ৰ শাল, বলীয়া-হমতাৰ শাল আৰু নুমলী থান। এই চুইজীৰ জীৰ উচ্চাৰণ জিংডী আৰু টিৰ মাজত জিভা লৰাই নিব লাগে। সেয়েহে শুনোতে টীৰ দৰে শুনি শেহত চুইজী নৈ পৰীয়া সকলে চুইজী হয়। সেই চুইজাৰ অপভ্ৰংশ চুইটীয়া অৱশেষত চুটিয়া। আজি চুটিয়া এটা ডাঙৰ জাতি। এসময়ত প্ৰতাপশালী আছিল! ৰাজ্যও থাপিছিল দেওৰা সকলৰ পূজাৰী। এই শাল হিচাবে তেওঁলোক চাৰিটা ভাগে বিভক্ত ডিবঙীয়া বুঢ়া-বুঢ়ী শালৰ দেওৰী, বৰগঞা, কেঁচা-খাইতী শালৰ টেঙা পনীয়া বলীয়া হমতা থানৰ আৰু পাটৰ গঞা নুমলী থানৰ। পাটৰ গঞা হেৰায়। মোৰ মতে লালুং সকলেই পাটৰ গঞা।

লালুং সকলে নিজক "কটীয়া" বা "টীৱা" বোলে। চুটিয়াৰ "চু" নোহোৱা হয়। দেৱতাক দেওৰী চুটিয়া সকলে 'কুদিমামা' বা কুন্দি মামা' বোলে। কুন্দিল বা দেৱতাৰ ঠাই কাৰণে কুঁদিল বা কুণ্ডিল হৈছে। ওপৰৰ দেৱতা সকল থকাৰ কাৰণেই কুণ্ডিল। চুইজীয়া চুইতীয়াৰ পৰা চদীয়া হৈছে বুলি দেওৰী চুটিয়া সকলৰ বিশ্বাস। পাল শদিয়া বা সধয়া বা সধনাৰ পৰা শদিয়া হোৱা পৰবৰ্ত্তী বিশ্বাস।...সেই চাহ মেলত বহুতো আলোচনা বিলোচনা হয়।..

...সন্ধিয়া।...

· আকৌ সেই সপোনপুৰী কুলজ্ঞানৰ বান কবাং তৰাৱলী দীপাৱলী দৰা-চলতে বান' ক'বাংহে।

কবাং মিৰি শব্দ। জনজাতি সকলৰ একোটা গোট থাকে সমাজ চলাবলৈ। কবাং ও সেয়ে। গাৱঁৰ মুখিয়াল কেজনমানক লৈ ক বাং হয়। কিছুমান গাওঁৰ মুখিয়াল বোৰক লৈ'বান' ক'বাং হয়। গোটেই অসমৰ মিৰি সম্প্ৰদায়ৰ মুখিয়াল সকলক লৈ এই বা'ন ক বাং। এই বা'ন ক'বাঙেই মিৰি জাতিৰ ভাগ্য বিধাতা। এয়ে মিৰি সকলৰ দৃঢ় বিশ্বাস।

এইদৰে অনাই বনাই ঘূৰি আছো ৰংবলীয়া হৈ। গৈ আছো ৰঙা ঘৰৰ ফালে পিচফালৰ পৰা এজনে মাত লাগায় "বাবু"। উভতি চাও এজন জনজাতীয় মানুহ। লগতে এগৰাকী ছোৱালী। সুধো—"মোক'? ইঙ্গিতেৰে বুজাও—ধমকি উভতি মুখামুখী হওঁ! "বহক!" বুলি কোৱাৰ লাগে লগে তেওঁ আৰু সেই ছোৱালী জনী বহে। ঘাঁহনিৰ দলিচাৰ ওপৰত ময়ো লেপেটা কাঢ়ি বহোঁ। "সুধো, কি মানুহ।" তেওঁ উত্তৰ দিয়ে, "মিচিমি"। আচৰিত হওঁ, "মিচিমি।"

"অহ! মিচিমি! ভীষ্মক ৰজাৰ বংশ। ৰুক্মিণী (ৰুক্মী) গোঁসানীৰ ভাই আৰু'।"

ৰুক্মিণী গোঁসানী।"—"অহ! অহ! "ৰুক্মিণী গোঁসানী" বীৰ ৰকমৰ ভনী।

মোৰ মন উৰি যায় দ্বাপৰ যুগলৈ—সেই পুৰণি বিদৰ্ভ ৰাজ্যলৈ। মনত পৰে ভীষ্মক ৰজাৰ কাহিনী, বিদৰ্ভ কুঁৱৰী ৰুক্মিণী গোসানীলৈ।

বহু আলচ বিলচ হয়। ২১ বাৰ ক্ষত্ৰিয় নিধনকাৰী পৰশুৰামৰ কথা। দুৰ্গম গিৰি পৰ্বত অতিক্ৰম কৰি পাহাৰ আগুৰা সেই ৰমণীয় লৌহিত্য প্ৰদেশ, যাৰ সুৰমা কুণ্ডত স্নান কৰি খহি পৰিছিল মাতৃহত্যা জনিত ৰক্তাক্ত, হস্ত সংলগ্ন কুঠাৰ। যিহৰ পৰা সেই মহা-পাপ আৰু অভিশাপৰ পৰা মুক্তি পাইছিল পৰশুৰামে। সেয়েহে সেই ঠাইৰ নাম হ'ল বিখ্যাত "পৰশুৰাম কুণ্ড"। মিচিমি সকলে গৌৰব বোধ কৰে সেই পৰশুৰামৰ বংশধৰ বুলি। সেইবুলি পৰিচয় দিয়ে।

"সুধো—"এইগৰাকী ছোৱালী কোন"?

"মোৰেই ঘৈণী। মই বাৰজনী বিয়া কৰাইছো।"

"আচৰিত হওঁ—"বাৰজনী"।

"অহ্—! বাৰজনী।"

সেই মিচিমি ৰমণীলৈ চকু দিওঁ, ধুনীয়া নিপোটল দেহা। বয়স এই মিচিমি গাম জনৰ নাতিনীৰ বয়স। তেৱেঁই ঘৈণীয়েক তেওঁৰ।

ৰসিকতাৰে সুধো,—"আৰু এজনীক কিয় বিয়া নকৰোৱা"?

"নাপাৰং। মোৰ সকলো যন্ত্ৰই সোপাটলা হৈছে।"

১৯৪০ চনত দ্বিতীয় মহাসমৰৰ সময়ত কোহিমাত জাপানী সকলে বোমা পেলাইছিল। তেতিয়া মোৰ অন্তৰত এটা আশঙ্কা জাগি উঠিছিল। যদি শত্ৰু জাপানী সকলে অসমখন ধ্বংস কৰে তেন্তে অসমীয়া জাতিও মৰিব। গতিকে অসমীয়া কৃষ্টি সংস্কৃতিবোৰ যদি সংগ্ৰহ কৰি থওঁ তেন্তে অসম তথা অসমীয়া জাতি ধ্বংস হলেও মোৰ সংগ্ৰহেৰে আকৌ এদিন অসমীয়া জাতি পুনৰ জীৱিত হৈ উঠিব।

মনৰ এই তীব্ৰ আশঙ্কা লৈ ওলাই যাওঁ অসমখন পৰিভ্ৰমণ কৰিবলৈ। অসম ভূমিৰ ইঞ্চি ইঞ্চিয়ে ঘুৰি ফুৰি প্ৰতিজন অসমীয়া সি জনজতিয়েই হওঁক নাইবা অজনজাতিয়েই হওঁক তেওঁৰ লগত চা-চিনাকি হৈ তেওঁৰ লগত হিয়াৰ আমঠু কলিজাৰ এডুখৰি আৰু বুকুৰ এফাল হৈ একন একন কৃষ্টিৰ কণা মোৰ মনৰ কোঁহৰ জোলোঙাত ভৰাই লওঁ। সেই উদ্দেশ্যে লৰি লৰি পাওঁগৈ শদিয়া অঞ্চল। সেই সুদূৰ শদিয়াৰ পটীয়া গাৰঁৰ লুইতৰ পাৰৰ বালিচাপৰিত লগ পাওঁ এটা মিচিমিৰ দল। তেওঁলোকৰ লগত চা-চিনাকি হৈ মিতিৰ পাতো আৰু তেওঁলোকৰ বিষয়ে বহু কথা জানোঁ।

আহোম ৰজা পুৰন্দৰ সিংহৰ পৰা ইয়াণ্ডাবু সন্ধিৰ পাছতে অসমৰ শাসন ভাৰ লোৱাৰ পাছত বৃটিছ চৰকাৰে শদিয়া অঞ্চলৰ শাসনভাৰ গ্ৰহণ কৰে। এই শদিয়াত বুৰঞ্জী-প্ৰসিদ্ধ কেন্দ্ৰ স্থানতে বৃটিছৰ এজন এচিষ্টেণ্ট পলিটিকেল অফিচাৰ নিযুক্ত হয়। তিব্বতী সীমান্ত পৰশা বিভিন্ন উপজাতিৰে ভৰা বসতি অঞ্চলৰ সমগ্ৰ ভূখণ্ড বালিপাৰা সীমান্ত অঞ্চল আৰু শদিয়া সীমান্ত অঞ্চল এই দুভাগত বিভক্ত কৰা হয়; এই লোহিত বিভাগটো শদিয়া সীমান্ত অঞ্চলত পৰে। এই বিভাগতে মিচিমি জাতিৰ বাসভূমি; দুৰ্গম পৰ্ব্বতমালাৰে পৰিপূৰ্ণ। এই বিভাগৰ পশ্চিমফালে বাস কৰে 'পদম' আবৰ সকলে আৰু পূবে বসতি কৰে বৌদ্ধ ধৰ্ম্মাৱলম্বী খামুতী আৰু চিম্‌ফৌ-সকলে।

নেফাৰ যি সকল উপজাতি আছে এই মিচিমি সকলেই সকলোতকৈ ধুনীয়া।

পুৰুষ তিৰোতাৰ দেহা হালধীয়া সোণ বৰণীয়া। তিৰোতাসকল লাৱণ্যময়ী। মিচিমি সকলৰ মাজত তিনিটা গোষ্ঠী দেখা যায়, ইডু বা মিথি বা চুলিকটা, তাৰাওন বা টাইন ব টাওঁৰা বা পিগাৰু আৰু কামান বা মিজু। মিথুন বা বেবেজীয়া নামে চুলি কটা ইডু সকলৰ এটা ডাঙৰ খেল আছে। ইডু সকলে মাজ মূৰত চুলি ৰাখি চাৰিওফালে চুলি কাটি পেলায়। তাৰাওঁ আৰু কামান সকলে দীঘলকৈ চুলি ৰাখে। ইডু সকলৰ চুলি কটা ঠাচ আদি-সকলৰ লগত মিলে। তেওঁলোকৰ প্ৰাচীন কাহিনীটো কিছু কিছু মিল দেখা যায়। কিন্তু পাদাম আবৰ সকলৰ নিচিনা তেওঁলোকৰ ক'বাং (গাওঁ পঞ্চায়ত) আৰু পমুং (গীত নাচ) নাই। তাৰাও সকলৰ লগত কামাং সকলৰ চেহেৰাৰ মিল দেখা যায়। কিন্তু ভাষাৰ মিল নাই। ইডু সকলৰ লগতহে মিলে। এওঁলোকে অতি পুৰণি কালৰে পৰা তিব্বত আৰু অসমৰ ভৈয়াম অঞ্চলৰ লগত বেহা বেপাৰ কৰি আহিছে। কামান সকলো বেপাৰী। আৰু অটব্য অৰণ্যৰপৰা বেত কাটি উলিওৱাত বৰ পাকৈত। কামাংবুঢ়া সকলে কয় তেওঁলোকৰ আদিমভূমি ব্ৰহ্মদেশৰ কাছিম পৰ্ব্বতহে। ইডুসকল বৰ সাহসী আৰু নিৰ্ভীক যুঁজাৰু। কামান আৰু তেৰাও মিচিমি সকলে ইডু সকলক সমীহ কৰি চলে। বৃটিছ চৰকাৰৰ কালত শদিয়াত প্ৰবেশ কৰা নিষেধ। তাৰাওৰ কামান সকল কানিৰ ডাঙৰ কানীয়া ভকত। ইডু সকলে শদিয়াৰ উত্তৰ পশ্চিমত ছিছিৰি নৈৰ পৰা উত্তৰ পূবৰ ডিগাৰু নৈলৈকে বিস্তৃত দেশ অঞ্চলত বাস কৰে। পূৰ্ব্বতে দিবং নৈৰ উত্তৰ পাৰে থকা চাপৰ চাপৰ পাহাৰৰ অধিকাৰী আছিল। শেহত ছিছিৰি নৈলৈকে তেওঁলোক আদিম সকল মাজৰ সীমা নিৰ্দ্ধাৰণ কৰা হৈছিল। ১৯ শতিকাৰ শেষৰফালে আদি সকলে ইডু সকলক খেদি দামুক অধিকাৰ কৰি তাতেই বসতি কৰে। (বৰ্ত্তমান দিবং আৰু তাৰ শাখা ভৈয়াম বিলাকত বসতি অঞ্চল।)

ইডু সকলৰ মতে তেওঁলোকৰ আদি পুৰুষ টাৰা। এই টাৰাৰ ভায়েক টানিৰ পৰা আদি সকলৰ উৎপত্তি। মিথুন বা বেবেজিয়া মিচিমি সকল ইডু সকলৰ এটা খেল বুলি তেওঁলোকে বিশ্বাস নকৰে। এই বেবেজিয়া সকল টাও মিচিমিৰ এটা উপশাখা। গঢ়-গঠন, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আৰু ভাষাৰ ফালে লক্ষ্য কৰিলে ইডু আৰু বেবেজিয়া একেই যেন লাগে। তেওঁলোকৰ মাজত বিয়া বাৰু চলে।

পূবে ব্ৰহ্ম পূৰ্ণ আৰু চীন তিব্বতৰ সীমাৰ মাজত লোহিত নৈৰ পাৰৰ

পৰ্ব্বতমালা আৰু পশ্চিমে দিগাৰু নৈ আৰু উত্তৰে তিব্বতৰ সীমালৈকে জুৰি ভূম্বেই হৈছে টাৰাও সকলৰ বসতি অঞ্চল। দিগাৰু নৈ ইডু আৰু টাৰাও সকলৰ মাজৰ সীমা।

কামাং সকলে লোহিত নৈৰ উত্তৰ অংশ আৰু কামালাং পানীৰ নৈ। পুৰণি কালত মিচিমি সকলৰ এই তিনিওটা শাখাৰ মাজত প্ৰায়ে কাজিয়া লাগি আছিল। কামাং সকলে ইডু আৰু টাও সকলক বৰ ভয় কৰিছিল। এখন বিয়াৰ সংক্ৰান্তত ১৮৭৬ চনত কামান আৰু টাৰাও সকলৰ মাজত ভীষণ কাজিয়া লাগে। কামাং গাম কলিংয়ে কিছুমান তিব্বতী লামাৰ সহায়ত টাৰাও সকলক আক্ৰমণ কৰে আৰু কুৰি জন টাৰাও মিচিমিক নিহত কৰে। ইন্দু সকলেও মাজে মাজে আগতে দিগাৰু নৈ পাৰ হৈ টাৰাও সকলৰ গাওঁ আক্ৰমণ কৰিছিল। মিচিমি সকলৰ শৰীৰ সুস্থ, বলিষ্ঠ, শকত আৰু প্ৰায় সকলোৰে মুখৰ বৰণ সুৰ্য্য। তেওঁলোকে প্ৰায়ে গা নোধোৱে। উত্তৰ আৰু উত্তৰ-পূবৰ ইডু সকল বেছ বগা। ডেন্টন চাহাবৰ মতে ইডু সকলৰ চেহেৰা ঘন তামবৰণীযাৰে পৰা চাহাবৰ গাৰ বগা-ৰঙা মিহলি বৰণলৈকে। ইডু ছোৱালাৰ কলাফুল বৰ ডাঙৰ। মতা মানুহতকৈ প্ৰায় দুগুণ। বাটলাৰ চাহাবে মিচিমি সকলক অঘৰী আৰু নিজক পৰৰ লগত বিদ্ৰোহ কৰি ভাল পোৱা স্বভাবৰ জাতি বুলি বৰ্ণনা কৰিছে। নিধাম চাহাবে ইয়াৰ ওলোটাটোহে কয়। মিচিমি সকল ইমান ভয়ঙ্কৰ নহয়। তেওঁলোক বৰ অতিথি পৰায়ণ আৰু মিতিৰ কুটুম্ব আৰু আলহীক মেখোন, গাহৰি আৰু বনৰীয়া জন্তু মাৰি ভোজ খুৱাবলৈ উৎসুক।

১৫৩২ চনত শদিয়াৰ বিখ্যাত সৰ্পগুৰু পুতি আহোম আৰু মিচিমি ৰাজ্যৰ সীমা বান্ধি দিছিল। ১৮২৬ চনত কেপ্তেইন বেডফৰ্ডে চুলিকটা মিচিমিৰ বাধা পাই দিগাৰু টাৰাও মিচিমি অঞ্চললৈ যাব নোৱাৰিলে। যি মিচিমি সকলে শদিয়া খোৱা গোহাঁইৰ যোগেদি আহোম ৰজালৈ মিচিমি বৰবিষ আদি কৰ পেচা হিচাবে দিছিল। সেই মিচিমি সকলে কেপ্তেইন বেডফৰ্ডৰ বৃটিছ চৰকাৰক নমনা হ'ল। ১৮২৭ চনত লেফটেনেণ্ট উইকটুচে টাৰাও মিচিমি সকলৰ মাজেদি পৰশুৰাম কুণ্ডৰ ওপৰ অঞ্চল—কামান সকলৰ মাজলৈ সহজে নিৰ্ব্বিবাদে যাবলৈ পাইছিল।

১৮৩৬ চনত টাৰাও সকলৰ বাধা পাই ডাঃ গ্ৰেফিয়ে কামান অঞ্চললৈ যাবলৈ সক্ষম নহল। এই সময়ত মিচিমি সকলৰ ওপৰত চিমফোৰ দফা গামৰ প্ৰভাব যথেষ্ট আছে। আৰু এই সময়তে টাৰাও আৰু মিজো সকলৰ মাজত

যুক্ত হৈ আছিল। ১৮৩৯ চনত শদিয়াৰ বৰ মেললৈ আমন্ত্ৰণ ক্ৰমে কৰ্ণেল হোৱাইক বধ কৰিবৰ সময়ত খামটি সকলৰ পক্ষে মিচিমি সকলে যোগ দিছিল আৰু খামটি সকলৰ নেতা টাও গোহায়ে মিচিমি সকলৰ এবালিয়ানৰ গাওঁত লুকাই আছিল। কেপ্তেইন ভেকচনৰ মতে ১৮৪২ চনত ইদুসকলে খামটি সকলক কৰ পোচা দিছিল আৰু তেওঁলোকৰ লগত সমিল মিলেৰে আছিল।

১৮৪২ চনতেই পৰামানন্দ আচাৰ্য্য নামেৰে এজন ফকিৰক তিব্বতৰ পৰা অসমলৈ আহোতে কামান সকলে বাটতে বধকৰে। লেফটেনেণ্ট ৰাও নাথে দুনৈয়েদি আগুৱাই উজাই গৈ টুকপ্পাংত তিব্বতী সকলক লগ পাইছিল। ১৮৫১ চনত মচিযোকুত নামে এজন ফৰাচী পাদুৰীয়ে শদিয়াৰ খামটি চৌখেন গোহাইৰ লগত মিচিমি পৰ্ব্বতেদি উত্তৰে গৈ তিব্বত পাইছিল। ১৮৫৪ চনত এই মচিয়োকুতে মছীয় বাওৰা নামে আন এজন পাদ্ৰীৰ সৈতে টাৰাও গাম খোছাক লৈ তিব্বতীয় বাট লৈছে। শেহত বাটত কামান গাম খাইচাইৰ হাতত দুয়োজন পাদুৰা নিহত হৈছে।

১৮৫৫ চনত সেই খাইচাৰ গাওঁ আক্ৰমণ কৰি সেই কামাল গামক ধৰি আনি সেই খাইচাক ডিব্ৰুগড়ত ফাঁচি দিয়া হৈছিল। ইদু মিচিমিৰ আপেলং ফৈদৰ মানুহে ১৮৫৫ চনত শদিয়াৰ এখন গাওঁত আক্ৰমণ কৰি দুজন মানুহ মাৰে। এইদৰে ১৮৫৭ চনতো এনেধৰণৰ এটা আক্ৰমণ ১৮৬১ আৰু ১৮৬৪ চনত মিচিমি সকলে লুম্বিনা নৈৰ পাৰৰ চৌখেন গোহাইৰ গাওঁ আক্ৰমণ, ১৮৭৮-৭৯ চনত বেবেজিয়ান মিচিমি সকলে দুবাৰ ওচৰৰ গাওঁ আক্ৰমণ আৰু ১৮৯৩ চনত তিনিজন বৃটিছ চিপাহী মিচিমি সকলৰ হাতত আক্ৰমণ, এই বিলাক আক্ৰমণেই তেতিয়া বৃটিছ চৰকাৰক পেপুৱা লগাইছিল। শেহত ১৮৯৯ চনত ডিচেম্বৰৰ এফ জে নিধাম চাহাবে বিশেষকৈ বেবেজিয়ান মিচিমি সকলক ১৯১০ চনত কেপ্তেইন প্ৰেইৰীৰ অধীনত এটা সজাতি দল লৈ মিচিমি সকলৰ লগত শান্তি স্থাপন কৰে। ১৯২৮ চনত গভৰ্ণৰ জেনেৰেলৰ নিৰ্দ্দেশ মতে "শদিয়া ফ্ৰন্টিয়াৰ টেক্ক ইনাৰ লাইন" প্ৰতিষ্ঠা কৰিবলৈ স্থিৰ কৰে।

কামান আৰু টাৰাও মিচিমি সকলৰ সাজ পাৰ বৰ আকৰ্ষণীয়। সেই সাজ পাৰ তেওঁলোকে নিজেই তৈয়াৰা কৰে। তিব্বতৰ পৰা অনা এবিধ বহু বৰণীয়া ক্ৰুচ চিনেৰে শোভোভিত এবিধ চোলা তেওঁলোকে পিন্ধে গাত সাধাৰণতে কলা আৰু মেকন ৰঙৰ পাৰি দিয়া চোলাও দেখা যায়। মুৰত সচৰাচৰ ভালকৈ বেতেৰে তৈয়াৰী টুপী পিন্ধা তেওঁলোকৰ অভ্যাস। তিৰোতা সকলে ৰঙীন

পাৰি দিয়া এবিধ কলা ৰঙৰ দীঘল কাপোৰ কঁকালত গাঠি দি মেৰিয়াই লোৱা হয়। গাত সুন্দৰকৈ বেজিৰে কাম কৰা চোলা পিন্ধে। তাঁত বোৱা আৰু হাতৰ কাম কৰাৰ বিষয়ে মিচিমি তিৰোতা সকল বৰ পাকৈত। তেওঁলোকৰ বয়ন শিল্পৰ লগত বহুত শিল্প জড়িত। বয়ন শিল্পৰ উৎপত্তিৰ বিষয়ে এটা কাহিনী তেওঁ লোকৰ মাজত দেখা যায় ;—

আদি কালত তেওঁলোক তেনেই নাঙঠা আছিল। সাজ পাৰ নাছিল। কাপোৰ ববলৈ একেবাৰেই নাজানিছিল। প্ৰথমে যি জনী ছোৱালীয়ে তাঁত বোৱা শিকিছিল তেওঁৰ নাম আছিল "হাবুক্ৰমাই"। যি গৰাকীয়ে তেওঁক শিকাইছিল তেওঁৰ নাম মাতাই। এদিন নৈৰ পাৰত বহি "হাবুক্ৰমাইয়ে নৈৰ ঢৌবোৰ চাই থাকোঁতে তেওঁৰ অন্তৰত এটা নতুন ভাৱ খেলাইছিল। ঢৌ তোলা নৈৰ ৰূপ দি তেওঁ তাঁতত বহি কাপোৰত ফুল বাচিছিল। এদিন তেওঁ হাবিৰ মাজত শুই শুই গছৰ ডালত পাতৰ নক্সাবোৰ মনৰ পটত তেওঁ আঁকিলে বাঁহ গছৰ পাতৰ ছবি। শেলুৰৈ চাৰফুল আৰু বহুতো ৰূপ আৰু বহুতো বিবিধ ধৰণৰ ৰূপ তেওঁ নয়ন ভৰি চালে। সেই নক্সা আৰু ছবিবোৰ তেওঁ তাঁতৰ শালত বহি কাপোৰত তুলিলে। ইফালে সুন্দৰী সিফালে গুণৱতী ভাল শিপিনী। তেওঁক দেখি বহুতো ডেকাই বিয়া কৰাবলৈ মন মেলিলে।

ইহৰামা নামে এটা কেটলা পহু আছিল। সি দেখা পালে ধুনীয়া ধুনীয়া ফুল বচা তাঁতৰ কাপোৰ। গুহাত বহি হাবুক্ৰমাইয়ে তাঁত বুই আছিল গুহাৰ ভিতৰত। কাপোৰ চুৰি কৰিবলৈ সোমাল সেই ইহৰামা নামৰ কেটলা পহুটো। সোমায়ে গুহাৰ চালত উঠি ভিতৰৰ পৰা এচটা শিল পেলাই দিলে। শিলৰ হেচাত ছোৱালীজনী থেতেলি মৰিল। তাঁত ভাঙি ডোখৰা ডুখৰী হ'ল। সেই ডোখৰা ডুখৰীবোৰ গুহাৰ কাষত থকা নৈত পৰিল। সেই বিলাক ভাহি ভাহি ভৈয়ামলৈ আহিল। সেই ডোখৰা ডুখৰীবোৰ বুটলি লৈ ভৈয়ামৰ মানুহে তাঁত বৰলৈ শিকিলে। সেই কাপোৰৰ ফুলবোৰ পখিলাহে। পখিলাৰ পাখিত আজিও দেখা যায় হাবুক্ৰমায়ে বোৱা ছবিবোৰ।

আৰু এটা কাহিনী শুনা যায় খামলাং উপত্যকাত।

খামলাং নৈত বাস কৰিছিল এটা মাছ আৰু তাৰ নাম আছিল হামক্ৰই। গাত নানা ধৰণৰ ফুল। তাৰ লগতে আছিল এটা সাপ। ৰঙা, নীলা, বগা তিনি বৰণীয়া। এই ৰংবোৰ আজিও দেখা যায় চমকা চমকা ডাৱৰৰ।

কমচাই আছিল এজন অনাথ লৰা। মাছ ধৰিবলৈ তেওঁ বৰ ভাল পাইছিল।

খেতি পথাৰত বৰ ব্যস্ত থকাত তেওঁ মাছ মাৰিবলৈকে সময় নাপাইছিল। এদিন তেওঁ এই বুলি কৈ এটা পাহাৰীয়া নদীত জাল পেলালে—

"যদি মাছ মোৰ ভাগ্যত থাকে তেনেহলে আপোনা আপোনী মোৰ জালত সোমাব।

পিছদিনা পুৱা নৈৰ পাৰলৈ গৈ দেখিলে তেওঁৰ জালত দুটা হামক্রুই মাছ। এটা ডাঙৰ আৰু এটা সৰু। এওঁ বুজিলে দেৱতা সকলে তেওঁক মৰম কৰিছে। কমচাই সৰু মাছটো ঘৰত জুইত পুৰি খাই পেলালে। কিন্তু ডাঙৰ মাছটো ইমান ধুনীয়া যে তেওঁ তাক এটা লাওঁ খোলাত লুকুৱাই থলে। পিছদিনা পুৱাই নিয়মমতে পথাৰলৈ গ'ল। পাছত খেতিৰ পৰা ঘৰলৈ উভতি আহি তেওঁ দেখিলে—গোটেই ঘৰ মাছৰ বাকলি আৰু সাপৰ মোটৰ ধৰণেৰে ছবি আৰু নক্সা কাপোৰেৰে ভৰা তেওঁৰ পজা ঘৰ। এইদৰে চলিল কিছুদিন। তেওঁ সদায় সেই মাছটোক মৰম চেনেহৰে খুৱাইছিল। খেতিৰ পথাৰত কাম বনলৈ গৈছিল আৰু উভতি আহি দেখিছিল ঘৰত কেৱল বিধ বিধ ধৰণৰ কাপোৰৰ দম। এদিন তেওঁ পথাৰলৈ নগল। কাষতে লুকাই থাকিল। তেওঁ মনে মনে চাই দেখিলে মূৰত দীঘল চুলিৰে এজনী ছোৱালীয়ে হাতত এটা তাঁতলৈ মূৰৰ খোলাৰ পৰা ওলাই সেই তাঁতটো ককালত মেৰিয়াই আগত মেলি কাপোৰ বুই আছিল। কমচাই গোপনে আহি ছোৱালী জনীক থাপ মাৰি ধৰিলে। আৰু বিয়া কৰালে। এই হামক্রুয়ে সেই গাওঁৰ সকলো ছোৱালীক তাঁত বৰলৈ শিকালে। ছোৱালীইঁতে কৰ পৰা শিকিলি বুলি সোধাত তেওঁকলে, "যেতিয়া মই মাছ আছিলো তেতিয়া মই মোৰ লগত তিনি বৰণীয়া সাপক চাই থাকিছিলো। তাকে মই মোৰ মনত ছবি হিচাবে তুলি লৈছিলো, তাৰ গাৰ তিনি বৰণীয়া ৰং মিলাই তাঁতত তুলিছিলো।

এদিন কমচাই ঘৈণীয়েকে বোৱা কাপোৰ ৰ'দত শুকাই থৈছিল। সেই বিলাকৰ এজাক বতাহ আহি উৰুৱাই নিলে ভিন ভিন গাওঁলৈ। সেই গাওঁৰ মানুহ বিলাকে সেই বিলাকৰ পৰা কাপোৰ বৰলৈ শিকিলে। এই হামক্রুইৰ পৰাই এনমাই আৰু মোলোনামে দুজন দেৱতায়ো কাপোৰত নক্সা তুলিবলৈ শিকিলে। এই দেৱতা দুজনেই গোটেই পৃথিবীত তাঁত বোৱা শিকালে। হামক্রুও মৰাৰ পিছত তেওঁৰ দেহাৰ পৰা তেওঁলোকে তৰোৱালটো খুলিলৈ তাক হিবাৰ নক্সা কৰি ললে। সেয়েহে মিচিমিৰ কাপোৰত হিবাৰ নক্সা দেখা যায়।

কপালত তিৰোতা সকলে পাতল ৰূপাৰ এপাত পাত ওলোমাই লয়। কাণত

ভেৰিৰ দৰে এপাত থাৰু পিন্ধে। দিঙিত প্ৰকাণ্ড প্ৰকাণ্ড তাঁৰৰ মালা পিন্ধে! আজি কালি টকা, কাঁচ আদি মালাও পিন্ধে। মতা-তিৰোতা সকলোৱে তিব্বতী তাবিচ ব্যৱহাৰ কৰে। তেওঁলোকৰ গাত সচৰাচৰ এডাল লেংটি আৰু হাত নোহোৱা চোলা দেখা যায়। চোলাটো প্ৰায় আঠুৰ ওপৰলৈ। নীলা আৰু ৰঙা সূতা দীঘলে দীঘলে বোৱা এডোখৰ কাপোৰ দুভাঁজ কৰি চোলা চিলাই লয়। তেওঁলোকৰ বান্দৰৰ চোলাত ধপাত বিধে বিধে আৰু তিংৰী থাকে। কিছুমানৰ মতে খোৰাটিৰ পাইপ চীন দেশৰ পৰা অনা। সোঁ কান্ধৰ পৰা বাওঁফালে ওলোমা এটা চালৰ পিঠিত থাপৰত ভৰোৱা দেখা যায় এটা ডাঙৰ দা। সোঁ কান্ধৰ পিঠিত এডলা বহল পিঠিৰ দুয়োকালে থকা এই পেটীত এটা বহল চকোৰা লগাই লোৱা হয়। চিমৃফৌ দেশৰ লোৰ যাঠী এপাত মিচিমি সকলৰ হাতত দেখা যায়। চীন দেশৰ তৰোৱাল আৰু কাৰপাই ধেনু তেওঁলোকে ব্যৱহাৰ কৰে। চিমৃফৌ দাও ব্যৱহাৰ কৰে। এওঁলোকে বিষ কাড়ৰ পৰা ৰক্ষা পাবলৈ এটা ডাঠ ছোলা আৰু বাঁহ কাঠি বা জন্তুৰ কাণেৰে তৈয়াৰ কৰা এবিধ টুপী ব্যৱহাৰ কৰে। মহৰ ছালৰ চালো দেখা যায়। মিচিমি গাম সকলে তিব্বতী ৰঙা ডাঠ পছমৰ চোলাও পিন্ধে।

মিচিমি তিৰোতাৰ সাজ আগতে কোৱা হৈছে বৰ আকৰ্ষণীয়। তেওঁলোকে বুকুত এটা সৰু ছোলা, ককালত আঠুলৈকে পৰা এখন কাপোৰ, মূৰত মেৰিয়াই লোৱা এচটা ৰূপৰ গহনা আৰু ডিঙিত কোচা কোচে কাঁচ, চীনামাটি বা অন্য পদাৰ্থৰ মণি পিন্ধে। শুনা যায় এই মণিবোৰ জুখিলে এসেৰবো ওপৰ হয়।

ইদু তিৰোতা সকলৰ এখন কাণৰ পৰা সিখন কাণলৈকে চকুৰ চেলাউৰী পোৱাকৈ চুলি সমানে কাটি লয়। বাকী চুলিখিনিৰে পিছফালে এটা খোপা বান্ধে। সেই খোপাত কেটেলা পক্ষৰ কাঁইট বা গাহৰি আদি হাড়ৰ পিন গুজি থয়। এক ইঞ্চিমান পৰিধিৰ কাণৰ বিন্ধাত ৰূপৰ ফুলি এজোৰ ওলোমে। কলা ফুলৰ ওপৰত বেটৰ পেটী বন্ধা থাকে। উইকটচ্‌ চাহাবৰ মতে গাম সকলৰ ঘৈণীয়েক সকলে ভৈয়ামৰ পৰা নিয়া মেখেলাও এসময়ত পিন্ধিছিল। মুঠতে মিচিমি তিৰোতা হৈছে ভাল বোৱনী আৰু শিপিনী। তেওঁলোকৰ বোৱা কটা কাম ধৰ্ম্মৰ লগত সম্পৰ্ক। "ইয়া" এটা ডাঙৰ উৎসৱ। শ্ৰাদ্ধৰ দৰে ছমাহ বা বছৰেকৰ ভিতৰত এই উৎসৱ পতা হয়। মৃতকৰ ঘৰত বোৱা ভাল ভাল কাপোৰ মৰা-শক দিব লাগে। আগতে কামান সকলৰ মাজত চলা হামক্ৰমাই

বা হামক্রু কোৱা হৈছে। এওঁলোকে তাঁতৰ এটা মূৰ ককালত বান্ধি মাটিত বহি কাপোৰ বয়।

মিচিমি সকলে জুম খেতি কৰে। তেওঁলোকৰ খেতিৰ ভিতৰত আলু, কচু, কনিধান, গোমধান, লাউ, উৰহী, লাইশাক আদি খেতিয়েই প্ৰধান। খেতিৰ ঘাই সঁজুলি হৈছে দা আৰু হাতেৰে চলোৱা নাঙল। এওঁলোকৰ মাছ মঙহ অতি প্ৰিয় খাদ্য। গাহৰি, মেথোন, কুকুৰ আদি পোহা দেখা যায়। আৰু ধৰ্ম উৎসৱত এইবিলাকক পূজা দিয়া হয়। তাৰ পিছত ভোজ পাতে। মিচিমি তিৰোতা সকলৰ সাধাৰণতে মঙহ খোৱা নিষেধ। চৰিছা আৰু ইয়ু বা-লাওপানী এওঁলোকে বেছিকৈ ব্যৱহাৰ কৰে। মিচিমি মতা-তিৰোতা সকলে অনবৰত ধপাত ব্যৱহাৰ কৰে। বাঁহ, পিতললগোৱা বাহৰ পাইপ এওঁলোকে ব্যৱহাৰ কৰে। এওঁলোকে কাণি খেতিও কৰে। আৰু এই কাণি চিনফো সকলক বেচে। স্নাপৰ চুঙা এওঁলোকে বৰকৈ ব্যৱহাৰ কৰে। ৰবৰ গোটোৱা আৰু অটব্য অৰণ্যত বত বনীয়া তেওঁলোক বৰ পাকৈত আৰু পাৰ্বতি ডলীয়া বেতৰ দলং সজাত।

তেওঁলোক ডাঙৰ বেপাৰী। ভৈয়ামৰ লগত এফালে আৰু তিব্বতৰ লগত আনফালে তেওঁলোকে সমানে বেহা-বেপাৰ চলায়। মিচিমি তিতা কেৱল ভাৰতৰ বাহিৰতেই নহয় তিব্বততো প্ৰচুৰ ভাবে পঠোৱা হয়। ভৈয়ামলৈও তেওঁলোকে প্ৰচুৰ ভাবে পঠোৱা হয়। ভৈয়ামলৈ তেওঁলোকে তিব্বতী তৰোৱাল আৰু যাঠী, মিচিমি তিতা, ( খোথাঠজা ) মিচিমি বৰ বিষ গাঠয়ন ( ঘে-থন ) মজাঠী তিব্বতা বৰ বাঁহ, পাইপ, তামৰ পাত্ৰ কস্তুৰী মৃগৰ ছাল, হাতী দাঁত আনি বেহা বেপাৰ কৰে। সেই বিলাকৰ সলনি তেওঁলোকে কাচৰ মণি, ভৈয়ামৰ কাপোৰ, বেহা-বেপাৰ কৰি পোৱা ধনেৰে মদ আদি কিনি লোৱা হয়। তিব্বতত তেওঁলোকে ইয়ো ঠাথজা মিচিমি তিতা, বৰবিহ, গাঠিয়ন আৰু মজাঠী সলাই তিব্বতী সকলৰ পৰা গৰু, মেথোন, পিতলৰ পাইপ, বৰ কাঁহ আৰু তামৰ পাত্ৰ আনে। ইয়ো থাঠজী মিচিমি তিতা এবিধ শিপা। ই বহু জ্বৰ আদি ৰোগৰ ঔষুধ আৰু বলকাৰক পদাৰ্থ। বৰ বিষ ( Aconite ) এবিধ খনিজ বস্তু। কস্তুৰী মৃগ থকা আৰু বৰফে ঢকা ইয়াক ওখ পৰ্ব্বতৰ পৰা খান্দি উলিওৱা হয়।

মিচিমি সকলৰ সমজুৱা কোনো সংগঠন নাই। কবাঙৰ দৰে কোনো পঞ্চায়ত দেখা নাযায়। গাৱত থোপা থোপী ঘৰ দেখা নাযায়। ইয়াত এখন

ঘৰ আৰু এমাইল মান আতৰত এখন ঘৰ। এইদৰে বসতি কৰে। মেখন নামে এখন গাওঁৰ বৰ্ণনা দিওতে উইকুট্চ চাহাবে কৈছিল "গাওঁখনত মাথোন দুটা ঘৰ। পৰ্ব্বতৰ নামনিত থকা এই ঘৰ দুটা ৩০ ডিগ্ৰী হেলনীয়া। পুতলে ৮ হাত মান। দীঘলে বৰ বেছি। ঘৰৰ ছাল চাঙৰ তলেদি মাটি পাইছেগৈ। ঘৰৰ একাষে কিছুমান বাইঁত কিছুমান জন্তুৰ মূৰ। এই মূৰ বোৰ যাৰ যিমান বেছি গৃহস্থৰ গৰ্বও সিমান। এটা জন্তু মাৰি ভোজ দিলে তাৰ মূৰটো এইদৰে থোৱা হয়। ঘৰটোত বহুতো কোঠালী। প্ৰত্যেক কোঠালীত একোখন জুহাল। ঘৰৰ চাৰিওফালে পৰিষ্কাৰ পৰিছন্ন নহয়। গছ-গছনিৰে পৰিপূৰ্ণ। বাদলাৰ চাহাবৰ মতে কিছুমান গাওঁ বুলিলে একোটা মাথোন ঘৰ। সেইঘৰ খনত ৪ ৰ পৰা ৮ কুৰিলৈকে মানুহে বাস কৰে। কিছুমান গাওঁত কেৱল দহটা মানহে ঘৰ দেখা যায়।

তাঁৰাও সকলৰ ইয়ালিং গাওঁখন ১৯ মাইল দীঘল। সেই গাওঁৰ ঘৰ বোৰৰ টুপটো ঘূৰণীয়া।

কবাঙৰ দৰে কোনো শক্তি অনুষ্ঠান নাথাকিলেও মিচিমি সকলৰ ফৈদ ইদু সকলৰ মাজত কিছুমান গাওঁত আব্বালা আৰু কামান সকলৰ মাজত কিছুমান গাওঁত ফাৰাই নামে গাওঁসভা দেখা যায়। এই সভাবোৰে বিচাৰ কৰাৰ অধিকাৰ পায়। তথাপি দেখা যায় এনে আব্বালা বা ফাৰাই গাওঁ সভাতকৈ গাম সকলৰ প্ৰভাবহে বেছি।

মেকেন্সীয়ে ইদু মিচিমি সকলক চাৰিটা ফৈদৰ নামহে বৰ্ণনা কৰিছে— আপেলোং, আহো, মহো, নচো মেগা আৰু গবৈ মেছাই। কিন্তু দিবাঙৰ ইদু সকলৰ মাজত মিচা মেলেন, অমকে, নিমি আৰু মেগা ফৈদ দেখা যায়। এওঁলোকৰ মাজত আগৰে পৰা দাসত্ব প্ৰথা দেখা যায়। গাম সকলে আগৰ দিনত এনে বহুতো বহতীয়া ৰাখিছিল। অৱশ্যে আজি কালি কম দেখা যায়। গ্ৰিফিটে হেনো ব্ৰহ্মকুণ্ডৰ ওচৰৰ এখন গাৱত মিচিমিৰ ঘৰত এজন অসমীয়া বহতীয়াক লগ পাইছিল।

মিচিমি সকলৰ মাজত দোষৰ বাবে শাস্তি কঠোৰ। শাস্তিও নানা বিধৰ। কোপাৰৰ মতে—মানুহ এজনক হত্যা কৰি মৃতকৰ বংশ এজনে হত্যাকাৰীক কাটি পেলাব পাৰে অথবা তাৰ পৰা ক্ষতি পূৰণ আদায় কৰিব পাৰে। মৰা মানুহজন দাস হলেও হত্যাকাৰী মৃতকৰ বাবে পাচোটা মেথোন জৰিমনা দিব লাগিব। দাসক বধকৰা গৃহস্থৰ কোনো দণ্ড নহয়। তিৰোতাই স্বামীক

অবিশ্বাস কৰিলে তাইৰ আঙুলি কটা হয়। গাম সকলে নিৰূপণ কৰা দণ্ড নিদিলে কৈদৰ মানুহে দোষীক আক্ৰমণ কৰি হত্যা কৰিব পাৰে।

ছোৱালীৰ সন্মতি পালেহে মিচিমি ডেকাই বিয়া কৰে। মিচিমি সকলে গা-ধনক য়াকুত্ৰি বোলে। এই য়াকুত্ৰি গাধন মাক বাপেকে আত্মীয় স্বজন আৰু ছোৱালীৰ মন অনুযায়ী ঠিক কৰে। কেতিয়াবা এই গাধন পাচোটা মেথোনলৈকে হয়। অৱশ্যে পূৰ্ব্বতে ১৬/২০ মেথোন আছিল হেনো। বিয়াৰ দিনা দৰা আৰু আত্মীয় সকলে গাহৰি, যু, শুকান মাছ, ভাৰলৈ কন্যাৰ ঘৰলৈ গৈ ভোজ খায়। তাৰ পিছত কন্যাক দৰাৰ ঘৰলৈ লৈ আনে। বহু-বিবাহ আজিও চলি আছে। ডেন্টন চাহাবে এঠাইত লিখিছে—টাও গাৱত গাম এজনে ১৬ জনী বিয়া কৰিছে। প্ৰতি জনীৰ কাৰণে খেতিৰ ভঁৰাল আৰু চাং ঘৰৰ এটা কোঠালী স্কীয়াকৈ ৰখা হয় বুলি গ্ৰীফিক্‌চ চাহাবে উল্লেখ কৰিছে। দুই এজনী ইচ্ছা কৰিলে মাক বাপেকৰ ঘৰতো থাকিব পাৰে। পৰৰ স্ত্ৰীৰ সৈতে যৌন মিলন মহাপাপ কাৰণে বিচাৰ মতে দোষীয়ে সেই তিৰোতাৰ গিৰিয়েকক মেথোন আদি ক্ষতি পূৰণ দিব লাগে। চহকী মিচিমি সকলে বহু বিবাহ কৰাৰ উদ্দেশ্য হৈছে খেতিৰ সময়ত সহায় পোৱা।

ডেন্টনে এঠাইত লিখিছে দুখীয়া মিচিমি মানুহ মৰিলে তাৰ মৰাশ পুৰা হয় নাইবা নৈত পেলাই দিয়ে। এওঁলোকে 'গেনা' বৰকৈ মানে। গাৱৰ মুখীয়াল মানুহ মৰিলে 'গেনা' হয়। তেওঁৰ শ তিনিদিনলৈকে ৰখা হয়। ৰাইজে ইয়াৰ মৃতকৰ গুণগান কৰি ভোজ পাতে। পাছত মৰাশক কাপোৰ কানি পিন্ধাই খাদ্য বস্তু, অস্ত্ৰ-শস্ত্ৰ, দাক্ষি আদি দি পুতি থয়। মৰিশালিত পুতা ঠাইৰ ওপৰত বাঁহৰ খুটি কেইডালমান পুতি কাপোৰৰ পতাকা কেইখন মান আৰি দিয়ে। আপানজনে এফালে মৰিশালিলৈ গৈ বিলাপ কৰে আৰু আনফালে পুৰোহিতে ভূত-প্ৰেতক ভয় খুৱায়।

মিচিমি সকলৰ বহুতো দেৱতা। প্ৰলয়ৰ দেৱতা 'মুজেদাগ্ৰাহ' চিকাৰ আৰু কামৰ "দেৱভাডামিপাসেয়া", সম্পত্তি আৰু ৰোগৰ দেৱতা "তাল্লা" আদি। নাম নোহোৱা দেও ভূতো বহুতো আছে। দেৱ-দেৱতা ভূত-প্ৰেতত বলিদান দি পূজা কৰা হয়। এই বিলাক পূজাৰ কাৰণে নানা তন্ত্ৰ-মন্ত্ৰ জনা পুৰোহিতেই প্ৰধান।

মৰিশালিত পুৰোহিতে তাণ্ডৱৰ দৰে নৃত্য কৰে বুলি "মচিয়েঁাক্ক‌ত" চাহাবে এঠাইত বৰ্ণনা কৰিছে। অতিথিক আমোদ প্ৰমোদ দিবলৈ কৰা এবিধ নৃত্য

নাটৰ বৰ্ণনা ডেল্টন চাহাবে দিছে। প্ৰথম দৃশ্যত দেখা যায় এজন খেতিয়কে লৰা-ছোৱালীক লগত লৈ হাঁহি মাতি গীত গাই গাই পথাৰত কাম কৰি থাকে। এনেতে ভীষণ এক পুৰুষে গোপনে আহি সিহঁতক লক্ষ্য কৰি ওলাই যায়। তাৰ পিছত এজাক মানুহে যাঠীলৈ কিছু পৰ লৰা-ছোৱালী আৰু খেতিয়কক লক্ষ্য কৰি থাকে। তাৰ পিছত সেই খেতিয়কক অতৰ্কিতে আক্ৰমণ কৰি বধ কৰে। শেষত সেই জাতিৰ লৰা-ছোৱালী কেইটাক বলেৰে টানিলৈ গুচি যায়। দ্বিতীয় দৃশ্য। এজন গামে এজনী গাভৰুৰ লগত জকমকীয়া সাজ পিন্ধি ঢোলৰ ছেৱে ছেৱে নাচি সোমায়। এই নাচ ধৰ্ম্ম সম্বন্ধীয় হলেও মৰিশালিতহে অনুষ্ঠিত হয়। কামান মিচিমি তিৰোতাই ধান বানি থাকোতে ধুনীয়া গীত গাই থাকে।

সেই জাতিনীৰ দৰে ছোৱালীজনীৰ গেৰিয়েক ভাষা বিষয়ত ভোটবৰ্ম্মী গোষ্ঠীৰ সেই আদহীয়া বুঢ়া মিচিমি গামৰ মুখলৈ চাওঁ, তবধ মানি যাওঁ; মাজে মাজে আলোচবিলোচ পাতো। মুখত তেওঁৰ দীঘলীয়া ৰূপৰ পাইপ, লগতে সদায় হাঁহিকণ। শেহত মেলানি মাগি সেৱা জনাই উঠো। স্বাস্থ্যৱতী গাভৰু গামিনিৰ মুখেদি সদায় হাঁহি নিগৰি বয়। গাম, গামিনি গুচি যায়। মই অকলশৰীয়াকৈ এখুজি ডুখুজিকৈ ৰভা ঘৰৰ পৰা ওলাই যাওঁ। আলিৰ সিপাৰে থকা ঘূৰণীয়া জিৰণি ঘৰত সোমাওঁ। এখন বাঁহৰ দীঘলীয়া আসনত বহি অকলে অকলে ভাবো। ভাবো মিচিং মিচিমি সকলৰ পূৰ্ব্বপুৰুষ কোন? আদিম বাস ভূমিয়েই বা কোনটো। কি জাতিৰ মানুহ।

মোৰ ভুমুকত ভুমুকি মাৰি নিগৰি ওলায় মিচিং মিৰি সকলৰ নানান কথা, নানান কাহিনী, নানান বুৰঞ্জী! সন্দেহৰ আৰু নিসন্দেহেৰে ভৰা।

মিৰি সকলে নিজক মিচিং বুলি কয়। মিচিং মানে মানুহ। নিজৰ গোষ্ঠীক জনজাতিসকলে নিজৰ মানুহ বুলি কয়। কছাৰী সকলে বড়ো, মিকিৰ সকলে, আৰয়লেং গাৰো সকলে "অচিক মাণ্ডে", ৰাভা সকলে কোঁচ যেন নিজৰ গোষ্ঠীৰহে মানুহ। আন মানুহ নহয়। অমিৰিক 'মিপাগ' বোলে। মিৰি নাম কেনেকৈ হ'ল ভাবিব লগীয়া। ভৈয়ামৰ মিৰি সকলে আৰু আদি আবৰ সকলৰ আবু দগাই (দেওধাই) সকলে ধৰ্ম্ম সম্পৰ্কীয় "মিৰী" গীত গায়। এই "মিৰীৰ" পৰাই মিৰি হৈছে নেকি? অসমীয়াই আবৰ বোলে, যাক বৰাব নোৱাৰি সিয়েই আবৰ। কিন্তু আবৰ সকলে দিহং নৈক চিয়াং বোলে। ডিমাছা কছাৰীৰ মতে আদি পাহাৰৰ নাম ডাওতদিলাও (লুইত)

ব্রা মুখ আৰু চাইখী ( দিহং ) নৈৰ মুখত বা সঙ্গম থলত তেওঁলোকৰ "হালামী" নামে এখন ডাঙৰ উজ্জ্বল ৰাজ্যৰ ৰাজধানী আছিল, মহা দুৰ্য্যোগত পৰি পৰি ডিমাছা কছাৰী সকলে দক্ষিণে বৰনৈ তিলাও ব্রহ্মপুত্র পাৰ হৈ ৰংপুৰত ৰাজ্য স্থাপন কৰাৰ পিছত ডিমাপুৰ, শেহত মাইবঙত কেন্দ্র কৰি ৰাজ্য থাপে, কত যুগ যোৱাৰ পিছত আদি আবৰ সকলক তিব্বতৰ জাতি বিলাকে বিশেষকৈ পোমাকোই বাঁহতে যত বামদেন্ত জলপ্রপাত "Rain-bow-falls" আছে, যত ২ছানপোয়ে ডিহং নৈ হৈ দক্ষিণলৈ বাগৰি অহাত আটাইতকৈ দক্ষিণে থকা মিচিং সকলৰ ওপৰত বেছিকৈ হেচা পৰে। পমাকোই বাঁহতে আদি সকলৰ অনুন্নত বুলি ভাবি স্বাভাবিকতে ঘিণ কৰে। আৰু আদি সকলেও নিজক অওহা বওহী দক্ষিণৰ মিচিং সকলক সেই চকুৰে চায়। ভৈয়ামলৈ যুঁজি যুঁজি নামি আহোতে পেগুকৈদৰ গুতং নামে সেনাপতি খোনোৰ মতে গাম এজনে যুঁজত জিকি ৰং উলাহত আপং মদ খাই মতলীয়া হৈ ডিহং নৈত নাওত উঠি ৰং-ধেমালি কৰি থাকোতে এটা ডাঙৰ সাপে নাওৰ এটা টিঙত উঠোতে নাওখন টুলুং ভুটুং কৰি ডুব যোৱাত সেই গুতং গাম জনে নৈৰ পানীত বুৰ যায়। বুৰ যোৱাকে 'চিযাং' বোলা হয়। যত ডুবে তাত মৰাশ নাই আন ডুখুৰাতহে সেই মৰাশ পোৱা যায়। এনেয়েহে ডিহং "চিয়াং আকুং" নামে মিচিং সকলৰ মাজত জনাজাত হয়। চুটিয়া ৰাজ্য ধ্বংস হোৱাৰ লগে লগে এই মিচিং মিৰি সকল পশ্চিমে জীয়া ভৰলীৰপৰা পুবে শদিয়ালৈ বিয়পি পৰে, আনকি ব্রহ্মপুত্রৰ দক্ষিণেও দিচাং মুখৰ পৰা ধনচিৰি নৈলৈকে সিচৰিত হৈ পৰে। ইমান দিনে, ইমান বছৰে আজি স্বাধীন অসমত এটা লেখত লবলগীয়া জনজাতি হৈ উঠে। ডিব্রুগড় মহকুমাত কৰবাত মাজে মাজে এভুমুকি দিয়ে। প্রায় ৮০/১০০ ফুট দীঘল ৬০/৭০ ফুট বহল আৰু ৪/৫ ফুট ওখ চাং ঘৰত তেওঁলোকে বাস কৰে। নৈ, জুৰি, জান, বিলৰ পাৰত সচৰাচৰ মিৰি গাওঁ দেখা যায়। আৰু কিমান ?··· ········ ····· ······। তেওঁলোকৰ বিষয়ে আমাৰ মানুহে জানেই। সেই বিষয়ে আৰু দীঘলীয়াকৈ নিলিখাই ভাল। ··········· ·· ······সন্ধিয়া·········

দেওৰী ঘাটৰ পিনে এমাইল আতৰত "ই, এণ্ড ডি"ৰ "আইবি"ত জিৰাও।

( নিশা ভূপেন হাজৰিকা আৰু ৰাণা অহা গম পাওঁ। ৫ তাৰিখে পুৱা মোক লগ ধৰে ) গা-পা ধুই পুৱা জা-জলপান খাই উঠিছো। বাহিৰত আলি মূৰত মটৰ কিছুমান দেখোঁ। এনেতে দেখা যায় দেওৰী ঘাটৰ পৰা কিছুমান

জীপ অহা। আমি তিনিও যাওঁ আগবাঢ়ি। সিফালৰ পৰা নাগালেণ্ডৰ মুখ্যমন্ত্রী ( শিলু আও )ৰ শুভাগমন।...আলিমূৰত তেওঁৰ জীপখন ৰয়। তেওঁৰ ডিঙিত মালা পিন্ধোৱা হয়। মোৰ লগত চিনাকি হোৱাত তেওঁ মোৰ হাত দুখন সাবটি ধৰে।..

সভা মণ্ডপ দোলদোপ হেন্দোলদোপ। সভাথলিত উখল মাখল। লগে লগে কৃষ্টি কেবাং বহে। সভাপতিৰ কাষত মুখ্য অতিথি হিচাবে মোৰ আসন। মোৰ বাওঁফালে ভূপেন।.... সভাৰ উদ্বোধনী ভাষণ শ্রীশিলু আওয়ে দিয়ে। ভূপেনেও চুটি মৰম লগা বক্তৃতা গায়। লগতে এটি গীতো। গীতৰ তালে তালে সভাথলিৰ পৰা ৰাইজে হাত চাপৰি দিয়ে। সভা স্থগিত থাকে। শ্রীশিলু আওয়ে মেলানি মাগি গুচি যায়।......আকৌ চাঙে চাঙে পিৱন, খুৱন, বুৱন।...পিছত অলপ জিৰণি। .

দুপৰীয়া দুটা। আকৌ কৃষ্টি সন্মিলন। এইবাৰ ভূপেন আৰু মোৰ চিনাকি দিবলৈ সভাপতি ডাঙৰীয়াই উঠি কেইষাৰ মান কওঁতেই অন্যতম অতিথি নেফাৰ জনপ্রিয় নেতা, পার্লিয়ামেণ্টৰ সদস্য শ্রীইবিঙে মাইক যন্ত্রটি কাঢ়ি নি আমাৰ দুয়োৰে চা-চিনাকি দি গুৱলাকৈ অজস্বিনী বক্তৃতা দিয়ে। তাৰ পিচত মুখ্য অতিথি হিচাবে মোৰ ভাষণ। ভাষণ শেষ হোৱাৰ লগে লগে পাহাৰীয়া ভৈয়ামীয়া গীতি নৃত্যৰ দীপাৱলী। মাজতে প্রফুল্ল ককাইদেৱো ( এম, পি ) কয়।

সন্ধিয়া হওঁ হওঁ পৰত কৃষ্টি কেবাং স্থগিত। ... .....কেবাং এৰি আকৌ চাং। চাঙে চাঙে ঘূৰণ ফুৰণ খাওন পিয়ন · এঘণ্টাৰ কাৰণে সেই এমাইল আতৰত দেওৰী ঘাটলৈ যোৱাৰ বাটত জিৰণি আৰু জুৰণী সেই ই, এণ্ড, ডিৰ আই, বি কেম্পত।.... .

· সন্ধিয়া চাৰে সাত বজাত এচাম মিচিং ডেকা আহি কয়,—"যাব লাগে" বুলি। সভা থলিলৈ যাওঁ। মানুহৰ জুম উখল মাখল।· সভা চাঙত কৃষ্টি কবাঙৰ সভাপতি গৰাকী আৰু মই মুখ্য অতিথি। জনজাতিৰ লোক কৃষ্টিৰ বিচিত্র অনুষ্ঠান। তাৰ পিছত ভূপেনৰ ( ডঃ ভূপেন হাজৰিকাৰ ) পাল। ভূপেনক মাতে এটা চমু ভাষণ দিবলৈ। চুটি ভাষণ দি অনাও—"মিৰি জীয়ৰী"ক ভূপেনে উধাৰ কৰি লৈ আনিছে এতিয়া। ৰাইজে তাইক সজাই পৰাই উলিয়াই দিব লাগিব। ৰাইজে ভাল পায়। ভাষণ দি ওলাই আহোঁ।

ভূপেনে গায় এটি দুটি বহুতো। ৰাইজ বলিয়া হয়।...দুপৰ নিশা।

নিৰুপায়। ভূপেনে জাতীয় সঙ্গীত গাই শেষ কৰে।...আকৌ চাং চাঙে চাঙে ঘূৰি খাই বৈ নিশা আৰু এপৰ বাকী এখোন। নিজৰ চাঙত আছি তিনিও জিৰাওঁ। পুৱা ৬ তাৰিখৰ দিনা শুই উঠি আকৌ সেই আই, বি বঙলা। আমি তিনিও হাত ভৰি, গাধুই পখালি জা-জলপান খাই ওলাওঁ সভা থলিলৈ। আমাৰ প্ৰিয় দৰ্শিনী প্ৰধান মন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধী আহিব।

সভাথলিৰ তিনি আলিৰ মূৰত ৰঙ নেফাৰ আদি আৰু মিটিঙৰ এজুম ডেকা ডেকেৰীৰ মাজত থিয় হৈ ৰাণা ভূপেন আৰু মই। শিৰত চকৰী কিৰীটি লৈ নামি আহে দুখন হেলিকপ্টাৰ।...

...শাৰী শাৰী নানা তৰহৰ বং বেৰঙৰ বাইজ আলি আৰু তোৰণ তিনিওটাৰ দুয়োকাষে।......প্ৰিয় দৰ্শিনী আহে জীপত। বাইজৰ মাজত বং উলাহ মালহ, জয় জয়কাৰ মাত।..পাছে পাছে বাইজৰ ঢল বাগৰি আহে।......

সভাথলিৰ বাওকাষেদি জীপখন চলে সভাচাঙৰ পিছফালে থকা জিৰণি চাঙৰ ফালে।..সভাথলিৰ বাও কাষেদি জীপখন চলে। সভা চাঙৰ পিছফালে থকা জিৰণি চাঙৰ ফালে।...

সভাথলি মানুহেৰে ভৰপূৰ। আমিও একতীয়াকৈ আঁতৰ হওঁ। এজন ডেকা 'য়ামে' আহি খবৰ দিয়ে। সভাচাঙৰ পিছুফালে জিৰণি চাঙ বোৰৰ মাজলৈ ঠেলি হেচি আমাৰ জুমৰে সৈতে যাওঁ।·....মুখ্য মন্ত্ৰী চলিহাদেও মিচিং সাজত সাজি কাচি গাম যেন হৈ মৰং ঘৰ মুকলি কৰিবলৈ ওলায়।.. দুৱাৰৰ ফাঁকেদি ভুমুকি মাৰিলে দেখা যায় কেন্দ্ৰমন্ত্ৰী ফকৰুদ্দীন চাহাব আৰু ৰাজ্যিক কৃষি মন্ত্ৰী মইনুল হক চৌধুৰী চাহাবো মিটিং ভেশত।......জিৰণি চাঙৰ পৰা সভা চাঙলৈ পাৰি দিয়া এখন কাৰ্পেট।... দুয়োকাষে মানুহ, আমিও। আগভেটি থিয় হৈ আছে। ৰিপোৰ্টাৰ সকল একো একোটা দামী দামী কেমেৰালৈ। বেৰৰ বাহিৰত আকুল বিয়াকুল ৰাইজ প্ৰধান মন্ত্ৰীক চাবলৈ।......কিছুপৰৰ পিচত প্ৰধানমন্ত্ৰী প্ৰিয়দৰ্শনী ইন্দিৰা গান্ধীয়ে মিচিং বিৰিয়েগে ওৰাবছা কলা মেখেলা আৰু কলা ফুল বছা ৰিবি গাছেং চাদৰ সোনালী দেহাৰ ওপৰেদি মেৰিয়াই ওৰণীলৈ ধুনীয়া জনীহৈ জিৰণি চাঙৰ-পৰা ওলাই আহে।...

ক্লিক্, ক্লিক্, ক্লিক্।...কেমেৰাৰ মাত। ডুম ডুম ঢোল বাজি উঠে, ডিচাং

মুখীয়া য়ামে ডেকা, মিমবিৰ গাভৰু সকলে নাচে। কাৰ্পেটৰ ওপৰেদি শ্ৰীমতী ইন্দিৰা গান্ধীয়ে সভা চাওঁলৈ আগুৱায়, পাছে পাছে পা-পৰিষদ যায় আৰু আমিও আগ বাঢ়ো। ···চাওত তেওঁলোকে উঠি বহাৰ পিছত মঞ্চো বহোঁ।···মোৰ লগত সেই মোন্‌পা আদহীয়া গৰাকী। গতানুগতিকভাৱে সভা আৰম্ভ হয়। কৰ'ওৰ সভাপতি শ্ৰীতৰুণ চন্দ্ৰ পামেগামে মিৰি ৰাইজ, জনজাতীয় ৰাইজ আৰু অসমবাসীৰ হৈ প্ৰধান মন্ত্ৰীক আদৰণি জনায়। মুখ্য মন্ত্ৰী চলিহা দেৱে মুকলি ভাষণ দিয়ে। ললিত দলে অভ্যৰ্থনা সমিতিৰ সভাপতি হিচাবে সম্বৰ্দ্ধনা জনায়। তাৰ পিছত প্ৰধান মন্ত্ৰীৰ ভাষণ।···

জুমে জুমে ৰিপোৰ্টাৰ সকলে কেমেৰালৈ তেৰাৰ ফটো তুলিবলৈ বলীয়াৰ দৰে ঘুৰি ফুৰে।· কত ধৰণেৰে যে তোলে, আগফালৰ পৰা, পিছপিনৰ পৰা, ওপৰৰ পৰা, তলৰ পৰা একতীয়াকৈ, তেৰেচীয়াকৈ বিধবিধ ভঙ্গীৰে।· · · প্ৰধান মন্ত্ৰীৰ ভাষণ।

শ্ৰীমতী গান্ধীৰ মঙ বৰষা মাত চাৰিওফালে সিচৰিত হৈ পৰে। তেওঁৰ হিন্দী ভাষণ শেষ। শ্ৰীইৰিঙে সেই ভাষণ অসমীয়াত ভাঙি কয়।

তাৰ পাছত হিয়া ভৰা ওলগৰ সাল-সলনি, উপঢৌকন আদান প্ৰদান।·· নেফাৰ বুঢ়া এজনে শ্ৰীমতী গান্ধীলৈ উপহাৰ স্বৰূপে ছোলা এখন দি পিন্ধাই দিয়ে। ··তেওঁ আৰু ধুনীয়া দিপলিপ হৈ উঠে।

ভুপেনে পুৰাই শিকাই থোৱা গালং আৰু আন আন ছোৱালীইতক লৈ মাইকৰ আগত থিয় হৈ "জন-গণ-মন অধিনায়ক" জাতীয় সঙ্গীতটি গায়। দেশৰ অধিনায়িকা থিয় হোৱাৰ লগে লগে সকলোৱে থিয় হয়।

বান' ক ৰ'াং এই খিনিতে শেষ কৰলৈ গলো।

জখলায়েদি চাওৰ পৰা নামোঁ · চলিহায়ো নামে। পিছে পিছে শ্ৰীমতী গান্ধীও। মোৰ লগত চিনাকি কৰি দিয়ে মুখ্যমন্ত্ৰীয়ে। তেওঁ মোৰ ফালে তধা লাগি চায়। মই কওঁ। অ, চিনি পাইছে হবলা। দিল্লীত নাট মহোৎসৱলৈ যাওতে আপুনি আৰু তেখেত স্বৰ্গীয় প্ৰধানমন্ত্ৰী- নেহেৰু জীৰ লগত যে ছবি তুলিছিলো"। 'অ মনত পৰিছে'। বুজিলো চিনা চিনা মুখ মোৰ ক'ত দেখিছোঁ। দোধোৰ মোধৰত পৰি সেই কাৰণেহে তেওঁ মোৰ ফালে তধা লাগি চাই আছিল।

ইমান তীখৰ স্মৃতি শক্তি আমাৰ প্ৰধানমন্ত্ৰী গৰাকীৰ।···তেওঁ চাওলৈ উঠে। মুখ্যমন্ত্ৰীয়ে জিৰণি চাং ঘৰৰ ভিতৰত খুৱন বোৱন আৰু সাংবাদিক মেল।

অন্তত ওলাই আহে তেওঁ। সকলোৱে সাজু হয় তেওঁকৈ ফটো তুলিবলৈ। …তেওঁ আমাৰ মাজত কাৰ্পেটৰ ওপৰত জুমৰ লগতে লেপেটা কাটি বহে।

ক্লিক।… …

সকলোৱে উঠে।…

সাবৰ পৰ।…

কাষ চাপি কওঁ, আপোনাৰ সৈতে এখন ফটোলবলৈ মনমেলিছো। ঠিক আছে। "ভূপেন" বুলি মাতো। ভূপেনে "বাপা" বুলি ভায়েকক মাতে। শ্ৰীমতী ইন্দিৰা গান্ধীক লৈ আমি তিনিও সাজু হওঁ। লিখা বালিৰ কেম্পৰ কা-মশুিং অফিচাৰৰ কেমেৰাটো ক্লিককৈ মাতি উঠে।…তাৰ পাছত মুখ্য মন্ত্ৰীদেৱৰ সৈতে প্ৰধানমন্ত্ৰী গৰাকীয়ে ৰ'দত জিলমিলাই হাতজোৰ কৰি খোলা জীপত উঠি মেলানি মাগে। জাপ চলে।…সভা থলিৰ ভাজেদি আঁৰ হৈ নেদেখা হয়। জয় জয়কাৰ বোল গগন ভেদি গৰজি উঠে।·

আকৌ উখল মাখল…

তাৰ পিছত আকৌ চাং। চাঙে চাঙে বাগৰি ফুঁৰো।…অলপ জিৰাই সন্ধিয়া পৰত মৰঙলৈ যাওঁ মাতিছে কাৰণে। মৰং কবাঙৰ পবিত্ৰ চাং। ·

শুনিছো শ্ৰীমতী গান্ধীয়ে জিৰণি চাং ঘৰত জুৰ লোৱাৰ সময় হোৱাত শ্ৰীচলিহাদেৱ আৰু শ্ৰীমতী চলিহাই মিচিং সাজেৰে সাজি কাচি পুৱাই মৰং মুকলি কৰিবলৈ যায়। মিচিং ৰাইজৰ ধ্বনিৰ লগে লগে মিচিং মিবু দওাইৰ (দেওধাই পুৰোহিত) মন্ত্ৰোচ্ছাৰণৰ মাজতে দুয়ো চাঙৰ ওপৰলৈ উঠে।…

চাঙৰ সোমাজত প্ৰায় দহফুট ওখ চাংঘৰৰ মুৰৰ পৰা তললৈকে থিয়কৈ থোৱা বাঁহৰ প্ৰকাণ্ড পৰৰ (চুলি)। মিচিং প্ৰথানুযায়ী নাচি নাচি পাঁচবাৰ ঘূৰা হয়। তাৰ পাছত আন এখন সৰু চাঙলৈ উঠি পৰৰৰ বৰমুখ থনৰ কেউফালে তিনিবাৰ প্ৰদক্ষিণ কৰা হয়। দেওধাইৰ মন্ত্ৰ গুঞ্জৰি-গুন গুনাই উঠে। পৰৰৰ মুখত পানী ঢলা হয়। তদুপৰি চাঙৰ কাষত শাৰী শাৰীকৈ পত্তা দহটাৰো বেচি সৰু সৰু পৰৰৰ পৰা আপং নিগৰি ওলায়।…মৰং ঘৰ মুকলি কৰাৰ পিছত কাষতে বান্ধি থোৱা দুটা মেথোনৰ কেওকাষে ঘূৰি শ্ৰীচলিহাই আৰু শ্ৰীমতী চলিহাই সভামণ্ডপৰ ফালে খোজ লয়।…সন্ধিয়া মৰঙৰ চাঙত। মাটিৰ খুৰীও (গিলাচত) চৌষষ্ঠী বিধি বনৌষধিৰে তৈয়াৰী মহৌষধি আপংপিণ্ড। শাতপৰে মউ অমৃত হেন আপং পান কৰি।

কেইখুৰীমান গিলিছো। ভূপেনে মাতে বুলি খবৰ আহে। বাতৰি পাই

ৰাইজৰ মৰম চেনেহৰ ৰাগীত বাঁহ-জাঁই হৈ গুচি আহো। হাতত কেইটামান পোৰা গাহৰিৰ মঙহ ডুখুৰীলৈ। তাকে চোৱাই চোৱাই ওলাই আহো।··

চাঙে চাঙে ঘুৰি ফুৰি মৰম চেনেহৰ নাহুৰি সাতুৰি খাইবৈ ভাগৰি জিগৰি নিজ চাঙলৈ আহি তিনিও জিৰাওঁ।··

৭ তাৰিখ পুৱা।···

আমাৰ চাঙৰ সন্মুখত এজুম দলে দলে জৰা (উৰল থকা ঠাই) ভৰপুৰ। অলপ হাই উকমি। সাৰপাই ওলাই আহো। ··দেখো য়ামেডেকাহতে আৰু লগতে মিমবিৰ গাভৰুইত চিয়াঙৰে বাছাৰ জীয়াৰী আলং কুঁৱৰী ইয়াগাম ৰিবাইত আৰু লগতে য়ামেডেকা নৰেন, লিখান, বিক্ৰমচিং ডিম্বেশ্বৰহঁত। ভুপেনক জগাওঁ! ৰাণাক জগাওঁ। সিইঁত উঠে বাহিৰলৈ আহে। মেলানি বেলিকা সকলোৰে মুখত বেজাৰ। আমাৰতো হিয়া বেজাৰে খুলি খুলি খায়। সকলোৰে চকু ছলছলীয়া।···সেই মিমবিৰ গাভৰু ইঁত—বাছাৰ জীয়ৰি আলং কুঁৱৰী ইয়াগাম ৰিবাইত ইমান চেনেহী, ইমান সাদৰি কাষলৈ আহিলে হিয়াৰ মাজতে পমী নোহোৱা হৈ যাব খোজে। সিহঁতৰ মৰম চেনেহ মোৰ হিয়া কোঁহৰ জোলোঙাত ভৰাই লও। আজীৱন সেই মৰম চেনেহ থাকি যাব সেই জোলোঙাত। নোৱাৰো পাহৰিব সিইঁতৰ নিৰ্ব্বিদান আদৰ সাদৰ।

## গালং

গালং আবৰ সকলোৰে এটা শাখা। আবৰ অসমীয়া শব্দ। এওঁলোকে কাৰো বশ্যতা বা আনুগত্য স্বীকাৰ নকৰে। নেফাৰ বিভাগৰ পশ্চিমে সোৱণশিৰি আৰু পূৱে দিবং নৈৰ মাজ অঞ্চল এওঁলোকৰ বসতিপূৰ্ণ। আবৰ বুলিলে ভৈয়ামীয়া মানুহে ভাৱে এওঁলোক বন্য বৰ্বৰ আৰু বৈৰী ভাবাপন্ন। ডফলা সকলৰ দৰে এওঁলোক দুৰ্দ্ধৰ্ষ, দুৰ্দ্দান্ত। আহোম ৰজা সকলৰ বশ্যতা স্বীকাৰ এওঁলোকে কাহানিও কৰা নাছিল। ইংৰাজ সৈন্য বাহিনী সকলে গৈয়ো এওঁলোকক বৃটিছ চৰকাৰৰ অনুগত কৰিব পৰা নাছিল। নগাৱঁৰ কিছুমান মানুহে হেমিণ্টন চাহাবক আবৰ সকলৰ বিষয়ে কৈছে এওঁলোক বৰ অসভ্য। আনকি চাহাবৰ এজন বঙালী ব্ৰাহ্মণ সংবাদ দাতাই তেওঁলোকক ভুলকৈ বুজাইছিল যে, এওঁলোক নৰখাদক। এওঁলোকক নৰখাদক বোলা এটা মিছা অপমান। নৰখাদক হিচাবে অবশ্যে এওঁলোকৰ অসমত এটা খ্যাতি আছে। এওঁলোক স্বাধীন চিতীয়া জাতি। এওঁলোকৰ নিজস্ব ৰেপাৰত কোনোবাই

হস্তক্ষেপ কৰিলে এওঁলোক অসহ্য হৈ পৰে। আৰু বিদেশীক সন্দেহৰ চকুৰে চায়। বৃটিছ প্ৰাক্‌শাসনৰ সময়ত ব্ৰহ্মপুত্ৰৰ উপৰৈ বিলাকৰ আকৌ বালিৰ পৰা সোণ উলিয়াইছিল, সেই সোণোৱাল কিছুমানক এওঁলোকে জোৰকৈ ধৰি লৈ যোৱাত আৰু ভৈয়ামত বাৰে বাৰে উৎপাত লগোৱাত শাস্তি দিবৰ মানসৰে বৃটিছ চৰকাৰে এটা শক্তিশালী সৈন্য বাহিনী তেওঁলোকৰ দেশত অভিযান চলাবলৈ পঠিয়াইছিল আৰু এওঁলোকে গটি তুলিছিল। তথাপি বিদেশী লেখক সকলে এওঁলোকক খুনী, যুদ্ধমাত আৰু ৰক্ত পিপাশিনী ৰূপেৰে ভাবিছিল। ফাদাৰ ক্ৰিকে কিন্তু এওঁলোকৰ বিষয়ে বেলেগেহে লিখি থৈ গৈছিল। আবৰ গোষ্ঠী পদম, পাদাম সকলৰ লগত মিলি জুলি এই অভিমত দিছিল। পাদাম সকল কৰ্ম্মঠ উদাৰ স্পষ্ট বক্তা সহৃদয় আৰামপ্ৰিয় মুক্তিকামী আৰু স্বাধীন-চিতীয়া।

পূব অঞ্চলৰ সাধাৰণ মানুহতকৈ তেওঁলোক অতি শকত আৰু পান ভোজনত মিতাচাৰী। এওঁলোকে শিশুৰ দৰে সৰল আৰু এইদেশৰ যেমবো নামৰ ঠাইখন পেৰিচতকৈয়ো কম কুলষিত। এলুহ চাহাবে এওঁলোকক মুক্ত কণ্ঠে কৈছিল সুদৃঢ় গণতন্ত্ৰৰ ভেটিত গঠিত এওঁলোকৰ সমাজতন্ত্ৰ। এওঁলোকৰ বাক্ পটুতা অসাধাৰণ আৰু স্মৃতি শক্তি বিস্ময়কৰ। বহুতে আদি কালৰ পৰা আৰম্ভ কৰি বৰ্ত্তমান পুৰুষলৈ পুৰুষাৱলী সলসলাই কব পাৰে। এওঁলোক একেবাৰে ইতিহাস বোধ বৰ্জ্জিত নহয়। আৰু কেৱল অতীতৰ ফালে চাই পুৰণি দিনৰ কথা সুঁৱৰি দীঘল হুমুনিযাহ নেপেলায়। এওঁলোকৰ দৃষ্টি ভৱিষ্যতৰ ফালে সম্প্ৰসাৰণ কৰিবলৈকে এওঁলোকে ক্ষমতা ৰাখে। আন আন উপজাতি মানুহ সকলৰ অভাব একান্ত ভাবে পৰিলক্ষিত হয়।

আবৰ সকলে নিজক আবৰ বুলি নকয়। সেই নামটো এওঁলোকৰ পক্ষে অপমান জনক। এওঁলোকে নিজক আদি বুলি কয়। এই আদি সকল জাত শিল্পী। এই চিয়া বিভাগৰ আদি তিৰোতা সকল ভাল কাজি, ভাল শিপিনী। মতা তিৰোতা সকলোৰে নৃত্য গীতত পাকৈত। এই পাৰদৰ্শিতা এওঁলোকৰ পোনাঙ নৃত্য উৎসৱত প্ৰকাশিত হয়। আদি মানে পৰ্ব্বতীয়া। এই আদি সকলৰ বহু গোষ্ঠী দেখা যায়। পাদাম, পাচি, গাল্লী, চুমোং পৰী থাছিং, টাজাম, গালং, ৰামো, বোকাৰ, পাইনিবো ইত্যাদি। নেফাৰ কোনো উপজাতিৰ মাজত ইমানবোৰ শাখা প্ৰশাখা দেখা নাযায়।

কেপ্তেইন ৰেডফৰ্ডে পোন প্ৰথমে ইউৰোপীয় হিচাবে আদি সকলৰ দেশলৈ

পৰিদৰ্শন কৰিবলৈ গৈছিল ১৮২৫/২৬ খৃঃত। ১৮৯২ চনত বৃটিছ সৈন্য এটা পঠিওৱা হৈছিল। পোন প্ৰথমে প্ৰথম অভিযানৰ উদ্দেশ্য দ্বিতীয় অভিযাত্ৰী সৈন্যদল গৈছিল ১৮৫৯ চনত। কিন্তু এই দুয়ো অভিযান ব্যৰ্থ হয়। ১৮৬২ চনত এটা সন্ধিৰ জৰিয়তে পাহাৰৰ সমতলত থকা অঞ্চলৰ ওপৰত বৃটিছৰ আধিপত্য আদি সকলে মানি লৈছে। কিন্তু সেই সন্ধিৰ চৰ্ত ভঙ্গ হোৱাত ১৮৯৪ খ্ৰীঃত কেপ্টেইন মেস্কোয়েল আৰু এয়ে যে নিধামৰ অধিনায়কত্বত ডাম্বুক শিলুক আৰু বমজু এই তিনিটা গাওঁৰ বিৰুদ্ধে এটা অভিযান সফল হয়। বমচিংৰ কাষত এটা ঠাইত এই আদি সকলে "Asstt. Political officer Mr Willium আৰু Dr. Gragartion ক তেওঁলোকৰ বেছি ভাগ অনুচৰৰ সৈতে আদি সকলে ১৯১১ চনত নৃশংশভাবে হত্যা কৰাৰ পাছত এই দেশলৈ এটা শক্তিশালী সৈন্যবাহিনী পঠিওৱাত নিৰুপায় আদি সকলে পৰাজিত হৈ বৃটিছ অনুগত্য স্বীকাৰ কৰে। আৰু তেতিয়াৰ পৰাই এই দুদ্দান্ত দুদ্ধৰ্ষ আদি সকলৰ দেশৰ ওপৰত বৃটিছে কতৃত্ব লাভ কৰে। এটা বৃটিছৰ অধীনত এটা বেলেগ সামান্ত অঞ্চল গঠন কৰা হয়। তাৰ নাম দিয়া হয় শদিয়াৰ সীমান্ত অঞ্চল (Sadia frontier Tract) ১৯৪২ চনত এই অঞ্চলৰ পৰা চিৰিং টিৰাপ সীমান্ত অঞ্চল গঢ়া হয়।

১৯১৮ চনত শদিয়াৰ সীমান্ত অঞ্চলটোত মিচিমি পাহাৰ জিলা আৰু আবৰ পাহাৰ জিলা এই দুটা ভাগত বিভক্ত কৰা হয়। ১৯০৪ চনত এই আবৰ পাহাৰ জিলাই নাম লয় চিয়াং সীমান্ত বিভাগ (Siang frontier Division) যাৰ আয়তন হৈছে ১৮০০০ বৰ্গ মাইল। এই অঞ্চল চিয়াং আৰু ডিবাং এই এই দুখন নৈৰ মাজত অৱস্থিত। আৰু দেখা যায় উত্তৰে দহ হেজাৰৰ পৰা পোন্ধৰ হাজাৰ ফুটলৈকে শুভ্ৰ তুষাৰেৰে ভৰা পৰ্ব্বত শ্ৰেণী। এই মধু অতুলনীয় দেশৰ আদি সকল বৰ অতিথি পৰায়ন। আনন্দময় জীৱনৰ মাজেদি যাৰ প্ৰকৃতিক কোমলতা আৰু কঠোৰতা সুমধুৰ সংমিশ্ৰণ। বহুত বিদেশী লিখকে, বহু বিদেশী সন্ধানীয়ে সেই বেডফৰ্ড উইলকটচে, কাডাবক্ৰিক, ডেল্টন, হাইমেনডৰফ নিজৰ নিজৰ সংগৃহিত তথ্যৰ দ্বাৰা এই আদি সকলৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, সাজ-পোচাক ইত্যাদিৰ বিষয়ে লিখিথৈ গৈছে। এজন শ্ৰেষ্ঠ ভাৰতীয় নৃতত্ত্ববিধ ডাঃ বিৰজা শঙ্কৰ গুহৰ আৰু তেওঁৰ অধিনষ্ট নৃতত্ত্ব বিভাগৰ গবেষক সকলৰ দ্বাৰা লিখিত এই আদি সকলৰ বিষয়ে বহু প্ৰবন্ধ জাতিতত্ত্ব গবেষক শচীন ৰায়ে এওঁলোকৰ বিষয়ে এখন পুথি লিখে। সকলোতকৈ মূল্যবান

পুথি হ'ল বিখ্যাত নৃতত্ত্ববিধ ভেৰিয়াৰ এলুইন চাহাবৰ প্ৰসিদ্ধ পুথি আচপেক্টচ অফ্ পাদাম মিনিয়েং কালচাৰ ( Padam Minigang Culture ) এই পুথিখনেই বিভিন্ন গোষ্ঠীয় আদি সকলৰ সমন্ধে একমাত্ৰ নিৰ্ভৰযোগ্য পুথি।

বিভিন্ন গোষ্ঠীয় আদি সকলৰ মাজত পাদাম মিনিয়েং আৰু চিবেং। এই তিনিটা গোষ্ঠীয়ে প্ৰধান। এওঁলোকৰ সংখ্যাও বেছি। এওঁলোকৰ মাজত মি আবাং নামৰ এবিধ ধৰ্মীয় গাত আছে সেই গীত অনুসাৰে অতীত কালত এওঁলোক উত্তৰ ফালৰ পৰা হিমালয় পৰ্ব্বত পাৰহৈ এওঁলোক বসতি অঞ্চলত আহি বাস কৰে। যদিও এওঁলোকৰ লিখিত পুথি নাই তথাপি আদি সকলৰ এই প্ৰসিদ্ধ আবাং বিলাকে হৈছে মূল্যবান অলিখিত সাহিত্য। এই আবাং বিলাকৰ আলংকাৰীত ৰচনা পোৱা যায় আদি সকলৰ উৎপত্তিৰ কাহিনী। নানানবোৰ বিষয়বস্তু, সৃষ্টিৰ উপকথা, সামাজিক সংস্থা বিলাকৰ উৎপত্তি তথা আৰু তত্ত্ববোৰ আৰু এওঁলোকৰ প্ৰাচীনতম ইতিহাস। আবাংবোৰতেই পোৱা যায় দেৱতা সকললৈ দিয়া মেথোনৰ জন্ম কথা চিকাৰৰ উৎপত্তি আৰু কাঁড়ত দিয়া বৰ বিষৰ আদি কথা। আবাঙৰ এটা বিশিষ্ট অংশ কাবাং কেৱল পুৰুষ সকলে গাই থাকে যেতিয়া গাওঁত নতুন ঘৰ নিৰ্মাণ কৰা হয়। আবাঙৰ কথা আৰু ভাষা সাধাৰণ ভাষা নহয় দুৰ্বধ্য। এই বিলাক বচাই ৰাখিছে একেশ্ৰেণী মিৰি সকলে। এওঁলোকে বিশেষভাবে অভিজ্ঞ আৰু শিক্ষাপ্ৰাপ্ত কাৰণে নিৰ্ভুলভাবে এই আবাং বিলাক মুখস্থ কৰি গাই যাব পাৰে। এইবিলাকৰ গুৰুতত্ত্ব আৰু তথ্য। এই মিৰি সকলৰ মূল্য আধুনিক সভ্যতাৰ নতুন অভিযানৰ ফলত কমি আহিছে। লিখিত আকাৰে সংগৃহিত নহলে এই মূল্যবান আবাংবিলাক হয়তো বিস্মৃতিৰ অটল গৰ্ভত হেৰাই যাব পাৰে। ডাঃ বিৰজা শঙ্কৰ গুহই যদিও কিছু আবাং সংগ্ৰহ কৰিছিল কিন্তু তেওঁৰ অকাল মৃত্যুত এই বিলাক প্ৰকাশিত নহ'ল।

শ্ৰাদ্ধৰ উপলক্ষে গোৱা হয় পেডে বিলাক উদাত্ত সুৰত। এই পেডে বিলাক ছন্দময় গদ্যত ৰচিত হ'লেও মাজে মাজে উচ্চাৰিত হোৱা শুনা যায়, সবল স্তোত্ৰ বোৰ। সি পেডে নিৰ্দ্দেশ দিয়ে মৃতকৰ আত্মাক পৰলোকৰ বাস। ইমান করুণ আৰু মৰ্ম্মস্পৰ্শী এই পেডে বিলাক শুনিলে শুনোতাৰ হৃদয় পমি যায়। দুচকুৰ পৰা ওলাই বাগৰি পৰে অশ্ৰুধাৰা। এই আবাং আৰু পেডে বিলাকৰ লগত বেদৰ মন্ত্ৰ আৰু টিউওলত ছাগাৰ লগত তুলনা কৰিব পাৰি।

আবাঙৰ পৰাই বিষয়বস্তু লোৱা হয় পোনাং নামেৰে এবিধ দীঘলীয়া গীতি

ৰিলাকত। এই লোকপ্ৰিয় পোনাং গীতিবোৰ বিশেষ বিশেষ ধৰ্ম্ম অনুষ্ঠানত গোৱা হয় আৰু লগতে চলে নিয়মিত ধৰণেৰে জাকজমকীয়া যৌথ নৃত্য। ধৰ্ম্ম অনুষ্ঠানৰ লগত সম্বন্ধ নোহোৱা এবিধ লৌকিক আচাৰতো গোৱা হয়, এই পোনা। এই পোনা বিশিষ্ট সন্মানিত অতিথিৰ সন্মুখতো গোৱা হয়। আন এবিধ আবে নামৰ এওঁলোকৰ মৌখিক গল্প ৰচনা শুনা যায়—য'ত দেখা যায় ৰাজ-নীতিৰ বিষয় বস্তুবোৰ। এই আবাং, পেঙে, পোনাং আৰু আবে বিলাকে প্ৰকাশিত আদি সকলৰ চৰম সভ্যতাৰ নিদৰ্শন।

ডফলা, আপাতানি সকলৰ নিচিনা ধুনীয়া, সুন্দৰ এই আদি সকল। আদি ডেকা সকলৰ দেহা সৌষ্ঠৱ গাভৰু সকলৰ মুখশ্ৰী মৰমৰ মনোমোহা। সদায় মুখত হাঁহি মেজাজ প্ৰফুল্ল এওঁলোকৰ। নানা বৰণীয়া সাজ পোচাক আৰু বিবিধ বৰণৰ অলংকাৰ এওঁলোকৰ সৌন্দৰ্যৰ—তুলনাত অতিৰঞ্জিত যেন লাগে। তাম আৰু সিহ মিহলোৱা বেয়িপা নামৰ চকাচক গুঠা ককালৰ ভূষণ সদায় গাভৰু সকলৰ ককালত দেখা যায়। এই বেয়িপাৰে গুঠা কটিভূষণ ককালত দেখিলেই বুজা যায় সেই ছোৱালীজনী আদি যুৱতী। ককালত তিনিৰ পৰা বাৰটালৈকে দেখা যায় ঘূৰণীয়া ফুল থকা চকৰি। ইয়াৰ ব্যাস ৩´´ৰ পৰা ৬´´ লৈ মাজৰ চকৰিটো আকাৰত ডাঙৰ। বাকী চকৰিবোৰ পিছফালে তপিনাৰফালে সৰু যিহেতু এই চকৰিবোৰ ধাতুৰে তৈয়াৰী সেই কাৰণে গাভৰু সকলে খোজ কাঢ়িলে শিকলিৰ দৰে এই চাকৰিবোৰ ঝনঝনাই উঠে। সৰু সৰু ছোৱালীৰ ককালত বেয়পাৰ কৰধ্বনী দেখা যায়।

ডেল্টন চাহাবৰ মতে পৰিণত বয়স্কা আদি যুৱতী সকলৰ বহু সময়ত এই বেয়পা পৰিহিতা অবস্থাতহে দেখা যায়। এই কটিভূষণে গাভৰু সকলৰ সম্পূৰ্ণ দেহা নেঢাকে। এই বেয়াপাৰ ওপৰত তিব্বতৰ পৰা অনা ডাংকি পাত্ৰৰ ওপৰত থকা নক্সা দেখা যায়।

এই আবাং আদি সকলৰ এই বেয়প জন্ম কথা গোৱা যায়—এবাৰ উইমু দেৱতাৰ পৃথিবীত এগৰাকী ছোৱালীৰ ওপৰত প্ৰণয় জনেমে। যেতিয়াই তেওঁৰ লগত তেওঁৰ মিলন হয়, তেতিয়াই সেই গৰাকীক ভেঁও উপহাৰ দিয়ে এটা কঁাহৰ চকৰি। সেই চকৰিবোৰ সেই দেৱতাৰ পৰা পায় প্ৰতিবাৰে সেই গৰাকীয়ে ককালত পিন্ধি লয়। ল'ৰা জন্মাৰ পাছত সেই গৰাকীয়ে সেই চকৰীবোৰ পৰিত্যাগ কৰে। সেয়েহে আদি তিৰোতা সকলে প্ৰথম সন্তান জন্ম হোৱাৰ পিছত সেই চকৰিবোৰ আজিও খুলি পেলায়।

আৰু এটা এই বেয়পৰ বিষয়ে কাহিনী শুনা যায়—

এগৰাকী নগ্না নিৰাবৰণা আদি গাভৰুই দেৱতা, মানুহ, আৰু পশু সকলৰ দ্বাৰা উত্তেজিতহৈ অতিষ্ঠ হোৱাত আত্মৰক্ষাৰ কাৰণে নিৰুপায়হৈ নিগ্নুবোও নামৰ দেৱতাৰ ওচৰলৈ গৈ, অনুৰোধ জনায়—এটা বেয়প দান দিবলৈ। সেই অনুৰোধ ৰক্ষা কৰি সেই দেৱতাই সেই গৰাকীক বেয়প দান দিয়ে। তেতিয়াৰ পৰাই আদি গাভৰু সকলে সেই বেয়পযুক্ত কটি অলংকাৰ পৰিধান কৰে।

চিয়াঙৰ উজনিত বাওঁ পাৰৰ অধিবাসী চিমৌ সকলে কয়—পৃথিবীৰ আদিম যুগত জোন আৰু বেলি—পলোদনি ককায়েক আৰু ভনীয়েকে পিন্ধিছিল অগ্নি ফিৰিঙতিৰ দৰে ৰঙা আৰু হালধীয়া ৰহণৰ কটিভূষণ। এদিন তেওঁলোকৰ শত্ৰু ভেকুলীয়ে এই দুটা কটি ভূষণ চুৰি কৰিলৈ পুৰি পেলায়। দুই ককায়েক আৰু ভনীয়েকে তেতিয়া লাজত দেহা ঢাকি লুকাই থাকে। গোটেই পৃথিবী তেতিয়া এন্ধাৰ হয়। শেহত বিশ্বকৰ্ম্মাৰ বিচি আদায়ে তেওঁলোকৰ লাজ ঢাকিবলৈ তৈয়াৰ কৰে দুটা ব্যাপক। পাচত সেই ব্যাপক পিন্ধি সূৰ্যই যায় আকাশলৈ। ফলত দিন হয়। জোনৰ কিন্তু এই ব্যাপক পিন্ধা স্বত্বেও সংশয় থাকি যায়। জোনে দেখা দিয়ে নিশা।

এই কটি ভূষণৰ মাজৰটো ডাঙৰ আৰু দুকাষৰবোৰ সৰু কাৰণে তপিনা ওলাৱ পাকে আৰু আগফাল ঢাক খাই থাকে।

সকলো উৎসৱতে আদি সকলোৰ নৃত্যগীত থাকে। ছলো ( শস্য কৰা ) প্ৰভৃতি উৎসৱত পোনাং আৰু এওঁৰ উৎসৱত আবাং গীত গোৱা হয়। ইয়াত মেথোন আৰু কুকুৰা সৃষ্টিৰ কাহিনী বৰ্ণনা কৰা হয়,—"দাবিৰ ল'ৰা পেদঙৰ নাতি সৃষ্টি কৰে বগা পকৰা। সেই পকৰাটোৱে নিমিৰৰ দেহাৰ পৰা চকু কাটি লৈ যায়—ইয়োমোৰ ঘৰলৈ। সেই কাটি লোৱা চকুৰ পৰা জন্মে ডাঙৰ ডাঙৰ পাত থকা এবিধ গছ। ঠিক মেথোনৰ দৰে। ইয়োমোৰ ঘৰত ৰখা হয় সেই চকু কেইটা দুবায় এটা পাত্ৰৰ ভিতৰত। সেইবোৰ হৈ যায় পানীৰ দৰে ফট্‌ফটীয়া। নিমিৰৰ ঠেঙৰ পৰা এটা গছ জনমে দুগলা গছ। সেই গছক ঠিয় কৰি থয় ইয়োমোৱে। তাৰ পৰা ওলায় দুটি ঠেঙৰ নিচিনা পাত। ঠালবোৰ হয় অলপ বেকা। মাজেদি ফটা। তাৰ পৰা হয় খুৰ, মুখৰ ভিতৰত লগাই দিয়া হয় পাচু গছ। সেইটোৱেই হব জিভা। থৰদৈ গছ এজোপা কটা হয়। আৰু তাত পিছফালে জুৰি দিয়া হয় তাৰ পৰা হয় নেজডাল। নিমিৰৰ দেহাৰ পৰা যি তাকাত গছ ওলায় সেই গছৰ দুটা ঠাল

মূৰৰ ওপৰত গুজি দিয়া হয়। তাৰ পৰা দুটা শিং জনমে। সেই গছ জোপাত এটা মৌচাক ওলোমি আছিল, সেই মৌচাক কাটি কান্ধৰ ওপৰত থিয়কৈ ৰখা হয়। সেইটোৱেই হয় কুঁচ। এতিয়া জন্তুটোৰ নাম কি দিয়া হয় চিন্তা কৰে ৰাপুম আৰু পুৱাই। শেষত থিৰ কৰা হয় নাম এছো। আদি সকলে মেথোনক এছো বোলে।

মোন্‌পা সকলৰ নৃত্যনাট্য অভিনয়ৰ নিচিনা নহলে আদি সকলৰ এধৰণৰ নৃত্যনাট্যৰ অভিনয় আছে। তাক তেওঁলোকে তাপোৰিজা বোলে। তাপোৰিজা দৰাচলতে যুদ্ধ নৃত্যাভিনয়হে এই নৃত্যনাট্য বিশেষকৈ ডেকাসকলে পাতে আৰু যোগ দিয়ে। আৰু এবিধ নাচ প্ৰতিনৃত্য হিচাবে তেওঁলাকে নাচে, যাক কোৱা হয় বান্দিনকি। এই বান্দিনকিৰ ভাৱধাৰা হৈছে এজন প্ৰণয়ী আৰু তাৰ লগৰীয়াইঁতে চুৰি কৰি লৈ যায় এজনী বিয়া হোৱা তিৰোতাক যাৰ ফলত সমাজ বিৰোধী আচৰণ বিৰিঙি উঠে।

এই সমাজ বিৰোধী আচৰণ নৃত্যছন্দেৰে তেওঁলোকে প্ৰকাশ কৰে।

ভৈয়ামীয়া মিৰি সকলৰ দৰে আদি সমাজতো দেখা যায় ডেকা চাং মৰঙ। তেওঁলোকৰ ডেকা চাঙক পদম সকলে কয় মোছা বা মশুপ আৰু গাভৰু চাঙক তেওঁলোকে কয় ৰাশেং। সেই ডেকাচাং আৰু গাভৰু চাং ৰাশেঙক ডেকা-গাভৰু সকলৰ ওচৰত যৌন মিলনৰ গোৰ রহস্য শিক্ষা দিয়া হয়। বিবাহ প্ৰস্তুতিৰ কাৰণে ই এবিধ শিক্ষালয়। এই প্ৰশিক্ষণ কেন্দ্ৰতেই বিবাহিত বয়সীয়াল নৰ-নাৰীৰ তত্ত্বাবধানত ডেকা গাভৰু সকলক ৰখা হয়। এওঁলোকেই হয় শিক্ষক-শিক্ষয়িত্ৰী। আদি ডেকা গাভৰু সকলে এওঁলোকৰ আদেশ নিৰ্দ্দেশ পৰামৰ্শমতে চলে। এই যৌন বিষয়ে প্ৰশিক্ষণৰ সময়ত নিশাৰ আগছোৱাত সক ল'ৰা-ছোৱালীয়ে যৌতুগাৰৰ জুহালৰ এচুকত শুই পৰে। ডাঙৰ হোৱাৰ লগে লগে ডাঙৰ ডেকা গাভৰু সকলৰ মিলনৰ যৌন আভাষ চাই চাই সিহঁতৰ অন্তৰতো যৌন মিলনৰ তীব্ৰ আকাংক্ষা জাগি উঠে। এই অসঙ্গ লিপ্সা সিহঁতৰ অন্তৰত বেছি দিন শুই নাথাকে। মিলনৰ যৌন পিপাসা পূৰ্ণ পৰিতৃপ্তি লাভৰ কাৰণে সিহঁতৰ মনতো জাগি উঠে। শেষত তেনে যৌন মিলনত সিহঁতে লিপ্ত হয়। অৱশেষত সেই পাৰস্পৰিক যৌন সম্বন্ধক স্থায়ী কৰিবৰ কাৰণে সিহঁতৰ প্ৰাণত এটা দৃঢ় সংকল্প হয়। তাৰে শেষ পৰিণতি হৈছে পৰিণয় আৰু বিবাহ।

বহু-বিবাহ প্ৰথা আদি সমাজত দেখা নাযায়। এক—বিবাহ প্ৰথামতে তেওঁলোকে বিবাহ কৰে। প্ৰথম ঘৈণীয়েক বাচি থাকিলে নাইবা বিবাহ

বিচ্ছেদ নহ'লে দ্বিতীয় ঘৈণী গ্ৰহণ নকৰে। মাজে মাজে দুগৰাকী ঘৈণীয়েক থকা পুৰুষ দেখা যায়।

মিৰি সকলৰ দৰে এওঁলোকৰো ক'বাং আছে। এই ক'বাং—পঞ্চায়ত। প্ৰতি গাওঁত বা বয়সীয়াল লোকৰ দ্বাৰা সংগঠিত। ক'বাঙৰ সদস্য সকলক কবাং আবু বোলা হয়। গাওঁৰ সামাজিক কাৰ্য্য পৰিচালনাৰ কাৰণে বা বিবাহ বিসম্বাদৰ নিষ্পত্তিৰ কাৰণে এই কবাঙৰ আশ্ৰয় লোৱা হয়। বাদী বিবাদী সকলে নিজৰ বক্তব্য বিচাৰৰ কাৰণে কোৱাৰ আগতে সকলোৰে চিঞৰি চিঞৰি নিজৰ ঐতিহ্য আৰু গৌৰৱ কাহিনী আবৃত্তি চিঞৰি চিঞৰি কৰে। এনে আবৃত্তি কৰাকে তেওঁলোকে 'আবে বু'ল কয়।

তেওঁলোকৰ বহু দেব-দেবী আছে। তাৰ ভিতৰত বেদং নামে, দাদে কিনে নামে, দৈনী, তোৰিমনে পলো ইত্যাদি। কিছুমান দেৱতে মানুহক মৰম কৰে। কিছুমানে আকৌ ভাল নাপাই বেমেজালি কৰে। দেৱ-দেবীৰ সকলৰ বিষয়ে আদি সকলৰ মাজত বহু পৌৰাণিক কাহিনী শুনা যায়। দৈৱ দুৰ্বিপাক, প্ৰাকৃতিক বিপৰ্য্যয় ইত্যাদিৰ কাৰণ এই অপদেৱতা সকল বুলি তেওঁলোকে বিশ্বাস কৰে। এই অপদেৱতা সকলেই হৈছে আদি সকলৰ শত্ৰু। এই বিষয়ে এটা পৌৰাণিক কাহিনী শুনা যায়,—

'অতি পূৰ্ব্বতে দেৱতা, মানুহ আৰু প্ৰাণী সকলে একে লগে এঠাইত বাস কৰিছিল। তেওঁলোকৰ মাজত কোনো পাৰ্থক্য নাছিল। শেষত বংশ বৃদ্ধি হোৱাত তেওঁলোকৰ জনসংখ্যা বাঢ়ে। অৱশেষত সৃষ্টি হয় তেওঁলোকৰ মাজত বিৰোধ। এই বিৰোধ মিমাংসা কৰিবলৈ তেওঁলোকে গোট খাই এটা ক'বাঙত। এই ক'বাঙেই হৈছে প্ৰথম অধিবেশন। এই ক'বাঙেই দেৱতা আৰু মানুহৰ মাজত পৃথিবীৰ যাবতীয় বস্তু ভাগ কৰি দিয়ে। প্ৰত্যেককে নিজৰ নিজৰ ভাগ আৰু ঠাই নিৰ্দিষ্ট কৰি দিয়ে। ডাঙৰ আৰু আটাইতকৈ ভাল ভাগ পৰে 'নিবো' আৰু ৰিবো নামৰ দুই ভাইৰ ভাগত। নিবো হৈছে মানুহৰ আদি পুৰুষ আৰু ৰিবো হৈছে অপদেৱতা সকলৰ আদি পুৰুষ। কিন্তু এই বৃহত্তম আৰু শ্ৰেষ্ঠ অংশ নিবো আৰু ৰিবোৰ ভাগত পৰাত মিতে আৰু মিনামে নামৰ দুজন অপদেৱতাৰ অন্তৰত হিংসাৰ জুই জ্বলি উঠে। কাৰণ পলমকৈ অহাৰ কাৰণে তেওঁলোকৰ ভাগত একো নপৰে। সেই কাৰণে এই বঞ্চিত দুজন অপদেৱতাই নিবোৰ বংশধৰ মানুহ সকলৰ ওপৰত অত্যাচাৰ আৰু উৎপীড়ন কৰে। শেষত নিবো আৰু ৰবোৰ মাজত কাজিয়াৰ সৃষ্টি কৰে। ৰবই ভাবে

নিবই তাক ঠগাইছে শেষত এই দুজনৰ মাজত যুদ্ধ লাগে। অপদেৱতাসকলে ৰিবোৰ পক্ষ লয়। তেওঁলোকে নিবোক আক্ৰমণ কৰে। নিবো অকলশৰীয়া আৰু অপদেৱতা সকল বহুত। আজিও এই নিবো আৰু তেওঁৰ বংশধৰ সকলৰ মাজত যুদ্ধ চলায়েই আছে।

নিবো আৰু ৰিবোৰ বিষয়ে আৰু আন এটা কাহিনী শুনা যায়,—

'নিবোই পাহাৰত খেতি কৰে। ৰবো অজলা, খেতি নকৰে। ভৈয়ামত গৈ চিকাৰ কৰে। নিবো আছিল জ্ঞানী আৰু দৈৱশক্তিৰ অধিকাৰী। এই শক্তিৰ গুণত কোনো অশুভ শক্তিয়ে তেওঁক অনিষ্ট কৰিব পৰা নাছিল। এই গুণৰ কাৰণে ৰবই হিংসা কৰিছিল। এদিন ৰবোয়ে তেওঁৰ ভাই নিবোক তেওঁৰ লগত চিকাৰলৈ লৈ যাবলৈ ৰাজি হয়। গৈ গৈ তেওঁলোকে এটা ওখ পাহাৰ পালেগৈ। পাহাৰৰ কাষত এটা ডাঙৰ গছ আছিল। ৰবোয়ে লতাৰে এটা ঝলনি বনাই ভাগৰ লগাত বিশ্ৰাম লবলৈ খুজিলে। তেওঁ ভাও জুৰিলে ঝলনিটো মজবুত হৈছেনে নাই তাক পৰীক্ষা কৰিবলৈ তাৰ সাহ নহয়। গতিকে নিবোয়ে পৰীক্ষা কৰিব লাগে। ভায়েকৰ কথামতে নিবোয়ে ৰাজি হ'ল।

ঝলনিত উঠাৰ আগতে তেওঁ জ্ঞানৰ টোপোলাটো ক'ত থওঁ ক'ত নথওঁকৈ ভবিবলৈ ধৰিলে নিবোৱে। শেষত এক্কাম পাতৰ সেই টোপোলাটো নিবোয়ে গছৰ তলত লুকাই ৰাখিলে। তাৰ পিছত ঝলনিত উঠি তেওঁ ঝুলিবলৈ ধৰিলে। ইতিমধ্যে ৰবোয়ে সেই এক্কাম পাতেৰে মেৰোৱা জ্ঞানৰ টোপো-লাটো গছৰ তলৰ পৰা উলিয়াই গছৰ আগত লুকাই ৰাখিলে। নিবোৱে জ্ঞান আৰু দৈৱশক্তি হেৰুৱালে। ইফালে নিৰোৱে জ্ঞানৰ টোপোলাৰ সহায়ত অদৃশ্যহৈ অলৌকিক শক্তিৰ প্ৰভাৱত মানুহৰ অনিষ্ট কৰিবলৈ ধৰিলে।

এয়ে হৈছে নিবো আৰু ৰবোৰ শক্তিৰ পৰিচয় কাহিনী

আদি সকলে কাৰোবাৰ মৃত্যু হ'লে নোপোৰে, পোতে। সেই পুৰা ঠাইৰ ওপৰতে এটা সৰু পঁজাঘৰ তেওঁলোকে তৈয়াৰ কৰে। গাতৰ ভিতৰত মৰাশৰ লগত থয় ভাত আৰু আপোং মদ। প্ৰতি সপ্তাহে বেলেগ বেলেগ নতুন পঁজাঘৰ নিৰ্ম্মাণ কৰা হয়। এইদৰে কেইদিনমান গৃহস্থই অশৌচ পালন কৰে। এয়ে হ'ল আদি সকলৰ থূলমূল কথা।

এই আদি জনজাতি সকলৰ মাজত বহুতো থূল দেখা যায়। ডঃ ভেৰিয়াৰ এলুইনে আদি সকলক দুটা শাখাত ভাগ কৰি দেখুৱাইছে। প্ৰথম শাখাত মিঞং বা মিন্যুং, পাদান, পাচি, পাঙ্গি, শিবং, বৰি, আশিং, কাৰ্কো, আৰু ভাজাম।

আৰু সিটো শাখা হৈছে—ৰামো, বোকাৰ পাইলী বোৰৰে সৈতে গালং খ্‌লবোৰ—ইয়াৰ ভিতৰত মিঞং পাদাম, খ্বিমং সকলোৰে জনসংখ্যা সৰহ।

মিঞং সকল পাদাম শাখাৰ ওচৰ সম্বন্ধ। চিয়াঙৰ দুই পাৰে থকা তিনি কুৰি দহখন গাওঁলৈ এই আদি জনজাতি সকলৰ বাসভূমি। চিয়ং নৈৰ পাৰৰ পৰা ছিয়ং নৈৰ পাৰলৈকেও এওঁলোকে সিঁচৰিতহৈ থকা দেখা যায়।

এওঁলোকৰ জনসংখ্যা প্ৰায় ১৭০০০ (সোতৰ হেজাৰ)। এওঁলোকৰ তিৰোতাসকল ভাল কাজিনী। এওঁলোকৰ মাজত ডেকাচাং মখুক আৰু গাভৰু চাং ৰাশেং প্ৰতি গাওঁতে দেখা যায়। এওঁলোকৰ গাওঁবোৰ ডাঙৰ ডাঙৰ। কোনো কোনো গাওঁত চাৰিশকৈ ঘৰ থাকে। তিৰোতা সকল ভাল নাচনী। মতা তিৰোতা উভয়ে চুলি চুটিকৈ কাটে। কবাঙৰ নিৰ্দ্দেশক্ৰমে এওঁলোকে চলে। সমাজত তিৰোতাৰ স্থান ওখ। তিৰোতাৰ বেচ পুৰোহিতো আছে। আগতে দাস প্ৰথা আছিল। বৰ্ত্তমান প্ৰায়েই নাই। নিম্নুৰ বোডে দেৱতাই তেওঁলোকক কমাৰৰ কাম আৰু সোণাৰীৰৰ কাম শিকাইছিল। সম্ভুটা তেওঁলোকৰ মাজত আজি চলি আছে। তেওঁলোকৰ কাপোৰবোৰ সাধাৰণতে ৰঙা, মাজে মাজে নীলা ৰঙৰ সূতা—ৰৰ ধুনীয়া।

পাদাম সকলে সাধাৰণতে পাছিঘাট অঞ্চল আৰু লোহিত সীমান্ত অঞ্চল দাম্বুক আৰু মেকা ৰাইন নামৰ ছিছিৰি নৈৰ পাৰৰ গাওঁবোৰত বাস কৰে।

এওঁলোকৰ জনসংখ্যা চাৰে ন হেজাৰত কৈ অলপ বেছি। সকলো বিষয়তে এওঁলোকৰ মিয়ং সকলৰ লগত মিলে। চুলি কটা ধৰণ আৰু সাজ পোছাক দেখিলে এওঁলোকৰ ইদু মিচিমি সকলৰ লগত কিছু পৰিমাণে মিল দেখা যায়।

আদি পাশ্বিং অঞ্চল দামচেস্থ আৰু পাচুৰ মাজৰ এখন অকলশৰীয়া গাওঁ আৰু পাছিঘাটৰ কেইমাইল মান আতৰত থকা গাওঁত পাছি সকলে বাস কৰে।

পাঙ্গী সকলে চিয়াং নৈৰ বাওঁফালে ইয়াংমে নৈৰ পাৰত বাস কৰে। এওঁলোকৰ জনসংখ্যা মুঠেই চাৰে তিনি হেজাৰ। এওঁলোক মিয়োপাদামৰ দৰে একেই। কোনো পাৰ্থক্য নাই।

খ্বিমং সকলে চিয়াঙৰ উত্তৰ অঞ্চলৰ খ্বিমং নামৰ ঠাইত আৰু ওপৰ চিয়াঙৰ বাওঁপাৰে থকা অঞ্চলত বাস কৰে। পাদাম মিয়ঙৰ লগত এওঁলোকৰ বৰ মিল দেখা যায়। খ্বিমং গাভৰু সকলে ককালৰ পৰা ভৰিলৈকে মেৰিয়াই লোৱা ধুনীয়া কাপোৰ পিন্ধে। তাৰ ওপৰত থোপা পোতা মাদুলীৰ নিচিনা ব্যাপো কটি ভূষা পিন্ধে। আগতে উল্লেখ কৰা তেওঁলোকৰ বিশ্বাস সৃষ্টিৰ আদিৰে

জোন-বেলি দুই ভাই-ভনী ( কিছুমানৰ মতে ) জুইখেন ৰঙা-হালধীয়া কাপোৰ খন ( গাৰ্লে ) শত্ৰু ভেকুলীয়ে চুৰ কৰি নিয়াত বিছি পাদা খনিকৰে তেওঁলোকৰ লাজ ঢাকিবলৈ বিয়প দিছিল। এওঁলোকৰ কাৰবাৰ বিশেষকৈ তিব্বতৰ লগত।

ৰবি আদি সকল পশ্চিমে মেচুকা আৰু পূবে কাৰ্কোক সামা কৰি ছোম আৰু ছিকে উপত্যকাত বাস কৰে। চেহেৰাই পাতিয়ে সাজে, পোচাকে, আচাৰে ব্যৱহাৰে এওঁলোকৰ মিল উত্তৰ খাৰি জনজাতি বোকাৰ ৰামো ইত্যাদিৰ লগত দেখা যায়। এওঁলোকে কপাহ আৰু তচকৰ ভাল কাপোৰ বব পাৰে। বয়ন শিল্পত এওঁলোক বৰ পটু। আৰু এই শিল্পক বৰ সম্মান কৰে, কাৰণ এই শিল্প দৈনি পলবেই সৃষ্টি। এওঁলোক এবিধ কলা বা অতি নীলা চোলা যত এশাৰী তিনিচুকীয়া ফুল থাকে —পিন্ধে কেতিয়াবা বুকুখোলা পোচাকও পিন্ধে। চিকাৰৰ সময়ত এটুকুৰা কলা পচমৰ কাপোৰৰ মাজত মূৰটো সোমাব পৰা বিন্ধা কৰি ওপৰ ভাগত লোৱা এওঁলোকক দেখা যায়, কাণ নোহোৱা বেতৰ টুপী আৰু কাপোৰৰ পটি মূৰত এওঁলোকে মাৰি লয়।

উত্তৰে তুতিঙৰ পৰা দক্ষিণে ৰামশিঙ লৈকে বিয়পি পৰা ছিয়াঙৰ সোঁফালৰ অঞ্চলত আশিং আদি সকলে বাস কৰে। এওঁলোকৰ লগত শিমঙৰ একো পাৰ্থক্য নাই।

ৰামছিং আৰু পাংকাঙ গাৱৰ মাজত ছিয়াং নৈৰ সোঁফাল অঞ্চলত বাৰ্কে আদি সকলে বাস কৰে। এওঁলোকে শিমং সকলৰ দৰে চুটি বগা হাত নোহোৱা ছোলা আৰু দাঁতিত গোটা বেত লগোৱা বেতৰ টুপী পিন্ধে। তিৰোতা সকলেও বগা, নীলা কপাহী ছোলা পিন্ধে আৰু ভৰিত বেতৰ বেটি মাৰি লয়।

তাঙাম আদি সকলে ইয়া—ছাং—চু নৈৰ সোঁ—পাৰে আৰু ছিয়াঙৰ বাওঁ পাৰৰ উত্তৰ অংশত বাস কৰে।

মিলান আদি সকলে মিলান দালাধন মোদি আৰু চিদিপ গাঁওত সচৰাচৰ বাস কৰা দেখা যায়।

কমো আদি সকলে মেচোকা বাটৰ পৰা ৰেগো গাওঁলৈকে বিস্তৃত অঞ্চলত বাস কৰে। দাৰ্জিলিং নামে গাওঁত এওঁলোকে মেম্বা সকলোৰে সৈতে একেলগে থাকে। এওঁলোকে স্বাধীন চিতীয়া আৰু বুদ্ধিমান আৰু পাইলা বোৰতকৈ চহকী। এওঁলোকে বোকাৰ আৰু মেম্বাৰ সকলৰ লগত বেহা বেপাৰ কৰে। তামেং নামৰ বং জন্তুৰ ছাল আৰু জলকীয়া সাল সলনি কৰি গৰু মেখোন লয়। ৰামো আদি সকলৰ লগত গালং আদি সকলৰ যথেষ্ট মিল দেখা যায়।

বোকাৰ আদি সকল বাইশ খন গাওঁত বাস কৰে। গেছিং গাওঁ খনেই সকলোতকৈ ডাঙৰ। এওঁলোকৰ মেম্বা বা তিব্বতী সকলৰ লগত ইমান মিল নাই। কিন্তু ৰামো আৰু পাইলিবোৰৰ লগত যথেষ্ট মিল দেখা যায়। ৰবি আদি

